# সংস্কৃত সাহিত্যৰ জিলিঙনি

গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ

(স্নাতক আৰু স্নাতকোত্তৰ মহলাৰ বাবে)


**শ্ৰীকামাখ্যাচৰণ ভাগৱতী**, এম. এ. বি. টি

প্ৰাক্তন অধ্যক্ষ, কেন্দ্ৰীহাবলিয়া আৰু

জালুকবাৰী উচ্চতৰ বিদ্যালয়

নলবাৰী।। বনগ্ৰাম




*SANSKRIT SAHITYR JILINGANI* : *An analytical appyaisal of different aspects of Sanskrit Literature written by Sri Kamakhya Charan Bhagawati, Retd. Principal, Khetri Hardia & Jalukbari Higher Secondary School and Published by Sri, Niharendra Chowdhury, Granthapeeth, Panbazar, Guwahati-1.*

*First Edition* : *November, 1973*
*Second Edition* : *November 1988*
*Third Edition* : *November 2003*

*Price Rs.: One hundred Twenty only.*

---

প্ৰকাশক :
শ্ৰীনীহাৰেন্দ্ৰ চৌধুৰী
গ্ৰন্থপীঠ
পানবজাৰ
গুৱাহাটী-১

প্ৰথম প্ৰকাশ : নৱেম্বৰ, ১৯৭৩
দ্বিতীয় প্ৰকাশ : নৱেম্বৰ, ১৯৮৮
তৃতীয় প্ৰকাশ : নৱেম্বৰ, ২০০৩

মূল্য : ১২০'০০

মুদ্ৰক :
জগন্নাথ আৰ্ট প্ৰেছ
৭/১এ, জাষ্টিছ মন্মথ মুখাৰ্জী ৰো
কলিকতা-৭০০ ০০৯

# পাতনি

প্ৰাচীন ঐতিহ্যৰ বাহক সংস্কৃত ভাষা-সাহিত্যক আমি নেওচা দিয়ৰ উপক্ৰম কৰিছোঁ। পাশ্চাত্য সাহিত্যৰ চিকমিকনিত পৰি আমাৰ সৰ্বসাধাৰণে সংস্কৃত ভাষা-সাহিত্যৰ জ্ঞান লাভ কৰিবপৰা নাই। ইয়াৰ কাৰণ বিচাৰিলে পোৱা যায় যে সংস্কৃত ভাষা এটা দুৰূহ ভাষা: ইয়াক আয়ত্ত কৰা সকলোৰে পক্ষে সহজ-সাধ্য নহয়। সেই কাৰণে আমাৰ নিজা ভাষাত সংস্কৃত সাহিত্যৰ চমু পৰিচয়সূচক "সংস্কৃত সাহিত্যৰ জিলিঙনি" নামক এই গ্ৰন্থখন লিখি উলিওৱা হৈছে। সংস্কৃত সাহিত্যৰ সম্বন্ধে ইংৰাজী, হিন্দী, বঙলা আদি ভাষাত কেবাখনো আলোচনা গ্ৰন্থ আছে। আমাৰ অসমীয়া ভাষাত এনে আলোচনা পুথি এতিয়ালৈ প্ৰকাশ হোৱা নাই। অৱশ্যে বিভিন্ন বিষয়ক প্ৰবন্ধ আলোচনীৰ পাতত আৰু বাতৰি কাকতত প্ৰকাশ পাই থকাতো আমাৰ চকুত পৰিছে। তথাপি এই পুথিয়ে আমাৰ ভাষাত সংস্কৃত সাহিত্য আলোচনাৰ এটি বিৰল দাণ্ডি ধৰিছে।

বিশাল বিস্তীৰ্ণ এই সংস্কৃত সাহিত্যত প্ৰবেশ কৰিবপৰা শক্তি আমাৰ নাই যদিও সংস্কৃতানুৰাগী ছাত্ৰ-ছাত্ৰীৰ উপকাৰত আহিব বুলি ধাৰণা কৰি এই গ্ৰন্থখন যুগুত কৰা হৈছে। গ্ৰন্থখনৰ আগ-কথাখিনিক বাদ দি উনৈশটা অধ্যায়ত সংস্কৃত সাহিত্যৰ সকলো-দিশৰ চমু বিৱৰণ দিবলৈ আমি চেষ্টা কৰিছোঁ।

এই পুথিখন যুগুত কৰাত কেবাখনো গ্ৰন্থৰ সহায় লোৱা হৈছে। যিসকলৰ গ্ৰন্থই আমাক এই ক্ষেত্ৰত সহায় কৰিলে, সেইসকলৰ প্ৰতি আমি শ্ৰদ্ধাঞ্জলি আগবঢ়ালোঁ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ মূৰব্বী ডঃ যোগীৰাজ বসুদেৱে গ্ৰন্থখনৰ বিষয়-বস্তুবোৰত এবাৰ চকু ফুৰাই ভূমিকাখনি লিখি দি আমাক পৰম

সহায় কৰিছে। বসুদেৱ সংস্কৃত সাহিত্যৰ এজন আন্তৰ্জাতিক খ্যাতিসম্পন্ন লোক। অসমীয়া ভাষাত তেখেতৰ "বেদৰ পৰিচয়" নামক গ্ৰন্থ প্ৰকাশ পাইছে। তেখেতে বহুমূলীয়া সময় খৰচ কৰি ভূমিকাখন লিখি দিয়াত আমি চিৰকৃতজ্ঞ।

কেবাগৰাকী সংস্কৃত পণ্ডিত আৰু সদাশয় লোকৰ পৰামৰ্শ, উৎসাহ আৰু উদ্দীপনাৰ ফলস্বৰূপেহে গ্ৰন্থখন পঢ়ুৱৈ সমাজলৈ আগবঢ়াবলৈ আমি সমৰ্থ হৈছোঁ। গ্ৰন্থখন গুৱাহাটীৰ গ্ৰন্থপীঠৰ স্বত্বাধিকাৰী শ্ৰীনীহাৰেন্দ্ৰ চৌধুৰীয়ে প্ৰকাশক হিচাপে হাতত লোৱা কাৰণেহে ছাত্ৰ-ছাত্ৰী আৰু ৰাইজৰ হাতত-অৰ্পণ কৰিবপৰা গৈছে। তেখেতলৈ আমাৰ আন্তৰিক শলাগ জনাইছোঁ।

ভাষাজ্ঞান, সমালোচনা ক্ষমতা আমাৰ যৎকিঞ্চিৎ যদিও সংস্কৃত সাহিত্যৰ ৰস আস্বাদনৰ পথটো আমি অসমীয়া সমাজলৈ কিছুদূৰ মুকলি কৰি দিবলৈ চেষ্টা কৰিলোঁ। যিসকলৰ উদ্দেশ্যে পুথিখন আগবঢ়োৱা হ'ল, সেইসকলৰপৰা পুথিখনিয়ে সমাদৰ পালে আমাৰ শ্ৰম-সাৰ্থক হোৱা বুলি ভাবিম। শেহত, এই গ্ৰন্থখনৰ ভিতৰত ভুল-ত্ৰুটি আৰু আসোঁৱাহ কিছু নহয় কিছু বৈ যোৱা একো অসম্ভৱ নহয়। সদাশয় পাঠকসকলে তাৰ বাবে মাৰ্জনা কৰিব বুলি আমি আশা ৰাখিলোঁ।

কিতাপখনৰ বেটুপাত শ্ৰীনিবোদ চৌধুৰীয়ে আঁকি দিয়া বাবে আন্তৰিক শলাগ লওঁ।

শ্ৰীকামাখ্যাচৰণ ভাগৱতী

# দ্বিতীয় প্ৰকাশ

" সংস্কৃত সাহিত্যৰ জিলিঙণি" এয়া গ্ৰন্থপীঠৰ দ্বিতীয় প্ৰকাশ। প্ৰথম প্ৰকাশ কৰা হৈছিল ১৯৭৩ চনত। ১৫ বছৰৰ পিছত আমি ইয়াক দ্বিতীয়বাৰ প্ৰকাশ কৰিব লগা হ'ল। এয়া অসমীয়া সাহিত্যৰ সৌভাগ্য নে দুৰ্ভাগ্য নাজানো। তথাপি মৃত্যুমুখী ব্যক্তিক জীৱিত কৰাৰ কাৰণে ডাক্তৰে অনেক কষ্ট সহ্য কৰে যাতে ভাল হয়। মৃত্যুমুখী কিতাপ পুনৰ প্ৰকাশ কৰাটো প্ৰকাশৰ একেটা নিচা, ভাল বেয়া তাক পঢ়ুৱৈয়ে বিচাৰ কৰিব।

আজি ১৫ বছৰৰ পিছত কাগজৰ মূল্য, প্ৰেছৰ প্ৰিন্টিঙৰ মূল্য প্ৰায় ১০০ গুণ বৃদ্ধি পাইছে। সেয়ে কিতাপখনৰ মূল্য বঢ়াৰ কাৰণে পঢ়ুৱৈয়ে যাতে আমাক ক্ষমা কৰে। অৱশ্যে ১৫ বছৰৰ পিছত অসমীয় পঢ়ুৱৈৰ সংখ্যা নিশ্চয় বাঢ়িছে - কিন্তু কেনেকুৱা পঢ়ুৱৈৰ সংখ্যা বাঢ়িছে তাৰ প্ৰমাণ অৱশ্যে আমাৰ হাতত নাই। পঢ়ুৱৈৰ সংখ্যা বঢ়াৰ বাবে আমি আনন্দিত। আমি সুখী হম যদি আমাৰ এই কিতাপখনো বিক্ৰী হয়। অৱশ্যে কিতাপখন শেষ হওঁতে কিছুমান পাঠকে আমাৰ ওচৰত কিতাপখন বিচাৰি আহিছিল; বিশেষকৈ স্নাতক আৰু স্নাতোকত্তৰ শ্ৰেণীৰ ল'ৰা-ছোৱালীয়ে।

সংস্কৃত সাহিত্যে এটা দেৱ ভাষা বুলি পৃথিৱীৰ সকলো পণ্ডিতে কৈছে, ভাৰতৰ অন্য ৰাজ্যত অৱশ্যে ইয়াক বাধ্যতামূলক কৰিছে কিন্তু আমাৰ ইয়াত ইয়াক অতিৰিক্ত পাঠ্য হিচাপেহে ৰাখা হৈছে; যাৰ ফলত অসমীয় সাহিত্যৰ ল'ৰা-ছোৱালীৰ অসমীয়া ভাষাত জ্ঞান সীমিত বুলি কব পাৰি। আমি আশা ৰাখিছো আমাৰ দুয়োখন বিশ্ববিদ্যালয়ে; সকলোবোৰ মহাবিদ্যালয়, বিদ্যালয়ে ইয়াক বাধ্যতামূলক কৰিব-যদি অসমীয়া ভাষাৰ জ্ঞান বঢ়াব খোজে আৰু অসমীয়া সাহিত্যৰ উন্নতি সাধিব খোজে।

সকলো বস্তুৰে শেষ আছে কিন্তু বিদ্যাৰ শেষ নাই গতিকে অধ্যয়ন কৰিলে ই বাঢ়েহে। গতিকে যিকোনো সাহিত্যই নহওক কিয় যদি নিজৰ ৰুচি অনুযায়ী কিতাপ পোৱা নাযায় তাৰ বাবে আমাৰ দুখ হয়। আমি ইয়াক পুনৰ প্ৰকাশ কৰিলো, অসমীয়া তথা সংস্কৃত সাহিত্যত কিছু পৰিমাণে হলেও যাতে কিছু সহায় হয়, তেতিয়া প্ৰকাশক আৰু লিখক উভয়ে সান্ত্বনা পাব।

সদৌ শেষত কিতাপখন কম সময়ৰ ভিতৰত প্ৰকাশ কৰি দিয়া বাবে আমি দিল্লীৰ হোৰাইজন পাব্লিচিং হাউচক ধন্যবাদ জনাইছো।

-ধন্যবাদ

গ্ৰন্থকাৰ

# তৃতীয় প্ৰকাশ

সংস্কৃত সাহিত্যৰ জিলিঙণি ২য় প্ৰকাশ হৈছিল প্ৰথম প্ৰকাশৰ ১৫ বছৰৰ পিছত। তৃতীয় প্ৰকাশ হ'ল দ্বিতীয় প্ৰকাশৰ ১৫ বছৰৰ পিছত। এয়া অসমীয়া সাহিত্যই কি বুজায়।

১৫ বছৰৰ পিছত কাগজৰ মুল্য প্ৰিন্টিংৰ মুল্য বাঢ়ি গৈছে। গতিকে অমিও কিতাপৰ মুল্য সামন্য বঢ়াই দিছো।

অসমীয়া সাহিত্যলৈ কিছু হলেও যাতে সহায় হয় তাকে আশা কৰি কিতাপখন পুনৰ প্ৰকাশ কৰিলো।

কলকাটাৰ জলী আৰ্টপ্ৰেছৰ স্বত্বাধিকাৰী তথা সমূহ কৰ্মীবৃন্দ ইয়াৰ ধন্যবাদৰ পাত্ৰ। লগতে গুৱাহাটীৰ গ্ৰন্থপীঠে এইবাৰো কিতাপখন প্ৰকাশ কৰিবলৈ লোৱাৰ বাবে ধন্যবাদ জনাইছো।

-ধন্যবাদ

**গ্ৰন্থকাৰ**

অৰ্পণ

পৰম আৰাধ্য পিতৃদেৱতা

৺হৰিনন্দন ভাগৱতী, কাব্য-ব্যাকৰণ-সাংখ্য-

ষড়দৰ্শন-পুৰাণতীৰ্থ দেৱৰ

পুণ্য স্মৃতিত

ভক্তিৰ অঞ্জলি

—কামাখ্যা

# ভূমিকা

নলবাৰী নিবাসী শ্ৰীকামাখ্যাচৰণ ভাগৱতী, এম্-এ, বি-টি, দেৱৰ 'সংস্কৃত সাহিত্যৰ জিলিঙনি' নামৰ কিতাপৰ পাণ্ডুলিপিখন পঢ়ি সন্তোষ পালো। তিনি শ পৃষ্ঠাৰ পাণ্ডুলিপিখনত কুৰিটা অধ্যায় আছে। এই কিতাপখনত সংস্কৃত সাহিত্যৰ প্ৰত্যেকটো যুগ আৰু দিশৰ ক্ৰমিক ধাৰানুযায়ী আলোচনা কৰা হৈছে। বৈদিক যুগ, ৰামায়ণ মহাভাৰতৰ যুগ, প্ৰাক্-কালিদাস যুগ, কালিদাসৰ আৰু কালিদাসোত্তৰ যুগ, গীতিকাব্য, গদ্যসাহিত্য, চম্পূকাব্য, গল্পসাহিত্য, নাটক, ঐতিহাসিক কাব্য প্ৰভৃতি গ্ৰন্থকাৰে সাঙুৰি আলোচনা কৰিছে। কিতাপখনৰ শেষ অংশত অলঙ্কাৰ শাস্ত্ৰ, ব্যাকৰণ, জ্যোতি-ৰ্বিদ্যা, ধৰ্মশাস্ত্ৰ, দৰ্শনৰ বিভিন্ন মতবাদ আৰু উপবেদ অৰ্থাৎ আয়ুৰ্বেদ, ধনুৰ্বেদ, গন্ধৰ্ববেদ বা সঙ্গীতশাস্ত্ৰ, অৰ্থশাস্ত্ৰ আৰু শিল্প-শাস্ত্ৰৰ বিষয়েও চমু বিৱৰণ যুগুত কৰা হৈছে। কিতাপখন সংস্কৃত সাহিত্যৰ সকলো দিশৰ পূৰ্ণাঙ্গ ইতিহাস বুলি কব পাৰি। লিখকে প্ৰতিটো যুগৰ আৰু দিশৰ সঠিক বিৱৰণ দিবলৈ চেষ্টাৰ কোনো ত্ৰুটি কৰা নাই। ইয়াৰ ভাষা সাৱলীল আৰু প্ৰকাশভঙ্গী সন্তোষ-জনক। অসমীয়া ভাষাত আজিলৈকে সংস্কৃত সাহিত্যৰ কোনো কিতাপ ওলোৱা নাই, গতিকে এইখন কিতাপ কেৱল স্নাতক মহলাৰ সংস্কৃতৰ ছাত্ৰসকলৰ কাৰণেই নহয়, স্নাতকোত্তৰ অসমীয়া শ্ৰেণীৰ কাৰণেও বিশেষ উপযোগী হব। কাৰণ স্নাতকোত্তৰ অসমীয়া পাঠ্যতালিকাত সংস্কৃত নাটক আৰু সংস্কৃত সাহিত্যৰ ইতিহাস পঢ়িব লাগে। গ্ৰন্থকাৰে ইতিমধ্যে সংস্কৃত নাট্য সাহিত্যৰ বিস্তৃত ইতিহাস অসমীয়া ভাষাত প্ৰকাশ কৰিছে। বৰ্তমান কিতাপখনে অসমীয়া সাহিত্যৰ এটা ডাঙৰ অভাৱ পূৰ্ণ কৰিব।

শেষত মই গ্ৰন্থকাৰক মোৰ আন্তৰিক অভিনন্দন জনাই কিতাপখনৰ বহুল প্ৰচাৰ কামনা কৰিছো।

যোগীৰাজ বসু

# আগকথা

## সংস্কৃত ভাষাৰ ইতিবৃত্ত

ষোড়শ শতিকাৰ শেষৰ ফালে (১৫৮৩-১৫৮৮ খৃষ্টাব্দ) Filippo Sassetti নামে এজন বণিকে প্ৰথমে ঘোষণা কৰে যে ইউৰোপৰ কিছুমান প্ৰধান ভাষাৰ সৈতে সংস্কৃত ভাষাৰ এটি সুনিৰ্দ্দিষ্ট সম্পৰ্ক আছে। সংস্কৃত ভাষা আৰু সাহিত্যৰ প্ৰতি পাশ্চাত্য জাতিৰ অনুৰাগ সেই সময়লৈকে সিমান নাছিল; তথাপি Filippo Sassettiৰ এই ঘোষণাৰ প্ৰতি বিশ্ববাসীৰ মনোযোগ তেতিয়া সিমান আকৃষ্ট হোৱা নাই। ইয়াৰ প্ৰায় দুশ বছৰ পিচত বঙ্গীয় এচিয়াটিক সম্মিলনত Sir William Jones তেওঁৰ স্মৰণীয় ভাষণত বিশেষ জোৰ দি প্ৰচাৰ কৰিছিল যে গ্ৰীক আৰু লেটিনৰ সৈতে সংস্কৃতৰ ধাতুগত আৰু ব্যাকৰণসম্মত এনে সাদৃশ্য আছে যিটো মুঠেই উপেক্ষণীয় নহয় আৰু এজন ভাষাতত্ত্ববিদে স্বীকাৰ নকৰি থাকিব নোৱাৰিব যে এই সকলোবোৰ এটা সাধাৰণ ভাষাৰপৰা উদ্ভূত হৈছে। প্ৰকৃতপক্ষে এই সময়ৰ পৰাই সংস্কৃত ভাষা আৰু সাহিত্যৰ প্ৰতি ইউৰোপীয় পণ্ডিতসকলৰ দৃষ্টি আকৃষ্ট হয় আৰু পণ্ডিত মহলত এটা স্বতন্ত্ৰ বিদ্যাৰূপে ভাষাতত্ত্বৰ আলোচনাৰ সূত্ৰপাত হয়। গ্ৰীক, ল্যাটিন, গথিক, কেল্‌টিক, সংস্কৃত, পাৰ্থচিয়ান প্ৰভৃতি যিবোৰ ভাষাৰ মাজত পৰস্পৰৰ সৈতে এনেকুৱা সাদৃশ্য দেখা গৈছিল, পণ্ডিতসকলে সেইবিলাকক এটা বিশেষ গোষ্ঠীৰ অন্তৰ্ভুক্ত কৰিছিল আৰু ইয়াৰ নাম দিয়ে ইন্দো-ইউৰোপীয় বা ইন্দো-জাৰ্মানিক। সেই সময়ৰপৰা ভাষাতত্ত্বৰ আলোচনাৰ কাৰণে আৰু ইন্দো-ইউৰোপীয় ভাষাবিলাকৰ জ্ঞানলাভৰ নিমিত্তে সংস্কৃত ভাষাৰ আলোচনাই এটা বিশেষ গুৰুত্বপূৰ্ণ স্থান গ্ৰহণ কৰিছে।

পৃথিবীৰ বেছিভাগ ভাষাই এই ইন্দো-ইউৰোপীয় ভাষা-গোষ্ঠীৰ অন্তৰ্ভুক্ত। এই ভাষা-গোষ্ঠীক তলত দিয়া দহোটা ভাগত বিভক্ত কৰা যায়—

(১) আৰিয়ান বা ইন্দো-ইৰাণীয়ান।

(২) বলটিক আৰু স্লাভনিক। এটা কথাত এই ভাষাবিলাকক বলটো-শ্লাভনিক বোলা হয়।

(৩) আৰ্মেনিয়ান।

(৪) আলবেনিয়ান।

(৫) গ্ৰীক।

(৬) লেটিন।

(৭) কেলটিক।

(৮) জাৰ্মানিক।

(৯) তোখাৰিয়ান।

(১০) হিটাইট।

ইন্দো-ইউৰোপীয়ত 'শত' বুজাবৰ কাৰণে যি শব্দটো প্ৰচলিত আছিল তাৰ প্ৰথম আখৰটি উপৰোক্ত দহটি উপ-গোষ্ঠীৰ প্ৰথম চাৰিটাত স-ৰ দৰে উচ্চাৰণ আৰু শেষ ছয়টাত নানা 'ক্'—ৰ দৰে উচ্চাৰণ গ্ৰহণ কৰিছে। এই উচ্চাৰণ বৈষম্যক অৱলম্বন কৰি সেই প্ৰথম চাৰিটা উপ-গোষ্ঠীক Satun group আৰু শেষ ছয়টাক Centum gronp বুলি কোৱা হৈছে।

ইন্দো-ইউৰোপীয় ভাষা-গোষ্ঠী পৃথিবীৰ কোন অংশত প্ৰথমে আবদ্ধ আছিল সেইটো লৈ আলোচনা হৈছে। এসময়ত অনুমান কৰা হৈছিল যে মধ্য এচিয়াই আছিল এই ভাষাগোষ্ঠীৰ আদি বাসভূমি। সেই ভাষা-গোষ্ঠীৰ অন্তৰ্গত অধিকাংশ ভাষাই ইউৰোপত প্ৰচলিত বুলি এতিয়া অনুমান কৰা হয় আৰু ইউৰোপেই ইয়াৰ বাসভূমি। Burrowৰ মতে Rhine নদীৰ পাৰৰপৰা মধ্য আৰু দক্ষিণ ৰুচিয়ালৈকে বিস্তৃত ভূখণ্ডতেই এই ভাষাবিলাক প্ৰচলিত আছিল আৰু তেওঁ অনুমান কৰে যে ইন্দো-ইউৰোপীয়ৰপৰা ইন্দো-ইৰাণীয়ানগোষ্ঠী যিসময়ত পৃথক হৈ পৰে, সেই সময়ত সেই অঞ্চলত ইন্দো-ইউৰোপীয় ভাষা-গোষ্ঠী বহুদিনৰ পৰাই অৱস্থান কৰিছিল।

প্ৰায় তিনি হাজাৰ বছৰ আগতে উত্তৰ-পশ্চিমফালৰপৰা এদল মানুহ আহি ভাৰতত প্ৰৱেশ কৰে। তেওঁলোকৰ ভাষাই বৰ্তমান ভাৰতত প্ৰচলিত অধিকাংশ ভাষাৰ পূৰ্বপুৰুষ। সেই মানৱ গোষ্ঠীয়েই 'আৰ্য্য'

নামে পৰিচিত। এই গোষ্ঠীৰ এক অংশ মধ্য এচিয়ালৈ যায়। কালক্ৰমত তেওঁলোকে মধ্য এচিয়াত এটা বিস্তৃত ভূখণ্ড আৰু ইৰাণৰ এটা অংশ অধিকাৰ কৰি লয়। এওঁলোকৰ যিটো দল ভাৰতলৈ আহি স্থায়ীভাবে থাকিল তেওঁলোককে 'ইন্দো-আৰিয়ান' আৰু যিটো দল ইৰাণত অৱস্থান কৰিলে তেওঁলোক 'ইৰাণীয়ান' বুলি খ্যাত হৈ উঠিল। পৰস্পৰ বিচ্ছিন্ন এই গোষ্ঠীদ্বয়ক সম্মিলিতভাবে 'আৰিয়ান' বা 'ইন্দো-ইৰাণীয়ান' বোলা হয়। উভয় গোষ্ঠীৰপৰা উদ্ভৱ হোৱা সকলো ভাষা আৰু উপভাষাবিলাকক 'আৰ্য্যভাষা' বোলা হয়। ইয়াত বাহিৰে আনবোৰ ম্লেচ্ছ ভাষা।

যেতিয়া ইন্দো-ইৰাণীয়ানসকল ইউৰোপৰপৰা বাহিৰ হৈ আহে তেতিয়া প্ৰাচীন আৰ্য্যজাতিৰ মাজত বিবাহ ঘটে। ইন্দো-ইৰাণীয়ানসকলে ইউৰোপৰপৰা ঠিক কোন বাটেৰে এচিয়াত প্ৰবেশ কৰে সেই সম্বন্ধে মতভেদ আছে। Hirt-ৰ মতে তেওঁলোকে ককেছাছ পৰ্বতৰ ওপৰেদি ইৰাণলৈ আহে; আৰু পিচত তাৰপৰা পঞ্জাবতে উপস্থিত হয়। Meyer-ৰ মতে পামিৰ মালভূমিৰ কোনো এখন ঠাইৰপৰা তেওঁলোকে পূবে পঞ্জাব আৰু পশ্চিমে মেচোপটেমিয়ালৈকে বিয়পি পৰিছিল। Oldenberg আৰু Keith Meyer-ৰ মতৰে সমৰ্থন কৰিছিল।

ইৰাণীয়ান ভাষাবিলাকৰ সৈতে ইন্দো-আৰিয়ান ভাষাবিলাকৰ মাজত প্ৰাচীনতম হ'ল ঋগ্‌বেদৰ ভাষা; আৰু ইৰাণীয়ান ভাষাবিলাকৰ মাজত প্ৰাচীনতম হ'ল জেন্দ্‌-অবেস্তাৰ ভাষা। অৰ্থাৎ, এই দুটা প্ৰাচীনতম ভাষা। ম্লেচ্ছ ভাষা বুলিলে যিটো বুজা যায়, তাৰ প্ৰাচীনতম নিদৰ্শন পোৱা গৈছে প্ৰাচীন Hittle ৰাজ্যৰ ৰাজধানী Anatoliar অন্তৰ্গত Boghaz-Kai-ত প্ৰাপ্ত কিছুমান ফলিত। খৃঃ পূঃ ১৯০০—১২০০ ইয়াৰ সময় বুলি অনুমান কৰা হৈছে। ইন্দো-ইউৰোপীয় ভাষাৰ প্ৰাচীনতম নিদৰ্শন ইয়াত বাহিৰে আৰু আন ক'তো পোৱা নেযায়।

আগতে কোৱা হৈছে যে ইন্দো-আৰিয়ান ভাষাবোৰৰ মাজত প্ৰাচীনতম হ'ল ঋগ্‌বেদৰ ভাষা আৰু ইৰাণীয়ান ভাষাবিলাকৰ মাজত প্ৰাচীনতম হ'ল জেন্দ্‌-আবেস্তাৰ ভাষা। কিন্তু এই কথা মনত ৰাখিব লাগিব যে জেন্দ-আবেস্তাৰ যিটো প্ৰাচীনতম অংশ সেইটোও ঋগ্বেদৰ পিচত ৰচিত হৈছিল। এই কালৰপৰা আৰ্য্যজাতিৰ প্ৰাচীনতম সাহিত্য

ঋগ্‌বেদৰ ভাষাই হ'ল প্ৰাচীনতম আৰ্য্যভাষা। অৱশ্যে ভাৰতবৰ্ষত আৰ্য্য-জাতিয়ে যিদিনা প্ৰথমে প্ৰবেশ কৰে তাৰ বহুদিন পিচত ঋগ্‌বেদ ৰচিত হৈছিল আৰু এই দীৰ্ঘকালৰ মাজত আৰ্য্যসকলৰ ভাষাৰ নিশ্চয় কিছু পৰিবৰ্ত্তন সাধিত হৈছিল। আৰ্য্যজাতিৰ ভাৰত প্ৰবেশৰ সময়ৰপৰা ঋগ্‌বেদৰ ৰচনাকালৰ ব্যৱধান যি কিমান তাক সঠিককৈ কোৱাৰ উপায় নাথাকিলেও এইটো ঠিক যে সেইটো সামান্য নহয়। ঋগ্‌বেদত এনে কোনো উক্তি নাই যিটোৰপৰা বুজা যায় ঋগ্‌বেদ ৰচনা কৰাৰ সময়ত আৰ্য্যসকলে তেওঁলোকৰ আদি বাসভূমিৰ কথা অলপ মনত ৰাখিব পাৰিছিল। বৰঞ্চ তাৰ বিপৰীত হে ধাৰণা হয়। ঋগ্‌বেদত আৰ্য্যসকলে সপ্তসিন্ধুবিধৌত অঞ্চলকেই নিজৰ বাসভূমি বুলি ঘোষণা কৰিছিল— এনেকুৱা ধাৰণা কৰিলে অলপো অন্যায় নহয়। সময়ৰ ব্যৱধানে যে এটা জাতিৰ স্মৃতিৰপৰা আদি বাসভূমিৰ কথা সম্পূৰ্ণৰূপে মুছি পেলাব পাৰে, সেইটো কম কথা নহয়। এই সময়ৰ মাজত এটা ভাষাৰ বহু পৰিবৰ্ত্তন সাধিত হব পাৰে। সেইকালৰপৰা ভাৰত প্ৰবেশৰ সময়ত আৰ্য্যভাষাৰ যি ৰূপ আছিল তাৰ কোনো নিদৰ্শন আমাৰ হাতত নাই। যেতিয়া কোৱা হয় ঋগ্‌বেদৰ ভাষাই আৰ্য্যভাষাৰ প্ৰাচীনতম নিদৰ্শন তেতিয়া এইটোও বুজিব লাগিব ঋগ্‌বেদৰ আগত আৰ্য্যভাষাৰ কোনো লিখিত ৰূপ আমাৰ হাতত্তপৰা নাই।

ইন্দো-আৰিয়ান ভাষাক তিনিটা স্তৰত বিভক্ত কৰা যায়--(ক) প্ৰাচীন, (খ) মধ্য আৰু (গ) পৰবৰ্ত্তী। প্ৰাচীন ইন্দো-আৰিয়ান ভাষাৰ উদাহৰণ হ'ল সংস্কৃত। মধ্য ইন্দো-আৰিয়ানও তিনিটা সুনিৰ্দিষ্ট স্তৰত বিভক্ত—(ক) পালি সাহিত্যৰ ভাষা, (খ) জৈন ধৰ্ম্ম সাহিত্যৰ ভাষা ( প্ৰাকৃত ) আৰু (গ) অপভ্ৰংশ। অপভ্ৰংশৰ পিচত বিভিন্ন প্ৰাদেশিক ভাষাৰ মাজেদি ইন্দো-আৰিয়ান ভাষা পৰবৰ্ত্তীৰূপত পৰিবৰ্ত্তিত হৈছে।

ভাৰতবৰ্ষত ব্ৰাহ্মণসকলেই প্ৰথমতে ধৰ্ম্মশাস্ত্ৰৰ ভাষাক আৰু শিক্ষিত শ্ৰেণীৰ ভাষাক জনসাধাৰণৰ কথ্যভাষাৰপৰা ৰক্ষা কৰিবলৈ চেষ্টা কৰিছিল। ফলত এইটোৱে হ'ল যে শিক্ষিত শ্ৰেণীৰ ভাষা জনগণৰ কথ্যভাষা নাছিল। জনগণৰ ভাষাই শেষত স্বতন্ত্ৰৰূপে পালি-প্ৰাকৃত অপভ্ৰংশত পৰিণতি লাভ কৰে। জনগণৰ ভাষাৰ এনে ৰূপ পৰিবৰ্ত্তনৰ

লগে লগে ঋগ্‌বেদৰ সংস্কৃত ভাষাৰ ৰূপ পৰিবৰ্তন হৈছিল। পাণিনিৰ ব্যাকৰণ ৰচনাৰ পিচত কেৱল সংস্কৃত শৃঙ্খলিত হৈ পৰে; আৰু তাৰ পিচৰপৰা আকৌ তাৰ ধাৰাৰ পূৰ্বৰ দৰে ৰূপ-বিবৰ্তন সম্ভৱ নহয়।

বৈদিক সংস্কৃতৰপৰা পাণিনিৰ দ্বাৰা নিয়ন্ত্ৰিত সংস্কৃতৰ পাৰ্থক্য আছে। এই পাৰ্থক্যৰ কাৰণে সংস্কৃত ভাষাক দুই ভাগত ভাগ কৰা হয়—(১) Vedic আৰু (২) Classical। প্ৰকৃতপক্ষে সূত্ৰসাহিত্যতেই বৈদিক ভাষাৰ ধাৰা শেষ হৈ যায় আৰু তাৰ পিচত ক্লাচিকেল সংস্কৃতৰ যুগ আৰম্ভ হয়। এই দুটা ভাষাৰ যি বিপুল পাৰ্থক্য তাত দুয়োটাকে পৃথক বুলি অনুমান কৰিলে ভুল কৰা নহয়। আকৌ এই পাৰ্থক্য বুজাবৰ কাৰণে প্ৰথমটোক বৈদিক ( Vedic ) আৰু দ্বিতীয়টোক 'সংস্কৃত' নাম দিয়া সঙ্গত।

বৈদিক ভাষা আৰু সংস্কৃত ভাষাৰ মাজত কিছু পাৰ্থক্য বিশেষ লক্ষ্যণীয়। ড, ড়, ঢ, ঢ় আৰু ( কিছুমান শব্দত ) 'ৰ' স্থানত 'ল' সংস্কৃত ভাষালৈ আহিছে। বৈদিক ভাষাত দুটাতকৈ বেচি পদৰ সমান নহয় বুলিলেই হয়। সংস্কৃত সুদীৰ্ঘ সমাসবদ্ধ পদ ব্যৱহাৰ কৰাৰ প্ৰতি এটা বিশেষ দৃষ্টি দেখা যায়। সন্ধি সংস্কৃতত আন এটি নতুন উদ্ভাৱন। বহু বৈদিক শব্দৰ সংস্কৃতত অৰ্থৰ পৰিবৰ্তন ঘটিছে। যিবোৰ ইন্দো-ইউৰোপীয় শব্দ বৈদিকত প্ৰচলিত আছিল, সংস্কৃতত সেইবোৰ লুপ্ত হৈ গ'ল। বহু বৈদিক শব্দৰ অৰ্থ ভুল বুজাৰ কাৰণে সংস্কৃত অন্য অৰ্থত ব্যৱহৃত হৈছে। বৈদিক ভাষাত উপসৰ্গৰ ব্যৱহাৰত কোনো বিশেষ নিয়ম নাছিল। বৈদিকত উপসৰ্গ ধাতুৰ পিচত বা ধাতুৰপৰা একাধিক পদৰ ব্যৱধানতো প্ৰযুক্ত হৈছিল। সংস্কৃতত সেইটো ধাতুৰ অব্যৱহিত পূৰ্বত ধাতুযুক্ত হৈ ব্যৱহৃত হব লাগিছিল। ইয়াক বাদেও 'শব্দ' ৰূপত বিশেষ বিশেষ বিভক্তিতো শব্দৰ উল্লেখযোগ্য পৰিবৰ্তন ঘটিছে। এই সকলো পৰিবৰ্তনৰ বাহিৰেও আৰু একৰকম পৰিবৰ্তন ঘটিছে। ইন্দো-আৰিয়ানসকল ভাৰতবৰ্ষলৈ আগমন কৰাৰ আগতে ভাৰতবৰ্ষত যিবোৰ ভাষা প্ৰচলিত আছিল সেইবোৰৰ দ্বাৰা আৰ্য্যসকলৰ ভাষা বহুলাংশেত প্ৰভাৱিত হৈছে। সংস্কৃত ভাষাত মূৰ্দ্ধণ্য বৰ্ণমালাৰ উৎপত্তি এই প্ৰভাৱৰেই ফল। শব্দ-সম্ভাৰতো এই প্ৰভাৱ দেখা গৈছে। Munda আৰু Dravoda ভাষাবিলাকৰ দ্বাৰা বিশেষ কৰি সংস্কৃত প্ৰভাৱিত

হৈছে। আলু, কল, কপাহ, জলকীয়া, নাঙল, সৰিয়হ প্ৰভৃতি শব্দ মুণ্ডা ভাষাৰ ওচৰত সংস্কৃতৰ ঋণেই সূচিত কৰে। কাক, কুন্তল, অনল, কটু প্ৰভৃতি শব্দই সংস্কৃত গ্ৰহণ কৰিছে দ্ৰাবিড় ভাষাগোষ্ঠীৰপৰা।

শক্তিৰ পৰীক্ষা নিদি সংস্কৃত প্ৰতিষ্ঠা লাভ কৰিবপৰা নেযায়। মধ্য ইন্দো-আৰিয়ান ভাষাবিলাকৰ সৈতে সংস্কৃতক প্ৰথম দিশত প্ৰতিযোগিতা কৰাইছে—বিশেষ কৰি পালি আৰু প্ৰাকৃত ভাষাৰ সৈতে। বৌদ্ধ আৰু জৈনধৰ্মৰ অভ্যুদয়ৰ লগে-লগেই পালি আৰু প্ৰাকৃত ভাষা একেলগে কথ্যভাষাৰূপে আৰু সাহিত্যৰ ভাষাৰূপে চলি আছে। সেই ধৰ্মৰ প্ৰচাৰকসকলৰ প্ৰধান লক্ষ্য আছিল ধৰ্মৰ মৰ্মক জনসাধাৰণৰ মাজত প্ৰচাৰ কৰা আৰু জনসাধাৰণৰ ভাষাৰ মাধ্যমত তেওঁলোকে যেনেকৈ ধৰ্ম-প্ৰচাৰ কৰিছিল তেনেকৈ ধৰ্মগ্ৰন্থও ৰচনা কৰিছিল।

মৌৰ্য্যযুগত বৌদ্ধ আৰু জৈনধৰ্মৰ প্ৰভাৱত ব্ৰাহ্মণ্য ধৰ্মৰ অৱনতি হয় আৰু লগে লগে ব্ৰাহ্মণ্য ভাষা সংস্কৃতভো নিস্তেজ হৈ পৰে। অশোকেও তেওঁৰ লিপিসমূহত সংস্কৃতক মূল্য নিদি জনগণৰ ভাষাকেই গ্ৰহণ কৰিছিল। এইদৰে প্ৰথম দিশত সংস্কৃত অৱহেলিত হৈ কোনোমতে চলি আহিছে। সংস্কৃতৰ অভ্যুদয় আৰম্ভ হয় অশোকৰ মৃত্যুৰ পঁয়ত্ৰিশ বছৰ পিচত যেতিয়া মৌৰ্য্যৰাজ বৃহদ্ৰথৰ ব্ৰাহ্মণ সেনাপতি পুষ্যমিত্ৰই নিজ প্ৰভুক বধ কৰি ৰাজশক্তি অধিকাৰ কৰে। পুষ্যমিত্ৰৰ সৈতে ব্ৰাহ্মণ্য ধৰ্ম আৰু ব্ৰাহ্মণ্য ভাষাৰো অভ্যুদয় হয়। অভ্যুদয়ৰ প্ৰথম দিশত প্ৰাকৃতৰ সৈতে সংস্কৃত চলি আছিল; আৰু খোদিত লিপিবোৰতো সংস্কৃত ভাষাৰ ব্যৱহাৰ কৰা হৈছিল। প্ৰথম দিশত মধ্য-ইন্দো-আৰিয়ান ভাষাবিলাকৰ সাদৃশ্য ইমান বেচি আছিল যে এটা জানিলে আইনটো বুজাত অসুবিধা নহয়। অশোকে এই কাৰণেই তেওঁৰ লিপিসমূহত মধ্য-ইন্দো-আৰিয়ানৰ তিনিটা ভাষাকেই গ্ৰহণ কৰিছিল। অনুক্ৰমে স্থানীয় ভাষাবিলাকৰ মাজত পাৰ্থক্য ইমান বেচি হ'বলৈ ধৰিলে যে সৰ্বভাৰতীয় ভাষাৰূপে সংস্কৃতক গ্ৰহণ নকৰি আৰু আইন উপায় নাই। বৌদ্ধসকলে এই সময়ত সংস্কৃতক সাহিত্যৰ ভাষাৰূপে নামাক্ষেত্ৰত গ্ৰহণ কৰিছিল। অশ্বঘোষৰ ৰচনাৱলী তাৰ নিদৰ্শন। ইয়াৰ পিচৰপৰা মুচলমান আক্ৰমণৰ আগলৈকে সংস্কৃত ভাষা ভাৰতত সগৌৰৱে প্ৰতিষ্ঠিত হৈছিল।

শ্ৰীকামাখ্যাচৰণ ভাগৱতী

# বিষয়-সূচী

## প্ৰথম অধ্যায়

# বৈদিক সাহিত্য

"বেদ" শব্দ 'বিদ্' ধাতুৰপৰা ওলাইছে। অৰ্থভেদে 'বিদ্' ধাতু চাৰিটা—জ্ঞানাৰ্থক, লাভাৰ্থক, সত্তাৰ্থক আৰু বিচাৰাৰ্থক। সত্তাবাচী বিদ্ ধাতু অকৰ্মক, বাকী তিনিটা অৰ্থত বিদ্ ধাতু সকৰ্মক। আমি কব পাৰোঁ যে জ্ঞানাৰ্থক বিদ্ ধাতুৰপৰা 'বেদ' শব্দ নিষ্পন্ন হৈছে আৰু 'বেদ' শব্দৰপৰা হ'ল 'জ্ঞান'। 'বিদ্যতে অনেন' এই অৰ্থত বিদ্ ধাতুৰ লগত ঘঞ্ প্ৰত্যয় যোগ দি 'বেদ শব্দ নিষ্পন্ন কৰা হৈছে। জ্ঞানাৰ্থক বিদ্ ধাতুৰপৰাই যে 'বেদ, শব্দ নিষ্পন্ন কৰিব পৰা যায় এনে কোনো নিয়ম নাই। অইন তিনিটা অৰ্থতো বিদ্ ধাতু সমানে গ্ৰহণ কৰাৰ দাবী আছে। যদি সকৰ্মক বিদ্ ধাতু গ্ৰহণ কৰা যায় তেনেহলে কব পাৰি যে যাৰ দ্বাৰা জনা যায়, জ্ঞান লাভ কৰা যায় আৰু বিচাৰ কৰা যায় তাকেই বেদ বোলা হয়। যি শব্দৰাশিৰ দ্বাৰা জ্ঞানভিন্ন আৰু সত্তাভিন্ন বেদ্ প্ৰমাণক পৰম ব্ৰহ্মস্বৰূপ সুখক বিচাৰৰ দ্বাৰা লাভ কৰা যায় তাকেই বেদ্ বোলা যায়। বেদে কেৱল পুৰুষাৰ্থ সুখৰ কথাই কোৱা নাই, ইয়াক লাভ কৰাৰ উপৰিও পুৰুষাৰ্থ সাধনৰ কথাও উল্লেখ কৰিছে। বেদোক্ত যাগাদি হ'ল সেই পুৰুষাৰ্থ সাধন। দেৱতাৰ উদ্দেশ্যে দ্ৰব্য ত্যাগৰ নাম 'যাগ'। যাগৰ কথা কোৱাৰ উপৰিও অপৰিহাৰ্য্য ৰূপে দ্ৰব্য আৰু দেৱতাৰ কথাও বেদে ব্যক্ত কৰিছে।

**বেদৰ অংশ:** বেদৰ দুটা অংশ—(ক) মন্ত্ৰ আৰু (খ) ব্ৰাহ্মণ।

(ক) **মন্ত্ৰ:** মন্ত্ৰ ভাগ পদ্যত ৰচিত। এক শ্ৰেণীৰ মন্ত্ৰত কেৱল বিভিন্ন দেৱতাৰ স্তৱ কৰা হৈছে; আৰু আন শ্ৰেণীৰ মন্ত্ৰত

স্বৰ্গ, আয়ুস, ধন, পুত্ৰ প্ৰভৃতিৰ প্ৰাৰ্থনা কৰা হৈছে। শৌনকে প্ৰথম শ্ৰেণীৰ মন্ত্ৰবিলাকক 'স্তুতি' ( Praise ) বুলি কৈছে আৰু দ্বিতীয় শ্ৰেণীৰ মন্ত্ৰবিলাকক কৈছে 'আশী' ( Prayer )। সকলো প্ৰাৰ্থনাৰ ভিতৰত স্বৰ্গৰ প্ৰাৰ্থনাই ডাঙৰ। এই দুই শ্ৰেণীত মন্ত্ৰবিলাক ভাগ কৰিও শৌনকে কয় যে মূলতঃ মন্ত্ৰবিলাকৰ মাজত কোনো ভেদ নাই।

(খ) **ব্ৰাহ্মণ :**—ব্ৰাহ্মণ ভাগ গদ্যত ৰচিত। 'ব্ৰহ্ম' শব্দৰ অৰ্থ 'মন্ত্ৰ'। বেদৰ যি অংশত মন্ত্ৰৰ ব্যাখ্যা আৰু এইবিলাকৰ বিভিন্ন যজ্ঞত বিনিযোগৰ ( Application ) কথা আলোচনা কৰা হৈছে, তাকেই ব্ৰাহ্মণ বোলা হৈছে। ব্ৰাহ্মণত যজ্ঞ সম্বন্ধে বিধি দিয়া হৈছে। সেই বিধিবিলাকৰ প্ৰাশস্ত্য প্ৰতিপাদনৰ কাৰণে নানাভাৱে প্ৰশংসা কৰা হৈছে, আকৌ সেইবোৰৰ নিন্দাও কৰা হৈছে। যি অংশত বিধি দিয়া হৈছে ব্ৰাহ্মণৰ সেই অংশৰ নাম 'বিধি' ( Mandatory text ), আৰু যি অংশত বিধিৰ প্ৰাশস্ত্য প্ৰতিপাদন কৰা হৈছে তাৰ নাম অৰ্থবাদ ( Landatory text )। 'বিধি' অংশই প্ৰকৃত ব্ৰাহ্মণ। অৰ্থবাদ অংশ বিধিসমূহৰ স্তাৱক-ব্ৰাহ্মণৰ পৰিশিষ্ট মাত্ৰ। এই 'বিধায়ক' আৰু 'স্তাৱক' অংশ লৈ ব্ৰাহ্মণ সম্পূৰ্ণ। এই অংশদ্বয় যথাক্ৰমে 'বিধি' আৰু 'অৰ্থবাদ' নামে পৰিচিত। মন্ত্ৰভাগ হ'ল বেদৰ জ্ঞানকাণ্ড, ব্ৰাহ্মণ ভাগ কৰ্মকাণ্ড। জ্ঞান আৰু কৰ্ম লৈ আমাৰ বেদ সম্পূৰ্ণ।

ব্ৰাহ্মণ গ্ৰন্থবিলাকত আলোচিত বিষয়বিলাক তলত উল্লেখ কৰা পুৰাণত বিবৃত হৈছে—

হেতুৰ্নিৰ্বচনং নিন্দা প্ৰশংসা সংশয়ো বিধিঃ।
পৰক্ৰিয়া পুৰাকল্পো ব্যৱধাৰণকল্পনা॥

হেতুৰ্হিতে স্মৃতো ধাতোৰ্বহ্নিহস্ত্যাদিত স্পাৰৈঃ।
অথবাৰ্থপৰিপ্ৰাপ্তেৰ্হিনোতের্গতি কৰ্মণঃ॥
তথা নিৰ্বচনং ব্ৰূয়াজ্জাক্যাৰ্থস্যাৱধাৰণম্।
নিন্দাস্তামাহুৰাচাৰ্যা যদ্দোষান্নিন্দ্যতে বচঃ॥

প্রপূর্বাচ্ছংসতের্ধাতোঃ প্রশংসা গুণবত্তয়া।
ইদমিত্থমিদমিদমিত্যা নিশ্চিত্য সংশয় ॥
ইদমেক বিধাতব্যমিত্যয়ং বিধিরুচ্যতে।
অন্যস্যাপ্যন্যস্য চোক্তাস্বাদ্ বুধৈঃ পরকৃতিঃস্মৃতা ॥
যোহ্যত্যন্তবোক্তশ্চ পুৰাকল্পঃ স উচ্যতে।
পুৰা বিক্রান্তবাচিত্বাৎ পুৰাকল্পস্য কল্পনা ॥
মন্ত্রব্রাহ্মণ কল্পৈস্ত নিগমৈঃ শুদ্ধ বিস্তৰৈঃ।
অনিশ্চিত্য কৃতামাহুর্ব্যাব ধাৰণ কল্পনাম্ ॥
যথা হীনস্তথা তস্মৈ ইদং বাপি তথৈবতৎ।
ইত্যেষ হ্যুপ দেশোহয়ং দশমো ব্রাহ্মণস্যতু ॥

—ব্রহ্মাণ্ড পুৰাণ

বেদমন্ত্র অপৌৰুষেয় অৰ্থাৎ মানুহৰ বাগ্‌বুধ্যাদি ইন্দ্ৰিয়ৰ দ্বাৰা ই ৰচিত নহয়। অনাদি নিধনা নিত্যাবাক্ পৰম ব্যোমত ব্ৰহ্মই অৱস্থান কৰিছিল। সাক্ষাৎ কৃত ধৰ্ম্মা ঋষি কেৱল তাক দৰ্শন কৰিলে। অনন্ত আকুতি লৈ ঋষিয়ে জানিবলৈ বিচাৰিলে সেই বাক্‌ৰ স্থান; তাৰ কাৰণে উগ্ৰ তপস্যা কৰিলে আৰু বেদৰ অপৌৰুষেয়ত্ব শেষত জানিলে ব্ৰহ্মা সেই বাকৰ পৰম স্থান। সেই বাক্‌ক দৰ্শন কৰিলে কাৰণে তেওঁ ঋষি; ঋষিৰ মুখত ব্যক্ত হ'ল কাৰণে 'আৰ্ষেয়'। ব্ৰহ্মা বেদকৰ্ত্তা নহয়, বেদস্মৰ্ত্তাহে মাত্ৰ। ব্ৰহ্ম আৰু বাক্‌ৰ সমান ব্যাপকতা অৰ্থাৎ যিমানখিনি ব্ৰহ্ম সিমান-খিনি বাক্। ইয়াৰ মাজত প্ৰতিপাদ্য প্ৰতিপাদক ভাৱ সম্বন্ধ। ব্ৰহ্ম প্ৰতিপাদ্য, বাক্ প্ৰতিপাদক।

বেদ শ্ৰুতিঃ যাস্কই কয় যে ঋষিসকল হ'ল সাক্ষাৎ কৃতধৰ্ম্মা। তেওঁলোক অৰ্বাকৃতন অসাক্ষাৎ কৃতধৰ্ম্মাসকলক উপদেশৰ দ্বাৰাই তেওঁলোকৰ দৃষ্ট মন্ত্ৰসমূহ দান কৰিলে। ইয়াৰ উপৰিও পৰবৰ্ত্তী কালত তেওঁলোকৰ মেধা আৰু স্মৃতিশক্তি ক্ষীণ হৈ অহাৰ লক্ষ দেখিবলৈ পালে তেওঁলোকে বেদ-বেদাঙ্গ ৰচনা কৰিলে। ইয়াত

বেদমন্ত্র কালৰ তিনিটা সুনির্দ্দিষ্ট স্তৰৰ ইঙ্গিত কৰা হৈছে। যিসকল সাক্ষাৎ কৃতধর্ম্মা তেওঁলোক হ'ল 'ঋষি'। এওঁলোকৰ ঋষিত্ব সাক্ষাৎ দর্শনৰ দ্বাৰা লাভ হয়। ঋষিসকলৰ উপদেশত যিসকলে বেদমন্ত্র লাভ কৰিলে তেওঁলোক হ'ল 'শ্রুতর্ষি'। এওঁলোকৰ ঋষিত্ব সাক্ষাৎ মন্ত্র—শ্রবণৰ দ্বাৰাহে। ইয়াৰ পৰবর্ত্তী তৃতীয় স্তৰত বেদ-বেদাঙ্গৰ ৰচনা কাল। ঋষিসকলৰপৰা শ্রুতর্ষিকালৰ আৰু শ্রুতর্ষিকালৰপৰা বেদ-বেদাঙ্গৰ ৰচনাকালৰ ব্যৱধান ক'ত, মানৱীয় শক্তি; তাৰ নির্ণয়ত একান্ত অক্ষম। এই শ্রুতর্ষিকালতেই বেদৰ নাম হৈছিল 'শ্রুতি'। কাৰণ সেই কালত শ্রৱণদ্বাৰা বেদমন্ত্র মানৱ-মনত বিধৃত হৈছিল।

**সংহিতা ত্রয়ী :** ঋষিদৃষ্ট মন্ত্রসমূহ বহুদিনলৈকে অবিভক্ত আছিল। এইবোৰ বিভাজনৰ প্রথমতে একো অনুভব কৰা হোৱা নাছিল। ধীৰে ধীৰে সমাজত যজ্ঞই যেতিয়া প্রধান স্থান লাভ কৰিলে। তেতিয়া মন্ত্রবিলাক বিভিন্ন শ্রেণীত বিভক্ত হৈ পৰিল। যজ্ঞত প্রথম বিশেষ চাৰিজন ঋত্বিকৰ প্রয়োজন হয়—হোতা, অধ্বর্যু উদ্গাতা আৰু ব্রহ্মা। হোতাই মন্ত্র পাঠ কৰি দেৱতাৰ আহ্বান কৰে, অধ্বর্যু, আহুত দেৱতাৰ উদ্দেশ্যে মন্ত্র পাঠ কৰি অগ্নিত আহুতি দিয়ে। উদ্গাতাই দেৱতাৰ প্রতিৰ কাৰণে মন্ত্রত সুৰ সংযোগ কৰি গান কৰে আৰু এই তিনিজনৰ কার্য্য ভ্রম-প্রমাদ হৈছে নে নাই ব্রহ্মাই তাকে লক্ষ্য কৰে। এই চাৰিজন ঋত্বিকৰ প্রথম তিনিজনৰ পাঠ্য-মন্ত্রবিলাক মন্ত্রৰাশিৰ মাজৰপৰা পৃথক কৰি তিনিভাগত সংগৃহীত হৈছে। একোটা সংগ্রহৰ ( Compilation ) নাম হ'ল 'সংহিতা'। হোতাৰ পাঠ্য মন্ত্রবিলাক য'ত সংগৃহীত হ'ল তাৰ নাম হ'ল ঋক্-সংহিতা ( হৌত্র বেদ ), অধ্বর্যুৰ পাঠ্য মন্ত্রবোৰ য'ত সংগৃহীত হ'ল তাৰ নাম যজুঃ সংহিতা ( অধ্বর্যবেদ ), উদ্গাতাৰ পাঠ্যমন্ত্রবোৰ য'ত সংগৃহীত হ'ল তাৰ নাম হ'ল সাম সংহিতা ( ঔদ্গাত্র বেদ )। বেদমন্ত্রৰাশি সংহিতাত্রয়ত বিভক্ত হোৱাৰ আগত বেদ অখণ্ড

আছিল। সংহিতাত্ৰয়ত বিভক্ত হৈছে কাৰণেই বেদ তিনিখন হোৱা নাই—এখন বেদৰ তিনি সংহিতা হৈছে মাত্ৰ। মূল কাণ্ড পত্ৰ-পুষ্প-ফলৰূপত এদাল গছৰ বহুত্ব, আকৌ সমগ্ৰভাৱেই ব্ৰহ্মৰূপত একত্বত ভাৱনা কৰা হৈছে।

**মন্ত্ৰ লক্ষণ:** আগতে উল্লেখিত ঋক্, সাম আৰু যজুঃ,—এই সংহিতা তিনিটাই বেদৰ মন্ত্ৰভাগ। জৈমিনিৰ পূৰ্ব্ব মীমাংসা সূত্ৰত ঋক্, সাম আৰু যজুৰ্মন্ত্ৰসমূহৰ লক্ষণ নিৰ্দ্দেশ প্ৰসঙ্গত কোৱা হৈছে যে নিয়তাক্ষৰ, পাদবদ্ধ আৰু গায়ত্ৰ্যাদি ছন্দোবদ্ধ মন্ত্ৰ ঋক্, গীতিযুক্ত ঋক্, সাম আৰু ঋক্ সাম লক্ষণ ব্যতিৰিক্ত মন্ত্ৰ ভাগ হ'ল যজুঃ। ঐতৰেয় ব্ৰাহ্মণে কয় যে ঋষিদৃষ্ট সেই অনাদিনিধনা নিত্যাবাক্ৰ এইবোৰ সকলো বিকাৰ মাত্ৰ—মিতত্ব, স্বৰত্ব আৰু অমিতত্বৰূপ চিহ্নৰদ্বাৰা সেই বাক্‌কেই ঋক্, সাম আৰু যজুঃ ৰূপত চিহ্নিত কৰা হৈছে। ওপৰত লিখিত ত্ৰিবিধ লক্ষণৰপৰা বাক্ৰ ঋগাদি ত্ৰিবিধ ভেদ আৰু ত্ৰিবিধ ভেদৰপৰা ঋগাদি সংহিতাত্ৰয়। সংহিতাত্ৰয়ত বিভক্ত হলেও বেদৰ একত্বৰ হানি হোৱা নাই। ঋক্ সংহিতাৰ নানা মন্ত্ৰ যজুঃ সংহিতাৰ অন্তৰ্ভুক্ত হৈছে আৰু সেই কাৰণে সেইবোৰ যজুৰ্মন্ত্ৰ হৈ যোৱা নাই। আকৌ 'দেবো বঃ সবিতোৎ পুনাতু। অচ্ছিদ্ৰেন পবিত্ৰেণ। বসোঃ সূৰ্যস্য ৰশ্মিভিঃ'—এই ঋক মন্ত্ৰটি ঋক্ সংহিতাত নাই, কিন্তু যজুঃ সংহিতাত আছে। ঋক্ সংহিতাত নাই বুলি ই ঋক্ নহয়, আৰু যজুঃ সংহিতাত আছে বুলি ই যজুৰ্মন্ত্ৰ—ইয়াক কোৱাৰ উপায় নাই। তৈত্তিৰীয় ব্ৰাহ্মণ 'সবিত্ৰিয়ৰ্চা' পদৰদ্বাৰা ইয়াক ঋক্ বুলি স্বীকাৰ কৰিছে।

**অথৰ্ব বেদ:** মীমাংসা শাস্ত্ৰত বা অন্যান্য বিষয়ত অথৰ্ব বেদৰ পৃথক লক্ষণ নিৰ্দিষ্ট হোৱা নাই। ঋগাদিমন্ত্ৰৰ লক্ষণৰপৰা কোৱা হৈছে যে যি গীতিযুক্ত নহয় আৰু য'ত ঋক্ আৰু যজুঃ এই দ্বিবিধ মন্ত্ৰ দৃষ্ট হয় সেই সংহিতাই অথৰ্ব সংহিতা। বেদক যে 'ত্ৰয়ী' বোলা হয় সেই সংহিতাৰ সংখ্যানুসাৰে নহয়। মিতত্ব, অমিতত্ব আৰু

স্বৰূপ ৰূপ যে ত্ৰিবিধ লক্ষণৰ ওপৰত নিৰ্ভৰ কৰি মন্ত্ৰৰাশিক ঋগাদি ত্ৰিবিধ শ্ৰেণীত বিভক্ত কৰা হৈছে, বেদ মন্ত্ৰৰ সেই ত্ৰিবিধ লক্ষণানুসাৰেই বেদক 'ত্ৰয়ী' কোৱা হৈছে। সংহিতা হিচাপে অথৰ্ব বেদ পৃথক হলেও, ইয়াত ঋক্, যজুঃ আৰু সাম ত্ৰিবিধ মন্ত্ৰই স্থান পালে। সেইফালৰপৰা ই সংহিতাত্ৰয়ীৰ বহিৰ্ভূত নহয়। কিন্তু মন্ত্ৰৰ প্ৰকৃতি অনুসাৰে যেতিয়া তিনিওখন বেদৰ নাম স্থিৰ হৈ যায় তেতিয়া চতুৰ্থ বেদৰ পৰিচয় হ'ল অন্যৰূপ—অথৰ্বা ঋষিৰ সম্পৰ্ক-বোধক অথৰ্ববেদ। তাৰ বিশেষ কোনো লক্ষণ নাই। 'ত্ৰয়ী' শব্দৰ অৰ্থ 'ত্ৰিবিধ-লক্ষণান্বিত মন্ত্ৰসমষ্টি'।

**বৈদিক সাহিত্য :** মন্ত্ৰ আৰু সাহিত্য ভাগৰ পৰিচয় দিয়া হ'ল। এই চাৰিটি সংহিতাৰ প্ৰত্যেকটিৰ ব্ৰাহ্মণ ভাগ আছে। 'বেদ' বুলিলে সংহিতা আৰু ব্ৰাহ্মণ উভয়কেই বুজা যায়। কিন্তু 'বৈদিক সাহিত্য' শব্দৰ ব্যাপকতা আৰু বেছি। ব্ৰাহ্মণ সাহিত্যৰ পিচত 'উপনিষদ' আৰু 'আৰণ্যক' নামে আৰু দুই প্ৰকাৰৰ সাহিত্যৰ সৃষ্টি হয়। বেদৰ কৰ্মকাণ্ডৰ প্ৰভাৱ সমাজত কালক্ৰমত শিথিল হৈ পৰাত উপনিষদে হিন্দুসকলৰ ওচৰত বেদৰ স্থান অধিকাৰ কৰে। পিচৰ কালত এই উপনিষদকেই ভিত্তি কৰি ভাৰত-ভূমিত হিন্দু মনীষাৰ চৰম উৎকৰ্ষই ষড়দৰ্শন ৰূপত আত্মপ্ৰকাশ কৰি আছে। উপনিষদৰ সমসাময়িক হ'ল 'আৰণ্যক' সাহিত্য। তাৰ কিছুদিন পিচত শ্ৰৌত যাগ-যজ্ঞৰ নিয়ম-কানুনক উপজীব্য কৰি 'কল্পসূত্ৰ' নামে এক শ্ৰেণীৰ সাহিত্যৰ জন্ম হয়। বৈদিক আৰু বৈদিকোত্তৰ সাহিত্যৰ মাজত এই সূত্ৰবিলাকেই যোগসূত্ৰ। এইবিলাকো ব্ৰাহ্মণ সাহিত্যৰ নিচিনা যাগ-যজ্ঞৰ নিয়ম লৈ ৰচিত। তথাপি ব্ৰাহ্মণ আৰু কল্পসূত্ৰ বিলাকৰ মাজত পাৰ্থক্য এই যে ব্ৰাহ্মণবিলাকে যজ্ঞৰ কথা কবলৈ গৈ নানা অবান্তৰ বা অপ্ৰাসঙ্গিক কথা কোৱা নাই, কেৱল যি প্ৰয়োজন সেইবিলাক ইমান সংক্ষেপে কবলৈ চেষ্টা কৰিছে য'ত তাৰ বক্তব্যও পৰিষ্কাৰ হোৱা নাই। যেনেকৈ অতিৰিক্ত বিশদী-

কৰণ ব্ৰাহ্মণ সাহিত্যৰ বৈশিষ্ট্য, অতিৰিক্ত সংক্ষেপীকৰণো সূত্ৰ সাহিত্যৰ বৈশিষ্ট্য। অৱশ্যে যজ্ঞানুষ্ঠানে যেতিয়া সমাজত প্ৰৱল প্ৰতাপত ৰাজত্ব কৰিছিল তেতিয়া এই সূত্ৰবিলাক বুজিবৰ অসুবিধা হোৱা নাছিল, কিন্তু পিচৰ কালত ক্ৰমশঃ ইয়াৰ দুৰ্বোধ্য আৰু ঠায়ে ঠায়ে অবোধ্যও হৈ পৰিছে। ই দুই ভাগত বিভক্ত—শ্ৰৌত সূত্ৰ আৰু গৃহ্য সূত্ৰ। প্ৰথমটোত বেদোক্ত যাগ-যজ্ঞাদিৰ আৰু দ্বিতীয়টোত গৃহস্থৰ দৈনন্দিন জীৱনত অনুষ্ঠেয় সংস্কাৰবিলাকৰ বিশদ আলোচনা আছে। ইয়াৰ পিচত 'বেদাঙ্গ'। ইয়াৰ সংখ্যা হ'ল ছয়টা—শিক্ষা, কল্প, ব্যাকৰণ, ছন্দ, নিৰুক্ত আৰু জ্যোতিষ। সেয়েহে শ্লোক আকাৰত কোৱা হৈছে—

"শিক্ষা ব্যাকৰণং ছন্দো নিৰুক্ত জ্যোতিষ তথা।
কল্পশ্চেতি ষড়ঙ্গানি বেদস্থাহুৰ্মনীষিণঃ॥"

ই বেদৰ ছয়টি অংশ, বেদজ্ঞানৰ পক্ষে ই অপৰিহাৰ্য্য। সংহিতাৰ মন্ত্ৰবিলাক যাতে অবিকৃত অৱস্থাত ৰক্ষিত হয় তাৰ উদ্দেশ্যে একে প্ৰকাৰৰ মন্ত্ৰৰ পদবিলাক পৃথক পৃথক ভাবত পাঠ কৰি 'পদপাঠ' আৰু একোটা পদক আৰু একোটা পদৰ সৈতে সুনিৰ্দিষ্ট নিয়মত সংযুক্ত কৰি আৰু আঠটা বিকৃতি পাঠৰ জন্ম হয়। এইবিলাকৰ নাম জটা পাঠ, মালা পাঠ, শিখা পাঠ, ৰেখা পাঠ, ধ্বজ পাঠ, দন্দ পাঠ, ৰথ পাঠ আৰু ঘন পাঠ। প্ৰত্যেকটি সংহিতাৰ একোখনকৈ 'অনুক্ৰমণী' গ্ৰন্থ আছে। এইবিলাকত সেই সেই সংহিতাৰ মন্ত্ৰবিলাকৰ দেৱতা, ছন্দ, ঋষি আৰু যজ্ঞত বিনিয়োগ লিপিবদ্ধ আছে। সংহিতা, ব্ৰাহ্মণ, উপনিষদ, আৰণ্যক, কল্পসূত্ৰ, বেদাঙ্গ, পদপাঠ, অষ্টবিকৃতি পাঠ আৰু অনুক্ৰমনী—এই বিলাক সাহিত্য লৈ সুবিলাক বৈদিক সাহিত্যৰ পটভূমি।

**বেদৰ কাল :** ঋক্ মন্ত্ৰবিলাক ক'ত প্ৰথম দৃষ্ট ( ৰচিত ) হয় আৰু তাৰ কিমান দিন পিচত প্ৰথম লিপিবদ্ধ হয় সেইটো কোৱা অসম্ভৱ। আগতে বৈদিক সাহিত্যৰ যি স্তৰবিন্যাস কৰা হ'ল

সেইবোৰৰ একোটা স্তৰৰপৰা আৰু একোটা স্তৰৰ মাজত সময়ৰ ব্যৱধান কিমান তাক নির্ণয় কৰা কঠিন। Maxmullerয়ে কয় খৃঃ পূঃ ১০০০ শতাব্দিৰ আগতে ঋক্‌বেদৰ ৰচনা সম্পন্ন হৈছিল। আকৌ Tilak-ৰ মতে খৃঃ পূঃ ৬০০০ শতাব্দিত ঋক্‌বেদৰ আবির্ভাৱ কাল। Jakobi-ৰ মতে খৃঃ পূঃ ৪৫০৪ শতাব্দি। Maxmuller কয়, পৃথিবীত এনে কোনো শক্তি নাই যিয়ে ঋক্ বেদৰ কাল সঠিকভাৱে নির্ণয় কৰিব পাৰে। Wintunitz শেষ পর্যন্ত সিদ্ধান্ত কৰে খৃঃ পূঃ ২০০০ বা ২৫০০ বছৰ আগতে বেদ প্ৰথম ৰচিত হয় আৰু খৃঃ পূঃ ৭৫০-৫০০ বছৰৰ মাজত বৈদিক সাহিত্যৰ স্তৰ সম্পূর্ণ হৈ যায়।

**শাখা:** বৈদিক মন্ত্ৰবিলাক কিমান দিন ধৰি মানবশ্ৰুতিত বিধৃত আছিল আৰু বংশপৰম্পৰাত যে চলি আহিছিল সেইটো নির্ণয় কৰা কঠিন। এই সুদীর্ঘ কালৰ মাজত মুখে মুখেই মন্ত্ৰ-বিলাকৰ কিছু কিছু আঙ্গিক আৰু বিন্যাসক্ৰমৰ পৰিবর্তন সাধিত হৈছিল। কিন্তু উত্তৰ কালত দেখা গ'ল এটি শিষ্য ধাৰাত বিধৃত মন্ত্ৰৰাশিৰপৰা। অইন শিষ্য ধাৰাত বিধৃত মন্ত্ৰৰাশি কিছু পৃথক হৈ পৰিছে। এই পাৰ্থক্য ভাষাগত আৰু বিন্যাসগত। এই পাৰ্থক্যৰ কাৰণে একে বেদৰ বিভিন্ন শাখাৰ সৃষ্টি হ'ল। ঋক্‌বেদৰ দুটা শাখা হয়—শাকল আৰু বাস্কল। এতিয়া ঋক্‌বেদ বুলিলে শাকল শাখাকেই বুজা যায়; বাস্কল শাখা পোৱা নাযায়। শাকল শাখাত ১০১৭টা সূক্ত আছে। ইয়াক বাদে ৩৬টা খিলসূক্ত আৰু অষ্টম মণ্ডলৰ মাজ ভাগত ১১টা বালখিল্য সূক্তইও স্থান পাইছে। খিলসূক্তবিলাক বাস্কল শাখাৰ অন্তৰ্গত আৰু বালখিল্যসূক্তবিলাক অনুমান 'বালখিল্য' নামক ঋক্ বেদৰেই কোনো তৃতীয় শাখাৰ অন্তৰ্গত আছিল। একোটা শাখাৰপৰা একোটা শাখাৰ মন্ত্ৰ-ৰাশিৰ পাৰ্থক্য ভাষা আৰু বিন্যাসক্ৰমেই নহয়, ব্যাখ্যাগতও হয়। একে মন্ত্ৰ বিভিন্ন শাখাত বিভিন্নভাৱে ব্যাখ্যা কৰা হৈছে

আৰু সেই সুদূৰ অতীতত বিভিন্ন ব্যাখ্যাতৃ সম্প্রদায়ৰ অস্তিত্ব আছিল।

**অঙ্গসজ্জা:** সমগ্ৰ ঋক্‌বেদক ১০টা মণ্ডলত ভাগ কৰা হৈছে। দ্বিতীয়ৰপৰা সপ্তম পৰ্যন্ত ছয়টি মণ্ডলক 'গোষ্ঠী-মণ্ডল' বোলা হয়। কাৰণ ইয়াৰ প্ৰত্যেকটিৰ অন্তৰ্গত মন্ত্ৰবিলাক একোটা একোটা বিশেষ ঋষি পৰিয়ালতেই ৰচিত হৈছিল। এই ছয়টি মণ্ডলৰ মন্ত্ৰ-বিলাক যথাক্ৰমে—গৃৎসমদ, বিশ্বমিত্ৰ, বামদেৱ, অত্ৰি, ভৰদ্বাজ আৰু বশিষ্ঠ—এই ছয়জন ঋষি তেওঁলোকৰ বংশধৰবিলাকৰ দ্বাৰা ৰচিত হৈছিল। অষ্টম মণ্ডলক 'প্ৰগাথ-মণ্ডল' বোলা হয়। কাৰণ ইয়াৰ মন্ত্ৰবিলাক 'প্ৰগাথ' নামক এটি বিশেষ মিশ্ৰ ছন্দত ৰচিত। এটা সময়ত বহুতে অনুমান কৰে যে অষ্টম মণ্ডলতেই ঋক্‌বেদ সম্পূৰ্ণ হৈছিল আৰু সেই সময়তেই বালখিল্য সূক্তবিলাকে সেই শেষ মণ্ডলৰ লগতে সংলগ্ন কৰি দিয়া হৈছিল। নৱম মণ্ডলৰ মন্ত্ৰবিলাক পৱমান সোমৰ উদ্দেশ্যে ৰচিত। অন্যান্য মণ্ডলবিলাকত পৱমান-সোমৰ উদ্দেশ্যত ৰচিত যিবিলাক মন্ত্ৰ আছিল সেইবিলাক এসময়ত পৃথক কৰি বাছি লৈ এই মণ্ডলটোৰ সৃষ্টি হয়।

যাগৰ মাজত সোমযাগ হ'ল প্ৰধান আৰু নৱম মণ্ডলৰ মন্ত্ৰ-বিলাক সোমযাগত প্ৰযুক্ত হৈছিল। সমগ্ৰ বেদত মন্ত্ৰবিলাক ইফালে সিফালে বিয়পি থাকিলে ঋত্বিকৰ অসুবিধা হয়। সেই অসুবিধা নিবাৰকৰণৰ কাৰণে হয়তো তেওঁলোকে মন্ত্ৰবিলাক বাছি এটা মণ্ডলত পৃথকভাৱে সংকলন কৰিছিল। মণ্ডল হিচাপে নৱম মণ্ডল অন্যান্য মণ্ডলতকৈ পৰৱৰ্তী কালৰ। সেইবুলি মন্ত্ৰবিলাক পৰৱৰ্তী কালৰ নহয়। দশম মণ্ডলত থকা মন্ত্ৰবিলাকৰ ভাষা পূৰ্ববৰ্তী মন্ত্ৰবিলাকৰ ভাষাৰপৰা কিছু পৃথক আৰু ভাষাতত্ত্ববিদসকলে কয় যে সৰ্বাধিক পৰৱৰ্তী কালতেই এই মণ্ডলটো সংযোজিত হৈছিল।

**মন্ত্ৰবিলাকৰ বিন্যাসৰীতি:** ঋক্‌বেদৰ মন্ত্ৰবিলাকৰ বিন্যাসক্ৰমত একোটা সুপৰিকল্পিত নীতি অনুসৃত হৈছে। এই নীতিৰ মূলকথা

হ'ল দেৱতা, ছন্দ আৰু সূক্তগত মন্ত্ৰবিলাকৰ সংখ্যা। প্ৰত্যেক গোষ্ঠী-মণ্ডলত প্ৰথমেই অগ্নিৰ আৰু তাৰ পিচত ইন্দ্ৰৰ সূক্তবিলাকে স্থান পাইছে। ইন্দ্ৰই ঋগবেদৰ দেৱতাবিলাকৰ মাজত শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিলেও, যজ্ঞৰ ফালেদি ইন্দ্ৰতকৈ অগ্নিৰ প্ৰয়োজন আছিল বেছি। সেই কাৰণেই অগ্নিৰ সূক্তবিলাকে প্ৰথমে স্থান পাইছে। এই অনুমান যদি সত্য হয়; তেন্তে এই কথাও কব পাৰি যে সংহিতাৰ সংকলনবিলাক যজ্ঞৰ প্ৰতি দৃষ্টি ৰাখি মন্ত্ৰ-বিলাকত বিন্যস্ত কৰিছিল। ইন্দ্ৰসূক্তৰ পিচত অন্যান্য দেৱতাৰ সূক্তবিলাকক এটা এটা পৃথক শ্ৰেণীত ভাগ কৰি যি শ্ৰেণীত সূক্ত সংখ্যা যিমান বেছি সেই শ্ৰেণীৰ সূক্তবিলাকক সেই অনুসাৰে স্থান দিয়া হৈছে। যেতিয়া কিছুমান শ্ৰেণীৰ সূক্তসংখ্যা একেই হৈছে তেতিয়া সিহঁতৰ মাজত যাৰ প্ৰথম সূক্তৰ মন্ত্ৰৰ সংখ্যা বেছি সেই শ্ৰেণীৰ সূক্তবিলাকেই আগতে স্থান পায়। য'ত কিছুমান দেৱতাৰ উদ্দেশ্যে মাত্ৰ একোটা কৰি সূক্ত আছে তাত মন্ত্ৰসংখ্যা অনুসাৰে সেইবিলাকক ৰখা হৈছে আৰু এইবিলাকে স্থান পাইছে মণ্ডলৰ সৰ্বশেষত। অষ্টম মণ্ডলৰ অন্তৰ্গত সূক্তবিলাকৰ বিন্যাসক্ৰমে স্বতন্ত্ৰ নীতি অবলম্বিত হোৱা দেখা যায়। সূক্তবিলাক প্ৰথমে ৰচয়িতা ঋষি অনুসাৰে বিভিন্ন শ্ৰেণীত বিভক্ত কৰা হৈছে। পিচত প্ৰত্যেক ঋষিৰ সূক্তবিলাক দেৱতা অনুসাৰে স্বতন্ত্ৰ শ্ৰেণীত বিভক্ত কৰা হৈছে। যি শ্ৰেণীত প্ৰথম সূক্তৰ মন্ত্ৰ সংখ্যা সৰ্বাধিক সেই শ্ৰেণী প্ৰথমে আৰু তাৰ পিচত প্ৰথম সূক্তৰ মন্ত্ৰ সংখ্যা অনুসাৰে অন্যান্য শ্ৰেণীৰ মন্ত্ৰবিলাক বিন্যস্ত হৈছে। অষ্টম ছন্দৰপৰা অনুমান কৰিব পাৰি যে সেইবোৰ কেৱল পৰবৰ্তী সময়তে সংযোজিত হোৱা নাই, সেইবোৰৰ বিন্যাসকাৰীও স্বতন্ত্ৰ ব্যক্তি আছিল।

**ভাষা আৰু ভাব ঃ** ঋগবেদৰ ভাষাত কিছু লক্ষণীয় বৈশিষ্ট্য সহজেই চকুত পৰে। মন্ত্ৰ ৰচনাত ঋত্বিক সম্প্ৰদায়ে প্ৰধান অংশ গ্ৰহণ কৰাত মন্ত্ৰৰ ভাষাত কৃত্ৰিমতা পৰিলক্ষিত হয়। ৰচনভঙ্গীৰ

এই কৃত্রিমতা সত্বেও বলিষ্ঠ ভাব প্রকাশ কৰো ব্যাহত নহয়। তাৰ কাৰণ, ঋগবেদৰ ঋষিসকলে একোটা পদৰ মাজত একো একোটা সম্পূর্ণ ভাব প্রকাশ কৰিবলৈ চেষ্টা কৰে। সংক্ষিপ্ত পৰিসৰৰ মাজত প্রত্যেকটো শব্দকে ভাবোচ্ছল নকৰিলে ই সম্ভব নহয়। নিয়মিত পৰিসৰৰ মাজত একোটা সম্পূর্ণ ভাব গাঁথিবলৈ কম দক্ষতাৰ প্রয়োজন নহয় জানো? এনেকুৱা ৰচনা সকলো সময়তে সকলোৰে দ্বাৰা সম্ভৱো নহয়। এই কাৰণেই বোধহয় পিচৰ যুগৰ ঋষিবিলাকে প্রাচীন ঋষিবিলাকৰ ৰচিত মন্ত্রাংশ সুবিধা মতে অনেক সময়ত হুবহু নিজৰ মন্ত্রযোগ দিছে, কষ্ট কৰি নতুন ৰচনাৰ খেলি মেলি ভোগ কৰা নাই। বস্তুতঃ ঋগবেদৰ যুগত পাদবদ্ধ মন্ত্র ৰচনা কৰা একোটা বিশেষ অসুবিধাত পৰি গৈছে। 'শ্লোককৃৎ', 'মন্ত্রকৃৎ', 'কাৰু' প্রভৃতি শব্দ তাৰ পৰিচায়ক। মন্ত্র ৰচনা গৃহীত হোৱাত এক শ্রেণীৰ লোক এই বিদ্যাত বিশেষ পাৰদর্শী হৈছিল। কিন্তু কবিতা আৰু কাব্য একে বস্তু নহয়। কাব্য হ'ল কবি-হৃদয়ৰ অনুভূতি আৰু সংবেদনৰ ছন্দোময় ৰূপগ্রহ— ভাষাৰ ডেউকাত ভৰ দি ভাবৰ কল্পলোকত পৰিপূর্ণ আত্মঅৱ-গাহন। ভৰিত সূতা বান্ধি চৰাইক আকাশত এৰি দি চাব পাৰি।

ঋগবেদৰ মন্ত্রবিলাক প্রধানত দুই শ্রেণীৰ—(ক) স্তুতি আৰু (খ) প্রার্থনা। প্রথম শ্রেণীৰ মন্ত্রত দেৱতাৰ নাম, ৰূপ আৰু ক্রিয়াৰ উল্লেখ কৰি তাৰ স্তব কৰা হৈছে, আৰু দ্বিতীয় শ্রেণীৰ মন্ত্রত দেৱতাৰ ওচৰত বর্ম, আয়ুস, ধন, পুত্র প্রভৃতিৰ কামনা জনোৱা হৈছে। প্রধানকৈ কিন্তু এই দুই শ্রেণীৰ মন্ত্রৰ মাজত কোনো ভেদ নাই, কাৰণ যাৰ স্তব কৰা হৈছে, শেষ পর্য্যন্ত তাৰ ওপৰত কিছু দৃষ্টি নিক্ষেপ কৰা হৈছে। মন্ত্র দর্শনৰ মূল হ'ল ঋষিসকলৰ মনৰ নানা ৰকম অভিপ্রায়। বিভিন্ন অভিপ্রায়ৰ দ্বাৰা প্রণোদিত হৈ ঋষিসকলে বিভিন্ন মন্ত্র দর্শন কৰিছিল; গতিকে অভিপ্রায়ৰ বৈবিধ্য অনুসাৰেই মন্ত্ৰৰো বিষয়বস্তু বিবিধ হৈছে বা বিবিধ বিষয়ক মন্ত্র

ৰচিত হৈছে। কোনো ৰজাই কোনো ঋষিক প্ৰচুৰ ধন দান কৰিছে। ঋষিয়ে সেই ৰজাৰ স্তুতি কৰিছে, আকৌ কেতিয়াবা সেই দানৰ প্ৰশংসা কৰিছে। প্ৰথম ক্ষেত্ৰৰ 'মন্ত্ৰবিলাক নাৰাশংসী', দ্বিতীয় ক্ষেত্ৰত সেইবোৰ 'দানস্তুতি'। এটা বিশেষ উদ্দেশ্যৰ ক্ষেত্ৰত ৰচিত হোৱাৰ ফলত ৰচনাৰ স্বচ্ছন্দতা বহুলাংশত নষ্ট হৈ গৈছে আৰু সেই কাৰণেই কাব্য সৌন্দৰ্য্য অধিকাংশ ক্ষেত্ৰত অহা নাই। তথাপি য'ত কোনো প্ৰাকৃতিক শক্তি মন্ত্ৰৰ বৰ্ণনাৰ বিষয়, তাত ঋষিবিলাকে যি কাব্য সৌন্দৰ্য্যৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল সি পৃথিবীৰ কাব্যৰ কুলপঞ্জীত প্ৰথম স্থান গ্ৰহণ কৰিলেও বিস্ময়ৰ কথা নহয়। উষা, ৰাত্ৰি প্ৰভৃতিৰ সূক্ত ইয়াৰ উদাহৰণ। আকৌ এনে সূক্তও আছে য'ত ঋষিসকলৰ অতি উচ্চ শ্ৰেণীৰ দাৰ্শনিক দৃষ্টিভঙ্গীৰ পৰিচয় পোৱা যায়। একেশ্বৰ বাদৰ সুষ্ঠ আৰু বলিষ্ঠ অভিব্যক্তি হৈছে এই ঋগবেদ।

**ঋষি, ছন্দ, দেৱতাঃ** বেদমন্ত্ৰ অপৌৰুষেয়, অৰ্থাৎ মানৱৰ বাগ্‌বুদ্ধ্যাদি ইন্দ্ৰিয়ৰ দ্বাৰা ই ৰচিত নহয়। বেদক পৰব্ৰহ্মৰ নিঃশ্বসিত বুলি কোৱা হৈছে। চতুৰ্মুখো বেদকৰ্তা নহয়, বেদমৰ্তা মাত্ৰ। অনাদি নিধনা স্বৰ্গীয়া বাক্ স্বয়ম্ভূৰূপৰা উৎসৃষ্টা। সেইবাবে তাতে অৱস্থান কৰিছিল। পুনৰায় অকৃতিলৈ এদিন কিছুমান মানুহে জানিবলৈ ইচ্ছা কৰিলে সেই বাক্‌ৰ স্বৰূপতাৰ স্থান। তপস্যা আচৰণ কৰিলে তেওঁলোকে, তেওঁলোকৰ জ্ঞানত প্ৰতিভাত হ'ল বাক্‌ৰ স্বৰূপ আৰু স্থান। তেওঁলোকে জানিলে যে ব্ৰহ্মাই সেই বাক্‌ৰ পৰম স্থান। ই মন্ত্ৰদৰ্শন। যিসকলে দৰ্শন কৰিলে তেওঁ-লোকেই ঋষি। যি-তত্ত্ব ঋষিৰ দিব্য দৃষ্টিত উদ্ঘাটিত হ'ল, মন্ত্ৰৰ পিচত ৰচনা কৰি ঋষিয়ে সেই তত্ত্বক প্ৰচাৰ কৰিলে; সেই মন্ত্ৰ সমষ্টিৰ নাম "সূক্ত"। একোটা সূক্তত ঋষিয়ে যি বিষয়ৰ সম্বন্ধে কৈছে সেই বিষয়টো সেই সূক্তৰ 'দেৱতা'। যি সূক্তত ইন্দ্ৰৰ সম্বন্ধে কোৱা হৈছিল, সেই সূক্তৰ দেৱতা ইন্দ্ৰ, যি সূক্তত অশ্বৰ

সম্বন্ধে কোৱা হৈছিল, তাৰ দেৱতা অশ্ব। যি সূক্তত ঋষিয়ে নিজৰ সম্বন্ধে কৈছিল, সেই সূক্তৰ দেৱতা আৰু ঋষি তেওঁ নিজেই। মন্ত্ৰৰ অক্ষৰ পৰিমাণক বোলা হয় ছন্দ। প্ৰতি সূক্তৰ ঋষি, ছন্দ আৰু দেৱতা আছে আৰু বেদমন্ত্ৰ পাঠ কৰাৰ পূৰ্বে মন্ত্ৰৰ ঋষি, ছন্দ আৰু দেৱতা জানিব লাগিব। নজনাকৈ যি জনে পাঠ কৰে তাক **'মন্ত্ৰ কণ্টক'** বোলা হয়।

**বৈদিক দেৱতাঃ** যস্কই স্থানভেদে তিনিজন দেৱতাৰ কথা কৈছে—অগ্নি, বায়ু বা ইন্দ্ৰ, সূৰ্য। অগ্নি হ'ল পৃথিবী স্থানগত, বায়ু বা ইন্দ্ৰ হ'ল অন্তৰীক্ষস্থানগত, সূৰ্য হ'ল দ্যুস্থ্যানগত। অন্যান্য যিসকল দেৱতাৰ নাম ঋগ্ বেদত পোৱা যায় সেই সকলেই এই তিনিজন দেৱতাৰ নামভেদ মাত্ৰ। এজন দেৱতাৰ যি বহু নাম হয় তাৰ কাৰণ হ'ল সেই দেৱতাৰ কৰ্মভেদ আৰু নামভেদে দেৱতাৰ বিভূতিৰ পৰিচায়ক। অগ্নি, ইন্দ্ৰ আৰু সূৰ্যক প্ৰধান দেৱতা ধৰি শৌনকে তেওঁলোকৰ কৰ্মভেদ অনুসাৰে বিভিন্ন নাম দিছে। কৰ্মভেদে এজন অগ্নিৰ পাঁচটা নাম, ইন্দ্ৰ বা বায়ুৰ ২৬টি নাম আৰু সূৰ্যৰ ৭টা নাম আছে। এটা ইন্দ্ৰৰ বিভিন্ন কৰ্ম অনুসাৰে ২৬টা নাম হৈছে বুলি বৈদিক ঋষিসকলে ২৬টি পৃথক দেৱতাক স্বীকাৰ কৰা নাই। ঋগবেদত পৃথিবী অন্তৰীক্ষ আৰু দ্যুলোকৰ প্ৰত্যেকটো স্থানত ১১টা কৰি দেৱতাৰ কথাও কোৱা হৈছে। ব্ৰাহ্মণ সাহিত্যত ইয়াৰ ফলত তিনজন দেৱতাৰ স্থলত ৩৩জন দেৱতাৰ উল্লেখ দেখা যায়। একোটা মন্ত্ৰত দেৱতাৰ সংখ্যা ৩৩৩৯ জন বুলি উল্লিখিত হৈছে। এইবোৰৰপৰা হঠাৎ মনত হয় ঋগবেদৰ ঋষিসকলে বুজাপৰাত বিশ্বাসী আছিল। কিন্তু প্ৰকৃততে সি নহয়। ঋগবেদৰ ঋষিসকলে এক ঈশ্বৰ সম্বন্ধে সচেতন আছিল আৰু সকলো দেৱতাক সেই একেই বিভিন্ন প্ৰকাশৰূপত কল্পনা কৰিছে। সেই একত্ত তেওঁলোকৰ 'প্ৰজাপতি', 'হিৰণ্যগৰ্ভ', ক, 'পুৰুষ' প্ৰভৃতি নামে অভিহিত কৰিছে। বহ্বীশ্বৰবাদ ঋগবেদৰ আপাত

প্ৰতিভি মাত্ৰ। বহুদেৱতাৰ ওপৰত সৰ্বাধ্যক্ষ আৰু পৰমব্যোমত স্বমহিমাত সমাসীন এজনৰ কথাত ঋষিসকলে কেতিয়াও বিস্মৃতি নহয়। সেই একজনেই হ'ল সমগ্ৰ সৃষ্টিৰ কাৰণ, তাতেই সমস্ত সৃষ্টি বিধৃত।

ঋগবেদৰ মন্ত্ৰবিলাকৰ মাজত যি ধৰ্মৰ কথা কোৱা হৈছে তাক এইদৰে ভাবিলে ভুল হব। মনুষ্যজাতিৰ প্ৰাচীনতম লিখিত সাহিত্য এই ঋগবেদ যি কোনো সময়ৰ ইতিহাস ৰচনাৰ পক্ষে সেই কালৰ সাহিত্য অপৰিহাৰ্য। মানবজাতিৰ প্ৰথম ইতিহাস ৰচনাত সেই ঋগবেদৰ দান অসামান্য। সেই সময়ৰ সামাজিক অৱস্থা, আচাৰ ব্যবহাৰ, পোষাক-পৰিচ্ছদ শিক্ষা-প্ৰণালী, শাসনতন্ত্ৰ, দেশৰ ভৌগোলিক তথ্য, খাদ্য-পানীয়, আমোদ-প্ৰমোদ প্ৰভৃতি সকলো বিষয়ৰ বহুল তথ্য এই ঋগবেদতেই পোৱা যায়।

**ঋগবেদ ধৰ্মনিৰপেক্ষ মন্ত্ৰ :** ধৰ্মনিৰপেক্ষ ঋগ মন্ত্ৰবিলাকৰ ঐতিহাসিক মূল্য আছে। ভাৰতবৰ্ষৰ প্ৰাচীনতম চিন্তাধাৰা আৰু সভ্যতাক জানিবৰ কাৰণে এইবিলাক অপৰিহাৰ্য্য। উদাহৰণ হিচাবে ঋগবেদত ১০·৮৫ সূক্তৰ উল্লেখ কৰিব পৰা যায়। সূৰ্য্যৰ কন্যা সূৰ্য্যাৰে সৈতে সোমৰ বিবাহ ইয়াৰ প্ৰতিপাদ্য। প্ৰাচীন ভাৰতত বিবাহ পদ্ধতি আৰু তাত বৰ-কন্যাৰ স্থান সম্বন্ধে জানিবৰ কাৰণে এই সূক্তটি সহায়ক। ঋগবেদৰ যুগত অন্ত্যেষ্টি ক্ৰিয়া কিভাবে সম্পন্ন কৰা হয় তাক ঋগবেদৰ কিছুমান সূক্তৰপৰা জনা যায়।

ব্ৰাহ্মণ সাহিত্যৰ অৰ্থবাদ অংশত আমি আখ্যান আৰু উপখ্যানৰ প্ৰথমৰূপ দেখিবলৈ পাওঁ। আৰু তাৰ পিচত 'পুৰাণ' নামক সাহিত্যৰ ক্ষেত্ৰত এটা স্বতন্ত্ৰ স্থান কৰিছে। পৌৰাণিক উপাখ্যান-বিলাকৰ বীজো ঋগবেদত। ঋগবেদৰ সংবাদ সূক্তবিলাকৰ ( dialogue-hymns ) মাজত এটা বীজ নিহিত আছে। ঋগ-বেদৰ ১০·৯৫ সূক্ত উৰ্বশী আৰু পুৰুৰবাৰ কথোপকথন। পৃথিবীৰ

অধিপতি পুৰুৰবাৰ সৈতে স্বৰ্গৰ অপ্সৰাসকলে গোটেই বছৰ বাস কৰাৰ পিচত যেতিয়া স্বামীক পৰিত্যাগ কৰিবলৈ চাইছিল তেতিয়া পৰুৰবা আৰু উৰ্বশীৰ মাজত যি কথাবাৰ্ত্তা হৈছিল সেইখিনি ওঠৰোটি মন্ত্ৰত পোৱা যায়। শতপথ ব্ৰাহ্মণত ( ১১.৫১ ), হৰি-বংশত, বিষ্ণুপুৰাণত, কথাসৰিৎসাগৰত আৰু শেষ পৰ্য্যন্ত কালিদাসৰ বিক্ৰমোৰ্বশীত সেই একে কথা নানা ভাবত কোৱা হৈছে। যম আৰু তেওঁৰ ভগ্নী যমীৰ মাজত ঘটা কথোপকথনক উপজীব্য কৰি আৰু এটা সূক্ত হ'ল ঋগবেদ ১০.১০। এই সকল সূক্তৰ মাজত এটা নাট্যৰূপ আছে আৰু বহুতে ভাবে যে পৰৱৰ্ত্তী কালৰ নাট্য সাহিত্যৰ প্ৰথম বিকাশ এইবিলাকৰ মাজত দেখা যায়।

নীতি প্ৰতিপাদক কিছুমান মুক্ত ( didactic chymns ) এই প্ৰসঙ্গত উল্লেখযোগ্য। ঋগবেদৰ ১০'৩৪ 'সূক্তত জুৱাখেলাত সৰ্বস্বান্ত জুৱাৰীৰ অনুতপ্ত হৃদয়ৰ গ্লানি প্ৰকাশ পাইছে, ঋগবেদ ৯'১১২ ; ১০, ৭১ ; ১০, ১১৭ এই শ্ৰেণীৰ সূক্তৰ অন্তৰ্ভূক্ত।

ঋগবেদৰ কিছুমান সূক্ত অনেক হেয়ালী ( riddle ) ধৰণৰ। ঋগবেদত ৮'২৯ সূক্তত নাম উল্লেখ নকৰি নানা দেৱতাৰ বৰ্ণনা কৰা হৈছে। ঋগবেদ ১'১৬৪ সূক্তত ৫২টা মন্ত্ৰ আছে আৰু ইয়াৰ প্ৰত্যেকটি মন্ত্ৰ ৰহস্যাবৃত। সৃষ্টিৰ উদ্ভৱ আৰু সৃষ্টিৰ প্ৰক্ৰিয়াক বিষয় বস্তুৰূপে গ্ৰহণ কৰি যিবিলাক সূক্ত ৰচিত হৈছে (cosmogonic hymns) তাৰ মাজত ১০'১২৯ সূক্তটো সকলোতকৈ উল্লেখযোগ্য। ইয়াৰ বাদেও ঋগবেদ ১০'৭২ ; ১০'৯০ ; ১০'১২১ এই শ্ৰেণীৰ অন্তৰ্ভূক্ত।

ধনী ৰজাসকলৰ যজ্ঞত ঋত্বিকৰ কাৰ্য্য সম্পন্ন কৰি ঋষিসকলে প্ৰচুৰ ধনদক্ষিণা পাইছিল। ধনী যজমানৰ দাক্ষিণ্যত তুষ্ট হৈ ঋষিসকলে সেই সকল দানৰ প্ৰশংসা কৰিছিল, দাতাৰো প্ৰশংসা কৰিছিল। যিবোৰ সূক্তত মুখ্যতঃ দাতাৰ প্ৰশংসা পোৱা যায় সেইবিলাকক 'নাৰাশংসী' আৰু যিসকল সূক্তত মুখ্যতঃ দানৰ

প্ৰশংসা পোৱা যায় সেইবিলাকক 'দানস্তুতি' বোলা হয়। কিছুমান ঐতিহাসিক নাম আৰু ঘটনাৰ উল্লেখ থকাত এই সূক্তবিলাক ইতিহাসৰ ফালৰপৰাও যথেষ্ট মূল্যবান। ঋগবেদ ১০.১০৭ আৰু ১০.১১৭ এই প্ৰসঙ্গত উল্লেখযোগ্য।

**অথৰ্ব বেদ :** অথৰ্ব বেদৰ আদি নাম 'অথৰ্বাঙ্গিৰবেদ'। বিংশতি কাণ্ডত, ৭৩১ সূক্তত প্ৰায় ৬০০০ মন্ত্ৰত অথৰ্ববেদ ৰচিত। মহাভাৰতৰ যুগৰ পূৰ্ব্ব পৰ্যন্ত অথৰ্ববেদক বেদৰ মৰ্যাদা দিয়া হোৱা। নাই। ৰজাৰ পক্ষে এই বেদ অপৰিহাৰ্য্যৰূপে বিবেচিত হৈছে। এই কাৰণে ইয়াৰ আৰু আন এটা নাম 'ক্ষাত্ৰবেদ'। ৰাজপুৰোহিত অথৰ্ববেদজ্ঞৰপৰা হব আৰু যি ৰজাৰ ৰাষ্ট্ৰত অথৰ্ববেদজ্ঞ ব্ৰাহ্মণ বাস কৰে তেওঁৰ ৰাজ্যত কেতিয়াও উপদ্ৰৱ নহব এইদৰে ভৱা হ'ল। দুৰ্ভাগ্যৰ নিবাকৰণ, ৰোগৰ প্ৰতিকাৰ, শত্ৰুনাশ, কোনো ব্যক্তি বা শক্তিৰ অনুগ্ৰহ লাভ প্ৰভৃতি যি কোনো মানুহৰ জীৱনক ইহলোকত উপভোগ্য কৰি তোলে তাৰ মন্ত্ৰ এই অথৰ্ববেদত পোৱা যায়। সায়নে অন্যান্য বেদক সম্পূৰ্ণ আমুষ্মিক ফলপ্ৰদ বুলিছে কিন্তু অথৰ্ববেদক ঐহিক আৰু আমুষ্মিক বুলি দুয়োটাকে ফলপ্ৰদ বুলি কোৱা হৈছে। পিচৰ যুগৰ আয়ুৰ্ব্বেদ আৰু তন্ত্ৰশাস্ত্ৰৰ বীজো এই অথৰ্ববেদতেই নিহিত হৈ ৰৈছে। অথৰ্ববেদৰ দুটা শাখা—(ক) পৈপ্পলাদ আৰু (খ) শৌনকীয়। অথৰ্ববেদত যি সভ্যতা আৰু সংস্কৃতিৰ চিত্ৰ দিয়া হৈছে আৰু ইয়াৰপৰা যি ভৌগোলিক তথ্য জনা যায়, তাৰপৰা সংশয় নোহোৱাকৈ কব পাৰি যে ই ঋগ্‌বেদৰ পৰবৰ্ত্তী কালৰ। এই যুগত আৰ্য্যসকল সিন্ধু নদৰ পাৰৰ আৰু পূৰ্ব্বদিশত গঙ্গা-যমুনাৰ তীৰ পৰ্যন্ত অগ্ৰসৰ হৈছিল। ঋগবেদৰ ব্যাঘ্ৰৰ কথা নাই, অথৰ্ববেদত ব্যাঘ্ৰ সুপৰিচিত। বৰ্ণভেদ আৰু পুৰোহিত সম্প্ৰদায়ৰ প্ৰাধান্য অথৰ্ববেদৰ সমাজত আকৌ প্ৰতিষ্ঠিত হৈছে। ব্ৰাহ্মণবিলাকৰ ধৰ্ম্ম আৰু মতবাদৰ প্ৰভাৱৰপৰা সম্পূৰ্ণভাৱে মুক্ত হৈ তেতিয়াৰ সমাজৰ এটা বৃহৎ অংশ কিভাৱে আৰু

কোন পথত নিজৰ বিশ্বাস, ধৰ্ম্মবোধ আৰু আচাৰ ব্যৱহাৰক গঢ়ি তুলিছিল তাক জানিবলৈ হলে অথৰ্ব্ববেদ অপৰিহাৰ্য্য।

**অথৰ্ববেদৰ বিষয়বস্তু:** অথৰ্ববেদৰ ৯টা শাখা—পৈপ্পলাদ, তৌদ, মৌদ, শৌনকীয়, জাজল, জলদ, ব্ৰহ্মবদ, বেদদৰ্শ, চাৰণ বৈদ্য। ১৮৫৬ খৃষ্টাব্দত জাৰ্মানীৰ অধ্যাপক ৰোট আৰু আমেৰিকাৰ অধ্যাপক হুইট্‌নিয়ে শৌনক শাখাৰ অথৰ্ববেদ প্ৰথম প্ৰকাশ কৰে। সেই সময়ৰপৰা অথৰ্ববেদ বুলিলে সেইখনকে বুজাইছে। পৈপ্পলাদ শাখাৰ অথৰ্ববেদ ব্লুম্‌ফিল্ড আৰু গাৰ্বৰ দ্বাৰা ১৯০১ চনত প্ৰকাশিত হৈছিল। কিন্তু ই অশুদ্ধ আৰু অসম্পূৰ্ণ। সম্প্ৰতি সংস্কৃত কলেজৰ অধ্যাপক দুৰ্গামোহন ভট্টাচাৰ্য্য পৈপ্পলাদ শাখাৰ অথৰ্ববেদৰ শুদ্ধ আৰু সম্পূৰ্ণ একাধিক পাণ্ডুলিপি আবিষ্কাৰ কৰি বিশ্বব্যাপী আলোড়নৰ সৃষ্টি কৰিছিল। তেওঁৰ সম্পাদনাত শীঘ্ৰে পৈপ্পলাদ শাখাৰ অথৰ্ববেদ প্ৰকাশিত হব। তেতিয়া অথৰ্ববেদৰ বিষয়বস্তু সম্বন্ধে নানা অজনা তথ্যৰ বিশ্বজগতে সন্ধান পাইছিল। তাৰ আগলৈকে শৌনক শাখাৰ অথৰ্ববেদৰ বিষয়বস্তু আমাৰ আলোচ্য।

শৌনক শাখাৰ অথৰ্ববেদত ৭৩১টা সূক্তত প্ৰায় ছয় হাজাৰ মন্ত্ৰ আছে। ই ২০টা কাণ্ডত বিভক্ত। শেষৰ দুই কাণ্ড বহু পিচৰ কালৰ বুলি সাধাৰণতঃ ভৰা হয়। বিংশ কাণ্ডৰ প্ৰায় সকলো মন্ত্ৰ ঋগবেদৰপৰা গৃহীত আৰু ইয়াক বাদে অথৰ্ববেদৰ এক সপ্তমাংশ মাত্ৰ ঋগবেদৰপৰা লোৱা হৈছে। এক দশম কাণ্ডত ইয়াৰ আধা পোৱা যায়। ভাষা আৰু ছন্দৰ ফাল্‌ বিচাৰ কৰিলে অথৰ্ববেদৰ মন্ত্ৰবিলাক ঋগবেদৰ মন্ত্ৰবিলাকতকৈ বেচি পুৰণি বুলি ভৰা হয়। ইয়াক বাদে ভৌগোলিক, সামাজিক আৰু সাংস্কৃতিক তথ্যাবলীও ঋগবেদত কৈ পুৰণি বুলি প্ৰতিপন্ন কৰে। ঋগবেদৰ দেৱতাবিলাক অথৰ্ববেদৰ মন্ত্ৰৰ দেৱতা। কিন্তু ইয়াত তাৰ স্বৰূপ সম্পূৰ্ণ বিভিন্ন। তাৰ প্ৰকৃতি যোনিস্থ আৰু ধৰা নপৰে। এই ফালেদিও দেৱতাবিলাকৰ এটা বিবাট পৰিবৰ্ত্তন আহি গৈছে।

উদ্দেশ্য আৰু প্ৰয়োগ অনুসাৰে অথৰ্ববেদৰ মন্ত্ৰবিলাকে নিম্নানুৰূপত ভাগ কৰা যায়।

(১) **ভৈষজ মন্ত্ৰ**ঃ জ্বৰ দূৰ কৰিবৰ কাৰণে এই মন্ত্ৰবিলাক প্ৰযুক্ত হয়। এইবিলাকত হয় জ্বৰক সম্বোধন কৰা হৈছে নতুবা যি অসুৰবিলাকে জ্বৰ উৎপন্ন কৰি মানুহক নানা ভাবত আশ্ৰয় কৰে সেইবিলাকক সম্বোধন কৰা হৈছে। নানা জ্বৰৰ উপসৰ্গ বিশদভাৱে বিবৃত হৈছে আৰু জ্বৰৰ বজাৰ নাম দিয়া হৈছে 'তক্নন'। জ্বৰ নিৰাময়ৰ পক্ষে বিভিন্ন লতা গুল্ম আৰু পানীক ভেষজৰূপে ব্যৱহাৰ কৰা হৈছে আৰু মন্ত্ৰত সেইবোৰৰ কাৰ্য্যকৰী শক্তিৰ কথাও উল্লেখিত হৈছে।

(২) অসুৰ, পিশাচ আৰু ৰাক্ষসবিলাকে জ্বৰ উৎপাদন কৰি থাকে। এনেকুৱা বিশ্বাস তেতিয়া প্ৰচলিত আছিল। এইবোৰক বিতাড়িত কৰি গাঁও আৰু নগৰক এইবিলাকৰ প্ৰভাৱৰপৰা মুক্ত কৰিবৰ উদ্দেশ্যে নানা মন্ত্ৰ প্ৰযুক্ত হৈছে।

(৩) **আয়ুষ্য মন্ত্ৰ**ঃ আয়ু, স্বাস্থ্য আৰু দীৰ্ঘ-জীৱন সকলোৰে কাম্য। বহুবিধ গুহ্য অনুষ্ঠানত এই মন্ত্ৰবিলাক ব্যৱহাৰ কৰা হয়। মানুহ যাতে একশ বছৰ জীয়াই থাকিব পাৰে, সকলোপ্ৰকাৰৰ ৰোগৰপৰা মুক্ত থাকিব পাৰে এই মন্ত্ৰবিলাকত সেই প্ৰাৰ্থনা দেখা যায়।

(৪) **পৌষ্টিক মন্ত্ৰ**ঃ সুখ আৰু সমৃদ্ধি লাভৰ কাৰণে এই মন্ত্ৰ-বিলাক প্ৰয়োগ কৰা হয়। কৃষি, বাণিজ্য, পশুপালন আৰু গৃহনিৰ্মাণত সকলোপ্ৰকাৰ বিঘ্নিৰ অৱসান, আকস্মিক উৎপাতৰ হাতৰপৰা নিষ্কৃতিলাভ, দস্যু-চোৰৰ বিতাড়ন প্ৰভৃতি এই মন্ত্ৰ-বিলাকৰ বিষয়বস্তু।

(৫) **প্ৰায়শ্চিত্ত মন্ত্ৰ**ঃ মানুহে পাপ কৰে কেতিয়াবা জ্ঞাতসাৰে আৰু কেতিয়াবা অজ্ঞাতসাৰে। মানুহে ঋণ কৰি পৰিশোধ নকৰে, সামাজিক বিধি নিষেধ লঙ্ঘন কৰে। যজ্ঞানুষ্ঠানত ত্ৰুটি হয়, তাৰ

কাৰণেও সি পাপভাগী হয়। জ্ঞান অজ্ঞানকৃত সৰ্ববিধ পাপক্ষয়ৰ কামনা কৰি এই মন্ত্ৰবিলাক প্ৰযুক্ত হৈছিল।

(৬) **পাৰিবাৰিক অশান্তি:** এই অশান্তি দূৰীকৰণৰ কাৰণেও কিছুমান মন্ত্ৰ প্ৰযুক্ত হয়। এটা পৰিয়ালৰ বিভিন্নজনৰ মাজত মনোমালিন্য, কলহ প্ৰভৃতি যাতে সংসাৰৰ শান্তি বিঘ্নিত কৰে সেইবোৰ দূৰ কৰিবৰ উদ্দেশ্যে এই মন্ত্ৰবিলাক ৰচিত।

(৭) **কিছুমান কামনা:** বিশেষকৰি তেতিয়াৰ সমাজত তিৰোতাই কিছুমান কামনা কৰিছিল আৰু সেই কামনা পূৰ্ণ হোৱাৰ কাৰণে তেওঁলোকে মন্ত্ৰপাঠ কৰি অনুষ্ঠানবোৰ সম্পাদন কৰিছিল। এইবিলাকক 'স্ত্ৰী-কৰ্ম' বোলা হয়। মনোমত পতিলাভ, সুখপ্ৰসব, পুত্ৰলাভ, গৰ্ভৰক্ষা প্ৰভৃতি এইবিলাক কামনাৰ অন্তৰ্গত। অথৰ্ব-বেদৰ চতুৰ্দশ কাণ্ডত এই মন্ত্ৰ প্ৰচুৰ পোৱা যায়। স্বামীৰ ক্ৰোধ বা অভিমান দূৰ কৰিবৰ কাৰণে, অন্য নাৰীত পতিৰ আসক্তি দূৰ কৰিবৰ নিমিত্তে, অভীষ্ট পুৰুষ বা নাৰীক বশত আনিবৰ কাৰণে এই শ্ৰেণীৰ মন্ত্ৰ পাঠ কৰি বিভিন্ন অনুষ্ঠান সম্পাদিত হয়।

(৮) **অভিচাৰ মন্ত্ৰ:** কাৰো ওপৰত প্ৰতিশোধ গ্ৰহণ কৰাৰ কামনা বা স্বাৰ্থসিদ্ধিৰ কাৰণে আনৰ অনিষ্ট সম্পাদন কৰাই এই মন্ত্ৰবিলাকৰ উদ্দেশ্য।

(৯) সৃষ্টি ৰহস্য আৰু সৃষ্টি প্ৰক্ৰিয়াৰ বৰ্ণনা থকা নানা মন্ত্ৰ অথৰ্ববেদত পোৱা যায়। আকৌ এনেকুৱা অনেক মন্ত্ৰ আছে য'ত উচ্চাঙ্গৰ দাৰ্শনিক তত্ত্ব আৰু ব্ৰহ্মতত্ত্বৰো আলোচনা কৰা হৈছে। অথৰ্ববেদৰ মূল প্ৰতিপাদ্যৰ সৈতে মন্ত্ৰবিলাকত যি সুৰ ধ্বনিত হৈছে তাৰ সঙ্গতি আৰু সামঞ্জস্য ৰক্ষা কৰা কঠিন হৈ পৰিছে আৰু এই কাৰণে অনেকে এই শ্ৰেণীৰ মন্ত্ৰবিলাকত অথৰ্ববেদৰ মূল অংশ বুলি স্বীকাৰ কৰিবলৈ সন্মত নহয়। কিন্তু এইকথা পাহৰিলে নচলিব যে অথৰ্ববেদৰ আৰু অন্য নামক 'ব্ৰহ্মবেদ' আৰু ব্ৰহ্মতত্ত্ব অথৰ্ববেদৰ এটা প্ৰধান আলোচ্য বস্তু। পৈপ্পলাদ অথৰ্ববেদৰ শুদ্ধ সংস্কৰণ

প্ৰকাশিত হলে ইয়াত এই বিষয়ে আৰু অধিক আলোচনা 'অবকাশ' পোৱা যাব।

জনাগতে কোৱা হৈছে, ১৮৫৬ চনত অধ্যাপক ৰোট্ আৰু হুইট্‌নিয়ে কৌণিক শাখাৰ অথৰ্ববেদ প্ৰকাশ কৰে। তেতিয়াৰপৰা অথৰ্ববেদ বুলিলে এইখনকে বুজায়। যি গ্ৰন্থ দেখি সেই বেদ প্ৰকাশ কৰা হয় তাৰ পাঠ ঠায়ে ঠায়ে অস্পষ্ট আৰু প্ৰমাদপূৰ্ণ আছিল। ৰোটে বুজিছিল যে সেই গ্ৰন্থতকৈয়ো অথৰ্ববেদৰ ভাল পুথি পোৱা যাব পাৰে। ভাৰতবৰ্ষত যাতে সেই পুথি তন্ন তন্ন কৰি অনুসন্ধান কৰা হয় সেই উদ্দেশ্যে তেওঁ ভাৰতত থকা ব্ৰিটিশ চৰকাৰক বাৰে বাৰে উল্লেখ কৰি থাকে। ফলত শ্ৰীনগৰত শাৰদা-লিপিত ভূৰ্জপত্ৰত লিখিত পৈপ্‌পলাদ শাখাৰ অথৰ্ববেদৰ এটা জীৰ্ণ পুথি সংগৃহীত হ'ল। উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশৰ সেই সময়ৰ মহাৰাজৰ সৈতে নানা কথাবাৰ্তা চলায়। পাচত কুবীৰৰ ধনৰদযে সযত্নেই জাৰ্মানীত অধ্যাপক ৰোটৰ কাষত পঠোৱাৰ ব্যৱস্থা কৰিলে। এই পুথিখনো অত্যন্ত জীৰ্ণ, খণ্ডিত আৰু ভ্ৰমপূৰ্ণ আছিল। ইয়াৰ উপৰিও প্ৰথম কেইটামান পৃষ্ঠা নথকাত প্ৰথম মন্ত্ৰবিলাকৰ কোনো প্ৰকাৰৰ সন্ধেদ পোৱা নহ'ল। তথাপি বেয়াতকৈ ভাল সকলোই একবাক্যত স্বীকাৰ কৰিলে যে ইমান দিনত পৈপ্‌পলাদ অথৰ্ববেদৰ সন্ধান মিলিছে। ১৮৭৫ খৃষ্টাব্দত অধ্যাপক ৰোট্ এই যুগান্তকাৰী আৱিষ্কাৰৰ কথা ঘোষণা কৰিলে আৰু ১৮৭৮ খৃষ্টাব্দত ফ্লোৰেন্স-ত অনুষ্ঠিত ইণ্টাৰ ন্যাশনেল কংগ্ৰেস অব্ ওৰিয়েণ্টা-লিসট্‌স-ত এই বিষয়ত ভাষণ দান কৰিলে। অমূল্য-সম্পদ (priceless treasure) বুলি বিবেচিত হোৱাত ১৯০১ চনত অধ্যাপক ৰিচাৰ্ড গাৰ্বে (Tubinger University) আৰু ব্লুম্‌ফিল্ড্ (John Hopkins University)ৰ তত্ত্বাবধানত সেই পুথিৰ chromophotography কৰা হ'ল। অধ্যাপকদ্বয়ে মন্তব্য কৰিলে যে এই পৈপ্‌পলাদ অথৰ্ববেদ কাশ্মীৰতেই প্ৰচলিত আছিল।

ইয়াৰ নাম দিয়া হৈছিল 'কাশ্মীৰীয় অথৰ্ববেদ'। তেতিয়াৰপৰা বিবুধ মহলত এই ধাৰণাও বদ্ধমূল হ'ল যে পৈপপলাদ অথৰ্ববেদ ভাৰতৰ উত্তৰ প্ৰান্তত প্ৰবৰ্তিত হৈছিল আৰু উত্তৰ-পশ্চিম ভাৰতৰ মাজত সীমাবদ্ধ আছিল। অনেকে এই বিশ্বাসো পোষণ কৰিবলৈ ধৰিলে যদি কাশ্মীৰীয় অথৰ্ববেদৰ দ্বিতীয় পুথি পোৱা যায়, তেনেহলে তাক উত্তৰ আৰু উত্তৰ-পশ্চিম ভাৰততে পোৱা যাব অন্য ঠাইত নহয়।

এখন পুথিৰ এখন পাত যে পোৱা নগ'ল, সি অতি সামান্য কাম। কিন্তু এই সামান্য কামৰ পিচত এটা অসামান্য সমস্যাৰ সৃষ্টি হ'ল। এই সমস্যাটো নাথাকিলে ইমান দিন পিচত আজিৰ এই সমস্যা সম্ভব নহয়, হয়তো ইয়াতে বৈদিক সাহিত্যৰ ইতিহাস চিৰকালৰ কাৰণে বন্ধ হৈ থাকিলহেঁতেন। হয়তো ভাৰতখণ্ডত মহৰ্ষিৰ অৰ্ষী প্ৰতিভাৰ দীপ্তৰেখাত যি বৰুণদৈৱত মন্ত্ৰ গায়ত্ৰীছন্দত প্ৰতিভাত হৈছিল সি আৰু কোনো দিনে মানুহৰ কাষত ধৰা নিদিয়ে।

ব্ৰহ্মযজ্ঞ মানুহৰ নিত্যকৰ্ম। ইয়াৰ আন নাম 'স্বাধ্যায়'। বেদোত্তৰ যুগত সূত্ৰসাহিত্যত বিধান দিয়া হ'ল যে স্বাধ্যায়কালত অন্ততঃ প্ৰত্যেক বেদৰ প্ৰথম মন্ত্ৰটো অৱশ্যে পাঠ কৰিব লাগিব। অথৰ্ববেদৰ প্ৰথম মন্ত্ৰটো সূত্ৰকাৰবিলাকে 'শং নো দেবীঃ' ইত্যাদি বুলি ধৰিলেই ভাল; কিন্তু ই কোন শাখাৰ অথৰ্ববেদৰ প্ৰথম মন্ত্ৰ সি ইঙ্গিতত কেতিয়াও নজনালে। শৌনক শাখাৰ যি অথৰ্ববেদ ১৮৫৬ খৃষ্টাব্দত প্ৰকাশিত হৈছিল আৰু 'অথৰ্ববেদ' বুলিলে ইমান দিনে সৰ্বসাধাৰণে যাক বুজায়, তাৰ প্ৰথম মন্ত্ৰ ই নহয়; অথচ, কাশ্মীৰত সংগৃহীত পৈপ্পলাদ অথৰ্ববেদৰ যি নতুন পুথি 'কাশ্মীৰীয় অথৰ্ববেদ' নামে অভিহিত হৈ অভিৰূপ সমাজত ইমানদিন যিমান আলোড়নৰ সৃষ্টি কৰি আছিল সেইটোতো প্ৰথম পৃষ্ঠা নাই: এতেকে তাৰ প্ৰথম মন্ত্ৰটো যে কি সেইটো জানিবলৈ উপায় নাই।

মহাভাষ্য আৰু গোপথ ব্ৰাহ্মণৰ উক্তিৰ ওপৰত নিৰ্ভৰ কৰি বহুতে স্থিৰ কৰিলে যে সম্ভৱতঃ 'শং নো দেবীঃ' ইত্যাদি মন্ত্ৰটো নব আবিষ্কৃত পৈপ্‌পলাদ অথৰ্ববেদৰ ই প্ৰথম মন্ত্ৰ হব। বহুতে মহাভাষ্যৰ সত্যতা সম্বন্ধে সংশয়ো প্ৰকাশ কৰিলে। পল্, থীম্, কীথ্ প্ৰভৃতি মনীষিসকলে এই কাৰ্য্যক একান্তভাৱে অনুমান সাপেক্ষ বুলি ঘোষণা কৰিলে। পৈপ্‌পলাদ শাখাৰ সকলোগ্ৰন্থ চিৰদিনৰ কাৰণে লুপ্ত হৈছে আৰু কাশ্মীৰৰ বাহিৰে পৈপ্‌পলাদী ব্ৰাহ্মণবিলাক একেবাৰে নিশ্চিহ্ন হৈ গৈছিল; এইদৰে বিশ্বাস থকাত পণ্ডিতসকলে ধৰি ললে যে এই সমস্যাৰ আৰু চূড়ান্ত নিষ্পত্তি হোৱা সম্ভৱ নহয়। এতেকে সংশয় সংশয়েই থাকি গ'ল, সিদ্ধান্তত আৰু অহা নগ'ল।

**আৱিষ্কাৰৰ সূত্ৰ ঃ** অধ্যাপক শ্ৰীদুৰ্গামোহন ভট্টাচাৰ্য্য মহাশয় বহুদিনৰপৰাই প্ৰাচীন আৰু মধ্যযুগীয় বঙ্গদেশত বেদচৰ্চ্চা সম্বন্ধে আলোচনা কৰি আহিছে। গোপালতাপনী উপনিষদৰ বিদ্যাভূষণ-কৃত টীকাত অধ্যাপক ভট্টাচাৰ্য্যই এটা সূত্ৰ পালে—উৎকলবাসী অথৰ্ববেদীসকল পৈপপলাদ অথৰ্ববেদৰ অন্তৰ্গত গোপালতাপনী উপনিষদ্ অধ্যয়ন কৰিলে। দ্বাদশ শতাব্দীত লক্ষ্মণসেনৰ এটা অনুৰূপ দানপত্ৰৰ তাম্ৰলিপিৰপৰা গ্ৰহীতাৰ নাম পোৱা গ'ল পৈপ্‌পলাদ শাখাধ্যায়ী গোবিন্দ শৰ্ম্মা আৰু কিছুমান সমৰ্থকপ্ৰমাণ ধীৰে ধীৰে সংগৃহীত হ'ল। ভাৰতৰ উত্তৰ-পশ্চিমভাগৰ বাহিৰে অথৰ্ববেদৰ পৈপ্‌পলাদ শাখাৰ কোনো দিন কোন অস্তিত্ব নাছিল, এই মতবাদৰ ভিত্তি ক্ৰমশঃ চলিবলৈ ধৰিলে।

ইতিমধ্যে ভাৰত চৰকাৰৰ দ্বাৰা নিযুক্ত সংস্কৃত কমিশনে ভেওঁলোকৰ ৰিপোৰ্টত ঘোষণা কৰিলে যে ভাৰতে পৰিক্ৰমা কালত তাৰ এটা মূল্যবান তথ্য আৱিষ্কাৰ কৰিছিল। কমিশনৰ মতে সৌৰাষ্ট্ৰত এতিয়াও কেইঘৰমান অথৰ্ববেদী ব্ৰাহ্মণ পৰিয়াল বাস কৰিছিল। এই ঘোষণাই অধ্যাপকজনৰ মনত নতুন উদ্যম সৃষ্টি

কৰিলে। আকৌ পোৱা যায় বিহাৰ প্ৰদেশৰ সিংভূম জিলাৰ সুবৰ্ণৰেখাৰ ওপৰত অৱস্থিত এখন গাঁও। গাঁওখনৰ নাম গুহিয়াপাল। পদ-পৰিক্ৰমাই জনা গ'ল প্ৰায় সাতঘৰ অথৰ্ববেদী ব্ৰাহ্মণ পৰিয়াল তাত বাস কৰে। অধ্যাপকে তেওঁলোকৰ ঘৰে ঘৰে ক্ৰিয়া-কৰ্মৰ পুথি দেখিলে আৰু কিছুমান নতুন সূত্ৰ পালে।

কাশ্মীৰ আৰু উত্তৰ-পশ্চিম ভাৰতৰ বাহিৰে পূৰ্ব্ব ভাৰততো পৈপ্পলাদ অথৰ্ববেদৰ প্ৰচলন আছিল; আনকি উত্তৰ-পশ্চিম ভাৰতৰ বাহিৰে পূৰ্ব্ব ভাৰততো পৈপ্পলাদ অথৰ্ববেদৰ প্ৰচলন আছিল। উৰিষ্যা, বিহাৰ, পশ্চিমবঙ্গৰ সীমান্তবৰ্ত্তী অঞ্চলত আজি-লৈকে অথৰ্ববেদী ব্ৰাহ্মণৰ-বসবাস আছে। 'শং নো দেবীঃ' ইত্যাদি মন্ত্ৰটো যে পৈপ্পলাদ অথৰ্ববেদৰ প্ৰথম মন্ত্ৰ, সেইটো বঙালীয়ে কয়। ব্ৰহ্মযজ্ঞত এই মন্ত্ৰটি বিহিত হোৱা শৌনকীয় অথৰ্ববেদতকৈ পৈপ্পলাদ অথৰ্ববেদৰ জনপ্ৰিয়তা যে বেছি আছিল তাৰ প্ৰমাণ পোৱা যায়। শবৰ, শঙ্কৰাচাৰ্য্য প্ৰভৃতি মনীষীসকলে অথৰ্ববেদ বুলিলে পৈপ্পলাদ শাখাকেই বুজায়, এই কথাও অধ্যাপকৰ অন্যতম ঘোষণা।

**যজুৰ্বেদ ঃ** বৈদিক যজ্ঞৰ অনুষ্ঠানত চাৰিজন ঋত্বিকৰ প্ৰয়োজন হয়—হোতা, উদ্গাতা, অধ্বৰ্যু আৰু ব্ৰহ্মা। অধ্বৰ্যুৰ কাম মন্ত্ৰপাঠ কৰি দেৱতাৰ উদ্দেশ্যে অগ্নিত আহুতি দিয়া। যজুৰ্মন্ত্ৰবিলাকৰ পৃথক সংকলনেই যজুৰ্বেদ। যজ্ঞৰ ঋগবেদৰ মন্ত্ৰবিলাক স্বৰ সংযোগ কৰি গান কৰা হয়। স্বৰ সংযুক্ত সেই ঋক্ মন্ত্ৰবিলাকক কোৱা হয় 'সাম' আৰু সামসমূহৰ পৃথক সংকলনেই সামবেদ। ঋক্‌বেদত যিমান মন্ত্ৰ আছে তাৰ মাজত মাত্ৰ ৭৫টাক বাদে বাকী সকলো সাম বেদত পোৱা যায়।

**ব্ৰাহ্মণ ঃ** ক্লীবলিঙ্গ 'ব্ৰহ্মণ্' শব্দৰ অৰ্থ 'মন্ত্ৰ'—বেদমন্ত্ৰ। তাৰ লৈতে সংশ্লিষ্ট যি সেয়ে 'ব্ৰাহ্মণ'। ব্ৰাহ্মণ সাহিত্যত বেদমন্ত্ৰ

সমূহৰ ব্যাখ্যা কৰা হৈছে। বেদমন্ত্ৰসমূহৰ ত্ৰিবিধ ব্যাখ্যা প্ৰথমৰ পৰা প্ৰচলিত—অধিযজ্ঞ, অধিদৈব, অধ্যাত্ম। এই ত্ৰিবিধ ব্যাখ্যাৰ উপৰিও মনুয়ে 'বেদান্তভিহিত' ব্যাখ্যাৰ কথা কৈ গৈছে। প্ৰত্যেক মন্ত্ৰ যজ্ঞত প্ৰযুক্ত হোৱাৰ কাৰণে ৰচিত হৈছে—এই মতে এসময়ত বিশেষ প্ৰসাৰতালাভ কৰিছিল। এক শ্ৰেণীৰ বেদজ্ঞ ব্ৰাহ্মণ সকলে এই মত দৃঢ়ভাৱে পোষণ কৰিলে আৰু সেই অনুসাৰেই বেদমন্ত্ৰৰ ব্যাখ্যা কৰিলে। এই ব্যাখ্যাকেই বোলা হয় 'অধিযজ্ঞ' ব্যাখ্যা। ব্ৰাহ্মণ সাহিত্যৰ ৰচয়িতাসকল এই অধিযজ্ঞ ব্যাখ্যাৰ সমৰ্থক হৈছিল। প্ৰতিবেদৰেই ব্ৰাহ্মণগ্ৰন্থ আছে। ঋকবেদৰ ব্ৰাহ্মণ—(ক) ঐতৰেয় (খ) কৌষীতকি সাঙ্খায়ন; যজুৰ্বেদৰ ব্ৰাহ্মণ —(ক) শতপথ (খ) তৈত্তিৰীয়; সামবেদৰ ব্ৰাহ্মণ—(ক) তাণ্ড্য মহাব্ৰাহ্মণ বা পঞ্চবিংশ ব্ৰাহ্মণ বা পৌঢ় ব্ৰাহ্মণ (খ) ষড়্বিংশ (গ) সামবিধান (ঘ) আৰ্ষেয় (ঙ) দেবতাধ্যায় (চ) মন্ত্ৰ ব্ৰাহ্মণ বা উপনিষদ্ ব্ৰাহ্মণ (ছ) সংহিতোপনিষৎ (জ) বংশ ব্ৰাহ্মণ। সায়ণে সামবেদৰ এই আঠা ব্ৰাহ্মণৰ নাম কৈছিল আৰু ইয়াৰ ভাষ্যও প্ৰণয়ন কৰিছিল। ইয়াৰ উপৰিও জৈমিনীয়, শাট্যায়ণ প্ৰভৃতি সামবেদৰ অন্তৰ্গত ব্ৰাহ্মণ আছে। সম্ভৱতঃ সায়ণ নিজে সামবেদৰ কৌথুম শাখাৱলম্বী আছিল আৰু তেওঁৰ উল্লেখিত আঠা ব্ৰাহ্মণ কৌথুম শাখাৰ বুলি তেওঁলোকৰে উল্লেখ কৰিছে। সামবেদৰ ছান্দোগ্য ব্ৰাহ্মণ দশ প্ৰপাঠকত সম্পূৰ্ণ। প্ৰথম এই প্ৰপাঠকত গৃহ্য কৰ্মৰ মন্ত্ৰবিলাকৰ আলোচনা আছে আৰু এই অংশৰ নাম মন্ত্ৰ ব্ৰাহ্মণ বা মন্ত্ৰ পৰ্ব। বাকী আঠোতা প্ৰপাঠক লৈ ছান্দো-গ্যোপনিষদ। দশ প্ৰপাঠকত সম্পূৰ্ণ এই গ্ৰন্থখনক উপনিষদ ব্ৰাহ্মণো বোলা হয়। অথৰ্ববেদৰ ব্ৰাহ্মণগোপথ ব্ৰাহ্মণ।

ব্ৰাহ্মণ সাহিত্য এটা বিশাল সাহিত্য। এতিয়ালৈকে যি যি ৰক্ষিত হৈছে সেইবোৰ কম নহলেও ইয়াতকৈ আৰু অধিক গ্ৰন্থ লুপ্ত হৈ গৈছে—এইদৰে ভবাবো যথেষ্ট কাৰণ আছে।

**ব্ৰাহ্মণ সাহিত্যৰ বিষয়ঃ** অধ্যাপক বটকৃষ্ণ ঘোষে তেওঁৰ Collection of the Fragments of lost Brahmans নামক গ্ৰন্থত যিবোৰ লুপ্ত ব্ৰাহ্মণৰপৰা নানা অংশ উদ্ধাৰ কৰি প্ৰকাশ কৰিছে তাৰ নাম তলত দিয়া হ'ল—(১) আহ্বাৰক, (২) কৰ্কতি, (৩) কালয়্লি, (৪) চৰক, (৫) ছাগলেয়, (৬) জাবলি, (৭) জৈমিনীয় বা তলবকাৰ, (৮) পৈঙগায়নি, (৯) ভাল্লদি, (১০) মাৰশৰাবি, (১১) মৈত্ৰায়ণীয়, (১২) ৰৌরুকী, (১৩) শাট্যায়ণ, (১৪) শৈলালি, (১৫) শ্বেতাশ্বতৰ, (১৬) হাৰিদ্ৰাবিক। ব্ৰাহ্মণ সাহিত্যত ইফালে সিফালে এইবিলাক ব্ৰাহ্মণ সাহিত্যৰ নামৰ উল্লেখ পোৱা যায়, অনেক ঠাইত ইয়াৰ উদ্ধৃতিয়ো দেখা যায়, কিন্তু গ্ৰন্থহিচাবে এই ব্ৰাহ্মণবিলাক পোৱা নাযায়।

প্ৰাচীন ভাৰতৰ ধৰ্ম, সমাজ প্ৰভৃতি সম্বন্ধে জানিবৰ কাৰণে সংহিতাবিলাকতকৈ ব্ৰাহ্মণ গ্ৰন্থবিলাক অধিকতৰ সহায়ক। সংহিতাৰ ঋষিসকলে দেৱতাৰ স্তৱ কৰিছিল, নিজৰ সুখ সমৃদ্ধিৰ কাৰণে দেৱতাৰ প্ৰসন্নতা অপৰিহাৰ্য্য বুলি ভাবিছিল আৰু দেৱতাক সৰ্বতোভাৱে প্ৰসন্ন কৰিবলৈ চেষ্টাও কৰিছিল। ব্ৰাহ্মণ সাহিত্যৰ ঋষিসকলে দেৱতাতকৈ যজ্ঞানুষ্ঠানক উচ্চ স্থান দিছিল। যজ্ঞৰ দ্বাৰা দেৱতাবিলাকক অভীষ্টপুৰাণত বাধ্য কৰিছিল। ইয়াত দেৱতাৰ কোনো স্বাধীনতা নাই, তেওঁলোক যজ্ঞৰ অধীন ; তথাপি দেৱতাৰ প্ৰসন্নতা অৰ্জন কৰিবৰ চেষ্টা নকৰি যজ্ঞানুষ্ঠানক সৰ্ব-বৈকল্যৰহিত কৰিবৰ চেষ্টা কৰা হৈছিল। সংহিতাৰ প্ৰজাপতি আৰু বিষ্ণু এতিয়া স্থানভ্ৰষ্ট, যজ্ঞকেই প্ৰজাপতি আৰু বিষ্ণুৰ আসনত বহুওৱা হৈছে। যজ্ঞানুষ্ঠানত কোনো এটা কাম কিভাৱে কৰিব লাগিব, ঋত্বিক কোনকালে কিমানখিনি থিয় হৈ থাকিব, কোন মন্ত্ৰ কেতিয়া কিভাৱে পাঠ কৰিব, তাৰ অন্যথা আচৰণত কি কুফল হব ইত্যাদি বিষয় সম্বন্ধে নীৰস আলোচনা থকাৰ ফলত ব্ৰাহ্মণ সাহিত্য সাধাৰণ পাঠকৰ মনত কোনো আকৰ্ষণৰ সৃষ্টি

কৰিব নোৱাৰে। মন্ত্ৰ পাঠ কৰি দেৱতাৰ উদ্দেশ্যে যজ্ঞত আহুতি দিয়া হ'ল। সেই মন্ত্ৰ পাঠত একোটা ইতৰ বিশেষ কৰি বা আনুষঙ্গিক অনুষ্ঠানৰ অন্যথা আচৰণ কৰি ঋত্বিকৰ ইচ্ছামতে যজমানৰ কল্যাণ বা অকল্যাণ সাধন কৰিব পাৰিছিল। ব্ৰাহ্মণ সাহিত্য যজ্ঞ ধৰ্মটো অবিমিশ্ৰ ধৰ্ম নহয়, ইয়াত মন্ত্ৰৰ যাদুশক্তিৰ ওপৰতো প্ৰচণ্ড আস্থা পোষণ কৰা হৈছে। ধৰ্মৰ পটভূমিকাত মন্ত্ৰৰ যাদুদণ্ড লৈ মন্ত্ৰদ্ৰষ্টা ঋষিসকলৰ উত্তৰ সাধক সকলে যাদুকৰ ঋত্বিকৰ ভূমিকাত অংশ গ্ৰহণ কৰিছিল। ইয়াৰ ফলত ব্ৰাহ্মণ সাহিত্যত নীতিবোধৰ স্থান নাই। এফালে ইজিপ্তৰ সৈতে বৈদিক ভাৰতবৰ্ষত ভালেখিনি সাদৃশ্য আছে। Winternitz কৈছে—
"The Brahmanas are a splendid proof of the fact that an enormous amount of religion can be connected with infinitely little morality. Religious acts sacrifices and ceremonies, are the one and only subject of all these extensive works, but morality is a thing with which there works have nothing to do. On the contrary, sacrificial acts are not only performed in order that the gods may fulfil the very materialistic wishes of the sacrificer, but also very frequently in order to injure an enemy. Indeed the Brahmanas give directions for the priests, how, by means of the sacrifice, they can injure the sacrificer himself by whom they are employed, if for instance be does not give them enough presents. They need only perform the prescribed ceremonies in reserve order, or employ spells at the wrong place, and the fate of the sacrificer is sealed."

যজ্ঞত সদায় ঋত্বিকৰ প্ৰাধান্য থকাত আৰু ব্ৰাহ্মণসকল ঋত্বিক-ৰূপে কাৰ্য্য কৰিবৰ অধিকাৰী আছিল বুলি সমাজত অন্যান্য বৰ্ণৰ ওপৰত ব্ৰাহ্মণৰ প্ৰাধান্য দিয়া হৈছিল। ব্ৰাহ্মণক হত্যা কৰিলে

নৰহত্যা বুলি ধৰি লোৱা হৈছিল আৰু ব্ৰাহ্মণ, ব্ৰাহ্মণতকৈ ওপৰৰ বৰ্ণৰ মাজত বিবোধত ব্ৰাহ্মণৰে জয় ঘোষণা কৰা হৈছিল। ক্ৰমে দেৱতাৰ উপৰতো ব্ৰাহ্মণৰ স্থান দিয়া হৈছিল। মহাকাব্যতো ইমান বহু আখ্যান আৰু উপখ্যান আছে যিবোৰৰপৰা জনা যায় তপস্যাৰ দ্বাৰা ব্ৰাহ্মণসকলো যি শক্তি অৰ্জুন কৰিছিল, দেৱতা সকলে তাক দেখি ভয়ত ভীত হৈছিল। এই ফালেদি পিচৰ কালৰ বৌদ্ধ ধৰ্মৰ সৈতে এই যুগৰ তুলনা কৰিব পাৰি আৰু অনেক ব্ৰাহ্মণ সাহিত্যৰ মাজত বৌদ্ধ ধৰ্মৰ আগমণ বাৰ্তা ঘোষিত হৈছিল বুলি ধৰি লোৱা হৈছিল।

**আৰণ্যক ঃ** বেদৰ ব্ৰাহ্মণভাগ তিনিভাগত বিভক্ত—শুদ্ধ ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষৎ। শুদ্ধ ব্ৰাহ্মণৰ সংক্ষিপ্ত আলোচনা আগতে কৰা হৈছে। ব্ৰাহ্মণৰ দ্বিতীয় অংশ আৰণ্যক। যদিও ইয়াত কৰ্মানুষ্ঠানৰ বিধান দিয়া আছে, তথাপি মুখ্যতঃ ই জ্ঞান আৰু কৰ্মৰ সন্ধি সাধন ৰূপক বহুল ৰহস্যবিদ্যা। ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদ্—এই তিনিটাত কৰ্ম আৰু জ্ঞান দুয়োটাৰেই উপদেশ দিয়া আছে। তথাপি ব্ৰাহ্মণ আৰু উপনিষদৰ বিষয় পাৰ্থক্য সুস্পষ্ট। এটা কৰ্মাশ্ৰয়ী আনটো জ্ঞানাশ্ৰয়ী। আৰণ্যক উভয়াশ্ৰয়ী আৰু সেই কাৰণে ইয়াৰ বৈশিষ্ট্য সিমান স্পষ্ট নহয়।

বিদ্যাৰ্থী ব্ৰহ্মচাৰী সমাবৰ্তনৰ আগতে অৰণ্যত গুৰুৰ ওচৰত একান্ত নিৰালয় আৰণ্যক বিদ্যা গ্ৰহণ কৰিছিল। অৰণ্যত যি বিদ্যা অধীত আৰু গৃহীত হৈছিল সেইয়ে আৰণ্যক। বৈদিক সংহিতাত 'আৰণ্যক' শব্দৰ প্ৰয়োগ নাই। ঋগবেদত 'অৰণ' শব্দ আছে আৰু তাৰ অৰ্থ 'দূৰদেশ' বা 'বহিৰ্দেশ'। পানিনিৰ সূত্ৰ অনুসাৰেও 'আৰণ্যক' পদ সিদ্ধ হয়।

প্ৰাচীনকালত বেদপাঠ আৰু ব্ৰতপালন এই দুবিধ কৰ্ম সমাপ্ত হলে বিদ্যা শিক্ষা সম্পূৰ্ণ হ'ল বুলি জনা যায়। এই বেদব্ৰতৰ উপদেশ আৰণ্যকৰ অন্যতম বিষয়। ইয়াতে যাগ অনুষ্ঠানৰ উপদেশ আছে কিন্তু সি কাম্তই অন্তৰৰ কাৰ্য্য। হৱনতকৈ তাত অন্তৰৰ

প্ৰাধান্য বেচি। গৃহস্থই যেতিয়া বানপস্থ অৱলম্বন কৰি বনলৈ গৈছিল তেতিয়া ব্যয়সাধ্য আৰু উপকৰণ বহুল যজ্ঞ সম্পাদনত তাৰ সামৰ্থ্য নাথাকিছিল। সেই সময়ত বানপ্ৰস্থী অৰণ্যাশ্ৰমত বহি আৰণ্যকৰ পদ্ধতিক্ৰমে অধ্যাত্ম চৰ্চাত অগ্ৰসৰ হৈছিল। ব্ৰাহ্মণ্য সাহিত্যত উপনিষদৰ আগতে আৰণ্যকৰ স্থান। বিষয়বস্তুৰ ফালেদি বিচাৰ কৰিলেও দেখা যায় যে ই উপনিষদৰ পূৰ্বৰূপ।

ঋগ্‌বেদৰ আৰণ্যক দুটা—ঐতৰেয় আৰু শাঙ্খায়ন। তৈত্তিৰীয় আৰণ্যক কৃষ্ণযজুৰ্বেদৰ। শুক্ল যজুৰ্বেদৰ বৃহৎ আৰণ্যক 'বৃহদাৰণ্যকোপনিষদ' নামেও পৰিচিত। সামবেদীয় ব্ৰাহ্মণবিলাকৰ কোনো আৰণ্যক পোৱা নাযায়; কিন্তু জৈমিনীয় শাখাৰ উপনিষদ্ ব্ৰাহ্মণখনি মূলতঃ আৰণ্যক ধৰ্মী। অথৰ্ববেদৰ গোপথ ব্ৰাহ্মণৰো কোনো আৰণ্যক পোৱা নাযায়। মুঠ কথা, আজিলৈকে যিমানবিলাক ব্ৰাহ্মণ পোৱা গৈছে, আৰণ্যকৰ সংখ্যা তাতকৈ কম। উপনিষদৰ সংখ্যা বহুত বেচি।

**উপনিষদ্ঃ** ভাৰতবৰ্ষৰ ঋষিসকলে স্তুতি কৰি জানিব পাৰিছিল মানৱৰ কল্যাণৰ পথ। শ্ৰেয়ৰ আৰু প্ৰেয়ৰ মাজত তেওঁলোকে শ্ৰেয়কেই বাচি লৈছিল। ইয়াৰ প্ৰাপ্তিৰ পথ সম্বন্ধে তেওঁলোকে চিন্তা কৰিছিল। প্ৰথমে তেওঁলোকে যজ্ঞকেই সেই একমাত্ৰ পথ বুলি ধৰি লৈছিল। কিছুদিন পিচত তেওঁলোকে বুজিব পাৰিলে যে যজ্ঞই মানুহৰ কল্যাণ আছে সঁচা, কিন্তু সেই কল্যাণ চিৰস্থায়ী নহয়। যজ্ঞানুষ্ঠানৰ ফলত যি পুণ্য অৰ্জিত হয় তাতে স্বৰ্গলাভ হয়; কিন্তু পুণ্যক্ষয়ৰ লগে লগেই স্বৰ্গৰপৰা বিচ্যুত হৈ আকৌ জন্ম-মৃত্যুৰ অৱস্থাত পৰি দুখভোগ কৰিব লাগে। দুখ-সমুদ্ৰ পাৰ হোৱাৰ পক্ষে যজ্ঞৰূপ পোৱা অত্যন্ত অদৃঢ়। মানুহৰ প্ৰকৃত আৰু চিৰস্থায়ী কল্যাণ কৰ্মৰদ্বাৰা হব নোৱাৰে, জ্ঞানৰ দ্বাৰাইহে হব পাৰে। ঋষিসকলৰ এনেকুৱা চিন্তা যি সাহিত্যত স্থান পাইছে তাৰ নাম হ'ল 'উপনিষদ্'।

"উপনিষদৰ আন নাম বেদান্ত (বেদ-অন্ত)। ই বেদৰ শেষ অৰ্থাৎ কৰ্ম আৰু জ্ঞান-কাণ্ডৰ মাজত শেষ জ্ঞান-কাণ্ডৰ অন্তৰ্গত অথবা কিছুমানৰ মতে বেদৰ শেষ লক্ষ্য বা প্ৰতিপাদ্য বা সিদ্ধান্ত ইয়াত সংগৃহীত, সেই কাৰণে ই বেদান্ত।

"উপনিষদক কিয় উপনিষদ্ বোলা হয় এই প্ৰশ্ন সহজেই ইয়াত উত্থিত হব। প্ৰাচীন আচাৰ্য্যসকলে ইয়াৰ ব্যুৎপত্তি, অৰ্থ আৰু ব্যাখ্যা সম্বন্ধে সংক্ষেপে এই কথা কৈছিল যে যিসকল ব্ৰহ্মবিদ্যাৰ ওচৰত উপস্থিত হৈ ('উপ') নিশ্চয়ৰ সৈতে ('নি') ইয়াৰ অনুশীলন কৰে ; আৰু ই তেওঁলোকৰ সংসাৰৰ বীজস্বৰূপ অবিদ্যা প্ৰভৃতিক বিনাশ কৰে ('√ সদ্')। এই কাৰণে ব্ৰহ্মবিদ্যাৰ নাম উপনিষদ্।

"নবীন সকলৰ চিন্তাৰ ধাৰা অন্যৰূপ। তেওঁলোকে কয়,— য'ত মানুহবিলাকে চাৰিওফালে ('পৰি') বহে ('√ সদ্') তাকে আমি কওঁ পৰিষদ্। এইদৰে মানুহবিলাকে তাত একেলগে ('সম্—') বহে ('√ সদ্') তাকে বোলা হয় সংসদ্। ঠিক এইদৰেই শিষ্যসকলে গুৰুৰ ওচৰত ('উপ') গৈ য'ত বহিছিল (নি—'√ সদ্') মূলতঃ সেই সৰু সৰু বৈঠকৰ নাম আছিল উপনিষদ্। কালক্ৰমত এই সকলো উপনিষদত বা বৈঠকত যি বিদ্যাৰ (অৰ্থাৎ ব্ৰহ্মবিদ্যাৰ) আলোচনা হৈছিল তাৰ নাম হ'ল উপনিষদ্। ইয়াৰ পিচত যি গ্ৰন্থত এই বিদ্যা লিপিবদ্ধ হ'ল তাকে উপনিষদ্ বোলা হয়।

"উপনিষদ্ শব্দৰ আৰু এটা অৰ্থ হৈছে 'ৰহস্য'। অতি গভীৰ আৰু দুৰ্গম বুলি এই উপনিষদ্ বা ব্ৰহ্মবিদ্যাক সাধাৰণ বিদ্যাৰ নিচিনা নিৰ্বিচাৰে য'তে ত'তে সকলোৰে ওচৰত প্ৰকাশ কৰা নহ'ল বুলি ই হ'ল ৰহস্য। এই কাৰণে উপনিষদ্ আৰু ৰহস্য এই দুটা শব্দ একাৰ্থ হৈ পৰিছে। প্ৰত্যেক বেদৰ যিমান ব্ৰাহ্মণ আছে, তেনেকৈ প্ৰত্যেক বেদৰ উপনিষদো আছে।

আগতে ব্ৰাহ্মণ গ্ৰন্থবিলাকৰ সম্বন্ধে কোৱা হৈছে। এই ব্ৰাহ্মণ-বিলাকৰ মাজত কৰ্ম আৰু জ্ঞান উভয়ৰেই আলোচনা আছে। ইয়াৰ যি অংশত কৰ্ম আৰু জ্ঞান উভয়ৰ সাংকেতিক বা আধ্যাত্মিক আলোচনা আছে, তাকে আৰণ্যক বোলা হয়। কিয়নো ই অৰণ্যত অৰ্থাৎ বনত পাঠ কৰা হৈছিল। কাৰণ এইবোৰ কথা দুৰূহ বুলি য'তে ত'তে যাকে তাকে শিকোৱা নহয়, আৰু ইয়াক অবধাৰণ কৰিবলৈ অতি নিৰ্জন স্থানৰ আৱশ্যক আছিল। আমাৰ বহু উপনিষদ্ এই আৰণ্যকৰ অন্তৰ্গত। কেৱল এখনমাত্ৰ উপনিষদ্ আছে মন্ত্ৰ আৰু সংহিতাৰ মাজত। ইয়াৰ নাম **ঈশোপনিষদ্**। ই হৈছে শুক্লযজুৰ্বেদৰ শেষ ( অৰ্থাৎ ৪০শ ) অধ্যায়।

ব্ৰহ্মসত্য, জগৎ মিথ্যা। জীব আৰু ব্ৰাহ্মণৰ ভেদ নাই—ইয়ে উপনিষদৰ মূল কথা। উপনিষদৰ মৰ্মবাণী হ'ল 'তত্ত্বমসি', অৰ্থাৎ 'তুমিয়ে সেই'; তোমাতে আৰু ব্ৰহ্মতে কোনো ভেদ নাই। ব্ৰহ্ম প্ৰাপ্তিয়েই জীৱৰ চৰম লক্ষ্য আৰু জ্ঞানৰ দ্বাৰাই ব্ৰহ্মপ্ৰাপ্তি সম্ভৱ। জীৱ আৰু ব্ৰহ্মৰ, ব্ৰহ্ম আৰু ব্ৰহ্মাণ্ডৰ এই যে তাদাত্ম্য সেয়েই ছান্দোগ্য উপনিষদত শ্বেতকেতুৰ উপখ্যানত বিশদভাৱে কোৱা হৈছে। কথোপনিষদত নচিকেতাৰ উপখ্যানত নচিকেতাৰ মুখত জিজ্ঞাসু হৃদয়ৰ তীব্ৰজ্ঞানলিপ্সাৰ প্ৰকাশো আমি দেখিবলৈ পাওঁ। উপনিষদৰ মতবাদবিলাকৰ মাজত কৰ্মফলবাদ ( ethical doctrine of Karman ) আৰু জন্মান্তৰবাদ ( transmigration of souls ) অন্যতম। ভাৰতীয় দৰ্শনত পিচৰ কালত এই দুটা মতবাদে বিশেষ স্থান গ্ৰহণ কৰি ভাৰতীয় দৰ্শনিক বৈশিষ্ট্যমণ্ডিত কৰি আছে। কৰ্মফলবাদৰ সৈতে ঘনিষ্ঠভাৱে যুক্ত হ'ল নীতিবাদ। তৈত্তিৰীয় উপনিষদত শিষ্যৰ প্ৰতি আচাৰ্য্যৰ উপদেশত আৰু বৃহাদাৰণ্যক উপনিষদত প্ৰজাপতিৰ বাক্যত এই নীতিবাদ পৰিস্ফুট।

যি বিশাল সাহিত্যই 'উপনিষদ' নাম গ্ৰহণ কৰি আজিলৈকে চলি আহিছে তাৰ মাজত সকলোবিলাক একে সময়তে ৰচিত হোৱা

নাই। ঐতৰেয়, কৌষীতকি, বৃহদাৰণ্যক, তৈত্তিৰীয়, ছান্দোগ্য আৰু কেন—এই ছয়টাকে উপনিষদ্ সাহিত্যৰ প্ৰথম স্তৰত থব পৰা যায়।

**উপনিষদবিলাকৰ পৌৰ্বাপৰ্য :** ছান্দোগ্য আৰু বৃহৎ আৰণ্যক উপনিষদৰ ভিতৰত অত্যন্ত গুৰুত্বপূৰ্ণ। ভাষাৰ ফালেদি এই উপনিষদবিলাকৰ সৈতে ব্ৰাহ্মণ সাহিত্যৰ সাদৃশ্য আছে।

আকৌ পৰবৰ্ত্তী কালত পদ্যত লিখিত একশ্ৰেণীৰ উপনিষদ্ ৰচিত হয়। কঠ, শ্বেতাশ্বতৰ, মহানাৰায়ণ, ঈশ, মুণ্ডক আৰু প্ৰশ্ন—এই ছয়টাক এই স্তৰত অন্তৰ্ভুক্ত কৰা যায়। মৈত্ৰয়নীয় আৰু মাণ্ডুক্য উপনিষদো এই সময়ৰ। মুঠতে এই চতুৰ্দশখন উপনিষদক আমি বৈদিক সাহিত্যৰ সৈতে ঘনিষ্ঠভাৱে সংশ্লিষ্ট বুলি ধৰি লব পাৰোঁ। শঙ্কৰাচাৰ্য্যই তেওঁৰ ব্ৰহ্মসূত্ৰ ভাষ্যত মৈত্ৰায়নীয় আৰু মাণ্ডুক্য উপনিষদক বাদ দি দ্বাদশখন উপনিষদৰ উল্লেখ কৰিছিল।

**ছান্দোগ্য :** উপনিষদবিলাকৰ মাজত ছান্দোগ্য আৰু বৃহৎ আৰণ্যক এই দুয়োখন সম্পূৰ্ণভাৱে আকাৰত ডাঙৰ নহলেও আলোচ্য বিষয়ৰ গুৰুত্বৰ ফালেদি প্ৰয়োজনীয়। ছান্দোগ্য উপনিষদ ছান্দোগ্য ব্ৰাহ্মণৰ অংশ। ইয়াৰ প্ৰথম দিশত উপসনাৰ সমগ্ৰ তত্ত্বটো বিশ্লেষণ কৰা হৈছে। ওঙ্কাৰোপসনা, সামোপসনা, সূৰ্যোপসনা আৰু প্ৰাণোপাসনা—এই চাৰিবিধ উপাসনাৰ কথা কোৱা হৈছে। উপাসনা দ্বিবিধ—ব্ৰহ্মোপাসনা আৰু প্ৰতীকোপাসনা। অনাত্ম বস্তুত দেৱতা বুদ্ধিত যি উপাসনা সেয়ে প্ৰতীকোপাসনা। প্ৰতীক দ্বিবিধ—যজ্ঞৰ বহিৰ্ভূত আৰু যজ্ঞাঙ্গা যজ্ঞাঙ্গাশ্ৰিত উপাসনাৰ কথা ছান্দোগ্যৰ প্ৰথম অধ্যায়ৰ আৰম্ভনিৰপৰা দ্বিতীয় অধ্যায়ৰ দ্বাবিংশ-খণ্ডলৈকে আলোচিত হৈছে। পৰামাত্মাক কোনো গুণ বা ৰূপ-বিশিষ্টৰূপে উপাসনাই ব্ৰহ্মোপাসনা। ছান্দোগ্যত য'ত হিৰণ্যশ্মশ্ৰু আৰু হিৰণ্যকেশ পুৰুষৰ সৈতে অভিন্ন অক্ষিপুৰুষৰ কথা কোৱা আছে তাত ব্ৰহ্মোপাসনাই বিহিত হৈছে। উপাসনাৰ দ্বাৰাই জীৱে লাহে লাহে অখণ্ডৰ উপলব্ধি কৰিব পাৰে।

**বৃহদাৰণ্যক :** বাজসনেয় যজুৰ্বেদৰ কান্ধ আৰু মাধ্যন্দিন শাখাত শতপথ ব্ৰাহ্মণৰ শেষ অংশ বৃহদাৰণ্যক। এই গ্ৰন্থ একেধাৰে আৰণ্যক আৰু উপনিষদৰূপে গণ্য হয় আৰু যাজ্ঞবল্ক্য স্মৃতিত আৰণ্যক নামে উল্লিখিত আছে। উপনিষদবিলাকৰ মাজত ই আয়তনত সকলোতকৈ বৃহৎ। ইয়াৰ কাণ্ড সংখ্যা তিনিটা—মধু-কাণ্ড, যাজ্ঞবল্ক্যকাণ্ড বা মুনিকাণ্ড আৰু খিলকাণ্ড। মধুকাণ্ডত ব্ৰহ্মতত্ত্ব আলোচিত হৈছে। ই আগমপ্ৰধান আৰু উপদেশাত্মক। উপনিষদৰ সকলো বক্তব্য ইয়াতে কোৱা হৈছে। যাজ্ঞবল্ককাণ্ডত মধুকাণ্ডত উপস্থাপিত উপদেশবিলাকৰ সত্যতা দৃঢ়ীকৃত হৈছে। খিলকাণ্ডত বৃহৎ আৰণ্যকৰ সকলো বক্তব্য সংক্ষেপে গৃহীত হৈছে।

**সূত্ৰ : শ্ৰৌত আৰু গৃহ্য :** অতি গম্ভীৰ বেদমন্ত্ৰৰ অৰ্থাববোধৰ নিমিত্ত শিক্ষা প্ৰভৃতি ষড়ঙ্গৰ সৃষ্টি। ঋগাদি চাৰিবেদ আৰু শিক্ষাদি ষড়ঙ্গক মুণ্ডক উপনিষদত "অপৰবিদ্যা" বোলা হৈছে। সায়নে কৈছে—সাধনভূত ধৰ্মজ্ঞানহেতুত্বাৎ ষড়ঙ্গ সাহিত্যানাং কৰ্ম-কাণ্ড নাম পৰবিদ্যাত্বম্। পৰমপুৰুষাৰ্থভূতব্ৰহ্ম জ্ঞান হেতুত্বাদ্ উপ-নিষদাং পৰবিদ্যাত্বম্ অৰ্থাৎ ষড়ঙ্গৰ সৈতে বেদৰ কৰ্মকাণ্ড ধৰ্মজ্ঞানৰ হেতু, এই কাৰণে ই 'অপৰবিদ্যা' আৰু উপনিষদবিলাক পৰম পুৰুষাৰ্থভূত ব্ৰহ্মজ্ঞানৰ হেতু, সেয়েহে 'পৰবিদ্যা'।

বেদৰ ষড়ঙ্গৰ মাজত এটা হৈছে 'কল্প'। ইয়াতে যাগপ্ৰয়োগ সমৰ্থিত হৈছে। কল্পসূত্ৰবিলাকৰ যি বিষয়বস্তু ব্ৰাহ্মণগ্ৰন্থবিলাকৰ বিষয়বস্তুও সেয়ে; আৰু এই ফালেদি দেখিবলৈ গলে ব্ৰাহ্মণৰ মাজতে অনেক অংশ ইমানভাৱে সূত্ৰাকাৰত ৰচিত যিবিলাক সূত্ৰ বুলি ধৰি লোৱাতো অস্বাভাৱিক নহয়। ঋগবেদৰ শাঙখায়ন ব্ৰাহ্মণৰ বৈশিষ্ট্য বৰ্জিত আৰু বেছি ভাগ স্থলেই সূত্ৰকাৰত ৰচিত। সামবেদৰ কিছুমান ব্ৰাহ্মণ, বিশেষ কৰি সামবিধান ব্ৰাহ্মণ, একেবাৰে সূত্ৰগ্ৰন্থ। ঐতৰেয় আৰণ্যক খনিনামত আৰণ্যক হলেও একান্তভাৱে সূত্ৰধৰ্মী। কৰ্মকাণ্ডই যি সমাজত বিপুল প্ৰতিষ্ঠা লাভ কৰিছে

ভাত তাৰ বিধিনিষেধবিলাক সহজে যাতে মনত ৰখা হয় সেই উদ্দেশ্যে সংক্ষেপে সূত্ৰাকাৰত গ্ৰথিত হৈ এই কল্পসূত্ৰৰ সৃষ্টি কৰে। কল্পসূত্ৰৰ যি অংশত শ্ৰৌতযাগ্যাদি নিৰ্দিষ্ট হৈছে তাৰ নাম শ্ৰৌতসূত্ৰ আৰু য'ত গৃহস্থৰ দৈনন্দিন জীৱনৰ গৃহ্যানুষ্ঠানবিলাক উপদিষ্ট হৈছে তাৰ নাম গৃহ্য সূত্ৰ। প্ৰথম অংশত অগ্নিহোত্ৰ, দৰ্শপূৰ্ণমাস, চাতুৰ্মাস্য, পশুবন্ধ, সোমযাগ প্ৰভৃতি আৰু দ্বিতীয় অংশত গৰ্ভধাৰণৰপৰা আৰম্ভ কৰি গৃহস্থৰ সকলো সংস্কাৰ, পঞ্চমহাযজ্ঞ, গৃহনিৰ্মাণ, বাস্তু শোধন, পশুপালন, কৃষি প্ৰভৃতি আলোচিত হৈছে। সাহিত্য হিচাবে ইয়াৰ মূল্য কম হলেও যজ্ঞকৰ্ম সম্বন্ধে জানিবৰ কাৰণে যেনে শ্ৰৌত সাহিত্য তেনে প্ৰাচীন ভাৰতৰ প্ৰত্যেকটো পৰিয়ালৰ জীৱনযাত্ৰা আৰু সামাজিক আচাৰ-অনুষ্ঠান জানিবৰ কাৰণে গৃহ্যসূত্ৰবিলাক অপৰিহাৰ্য্য; আৰু এফালৰপৰা এইবিলাকৰ মূল্য আছে। সূত্ৰ সাহিত্যত মন্ত্ৰবিলাকৰ বিনিযোগৰ উল্লেখ আছে, অৰ্থাৎ কেতিয়াবা কোনো অনুষ্ঠানত কি মন্ত্ৰৰ প্ৰয়োগ কৰিব লাগে সেইটো সূত্ৰ সাহিত্যৰপৰা জনা যায়। এই বিনিয়োগৰ সাহায্যত নানা সময়ত নানা দুৰ্বোধ্যমন্ত্ৰৰ সঠিক ব্যাখ্যা কৰা সম্ভৱ হয় আৰু নানা বৈদিক শব্দৰ প্ৰকৃত অৰ্থটো বুজিবলৈ সুবিধা হৈ থাকে। গৃহ্যসূত্ৰবিলাকৰ পৰিশিষ্টৰূপে ৰচিত হ'ল "ধৰ্মসূত্ৰ"। চাৰিবৰ্ণ আৰু চতুৰাশ্ৰমক সুনিয়মিত কৰি ৰাখিবলৈ সকলো বিধি নিষেধ ইয়াৰ আলোচ্য। ভাৰতবৰ্ষৰ ৰাষ্ট্ৰ আৰু সমাজ কি নিয়মত এসময়ত শাসিত হৈছিল এইবিলাকৰপৰা তাক জনা যায়।

শ্ৰৌতসূত্ৰৰ সৈতে ঘনিষ্ঠভাৱে যুক্ত হ'ল "শুল্বসূত্ৰ"। বৈদিক যজ্ঞৰ অনুষ্ঠান কৰিবলৈ হলে বেদী নিৰ্মাণ কৰিব লাগিব। বেদী নিৰ্মাণ কৰিবলৈ হলে নিখুঁত মাপজোখ অৱলম্বন কৰিব লাগিব। "শুল্বসূত্ৰ"বিলাকত সেই মাপজোখৰ কথাটো কোৱা হৈছে আৰু জ্যামিতি বিদ্যাৰ প্ৰথম সূত্ৰপাত ইয়াতে।

ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদৰ দৰে বেদৰ প্ৰতি শাখাত সূত্ৰগ্ৰন্থত একে সময়তে ৰচিত হৈছিল বুলি ধৰি লোৱা হয়। এতিয়া অৱশ্যে সকলো নাই, কেৱল কৃষ্ণযজুৰ্বেদৰ বৌধায়ন আৰু আপস্তম্ব শাখাৰ শ্ৰৌত, গৃহ্য, ধৰ্ম আৰু শুল্বসূত্ৰ সকলো কেইখনতে আছে।

# দ্বিতীয় অধ্যায়

## ৰামায়ণ

পোন প্ৰথমে প্ৰাচীন সাহিত্যত দুখন মহাকাব্য পোৱা যায়। এই দুখন হ'ল—ৰামায়ণ আৰু মহাভাৰত। ৰামায়ণত ২৪০০০ হাজাৰ শ্লোক আছে আৰু ই সাতোটা কাণ্ডত বিভক্ত। ইয়াৰ ৰচক বাল্মীকি। তেওঁ 'আদিকবি', ৰামায়ণ 'আদি কাব্য'। তেওঁ বৰুণৰ দশম পুত্ৰ। সঙ্গদোষত পৰি তেওঁ ডকাইতৰ বৃত্তি অৱলম্বন কৰে। অৱশেষত সৌভাগ্যক্ৰমে তেওঁ নিজৰ দোষ বুজি পাই ধৰ্মীয় জীৱন যাপন কৰে আৰু তেওঁৰ লিখনিৰপৰা ৰামায়ণৰ সৃষ্টি হয়। বিষ্ণু পুৰাণত কোৱা হৈছে যে বাল্মীকি ভৃগুৰ বংশধৰ আৰু বৈবস্বত মন্বন্তৰত তেওঁ চতুৰ্বিংশ ব্যাস। অধ্যাত্ম ৰামায়ণে বাল্মীকি নিজৰ অতীত জীৱন ইতিহাস নিজেই কৈছিল। ক্ৰৌঞ্চমিথুনৰ এটা ব্যাধৰ শৰত আহত হোৱাত তেওঁৰ মনত যি করুণ ভাবৰ উদ্ৰেক হৈছিল, শ্লোক ছন্দত তাকে প্ৰথমৰূপত পৰিগ্ৰহ কৰে। তলত ইয়াৰ শ্লোকটো তুলি দিয়া হ'ল।

মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ।
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধীঃ কামমোহিতম্॥

এই অৱস্থাত বাল্মীকিয়ে ব্ৰহ্মাৰ আদেশত ৰামায়ণ ৰচনা কৰে আৰু ইয়াৰ নাম দিয়ে 'ৰামায়ণ', 'সীতাচৰিত', 'পৌলস্ত্যবধ'। সেয়েহে ৰামায়ণৰ বালকাণ্ডত পোৱা যায় এইদৰে—

কাব্য ৰামায়ণং কৃৎস্নং সীতায়াশ্চৰিতং মহৎ।
পৌলস্ত্যবধমিত্যেৰ চকাৰ চৰিত ব্ৰতঃ॥

মহাভাৰতত্তকৈ ৰামায়ণ আয়তনত সৰু আৰু ৰচনাৰ পৰম্পৰ সংবদ্ধতা আৰু ধাৰাবাহিকতা মহাভাৰতত্তকৈ ইয়াত বহুত বেছি।

যি বহিৰঙ্গ আৰু অন্তৰঙ্গ বৈশিষ্ট্যত পৰবৰ্তী কালৰ সংস্কৃত কাব্য-সমূহৰ সংস্কৃত সাহিত্যত নিজৰ একোটা পৃথকস্থান কৰি লৈছে তাৰ কাৰণে সকলোবিলাকৰ প্ৰথম সূচনা ৰামায়ণত। ৰামায়ণে যুগে যুগে ভাৰতবাসীৰ চিন্তা আৰু সাহিত্যৰ ক্ষেত্ৰৰ যি প্ৰভাৱে বিস্তাৰ কৰিছে, পৃথিবীৰ আৰু কোনো গ্ৰন্থ কোনো জাতিৰ জীৱনত সিমান-খিনি প্ৰভাৱ বিস্তাৰ কৰা নাই। ব্ৰহ্মাই বাল্মীকিক কৈছিল, পৃথিবীত যিমানদিনলৈকে পৰ্বত আৰু নদীসমূহ থাকিব সিমানদিন ৰামায়ণ জনসাধাৰণৰ মাজত প্ৰচাৰিত হৈ থাকিব।

যাবৎ স্থাস্যন্তি গিৰয়ঃ সৰিতশ্চ মহীতলে।
তাবৎ ৰামায়ণ কথা লোকেষু প্ৰচৰিষ্যতি ॥

ব্ৰহ্মাৰ সেই আশীৰ্বাণী সাৰ্থক হৈছে। কালিদাস, ভৱভূতি, ভাস প্ৰভৃতি কবিসকলে ৰামায়ণক অৱলম্বন কৰি কাব্য ৰচনা কৰি যশস্বী হৈছে। খৃষ্টাব্দ একাংশ শতাব্দীত তামিল ভাষাত ইয়াৰ অনুবাদ হয় আৰু তাৰ পিচৰপৰাই ভাৰতৰ প্ৰায় সকলো স্থানীয় ভাষাত ইয়াৰ প্ৰচাৰ হৈছে। বঙ্গদেশত 'কৃত্তিবাসী ৰামায়ণ' আৰু তুলসীদাসৰ হিন্দী ৰামায়ণ 'ৰামচৰিত মানস' আজিও জাতিৰ ঘৰে ঘৰে পঠিত হৈছে। এই সকলোবোৰতকৈও অসমীয়া ভাষাত মাধৱ কন্দলিৰ ৰামায়ণ আগতে ৰচিত। এই ৰামায়ণখন দশম শতাব্দীত ৰচিত হৈছে। এনে কোনো কল্পনা নাই, এনে কোনো আদৰ্শ নাই, এনে কোনো ভাবাভিব্যক্তি নাই যি সুললিত ভাষাত ৰামায়ণ ৰচিত হোৱা নাই। পত্নীপ্ৰাণ পতি হিচাবে, পিতৃভক্ত পুত্ৰ হিচাবে, প্ৰজানুৰঞ্জক শাসক হিচাবে এতিয়াও ভাৰতবৰ্ষত কোনো আদৰ্শই ৰামচন্দ্ৰক অতিক্ৰম কৰিব পৰা নাই। ভাতৃৰ আদৰ্শৰূপত লক্ষ্মণ আৰু ভৰতৰ চৰিত্ৰ, সেৱকৰ আদৰ্শৰূপত হনুমানৰ চৰিত্ৰ, সাধ্বী আৰু পতিগতপ্ৰাণা পত্নীৰূপত সীতাৰ আদৰ্শ আজিও ভাৰতবাসীৰ ধ্ৰুৱতৰা। ৰামায়ণী কথা আজিও পুৰণি হোৱা নাই। বালক-বুঢ়া, যুৱক-যুৱতীসকলৰ ওচৰত আজিও ই চিৰ-নতুন, চিৰ

উপাদেয়। মহাভাৰতৰ মতে প্ৰথমে ই সূতগণ নিবদ্ধ বীৰগাথা মাত্ৰ আছিল। মহাভাৰতৰ দৰে যুগে যুগে বিভিন্ন কালৰপৰা মেদ সঞ্চয় কৰি ই কলেবৰ পুষ্ট কৰিছে। মহাভাৰতৰ কৃষ্ণৰ দৰে ৰাজপুত্ৰ ৰামক পিচত বিষ্ণুৰ অৱতাৰৰূপে প্ৰচাৰ কৰা হৈছে। মহাভাৰতৰ দৰেই মূল ৰামায়ণত সময়ে সময়ে বহুঅংশ প্ৰক্ষিপ্ত হৈছে। আপস্তে কোৱাৰ দৰে হিন্দু মত অনুসাৰে সাত কাণ্ড আৰু পাঁচশত অধ্যায়ত বিভক্ত এই মহাকাব্যত ২৪,০০০ টি শ্লোক আছে।

"চতুৰ্বিংশসহস্ৰানি শ্লোকানামুক্তবানৃষিঃ।
তথা সৰ্গশতান্ পঞ্চষৎ কাণ্ডানি তথোত্তৰম্॥

বোম্বাই, বঙ্গদেশ আৰু পশ্চিম ভাৰত এই তিনিটা শাখাত ৰামায়ণ প্ৰচলিত। বাৰ্লিন লাইব্ৰেৰীত ৰক্ষিত এখন গ্ৰন্থত ৰামায়ণৰ আৰু এটা শাখা সংৰক্ষিত আছে বুলি জনা যায়।

**মূল আৰু পৰৱৰ্তী কালত প্ৰক্ষিপ্ত অংশ ঃ** পণ্ডিতসকলে কয় যে সপ্তম কাণ্ডটি পৰৱৰ্তী কালত যি মূল ৰামায়ণত সংযোজিত হৈছিল ই সংশয়াতীত আৰু প্ৰথম কাণ্ডও যে মূল ৰামায়ণৰ অন্তৰ্গত নাছিল সিয়ো তাৰ একপ্ৰকাৰ সিদ্ধান্তৰূপে গ্ৰহণ কৰিছিল। দ্বিতীয়ৰ পৰা ৬ষ্ঠ কাণ্ডৰ ভাষা আৰু ৰচনাশৈলীৰ সৈতে প্ৰথম আৰু সপ্তম কাণ্ডৰ ভাষা আৰু ৰচনাশৈলীৰ পাৰ্থক্যই সেইবোৰক এই সিদ্ধান্তত আনিবলৈ বাধ্য কৰিছে। তাত বাহিৰে প্ৰথম কাণ্ডত যিবোৰ কথা কোৱা হৈছে, দ্বিতীয়ৰপৰা ষষ্ঠ কাণ্ডৰ মাজত কোনো ঠাইতে তাৰ প্ৰতি কোনো ইঙ্গিত বা তাৰ সমৰ্থন আৰু উল্লেখ পোৱা নাযায়। ইয়াৰ উপৰিও প্ৰথম কাণ্ডৰ কিছুমান উক্তি পিচৰ পাঁচটা কাণ্ডৰ বিৰোধী।

আলোচনাত দ্বিতীয়ৰপৰা ষষ্ঠ কাণ্ডলৈকে থকা অংশকেই 'মূল ৰামায়ণ' বোলা হয়। ৰামচন্দ্ৰ যে বিষ্ণুৰ অৱতাৰ ই একমাত্ৰ প্ৰথম আৰু সপ্তম কাণ্ডত বাহিৰে মূল ৰামায়ণত ক'তো কোৱা নাই; আৰু মূল ৰামায়ণৰ যি অংশত এনেকুৱা স্বীকৃতিৰ সমৰ্থন লাভ

কৰিছে বুলি ধৰি লোৱা হয়, সিয়ো মূলৰ মাজত প্ৰক্ষিপ্ত এইদৰে পাশ্চাত্য পণ্ডিতসকলে অনুমান কৰিছে। মূল ৰামায়ণত বৰ্ণনীয় বিষয়সমূহ পৰস্পৰ সংলগ্ন হৈ সবিৰাম গতিত চলি আছে। প্ৰথম আৰু সপ্তম কাণ্ডত এই সংলগ্নতা নাই আৰু ৰচনাৰ মাজে মাজে পুৰাণৰ ৰীতিতে আখ্যান আৰু উপাখ্যান অ'ত ত'ত সন্নিবেশিত হৈছে।

ৰামায়ণৰ পুঁথিসমূহৰ মাজত এখন পুঁথিত দুটা সূচীপত্ৰ পোৱা গৈছে। এখনত দ্বিতীয়ৰপৰা ষষ্ঠ কাণ্ডলৈকে আৰু আনখনত প্ৰথম আৰু সপ্তম কাণ্ডলৈকে দেখা গৈছে। মূল ৰামায়ণ এসময়ত দ্বিতীয়ৰপৰা ষষ্ঠ কাণ্ডতেই সম্পূৰ্ণ হৈছিল, উপৰোক্ত প্ৰমাণবিলাকৰ পিচত এই আৱিষ্কাৰে সেই ধাৰণাক বদ্ধমূল কৰাত সহায় কৰিছে। ধৰি লোৱা হয় মূল ৰামায়ণৰ ৰাজপুত্ৰ ৰামচন্দ্ৰক পিচৰ কালত দেৱতা বুলি ঘোষণা কৰাৰ সুপৰিকল্পিত উদ্দেশ্য লৈ প্ৰথম কাণ্ড ৰচিত হয়। পৃথিৱীৰ ৰাজপুত্ৰ ৰামচন্দ্ৰ যে বিষ্ণুৰ অৱতাৰ হৈ আহি আছে সেই কথা প্ৰতিপন্ন কৰাই প্ৰথম কাণ্ডৰ উদ্দেশ্য। ৰাক্ষসসকলৰ অত্যাচাৰত উৎপীড়িত দেৱতাসকল বিষ্ণুৰ ওচৰলৈ গৈ প্ৰতিকাৰৰ প্ৰাৰ্থনা কৰে। বিষ্ণুয়ে নিজেই ইয়াৰ প্ৰতিবিধান কৰাৰ কাৰণে ৰজা দশৰথৰ পুত্ৰৰূপে জন্মিবৰ প্ৰতিশ্ৰুতি দিয়ে। ৰামজন্মৰ ইতিহাসৰ এই অলৌকিকত্বৰ সৈতে সঙ্গতি ৰাখিবৰ কাৰণেই সপ্তম কাণ্ড ৰচনা কৰা হয়। সপ্তম কাণ্ডত ৰামচন্দ্ৰৰ শেষ পৰিণামকো অলৌকিকত্বৰ বৰ্ণনাত চিত্ৰিত কৰা হৈছে।

ভ্ৰাম্যমান গায়ক আৰু কথক শ্ৰেণীৰ মুখে মুখে এসময়ত ভাৰতবৰ্ষত ৰামায়ণ গীতৰ সৃষ্টি হৈছিল আৰু শ্ৰোতাসকলৰ মনোৰঞ্জনৰ কাৰণে সেই সকলো গায়ক আৰু কথকসকলে যি ধৰণৰ বৰ্ণনাত শ্ৰোতাসকল মুগ্ধ হয় সেই ধৰণৰ বৰ্ণনা নিজৰ ইচ্ছামতে অতিৰঞ্জিত কৰি থৈ গৈছিল। তেতিয়া ৰামায়ণ লিখিত হোৱা নাই আৰু লিখিত হোৱাৰ আগলৈকে মূল ৰামায়ণৰ পৰিবৰ্তন আৰু পৰিবৰ্ধন কৰাত সূতসকলে সৰ্বেসৰ্বা আছিল। লিখিত

ৰূপগ্ৰহণ কৰাৰ পিচত যে ৰামায়ণত প্ৰক্ষিপ্ত অংশ প্ৰবেশ কৰি আছে, বিভিন্ন শাখাত ৰামায়ণৰ অস্তিত্বই তাৰ প্ৰমাণ।

Lassenৰ মতে ৰামায়ণৰ গঠনক চাৰিটা স্তৰত ভাগ কৰা যায়। প্ৰথম স্তৰত হিমালয় অভিমুখে ৰামচন্দ্ৰৰ নিৰ্বাসন; সীতা আৰু লক্ষ্মণৰ সৈতে তেওঁৰ অনুগমন—দুইটোৰে মাত্ৰ আছিল। দ্বিতীয় স্তৰত গোদাৱৰী তীৰক নিৰ্বাসন স্থান কৰা হৈছে আৰু তাত আশ্ৰমস্থ মুনিঋষিসকলক ৰামচন্দ্ৰই দাক্ষিণাত্যবাসীসকলক পৰাজিত কৰাৰ চেষ্টা কৰে। চতুৰ্থ স্তৰত লঙ্কাৰাজ ৰাৱণৰ সৈতে যুদ্ধ যাত্ৰা।

**ৰামায়ণৰ ৰচনাকাল:** Weber ৰামায়ণৰ কাল নিৰ্ধাৰণ প্ৰসঙ্গত যিসকল যুক্তি দিছিল তলত তাৰ কিছুমান দিয়া হ'ল।

(ক) প্ৰথমৰপৰা শেষলৈকে ৰামায়ণ ৰূপক। এই ৰূপকৰ ৰাজ্যত ঐতিহাসিক সত্যতা অতি সামান্য আৰু সেই হ'ল এই যে এসময়ত আৰ্য্য সভ্যতা দক্ষিণত বিশেষকৈ Ceylon অভিমুখে প্ৰসাৰতা লাভ কৰিছিল।

(খ) ৰামায়ণৰ যবন শব্দটো দুবাৰ ব্যৱহৃত হৈছে। ইয়ে যে গ্ৰীকসকলক বুজাইছে ঠিকভাৱে নিশ্চয় কৰিব নোৱাৰি; কিন্তু উত্তৰ-পশ্চিম ভাৰতত এসময়ত যিসকল বৈদেশিক জাতিক আক্ৰমণ কৰিছিল সেইসকলক বুজাইছে। ইয়াৰপৰা কব পাৰি যে গ্ৰীক আক্ৰমণৰ আগতে ভাৰতবৰ্ষত ৰামায়ণ ৰচিত হৈছিল।

(গ) খৃঃ পূঃ চতুৰ্থ শতকত পাটলিপুত্ৰ নগৰ নিৰ্ম্মিত হয় আৰু খৃঃ পূঃ ৩৫০ ত ই এক বিশাল সাম্ৰাজ্যৰ ৰাজধানীত পৰিণত হয়। ৰামায়ণত এই প্ৰসিদ্ধ নগৰৰ কোনো উল্লেখ নাই। ইয়াৰপৰা এইদৰে অনুমান কৰিব পাৰি যে পাটলিপুত্ৰ নগৰৰ প্ৰতিষ্ঠাৰ আগতে ৰামায়ণ ৰচিত হৈছিল।

(ঘ) ৰামায়ণত কোশলৰ ৰাজধানীৰ নাম 'অযোধ্যা'; বৌদ্ধ আৰু জৈন যুগত ইয়াৰ নাম আছিল 'সাকেত'। গতিকে বৌদ্ধ যুগৰ আগতে ৰামায়ণ ৰচিত হৈছিল।

(ঙ) ৰামায়ণত মিথিলা আৰু বিশালা নামে দুখন নগৰৰ বৰ্ণনা আছে। বুদ্ধৰ সময়ত দুয়োখন নগৰ একত্ৰিত হৈ এক শাসনতন্ত্ৰৰ অধীনত আছিল আৰু সেই মিলিত ৰাজ্যৰ নাম হৈছিল 'বৈশালী'। ইয়ো বুদ্ধ যুগৰ আগতে ৰামায়ণ ৰচিত হৈছিল বুলি সমৰ্থন কৰে।

(চ) ৰামায়ণৰ চৰিত্ৰবিলাক ঐতিহাসিক নহয়। Weber অনুমান কৰে যে সীতা মূলতঃ আৰ্য্যসকলৰ কৃষিৰ ৰূপক। ৰাৱণৰ হাতৰপৰা সীতা উদ্ধাৰৰ কাহিনী অনাৰ্য্যসকলৰ আক্ৰমণৰপৰা আৰ্য্যসকলৰ কৃষিভিত্তিক সভ্যতা ৰক্ষাৰ কাহিনী মাত্ৰ।

প্ৰধানতঃ ৰামায়ণৰ ৰচনা কাল নিৰ্ধাৰণ কৰাৰ প্ৰশ্নৰ সৈতে মূল আৰু প্ৰক্ষিপ্ত অংশৰ মাজত কালৰ ব্যৱধান আৰু এটা প্ৰক্ষিপ্ত অংশৰপৰা আৰু এটা প্ৰক্ষিপ্ত অংশৰ কালগত ব্যৱধানৰ প্ৰশ্ন অঙ্গাঙ্গীভাৱে জড়িত। মূল ৰামায়ণৰ প্ৰধান চৰিত্ৰ ৰামচন্দ্ৰ মানুহ —পৃথিবীৰ ৰাজকুমাৰ। প্ৰথম আৰু সপ্তম কাণ্ডত তেওঁ দেৱতা— একেবাৰে বিষ্ণুৰ অৱতাৰ। লোকোত্তৰ বীৰত্ব আৰু মহনীয়তাৰ কাৰণে মাটিৰ মানুহ কালত দেৱত্বত উন্নীত যে হ'ব পাৰে সেইটো সত্য, কিন্তু কিমান দীৰ্ঘকালত সেইটো সম্ভৱ হ'ব তাক নিশ্চয় কৰি কোৱা কঠিন। মহাভাৰতত ৰামৰ উপাখ্যান আছে, সেই গ্ৰন্থৰ ৰামো বিষ্ণুৰ অৱতাৰ আৰু সেই ৰামোপাখ্যান ৰামায়ণৰেই সংক্ষিপ্ত ৰূপমাত্ৰ। সীতাৰ অপহৰণ আৰু ৰাম-ৰাৱণৰ যুদ্ধক অনুসৰণ কৰি যে দ্ৰৌপদীৰ অপহৰণ আৰু কুৰু পাণ্ডৱৰ যুদ্ধৰ কাহিনী লৈ মহাভাৰত ৰচিত হোৱা নাই—এই কথা কোনে ক'ব? খৃষ্টাব্দ চতুৰ্থ শতকত যদি আমাৰ মহাভাৰতৰ ৰচনা সম্পূৰ্ণ হৈ গৈছে, তেনেহ'লে তাৰ দুই-একশ বছৰ আগতে ৰামায়ণৰ ৰচনা শেষ হৈ গৈছে—এই সিদ্ধান্ত যুঠেই অযুক্তিকৰ নহয়। ৰামায়ণত বৌদ্ধপ্ৰভাৱ কিমানখিনি পৰিছে নাইবা একেবাৰেই আছে নে নাই তাক নিৰ্ণয় কৰা সহজ নহয়। ৰামায়ণৰ যি অংশ সাধাৰণতঃ প্ৰক্ষিপ্ত বুলি মানি লোৱা হৈছে

ভাৱে এঠাইত মাত্র এবাৰ ৰামৰ মুখত বুদ্ধৰ উল্লেখ দেখিবলৈ পোৱা যায়। ৰামচন্দ্রই এঠাইত বুদ্ধক 'চোৰ' আৰু 'নাস্তিক' বুলি অভিহিত কৰিছে। দশৰথৰ মৃত্যুৰ পিচত অযোধ্যাৰ ৰাজসিংহাসন শূন্য হৈ গ'ল।

**ৰামায়ণত বৌদ্ধ প্রভাৱঃ** কৈকেয়ীয়ে ভৰতক মোমায়েকৰ ঘৰৰপৰা মাতি পঠিয়াইছিল। দৃঢ়প্রতিজ্ঞ ভৰতে কোনোমতে ৰাজপদ গ্রহণ কৰিবলৈ ইচ্ছা নকৰিলে। সসৈন্যে ৰামচন্দ্রক ফিৰাই আনিবলৈ চেষ্টা কৰিলে। কিন্তু ৰামৰ ওচৰত ভৰতৰ সকলো অনুনয় ব্যর্থ হ'ল। ৰামে কোনোমতেই সত্য লঙ্ঘন কৰি অযোধ্যালৈ ফিৰি যাবলৈ সম্মত নহ'ল। নানাজনে ৰামক নানাভাৱে বুজাবলৈ চেষ্টা কৰিছিল। ইয়াৰ মাজত এজনৰ নাম আছিল জাবালি। জাবালিয়ে ৰামক যিভাৱে সেই সময়ত উপদেশ দিছিল, তাৰপৰা ধৰি লব পাৰি যে তেওঁ ঘোৰ নাস্তিক আছিল। এই উপদেশৰ মাজত বৌদ্ধ মতবাদৰ প্রভাৱ ধৰা পৰে। Jakobi এই অংশটোক প্রক্ষিপ্ত বুলি কৈছে আৰু ৰামৰ মুখত বুদ্ধৰ যি উল্লেখৰ কথা আগতে কোৱা হৈছে সেইটোও ৰামায়ণৰ সকলো সংস্কৰণত পোৱা নেযায়। গতিকে তাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিব নোৱাৰি। পূর্ব ভাৰতত বৌদ্ধ ধর্মৰ প্রচাৰৰ পিচত আৰু বৌদ্ধ ধর্মৰ মূলনীতিবিলাকে প্রতিষ্ঠা লাভ কৰাৰ পিচত ৰামায়ণৰ ৰচনা আৰম্ভ হৈছিল। সেই গতিকে বৌদ্ধ ধর্মৰ প্রভাৱক একেবাৰে পিচত পেলাই থৈ যোৱা ৰামায়ণৰ পক্ষে হয়তো সম্ভৱ নহয়। সেইবুলি ৰাম উপাখ্যান মূলতঃ বৌদ্ধ উপাখ্যান। ৰাম ৰাৱণৰ মাজেদি বৌদ্ধ ধর্মৰ আদর্শ আৰু মতবাদ প্রচাৰ কৰাৰ চেষ্টা কৰা হৈছে। Weberৰ এই ধৰণৰ মতবাদ সকলোতে গ্রহণ কৰা নাযায়; লৌকিক সংস্কৃত ভাষাত ৰামায়ণ ৰচিত হৈছে। সাধাৰণতঃ ধৰি লব পাৰি যে জনসাধাৰণৰ কাৰণে যি কাব্য ৰচিত হয় সেইটো তেওঁলোকৰ ব্যৱহৃত ভাষাতেই ৰচিত হৈ আছে। এই ফালেদি

ভাবিলে ধৰি লব পাৰি যে ৰামায়ণ যি সময়ত ৰচিত হৈছিল সেই সময়ত জনসাধাৰণৰ কথ্যভাষা আছিল সংস্কৃত। সম্রাট অশোকৰ শিলালেখা সমূহত সংস্কৃতৰ ব্যৱহাৰ নাই, পালি-ঘেষা আঞ্চলিক ভাষাৰ ব্যৱহাৰ কৰা হৈছে। বুদ্ধইও তেওঁৰ উপদেশবিলাক সংস্কৃতত প্ৰচাৰ কৰা নাই, জনসাধাৰণৰ কথ্যভাষাত প্ৰচাৰ কৰিছিল ইয়াৰপৰা বুজা যায় যে অশোক আৰু বুদ্ধৰ সময়ত সংস্কৃত কথ্য-ভাষা নাছিল আৰু যি সময়ত কথ্যভাষা আছিল যদি সেই সময়ত ৰামায়ণ ৰচিত হৈ থাকে তেনেহলে অৱশ্যে সেইটো পাক বৌদ্ধ যুগত। Jakobi এই ধৰণৰ মতকেই পোষণ কৰিছে। কিন্তু এই ৰকম মত সকলোতে যুক্তিপূৰ্ণ বুলি ধৰি লব নোৱাৰি। সমগ্ৰ ভাৰতত এসময়ত সংস্কৃতক কথ্য ভাষাৰূপে স্বীকাৰ কৰি ললেও লগে লগে আঞ্চলিক ভাষাসমূহৰ প্ৰচলন স্বীকাৰ কৰিবলৈ কোনো ৰকম বাধা নাই। বহুতে এইদৰে মত পোষণ কৰে যে মূল ৰামায়ণ প্ৰথমে কোনো আঞ্চলিক কথ্যভাষাত ৰচিত হৈছিল আৰু পিচত ইয়াক সংস্কৃতত ৰূপান্তৰিত কৰা হয়। Bartu ধৰি লয় যে মহাকাব্য-বিলাক প্ৰথমে প্ৰাকৃত ভাষত ৰচিত হৈছিল। Jacobi অত্যন্ত নিপুনভাৱে এই মত খণ্ডন কৰিছে।

খৃঃ পূঃ শতকত যিবিলাক লিপিক শিলালেখাসমূহ পোৱা গৈছে সেইবিলাক আঞ্চলিক ভাষাতেই লিখিত। ইয়াৰপৰা এইটোৱেই প্ৰমাণিত হয় যে ভেতিয়া সংস্কৃত ৰাষ্ট্ৰভাষাৰূপে ব্যৱহৃত হোৱা নাছিল, কিন্তু সেই বুলি সাহিত্যৰ ভাষা হিচাবে প্ৰচলিত আছিল নে নাই ধৰি লোৱা কাৰণ দেখা নাযায়। পানিনি, কাত্যায়ণ, পতঞ্জলিৰ সময়তো সংস্কৃত মৃত হোৱা নাই—Bhandar kar তাকে দেখুৱাইছে। বৌদ্ধসকলে সংস্কৃত কাব্যত, সাহিত্যত যে গ্ৰহণ কৰিছে খৃষ্টাব্দৰ প্ৰথম দিশত অশ্বঘোষৰ বুদ্ধচৰিতেই তাৰ প্ৰমাণ দিয়ে। সীতাৰ অন্বেষণত লঙ্কাকৈ গমন কৰি হনুমানে ৰাৱণৰ পুৰীত ৰাতি ৰাৱণক মহিষীসকলৰ দ্বাৰা পৰিবেষ্টিত

অৱস্থাত নিদ্ৰিত হৈ থকা দেখিছিল। এই অংশৰ বৰ্ণনাত অনেকে অশ্বঘোষৰ বুদ্ধচৰিতক অনুকৰণ কৰা বুলি ভাবিবৰ ঠাই আছে। যদি সেইটো হয় তেনেহলে বুজিব লাগিব দ্বিতীয় খৃষ্টাব্দৰ প্ৰথম ভাগতো ৰামায়ণৰ মাজত সংযোজন চলি আছে।

বৌদ্ধ আৰু জৈন সকলেয়ো ৰাম উপাখ্যান নিজৰ মন অনুযায়ী গ্ৰহণ কৰি লৈছিল। যি কেইখন বৌদ্ধ উপাখ্যান চীন ভাষাত অনুবাদ কৰা হৈছে ৰামোপাখ্যানে তাৰ মাজত স্থান পাইছে। খৃষ্টাব্দ প্ৰথম শতকত জৈন সাধু বিমল সূৰিয়ে প্ৰাকৃত ভাষাত ৰচিত তেওঁৰ পদ্মচৰিত নামক কাব্যত জৈন ধৰ্মৰ সৈতে ৰামো-পাখ্যানৰ এটা সঙ্গতি বজায় ৰখাৰ চেষ্টা কৰিছিল। খৃষ্টাব্দ ষষ্ঠ শতকত সুদূৰ কাম্বোদিয়াতেও ৰামায়ণ হিন্দুৰ ধৰ্মগ্ৰন্থ হিচাবে সুপৰিচিত হৈছিল।

**ৰামায়ণ আৰু মহাভাৰত ৰচনাৰ সময় ব্যৱধান:** ৰামায়ণ আৰু মহাভাৰতৰ মাজত কোনখন আগৰ আৰু কোনখন পিচৰ এই বিষয়ৰ আলোচনা অনুমানৰ ওপৰত নিৰ্ভৰ কৰে। বাল্মীকি আদি কবি, ৰামায়ণ আদি কাব্য। বিষ্ণুৰ দশ অৱতাৰৰ মাজত অৱতাৰ হিচাবেও কৃষ্ণ অৱতাৰৰ আগয়ে ৰাম অৱতাৰ। সেই কালেদি হিন্দুসকলে ৰামায়ণকেই মহাভাৰতৰ আগৰ ৰচনা বুলি স্বীকাৰ কৰি লৈছে। এই বিষয়ত এটা আপত্তি উঠে যে মূল ৰামায়ণৰ প্ৰধান চৰিত্ৰ ৰামচন্দ্ৰ মানুহ—তাত অৱতাৰ বুলি তেওঁ স্বীকৃত হোৱা নাই। গতিকে মূল ৰামায়ণক মহাভাৰতৰ আগৰ বুলি গ্ৰহণ কৰা নেযায়। ৰামায়ণত সতীদাহৰ উল্লেখ নাই। অথচ মহাভাৰতত ইয়াৰ উল্লেখ আছে; এই কাৰণেও অনেকে ৰামায়ণক মহাভাৰতৰ পূৰ্ববৰ্তী বুলি ধৰি লৈছে। Winternitzৰ মতে মূল ৰামায়ণৰ মতে মূল মহাভাৰততো সতীদাহৰ কোনো উল্লেখ নাই, যদি থাকে তেনেহলে মহাভাৰতৰ প্ৰক্ষিপ্ত অংশতেই আছে। গতিকে এই যুক্তিৰ ওপৰতো নিৰ্ভৰ কৰিব নোৱাৰি।

Jakobi ৰামায়ণকেই পূৰ্ববৰ্তী বুলি অনুমান কৰে আৰু তেওঁৰ মতে ৰামায়ণৰ দ্বাৰা প্ৰভাবিত হৈ মহাভাৰত মহাকাব্যৰূপে স্বীকৃত হয়। Winternitz এই মতৰ বিশেষ বিৰোধিতা কৰিছে। তেওঁৰ মতে মহাভাৰতৰ বৰ্ণনাভঙ্গীৰ মাজতেই তাৰ প্ৰাচীনত্বৰ ছাপ সুস্পষ্ট। 'যুধিষ্ঠিৰ উবাচ', 'দুৰ্যোধন উবাচ' ইত্যাদি ৰূপত বিশেষ বিশেষ চৰিত্ৰৰ অৱতাৰণা কৰা কাব্যৰীতি নহয়। ৰামায়ণত কোনো ঠাইতে এইদৰে চৰিত্ৰবিলাকৰ বক্তব্যৰ অৱতাৰণা কৰা হোৱা নাই; বৰ্ণনাভঙ্গীৰ স্বকীয় ছন্দৰ মাজতেই চৰিত্ৰবিলাকে সিহঁতৰ বক্তব্যলৈ নিজে আহিছে আৰু নিজে গৈছে। তাত কোনো ঠাইতে বুজিবলৈ অসুবিধা নহয় আৰু এই বিষয়ত মহাভাৰতকৈ ৰামায়ণে পুৰণি কাব্যৰীতিৰ পৰিচয় দিয়া বুলিও অত্যুক্তি নহয়।

যুদ্ধৰ বৰ্ণনাত আৰু প্ৰতিস্পৰ্ধী যোদ্ধাসকলৰ পৰস্পৰৰ প্ৰতি তীব্ৰ ঘৃণা প্ৰকাশৰ মাজেদিও মহাভাৰতৰ ভিতৰত এদিন আদিম যুগৰ আদিম জাতিৰ অসংযত প্ৰবৃত্তিৰ পৰিচয় পোৱা যায়। ভীম আৰু দুৰ্য্যোধনৰ আস্ফালনৰ মাজত আমি যি তীব্ৰ বিদ্বেষ আৰু জিঘাংসাৰ পৰিচয় পাওঁ, ৰাম ৰাৱণৰ কথোপকথনত সেইদৰে তীব্ৰ বিদ্বেষ বা জিঘাংসাৰ পৰিচয় পোৱা নাযায়। মহাভাৰতৰ গান্ধাৰী বা কুন্তীও যেন প্ৰকৃত ক্ষত্ৰিয় ৰমনী, যুদ্ধৰ সৈতে যাৰ ঘনিষ্ঠ পৰিচয় আছে। ৰাজনীতি তেওঁলোকে একেবাৰে নুবুজা নহয়। ৰামায়ণৰ কৌশল্যা, কৈকেয়ী সেই প্ৰকৃতিৰ সম্ৰাজ্ঞী নহয়। মহাভাৰতৰ দ্ৰৌপদী সম্পূৰ্ণ ক্ষত্ৰিয় ৰমনী, যিজনীয়ে ক্ৰোধত আত্মহাৰা হবলৈ জানে, অন্যায়ৰ প্ৰতিকাৰ দাবি কৰিবলৈ চেষ্টা কৰে, স্বামীৰ বিৰুদ্ধে অভিযোগৰো যাৰ অন্ত নাথাকে। ৰামায়ণৰ সীতা তেনে নহয়। এই বৈসাদৃশ্যৰ কাৰণ সম্পৰ্কে দুই ৰকম অনুমান কৰিব পাৰি। ৰামায়ণ যুগৰ সভ্যতা মহাভাৰতৰ যুগৰ সভ্যতাতকৈ কিছু আগতে ঘটিছিল। নতুবা মহাভাৰত পশ্চিম ভাৰতৰ সভ্যতা সংস্কৃতিৰ; আৰু ৰামায়ণ পূৰ্বভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ

মাজত ৰচিত। এই দুখন মহাকাব্যৰ ৰচনাৰ মাজত সময়ৰ ব্যৱধান বেচি নহয়; কেৱল ভাৰতবৰ্ষৰ দুই বিভিন্ন অঞ্চলত প্ৰচলিত সভ্যতা আৰু সংস্কৃতিৰ ছাপকেই এই দুখনে বহন কৰি আছে।

ৰামায়ণ পুৰণি বুলি প্ৰমাণ কৰাৰ যুক্তি তলত দেখুৱা হ'ল। মহাভাৰতৰ বনপৰ্ব, দ্ৰোণপৰ্ব, শান্তিপৰ্বত আৰু হৰিবংশত ৰামোপাখ্যান সংক্ষেপে উল্লেখ আছে। ৰামচন্দ্ৰৰ পদস্পৰ্শৰ কাৰণেই শৃঙ্গবেৰপুৰ পবিত্ৰ তীৰ্থস্থান বুলি মহাভাৰতত পৰিগণিত হৈছে। ৰামায়ণৰ ঘটনা পৰম্পৰাৰ মাজত এটা অলৌকিক ছাপ পৰি গৈছে। বাণৰ সৈন্যৰ দ্বাৰা সেতুবন্ধন, দশানন ৰাৱণৰ কল্পনা প্ৰভৃতি বহু অবিশ্বাস্য ঘটনাক মানি নললে ৰামায়ণৰ আখ্যানভাগৰ সাৰ্থকতা নাথাকে। পক্ষান্তৰত মহাভাৰতৰ সকলো চৰিত্ৰ সম্পূৰ্ণ মানুহ। কতো অতিশয়োক্তি বা উদ্দাম আৰু অসংযত কল্পনা কৰা হোৱা নাই। ইয়াৰপৰা অনুমান কৰা হয় যে ৰামায়ণ মহাভাৰতভকৈ পুৰণি।

**বাল্মীকি আৰু উত্তৰ কাল:** মহাকাব্য ৰামায়ণত মহৰ্ষি বাল্মীকিয়ে যি স্বকীয় মহতী প্ৰতিভাৰ তুলিকাৰে হিন্দুজীৱনৰ বিভিন্ন স্তৰৰ মহান আদৰ্শৰ আলেখ্য আঁকি গৈছে, আজি বহু বছৰ পিচতো তাৰ দীপ্তি ম্লান হৈ যোৱা নাই। ই কালজয়ী হৈ আছে। তেওঁৰ কাব্য যে ভৱিষ্যতৰ সকলো কবিৰ উপজীব্য হব ৰামায়ণৰ এই ভৱিষ্যৎ বাণী আখৰে আখৰে সত্য হৈ পৰিছে। মহাভাৰত, ভাগৱত, অধ্যাত্ম ৰামায়ণ, পদ্মপুৰাণ, অগ্নিপুৰাণ, স্কন্দপুৰাণ, প্ৰভৃতি গ্ৰন্থবোৰতে সেই কাহিনীক সাদৰে গ্ৰহণ কৰা হৈছে। বৌদ্ধ আৰু জৈন ধৰ্ম গ্ৰন্থবিলাকেও ৰামোপাখ্যানক একেবাৰে বাদ দিব পৰা নাই। ভাৰতৰ শ্ৰেষ্ঠকবি কালিদাসে বাল্মীকিৰ ৰামায়ণক অৱলম্বন কৰি কবিযশঃপ্ৰাৰ্থী হৈছে আৰু সেইটো স্বীকাৰো কৰিছে—

অথবা কৃতবাগ্‌দ্বাৰে বংশেঽস্মিন্ পূৰ্ব সূৰিভিঃ।
মনৌ বজ্ৰ সমুৎকীৰ্ণ সূত্ৰস্যেবাস্তি মে গতিঃ॥

—ৰঘুবংশ, ১'৪

বাল্মীকিৰ ৰামায়ণক কালিদাসে 'কবি প্ৰথম পদ্ধতি' বুলিছে আৰু বাল্মীকিক কৈছে 'আদিকবি'। কালিদাসৰ অঙ্কিত বহু চিত্ৰ, বহু উপমা, বহু শব্দসম্ভাৰ বাল্মীকিৰ ৰামায়ণৰপৰাই গ্ৰহণ কৰা হৈছে। অভিজ্ঞান শকুন্তলাত অঙ্গুৰীয়ক ঘটনা ৰামায়ণৰ সুন্দৰ কাণ্ডৰ অঙ্গুৰীয়ক ঘটনাৰপৰা গ্ৰহণ কৰা হৈছে। কালিদাসৰ 'মেঘদূত' যিখন পৰৱৰ্তী কালৰ দূত কাব্যৰ পথিকৃৎ, তাৰো ছায়া সুন্দৰ কাণ্ডত য'ত হনুমান ৰামৰ ওচৰৰপৰা সীতাৰ ওচৰলৈ গৈছিল আৰু য'ত ভাসমান মেঘক হনুমানৰ সৈতে তুলনা কৰা হৈছে, সেইটো তাত দেখিবলৈ পোৱা যায়। কুমাৰ সম্ভৱৰ তৃতীয় সৰ্গৰ বসন্ত বৰ্ণনা আৰু কিষ্কিন্ধা কাণ্ডৰ প্ৰথম অধ্যায়ৰ বসন্ত বৰ্ণনাৰ সাদৃশ্যও কম নহয়। বিক্ৰমোৰ্বশী নাটকৰ চতুৰ্থ অঙ্কত আমি সীতাহৰণৰ পিচত ৰামচন্দ্ৰৰ মানসিক অৱস্থাৰ সাদৃশ্য দেখিবলৈ পাওঁ। অশ্বঘোষ আৰু ভাসো ৰামায়ণৰ দ্বাৰা প্ৰভাৱান্বিত হৈছে। বিমলসূৰিৰ জৈন ৰামায়ণত, ৰাজশেখৰৰ নাটকত, ভৱভূতিৰ উত্তৰৰাম চৰিতত, ভট্টিকাব্যত, কুমাৰদাসৰ জানকীহৰণত, ক্ষেমেন্দ্ৰৰ ৰামায়ণ মঞ্জৰী আদি সকলোবিলাক গ্ৰন্থতে বাল্মীকি ৰামায়ণৰ প্ৰভাৱ কিছু নহয় কিছু পৰিলক্ষিত হয়। আনন্দবৰ্ধনে তেওঁৰ ধ্বন্যালোকত ৰামায়ণৰ প্ৰতি অসীম শ্ৰদ্ধা পোষণ কৰিছে।

**ৰামায়ণ মহাকাব্যৰ বিশেষত্ব :** প্ৰাচীন আৰ্য্য সভ্যতাৰ এটা ধাৰা য়ুৰোপ আৰু আনটি ধাৰা ভাৰতত প্ৰবাহিত হৈছে। য়ুৰোপৰ ধাৰা আৰু ভাৰতৰ ধাৰা নিজ নিজ মহাকাব্য দুখনতে প্ৰবাহিত হোৱাৰ উপৰিও নিজৰ কথা আৰু সংগীতক ৰক্ষা কৰি আছে। আমাৰ ৰামায়ণ, মহাভাৰত যেনেকুৱা গ্ৰীকৰ ইলিয়ড-ওডিচি তেনেকুৱা। আমি বিদেশী, আমি নিশ্চয় কৰ নোৱাৰোঁ গ্ৰীকসকলে তেওঁলোকৰ সকলো প্ৰকৃতিক তেওঁলোকৰ এই দুখন কাব্যত প্ৰকাশ কৰিব পাৰিছে নে নাই। কিন্তু ভাৰতবাসীয়ে ৰামায়ণ আৰু মহাভাৰতৰ মাজত বৈ আছে। শতাব্দীৰ পিচত শতাব্দী অতিবাহিত

হৈছে, কিন্তু ৰামায়ণ মহাভাৰতৰ স্রোত ভাৰতবৰ্ষত লেশমাত্ৰয়ো শুকই যোৱা নাই। প্ৰত্যেক দিন গাঁৱে গাঁৱে ঘৰে ঘৰে মহাকাব্য ভুখন পঠিত হৈছে; সামান্য সক দোকনৰপৰা ৰজাৰ, প্ৰাসাদলৈকে সকলোতে ইয়াৰ সমান আদৰ। ৰামায়ণ মহাভাৰতৰ যি সমালোচনা সি অন্যকাব্য সমালোচনাৰ আদৰ্শৰপৰা স্বতন্ত্ৰ। ৰামৰ চৰিত্ৰ উচ্চ নে নীচ, লক্ষ্মণৰ চৰিত্ৰ আমাৰ ভাল লাগে নে বেয়া লাগে, এই আলোচনাই যথেষ্ট নহয়। স্তব্ধ হৈ শ্ৰদ্ধাৰে সৈতে বিচাৰ কৰিব লাগিব কেনেকৈ গোটেই ভাৰতবৰ্ষই বহু বছৰ জুৰি ইয়াক গ্ৰহণ কৰিছে। দেৱতাৰ অৱতাৰ লীলা লৈয়ে যে ৰামায়ণ ৰচিত সেইটো নহয়। কবি বাল্মীকিৰ মনত ৰাম অৱতাৰ নাছিল, তেওঁ মানুহ হে আছিল। পণ্ডিতসকলে ভৱিষ্যতে ইয়াৰ প্ৰমাণ কৰিব। ইয়াত এইটো সংক্ষেপে কোৱা হৈছে যে কবি যদি ৰামায়ণত নৰ-চৰিত্ৰ বৰ্ণনা নকৰি দেৱচৰিত্ৰ বৰ্ণনা কৰিলেহেঁতেন ৰামায়ণৰ গৌৰৱ হ্ৰাস হলহেঁতেন। মানুহ বুলি ৰামচৰিত্ৰ মহিমান্বিত।

আদিকাণ্ডৰ প্ৰথম সৰ্গত বাল্মীকিয়ে তেওঁৰ কাব্যৰ উপযুক্ত নায়ক সন্ধান কৰি বহুগুণৰ উল্লেখ কৰি নাৰদক শুধিলে—

"সমগ্ৰা ৰূপিনী লক্ষ্মীঃ কমেকং সংশ্ৰিতা নৰং"।

কোনো একজন মাত্ৰ মানুহক আশ্ৰয় কৰি সমগ্ৰা লক্ষ্মীৰূপ গ্ৰহণ কৰিছে নাৰদে কলে—

"দেৱেষপি ন পশ্যামি কশ্চিদেভিৰগুণৈৰযুতম্।
শ্ৰূয়তাং তু গুণৈৰেভিৰ্যোযুক্তো নৰচন্দ্ৰমাঃ ॥"

ইমান গুণযুক্ত পুৰুষতো দেৱতাসকলৰ মাজতো নেদিখি, তথাপি যে নৰচন্দ্ৰমাৰ মাজত এই সকলেবোৰ গুণ আছে তাৰ গুণ শুনা।"

ৰামায়ণত সেই নৰচন্দ্ৰমাৰ কথা আছে; ই দেৱতাৰ কথা নহয়। ৰামায়ণে দেৱতাক খৰ্ব কৰি মানুহ কৰা নাই। ইয়াত মানুহেই নিজগুণে দেৱতা হৈ উঠিছে। মানৱৰ চৰম আদৰ্শ স্থাপনৰ কাৰণে ভাৰতৰ কবি তুজনাই মহাকাব্য ৰচনা কৰিছিল,

আৰু সেই দিনৰপৰা আজিলৈকে মানুহৰ এই আদৰ্শচৰিত বৰ্ণনা ভাৰতৰ পঢ়ুৱৈ সমাজে পৰম আগ্ৰহেৰে পাঠ কৰি আহিছে। ৰামায়ণৰ প্ৰধান বিশেষত্ব এই যে ই ঘৰৰ কথাকেই অত্যন্ত বৃহৎ কৰি দেখুৱাইছে। পিতা-পুত্ৰ, ভাই-ভাই, স্বামী-স্ত্ৰীত যি বন্ধন, যি প্ৰীতি ভক্তিৰ সম্বন্ধ, ৰামায়ণে সেইটোকে এনে মহৎ কৰি তুলিছে যে ই অতি সহজেই মহাকাব্যৰ উপযুক্ত হৈছে। দেশজয়, শত্ৰু বিনাশ, দুটা প্ৰবল বিৰোধী পক্ষৰ প্ৰচণ্ড আঘাত-সংঘাত— এই সকলো কাৰ্য্যই সাধাৰণত মহাকাব্যৰ মাজত আন্দোলন আৰু উদ্দীপনাৰ সঞ্চাৰ কৰি থাকে। কিন্তু ৰামাৰণৰ মহিমা ৰাম-ৰাৱণৰ যুদ্ধক আশ্ৰয় কৰা নাই; সেই যুদ্ধ ঘটনা ৰাম আৰু সীতাৰ দাম্পত্য প্ৰীতিকেই উজ্জ্বল কৰি দেখুৱাবৰ উপলক্ষ্য মাত্ৰ। পিতাৰ প্ৰতি পুত্ৰৰ বশ্যতা, ভাইৰ কাৰণে ভাইৰ আত্মত্যাগ, পতি-পত্নীৰ মাজত পৰস্পৰৰ প্ৰতি নিষ্ঠা আৰু প্ৰজাৰ প্ৰতি ৰজাৰ কৰ্তব্য কিমান দূৰলৈ যাব পাৰে ৰামায়ণে তাকে দেখুৱাইছে। এইদৰে ব্যক্তি বিশেষৰ প্ৰধানত ঘৰৰ সম্পৰ্কবিলাক কোনো দেশৰ মহাকাব্যত এনেভাৱে বৰ্ণনীয় বিষয় বুলি গণ্য হোৱা নাই। আমাৰ দেশত গাৰ্হস্থ্য আশ্ৰমৰ যি অত্যন্ত উচ্চ স্থান আছিল, এই কাব্যই তাকে প্ৰমাণ কৰিছে। গৃহাশ্ৰম আমাৰ নিজৰ সুখৰ কাৰণে, সুবিধাৰ কাৰণে নাছিল; গৃহাশ্ৰমে সকলো সমাজক ধাৰণ কৰি ৰাখিছিল আৰু মানুহক যথাৰ্থভাৱে মানুহ কৰি তুলিছিল। গৃহাশ্ৰম ভাৰতবৰ্ষীয় আৰ্য্যসকলৰ ভিত্তি। ৰামায়ণ সেই গৃহাশ্ৰমৰ কাব্য। এই গৃহাশ্ৰম ধৰ্মকেই ৰামায়ণে বিসদৃশ অৱস্থাৰ মাজত পেলাই বনবাস দুখৰ মাজত বিশেষ গৌৰৱ দান কৰিছে। কৈকেয়ী মন্থৰাৰ কুচক্ৰান্তৰ কঠিন আঘাতত অযোধ্যাৰ ৰাজগৃহক বিশ্লিষ্ট কৰি দিয়া, ইয়াৰ উপৰিও এই গৃহধৰ্মৰ দুৰ্ভেদ্য দৃঢ়তা ৰামায়ণে ঘোষণা কৰিছে। বাহুবল নহয়, জিগীষা নহয়, ৰাষ্ট্ৰগৌৰৱ নহয়, শান্তৰসাম্পদ গৃহ ধৰ্মকেই ৰামায়ণে করুণাৰ অশ্ৰুজলত

অভিষিক্ত কৰি তাক সুমহৎ বীৰ্যৰ ওপৰত প্ৰতিষ্ঠিত কৰিছে। ৰাম যে একে সময়তে আমাৰ ওচৰত দেৱতা আৰু মানুহ, ৰামায়ণ যে একে সময়তে আমাৰপৰা ভক্তি আৰু প্ৰীতি পাই আছে ই কেতিয়াও সম্ভৱ নহলহেঁতেন যদি এই মহাগ্ৰন্থৰ কবিত্ব ভাৰতবৰ্ষৰ পক্ষে কেৱল সুদূৰ কল্পলোকৰ সামগ্ৰী হলহেঁতেন আৰু যদি ই আমাৰ সংসাৰ সীমাৰ মাজত ধৰা নিদিলেহেঁতেন। এনে গ্ৰন্থক যদি অন্যদেশীয় সমালোচকে তেওঁলোকৰ কাব্যবিচাৰৰ আদৰ্শ অনুসাৰে অপ্ৰাকৃত বোলে তেনেহলে তেওঁলোকৰ দেশৰ সৈতে তুলনাত ভাৰতবৰ্ষৰ এটা বিশেষত্ব আৰু পৰিস্ফুট হৈ উঠে। ৰামায়ণত ভাৰতবাসীয়ে যি চাবলৈ বিচাৰে তাকে পায়।

**ভাৰতীয় সভ্যতা আৰু সংস্কৃতিত ৰামায়ণৰ প্ৰভাৱ ঃ** ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈ বোধকৰোঁ এনে এজন ভাৰতীয় নোলাব যিজনে ৰামায়ণ আৰু মহাভাৰত সম্বন্ধে অলপ নহয় অলপ নাজানে। ভাৰতৰ বিশেষকৈ হিন্দু সমাজৰ সকলো ক্ষেত্ৰতে দুয়োখন মহা-কাব্যৰ প্ৰভাৱ অসীম। ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ ভেটি দৃঢ় কৰি তোলাত, ভাৰতৰ জাতীয় জীৱন গঢ় দিয়াত, ভাৰতীয় চিন্তা আৰু আদৰ্শৰ অভিব্যক্তিত এই দুখন মহাকাব্যই বিশেষভাৱে সহায় কৰি আহিছে। ভাৰতবৰ্ষৰ অসীম বৈচিত্ৰ্যৰ মাজত ঐক্য স্থাপন কৰাতো ৰামায়ণ আৰু মহাভাৰতে কম সহায় কৰা নাই। শদিয়াৰপৰা কুমাৰীকালৈ সকলোৱে সমানভাৱেই ৰামৰ আদৰ্শ চৰিত্ৰৰ প্ৰতি ভক্তিত মূৰ দোঁৱায়, সীতাৰ দুখত চকুলো টোকে, নানা দুঃখ শোকত পৰি সান্ত্বনা লাভ কৰে, আৰু আনন্দ উৎসৱত ৰামায়ণৰ ঘটনা কীৰ্তন কৰি আনন্দ লাভ কৰে। ধৰ্মৰ কথা বাদ দি কেৱল কলাৰ ফালৰপৰা চাই পঠিয়ালেও দেখা যায় যে গোটেই ভাৰতবৰ্ষব্যাপী মঠ, মন্দিৰ, ভাস্কৰ্য্য, স্থাপত্য, চিত্ৰকলা আৰু সাহিত্যৰ প্ৰেৰণাৰ এটা প্ৰধান উৎস ৰামায়ণ।

ৰামায়ণৰ বহুমুখী প্ৰভাৱ কেৱল ভাৰতবৰ্ষতেই আবদ্ধ নহয়,

সুদূৰ চীন, ইণ্ডোনেচীয়া আদি দেশতো ইয়াৰ প্ৰভাৱ পৰিলক্ষিত হয়। যৱ, বালি আদি পূৰ্বভাৰতীয় দ্বীপপুঞ্জত বিশেষভাৱে ৰামায়ণৰ প্ৰভাৱ দেখা যায়। আজিকালি ৰামায়ণ প্ৰধানকৈ হিন্দুৰ ধৰ্মমূলক গ্ৰন্থবুলি পৰিচিত। কিন্তু ৰামায়ণ ধৰ্মপ্ৰধান গ্ৰন্থৰূপে পৰিচিত হোৱাৰ আগৰপৰাই যে ইয়াৰ ঘটনা জনসমাজত জনাজাত আৰু সমাদৃত হৈছিল তাৰ প্ৰমাণ দিয়ে বৌদ্ধ আৰু জৈন ধৰ্মৰ গ্ৰন্থত থকা ৰাম সম্বন্ধীয় উপাখ্যানে। বাল্মীকিৰ ৰামায়ণত থকা ঘটনাকেই অলপ ইফাল সিফালভাৱে বৌদ্ধ আৰু জৈন গ্ৰন্থত পোৱা যায়। বল্মীকি ৰামায়ণৰ প্ৰভাৱ বা আদৰ্শতেই যে উল্লেখিত বৌদ্ধ আৰু জৈন সাহিত্যৰ সৃষ্টি হৈছে এইকথা সঠিককৈ কব নোৱাৰি; আৰু সমালোচকসকলেও এই বিষয়ে সন্দেহ প্ৰকাশ কৰে। তেওঁলোকে কয় যে বাল্মীকিয়ে ৰামায়ণ ৰচনা কৰাৰ আগৰপৰাই ৰামৰ কাহিনীক কেন্দ্ৰ কৰি নানা ধৰণৰ বীৰগাথা জনসমাজত প্ৰচলিত হৈ আছিল আৰু সেই জনপ্ৰিয় গাথাসমূহক ভেটি কৰিয়েই বাল্মীকিয়ে কাব্যৰ আকাৰত ৰামায়ণ ৰচনা কৰে। গতিকে বাল্মীকি ৰামায়ণৰ প্ৰভাৱত উপৰোক্ত বৌদ্ধ আৰু জৈন সাহিত্যৰ ৰাম উপাখ্যানৰ সৃষ্টি নহবও পাৰে, বৰং যি উৎসৰপৰা বাল্মীকিয়ে তেওঁৰ কাব্যৰ উপাদান সংগ্ৰহ কৰিছিল সেই একে উৎসৰপৰাই বৌদ্ধ আৰু জৈন লেখকসকলেও উপাদান আহৰণ কৰাই বেছি সম্ভাৱনা। যিয়েই নহওক, ভাৰতীয় বিভিন্ন ধৰ্মৰ প্ৰাচীন সাহিত্যত ৰামায়ণৰ ঘটনাৰ উল্লেখ বা বৰ্ণনাই ইয়াৰ জনপ্ৰিয়তা আৰু প্ৰাচীনতাৰ কাৰণেই নিজ ধৰ্ম আৰু সম্প্ৰদায়ৰ উপযোগী কৰি সাম্প্ৰদায়িক কবিসকলে বিভিন্নভাৱে ৰামৰ আখ্যান প্ৰকাশ কৰে।

লৌকিক ৰস সাহিত্যতো মহাকবি ভাসৰপৰা আৰম্ভ কৰি কালিদাস, ভৱভূতি, ক্ষেমেন্দ্ৰ, ৰাজশেখৰ আদি খ্যাতনামা কবি আৰু নাট্যকাৰসকলক প্ৰমুখ্য কৰি নানাজনে ৰামায়ণমূলক

সাহিত্য ৰচনা কৰি গৈছে। মধ্যযুগত নৱবৈষ্ণৱ আন্দোলনৰ লগে লগে কৃষ্ণভক্তি শাখাৰদৰে ৰামভক্তি শাখাবো উদ্ভৱ হয়, আৰু ৰামচৰিত্ৰ আৰু ৰামায়ণৰ ঘটনাই বৈষ্ণৱ মহাজনসকলৰ প্ৰচাৰমূলক লেখনীৰ যোগেদি জনসমাজত প্ৰতিপত্তি লাভ কৰে। এই ৰামভক্তিমাৰ্গ খৃষ্টীয় পঞ্চদশ শতাব্দীৰ ৰামানন্দৰ দ্বাৰা প্ৰচাৰিত হৈ ষোড়শ শতাব্দীৰ ভক্ত কবি তুলসীদাসৰ অমূল্য গ্ৰন্থ 'ৰামচৰিত মানস'ৰ যোগেদি স্থায়িত্ব লাভ কৰে।

আধুনিক যুগতো ধৰ্মগ্ৰন্থ স্বৰূপে ৰামায়ণৰ প্ৰভাৱ শিক্ষিত সমাজৰ মাজত কিছুদূৰ হ্ৰাস পালেও সাহিত্য হিচাবে ইয়াৰ মূল্য অলপো কমা নাই। ৰামায়ণ সম্বন্ধে ব্ৰহ্মাৰ ভবিষ্যত বাণী "যেতিয়া-লৈকে পৃথিবীত নদী-পৰ্বতসমূহ থাকিব তেতিয়ালৈকে ৰামায়ণী কথা জনসমাজত প্ৰচাৰিত হৈ থাকিব" সফল যে হৈছে তাত কোনো সন্দেহ নাই।

**উপসংহাৰ**ঃ সাহিত্যই জাতিৰ সত্য পৰিচয়। ৰামায়ণ ভাৰতীয় আদৰ্শৰ পৰিচয়। হিন্দু-আদৰ্শৰ পৰাকাষ্ঠা দেখিবলৈ পাওঁ আমি ৰামায়ণত। বাল্মীকিয়ে ৰামায়ণ ৰচনাৰ আগত এনে এটি চৰিত্ৰৰ সন্ধান কৰিছিল যিজন মানুহ হৈয়ো সকলো আদৰ্শত মণ্ডিত। তেওঁ নাৰদৰ শৰণাপন্ন হৈছিল; কাৰণ, নাৰদ হয়তো তেনেকুৱা মানুহৰ সন্ধান জানিলেও জানিব পাৰে। কৈছিল এনেদৰে—"মহৰ্ষে ত্বং সমৰ্থোঽসি জ্ঞাতুমেবং বিধং নৰম্।" শেষলৈকে ৰামচন্দ্ৰৰ চৰিতকথা লৈ ৰামায়ণ ৰচিত হ'ল। ৰামায়ণৰ প্ৰধান চৰিত্ৰ ৰামচন্দ্ৰই নিজকে মানুহ জ্ঞান কৰিছিল (আত্মানং মানুষং মন্যে ৰামং দশৰথাত্মজম্) যদিও নিজৰ অতি-মানবিক সত্বাত তেওঁ যে কেতিয়াও বিস্মৃত হোৱা নাই তেওঁৰ উক্তিৰ পৰাই সেইটো মাজে মাজে বুজা যায়। ৰামায়ণতেই ৰামায়ণক কাব্য, গীতি, আখ্যান, ইতিহাস প্ৰভৃতি বুলি কোৱা হৈছে। ৰামায়ণ বিয়েই নহওক ই যুগে যুগে ভাৰতীয়সকলৰ জীৱন আৰু বিশ্বাসক বিভাবে প্ৰভাৱিত

কৰিছে পৃথিবীৰ আন কোনো সাহিত্যই আন কোনো জাতিৰ ওপৰত তেনে প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই।

ৰামায়ণৰ উত্তৰাকাণ্ডত বাল্মীকি নিজেই কৈছে যে তেওঁ প্ৰচেতাৰ দশম পুত্ৰ আৰু দীৰ্ঘদিন তপস্যা আচৰণ কৰিছে। ৰামায়ণ আৰম্ভ হৈছে "তপঃ" শব্দত আৰু শেষ হৈছে 'প্ৰবৰ্দ্ধতাম্' পদত। বাল্মীকিৰ জীৱনৰ এই দীৰ্ঘ তপশ্চৰণৰ সৈতে ৰামায়ণৰ প্ৰথম আৰু শেষ শব্দৰ কোনো যোগাযোগ থাকিলেও থাকিব পাৰে। বাল্মীকি নিজেই কৈছে যে তেওঁ তেওঁৰ ৰচনাৰ নামাকৰণ কৰিছিল 'ৰামায়ণ', 'সীতা-চৰিত' নতুবা 'পৌলস্ত্যবধ', 'ৰঘুবৰচৰিত', 'ৰঘুবংশচৰিত' এনেকুৱা নামবো ইঙ্গিত পোৱা যায়। সকলো নামৰ মাজত 'ৰামায়ণ' নাম কালত অত্যন্ত প্ৰসিদ্ধ হৈ পৰিছে আৰু সম্ভৱতঃ ই ৰামচৰিত্ৰৰ জনপ্ৰিয়তাৰেই পৰিচায়ক। ৰামচৰিত্ৰক হিন্দুজাতিয়ে এনেভাবে নিজস্ব কৰি গ্ৰহণ কৰিছে যে ইয়াক অৱলম্বন কৰি যুগে যুগে মনীষীসকলে গ্ৰন্থ ৰচনা কৰি আছে। প্ৰায় বেচি ভাগ পুৰাণতেই ৰামোপাখ্যান বৰ্ণিত হৈছে। মহাভাৰততো ৰামোপাখ্যান আছে। আনন্দ ৰামায়ণ, অদ্ভুত ৰামায়ণ, যোগবাশিষ্ট ৰামায়ণ, অগ্নিবেশ্য ৰামায়ণ, সপ্তৰ্ষি ৰামায়ণ আৰু তুলসীদাসৰ ৰামচৰিত মানসে হিন্দুৰ ওপৰত ৰামচৰিত্ৰৰ মহনীয়ভাৰ সূচনা কৰিছে।

ৰামায়ণত বাল্মীকিয়ে প্ৰত্যেক ক্ষেত্ৰত ভাৰতবৰ্ষৰ আদৰ্শ কি হোৱা উচিত তাৰ ইঙ্গিত ৰাখি গৈছে। ৰামচন্দ্ৰৰ সম্বন্ধে তেওঁ যি কৈছিল তাতে ৰজাৰ আদৰ্শ পৰিস্ফুট হৈছে—

ৰক্ষিতাস্বস্য বৃত্তস্য স্বজনস্য চ ৰক্ষিতা।
ৰক্ষিতা জীবলোকস্য ধৰ্ম্মস্য চ পৰন্তপ॥

সুন্দৰ, ৩১, ৭

জীৱনক সমৃদ্ধ আৰু পবিত্ৰ কৰিবলৈ হলে মানুহে যি কেইটা গুণ জীৱনত পৰিপূৰ্ণভাবে পালন কৰিব লাগে তাৰ সম্বন্ধে বাল্মীকিয়ে এইদৰে কৈছে—

সত্যং চ ধৰ্ম্মং চ পৰাক্ৰমং চ ভূতানুকম্পাং প্ৰিয়বাদিতাং
দ্বিজাতিদেবাতিথিপূজনং চ পন্থানমাহুস্ত্ৰিদিবস্য মার্গঃ।

ধৰ্মই মানুহৰ জীৱনৰ লক্ষ্য হোৱা উচিত আৰু অৰ্থাদি ত্ৰিবৰ্গ ধৰ্মভিত্তিক আৰু ধৰ্মবিৰোধী হৈ নিজেই মানুহৰ কৰতলগত হয়—

ধৰ্মাদৰ্থঃ প্ৰভৱতি ধৰ্মাৎ প্ৰভৱতে সুখম্।
ধৰ্মেন লভতে সৰ্বং ধৰ্মসাৰমিদং জগৎ॥ অৰণ্য, ৯-৩০

প্ৰিয়বাক্য সকলেই কৰ পাৰে, অপ্ৰিয় অথচ হিতকৰ বাক্যৰ বক্তা আৰু শ্ৰোতা দুয়োটা দুৰ্লভ—

সুলভাঃ পুৰুষা ৰাজন্ সততং প্ৰিয়বাদিনঃ।
অপ্ৰিয়স্য চ পথস্য বক্তা শ্ৰোতা চ দুৰ্লভঃ॥

যুদ্ধ ১৩, ২০

নাৰীজাতিৰ আদৰ্শ কি হোৱা উচিত সেই সম্বন্ধেও বাল্মীকিয়ে অনেক কথা কৈ গৈছে। কৈকেয়ীৰ ব্যৱহাৰত বিৰক্ত দশৰথে এসময়ত নাৰীজাতিৰ ওপৰত শ্ৰদ্ধা হেৰুৱাইছিল, কিন্তু পিচ মুহূৰ্ত্তত তেওঁ তেওঁৰ উক্তি সংশোধন কৰি লৈছিল—

ধিগস্তু যোষিতো নাম শঠাঃ স্বাৰ্থপৰাঃ সদা।
ন ব্ৰবীমি স্ত্ৰিয়ঃ সৰ্বা ভৰতস্যৈৱ মাতৰম্॥

অযোধ্যা, ১২, ১০৩

পতি গুণবান হওক বা নিৰ্গুণ হওক স্ত্ৰীৰ কাৰণে তেওঁ পৰম দেৱতা—

ভৰ্ত্তা তু খলু নাৰীনাং গুণবান্ নিৰ্গুণোঽপি বা।
ধৰ্মং বিমৃশমানানাং প্ৰত্যক্ষং দেৱি দৈৱতম্॥

অযোধ্যা, ৬২, ৮

অযোধ্যা কাণ্ডৰ শততম অধ্যায়ত ৰামে ভৰতক যিবিলাক প্ৰশ্ন কৰিছিল ভাৰতৰ ৰাজনীতি আৰু শাসনতন্ত্ৰ সম্বন্ধে আজিলৈকে সেইটো আদৰ্শস্থানীয় হৈ আছে। সংস্কৃত সাহিত্যত মহাকবি বাল্মীকিৰ দৰে শব্দালঙ্কাৰত কোনো কবিয়ে তেওঁক চেৰ

পোৱাব পৰা নাই। বাল্মীকিৰ ৰামায়ণত মুগ্ধ হৈ ভোজে এইদৰে বৰ্ণনা কৰিছে—

মধুময় ফণিতীনাং মাৰ্গদৰ্শী মহৰ্ষিঃ। ৰামায়ণ চম্পূ ১, ৮

ৰামায়ণ মহাকাব্যখনত বহুত বিখ্যাত উপদেশমূলক কথা পোৱা যায়। সেইবোৰে সভ্যতা বহন কৰে। সেইবোৰৰ ভিতৰত দুই চাৰিটা তলত উল্লেখ কৰা হ'ল।

(১) ভয়ং ভীতাস্তি জায়তে।

(২) অনিৰ্বেদঃ শ্ৰিয়োঃ মূলং অনিৰ্বেদঃ পৰং সুখম্।
অনিৰ্বেদঃ হি সততং সৰ্ব্বিষু প্ৰবৰ্ত্তকঃ॥

(৩) উৎসাহবন্তঃ পুৰুষা নাবসীদন্তি কৰ্মসু।

এনে ধৰণৰ বহু উপদেশমূলক অংশই মানুহক পাৰ্থিব আৰু ধৰ্মীয় পথৰ শিকনি দিয়ে। কবিয়ে স্বভাৱৰ পবিত্ৰতাৰ ওপৰত জোৰ দিয়ে—যিটোৱে মানুহক তলত দিয়া ধৰণে ব্যাখ্যা কৰে—

কুলীনমকুলীনং বা বীৰং পুৰুষমানিনম্।
চৰিত্ৰমেৱ ব্যাখ্যাতি শুচিং বা যদি বা শুচিম্॥

ৰামায়ণ আৰু মহাভাৰতৰ ৰচনা সময়ৰ আলোচনাত আমি নিঃসন্দেহে কব পাৰো যে বৰ্ত্তমান যি আকাৰত এই দুখন মহাকাব্য আমাৰ হাতত পৰিছে সেই আকাৰত ৰামায়ণ নিশ্চয় মহাভাৰতকৈ পূৰ্বৰ। কিন্তু কথা হ'ল, মহাভাৰতত যেনেকৈ যুগে যুগে বিভিন্ন ধৰণৰ ৰচনা অনুপ্ৰবিষ্ট হৈছে আৰু বৌদ্ধসকল, জৈনসকল আৰু ব্ৰাহ্মণসকলে নিজৰ কথা প্ৰচাৰ কৰিবৰ কাৰণে সময়ে সময়ে নতুন নতুন আখ্যান, উপাখ্যান, নীতিকথা, উপদেশ প্ৰভৃতি ইয়াৰ মাজত সংযোগ কৰিছে, ঠিক তেনেকৈ ৰামায়ণৰ ক্ষেত্ৰতো তাকেই কৰিছে।

সকলো কালৰপৰা বিচাৰ কৰিলে আমি এই কথা কবলৈ বাধ্য হওঁ যে মূল ৰামায়ণ মূল মহাভাৰতকৈ আগৰ, উভয় মহাকাব্যৰ ৰচনা বহুদিন ধৰি ওচৰা-ওচৰিকৈ চলিছিল আৰু

মহাভাৰতৰ সুদীৰ্ঘ কাল শেষ হোৱাৰ আগতে ৰামায়ণৰ বৰ্ত্তমান আয়তন সম্পূৰ্ণ হৈ গৈছিল ; অৰ্থাৎ ৰামায়ণে বৰ্ত্তমান আয়তন গ্ৰহণ কৰাৰ পিছতো বহু দিন ধৰি মহাভাৰতৰ ৰচনাৰ ধাৰা বৈ আছে। Winternitz কয় যে বৰ্ত্তমান ৰামায়ণ খৃষ্টাব্দ দ্বিতীয় শতিকাতেই সম্পূৰ্ণ হৈ গৈছিল আৰু সম্ভৱত মূল ৰামায়ণ তাৰ পাঁচ শ বছৰৰ আগতে খৃঃ পূঃ তৃতীয় শতিকাত বাল্মীকিৰ দ্বাৰা ৰচিত হয়। তেওঁ আকৌ অনুমান কৰে যে প্ৰাচীনতম ঘটনাক অৱলম্বন কৰি মহাভাৰত ৰচিত হৈছে। সেই কাৰণে কব পাৰি যে ই প্ৰাচীন ৰামায়ণতকৈ আগৰ ৰচনাও হব পাৰে।

শেষত আমি ইয়াকে কওঁ যে ৰামায়ণ সংস্কৃত সাহিত্যত কালজয়ী মহাকাব্য ৰূপে বৰ্ত্তি থাকিব।

## তৃতীয় অধ্যায়

# মহাভাৰত

ৰামায়ণৰ দৰে মহাভাৰতো এখন মহাকাব্য। ই ইতিহাস নামেও প্ৰখ্যাত। মানুহৰ মনত প্ৰাচীন ৰজাসকলৰ, লোকোত্তৰ বীৰপুৰুষসকলৰ আৰু দেৱতাসকলৰ কাহিনী শুনিবৰ শাশ্বতী প্ৰবৃত্তিক অৱলম্বন কৰি যুগে যুগে যিবিলাক কাহিনীৰ সৃষ্টি হৈছিল, সেইবোৰৰেই প্ৰথম সুসম্পূৰ্ণ সংকলন। এই ধৰণৰ কাহিনী ক'ত প্ৰথম ৰচিত হৈছিল, কোনে প্ৰথম ৰচনা কৰিছিল, কাৰ কাৰণে ৰচনা কৰা হৈছিল, কি ঘটনাক আশ্ৰয় কৰি ৰচিত হৈছিল, সেইবোৰ জানিবৰ আজি আৰু কোনো উপায় নাই। ইয়াৰ ধাৰা অনুসৰণ কৰি মহাকালৰ যবনিকাৰ ভিতৰেদি সাহিত্যৰ ৰঙ্গমঞ্চত দৃষ্টিপাত কৰিলে আমি দেখিবলৈ পাওঁ যে মানৱ জাতিৰ প্ৰথম সাহিত্য ঋগ্‌বেদতেই ইয়াৰ বীজ বাহিৰ হৈছে।

শৌনক ভেওঁৰ 'বৃহৎদেৱতা' গ্ৰন্থত ঋগ্‌বেদৰ মন্ত্ৰবিলাকৰ যি শ্ৰেণীবিভাগ কৰিছিল তাৰ মাজত সংবাদসূক্ত, আখ্যানসূক্ত, দানস্তুতি আৰু নাৰাশংসী অন্যতম। ঋগ্‌বেদৰ এই চাৰিশ্ৰেণীৰ মন্ত্ৰ আৰু অথৰ্ববেদৰ কুন্তাপসূক্তসমূহ মহাকাব্যৰ বীজ। সংবাদসূক্তবিলাক ( dialogue hymns ) পৰবৰ্ত্তীকালৰ নাট্যকাব্যৰ আৰু অন্যান্যবিলাক মহাকাব্যৰ আদিৰূপ। বিশেষ কৰি মহাভাৰত তাৰ বহিৰঙ্গ গঠনৰ ফালেদি নাটক আৰু অন্তৰঙ্গ বিষয়বস্তুৰ ফালেদি কাব্য বুলি অভিহিত হয়। গতিকে ঋগ্‌বেদৰ উক্ত চাৰি শ্ৰেণীৰ মন্ত্ৰই মহাকাব্য ধাৰাৰ গোমুখী। ব্ৰাহ্মণ সাহিত্যতো আমি আখ্যান, উপাখ্যান, ইতিহাস, পুৰাণ, বাকোবাক্য, গাথা, শ্লোক, নাৰাশংসী প্ৰভৃতি বিভিন্ন ৰচনাৰ উল্লেখ পাওঁ। বৈদিক যুগত শ্ৰৌত আৰু গৃহ্য অনুষ্ঠানসমূহত

এই ধৰণৰ কাহিনী শুনা ধৰ্মানুষ্ঠানৰ অঙ্গীভূত আছিল। অশ্বমেধ যজ্ঞত প্ৰাচীন বীৰপুৰুষসকলৰ আৰু দেৱতাসকলৰ কাহিনী শুনা হৈছিল; আকৌ পিচৰ কালত দেখা যায়, পৰিয়ালৰ কোনো ভাবী অমঙ্গলৰ প্ৰতিকাৰ কামনাত পৰিয়ালৰ সকলোৱে অগ্নিৰ চাৰিওফালে বহি দেৱতা আৰু প্ৰাচীন বীৰপুৰুষসকলৰ কাহিনী শুনিছিল। মহাভাৰততো দেখা যায় ৰামচন্দ্ৰ, নল প্ৰভৃতি প্ৰাচীন ৰজাসকলৰ কাহিনী শুনি ৰাজা দ্যুমৎসেনে সান্ত্বনা লাভ কৰিছিল। মহাভাৰতত দিব্য-কথা, উপাখ্যান প্ৰভৃতি এনেকুৱা কাহিনীৰ উল্লেখ আছে। বৈদিক যুগৰ শেষ ভাগত ৰচিত সুপৰ্ণাখ্যান, কদ্ৰু আৰু বিনতাৰ প্ৰাচীন কাহিনী লৈ ৰচিত আৰু এইবোৰেই মহাকাব্যৰ প্ৰথম ৰূপায়ণ।

বৈদিক সাহিত্যৰ শেষভাগৰ ৰচনাত দেখা যায় যে ইতিহাস আৰু পুৰাণ পাঠ কৰিলে আৰু শুনিলে দেৱতাসকল সন্তুষ্ট হয় এনেকুৱা ধাৰণা সমাজত প্ৰচলিত আছিল। পুৰাণসমূহত দেখা যায় যে পুৰাণ নকল কৰি দান কৰা মহাপুণ্যজনক কাম বুলি বিবেচিত হৈছিল। ইতিহাস আৰু পুৰাণক 'পঞ্চমবেদ' বোলা হৈছে। Geldner স্থিৰ কৰে যে ৰামায়ণ আৰু মহাভাৰতৰ পূৰ্বত 'ইতিহাসবেদ' বা 'পুৰাণবেদ' নামে স্বতন্ত্ৰ গ্ৰন্থই আছিল। যদি তেওঁৰ সেই অনুমান সত্য হয় তেনেহলে 'সুপৰ্ণাধ্যায়'ৰ পিচত সেই গ্ৰন্থ আৰু তাৰ পিচৰ ৰচনা ৰামায়ণ মহাভাৰত—এইদৰে এটা সংযুক্ত ধাৰাৰ কল্পনা কৰিব পাৰি। ওপৰত কোৱা আলোচনাৰপৰা বুজা যায় যে যদি ৰামায়ণ আৰু মহাভাৰতক আমি মহাকাব্যৰূপে প্ৰথমে পাওঁ তথাপি যি ধৰণৰ ৰচনা লৈ মহাকাব্যৰ সৃষ্টি সেই ধৰণৰ ৰচনাৰ অভাব কোনো কালতেই নাছিল।

ইলিয়াদ আৰু ওডেচিক একেলগ কৰি আঠগুণ কৰি উলিয়ালেহে মহাভাৰতৰ সমান হব। মহাভাৰত ওঠৰোটা 'পৰ্ব'ত বিভক্ত। এই ১৮টা পৰ্ব হ'ল আদি, সভা, বন, বিৰাট, উদ্যোগ, ভীষ্ম, দ্ৰোণ,

কৰ্ণ, শল্য, শৌপ্তিক, স্ত্ৰী, শান্তি, অনুশাসন, অশ্বমেধিক, আশ্ৰমবাসিক, মৈশল, মহাপ্ৰস্থানিক আৰু স্বৰ্গাৰোহণ। এইবিলাকৰ ভিতৰত শান্তি পৰ্বই আটাইতকৈ দীঘলীয়া আৰু ইয়াত ১৪৭০০ শ্লোক আছে। স্বৰ্গাৰোহণ পৰ্বত ২০০ শ্লোক আছে।

হৰিবংশৰ মতে মহাভাৰতৰ ৰচক হ'ল ব্যাসদেৱ। তেওঁক কৃষ্ণদ্বৈপায়ণ বোলে। মুনি পৰাশৰৰ পুত্ৰ তেওঁ। মানৱজাতিৰ কল্যাণৰ কাৰণে তেওঁ বেদ ৰচনা কৰে। তেওঁ পাণ্ডৱ আৰু কৌৰৱসকলৰ সমসাময়িক; পাণ্ডৱ-কৌৰৱৰ ভিতৰত ঘটা ঘটনাৱলী তেওঁ নিজ চকুৰে দেখা বুলি বৰ্ণিত হৈছে। ব্যাসদেৱ পাণ্ডৱ আৰু কৌৰৱৰ জীৱন কাহিনী লৈ জয় নামৰ এখন গ্ৰন্থ লিখে। এইখনক তেওঁ ইতিহাস বুলিও কয়।

"জয়োনামেতিহাসোঽয়ং শ্ৰোতব্যো বিজিগীষুণা।"

মঙ্গলময় শিবৰ পুত্ৰ গণেশে মহাকাব্যখন ব্যাসে বৰ্ণনা কৰা মতে লিখি উলিয়ায়। কৌৰৱ-পাণ্ডৱৰ মৃত্যুৰ পিচত ব্যাসে এই মহাভাৰতখন প্ৰকাশ কৰে।

পুৰাণবিলাকৰ বক্তা যেনেকৈ সূত লোমহৰ্ষণ নতুবা তেওঁৰ পুত্ৰ সৌতি উগ্ৰশ্ৰৱা, তেনেকৈ মহাভাৰতৰ বক্তাও সূত সঞ্জয়। সঞ্জয়ে গোটেইখন মহাভাৰত ধৃতৰাষ্ট্ৰৰ ওচৰত ব্যক্ত কৰে। তেতিয়াৰ সমাজত সূত, মাগধ আৰু বন্দী এই তিনি শ্ৰেণীৰ মানুহ আছিল, যাৰ বৃত্তিৰ খাতিৰত ৰাজ-পৰিয়ালত সান্নিধ্য লাভ কৰাৰ সুযোগ পাইছিল। ক্ষত্ৰিয় পিতা আৰু ব্ৰাহ্মণী মাতাৰ সন্তান মাগধজাতি। সূত জাতিৰ বৃত্তি আছিল ৰজাসকলৰ সাৰথিৰ কাৰ্য্য কৰা আৰু সেইকাৰণে নিজ চকুৰে যুদ্ধবিগ্ৰহ দেখাৰ সুযোগো তেওঁলোকৰ ঘটিছিল। তেওঁলোকৰ মুখে মুখে ৰজাসকলৰ বীৰ্য্যগাথাবিলাক ৰচনা কৰিছিল, ৰাজবংশৰ তালিকা মনত ৰাখিছিল আৰু বহুতে অনুমান কৰিছিল—'কুশীলৱ' নামে একশ্ৰেণীৰ ভ্ৰাম্যমান গায়কৰ দল এঠাইৰপৰা অইন ঠাইলৈ এইবিলাক কাহিনী জনগণৰ মাজত

প্ৰচাৰ কৰি ঘূৰি ফুৰিছিল। ৰামায়ণ-মহাভাৰতৰ আগত মুখে মুখে প্ৰচলিত সেই কাহিনীবিলাক একেলগে সংকলন কৰাৰ কোনো চেষ্টা হোৱা নাছিল। যিদিনা ৰাম-ৰাৱণ আৰু কুৰু-পাণ্ডৱৰ কাহিনীক সাহিত্যত ৰূপ দিয়াৰ প্ৰথম চেষ্টা হ'ল সেইদিন ধৰি অন্যান্য বক্তা-সকলৰ এনে ধৰণৰ কাহিনী আৰু বিভিন্ন বিষয়ত মানুহৰ স্মৃতিৰ মণিকোঠাত যিবিলাক কাহিনী সঞ্চিত আছিল, সকলোবিলাক একেলগে এই দুখন গ্ৰন্থত ধৰি ৰখা হৈছিল। মূল আখ্যান ভাগৰ সৈতে এই সকলো কাহিনীৰ কিমানখিনি যোগাযোগ আছিল বা আদিতে একে আছিল নে নাই তাক নিৰ্ণয় কৰা কঠিন।

ৰামায়ণ আৰু মহাভাৰতৰ বৰ্ত্তমান বিষয়-বৈচিত্ৰ্যত ব্ৰাহ্মণ-সকলৰ প্ৰভাৱ ভালেখিনি। ভাৰতবৰ্ষত সাহিত্য ক্ষেত্ৰত ব্ৰাহ্মণ-সকলৰ একাধিপত্য আছিল আৰু মহাকাব্যৰ পূৰ্বলৈকে যি বৈদিক সাহিত্যৰ ধাৰা নামি আহিছিল সেইটো পূৰ্ণ মাত্ৰাই ব্ৰাহ্মণ-সাহিত্য—মূলতঃ ব্ৰাহ্মণ-সাহিত্য। দুয়োখন মহাকাব্যৰ জনপ্ৰিয়তা দেখি ব্ৰাহ্মণবিলাকে ইয়াৰ আয়ত্ব কৰিছিল আৰু ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰৰ কাৰণে ইয়াকেই উপযুক্ত বাহন বুলি ভাবিছিল। পুৰাণ যেনেকৈ মূলতঃ সূতজাতিৰ সাহিত্য হৈ পিচৰ কালত ব্ৰাহ্মণসকলৰ দ্বাৰা প্ৰভাৱিত হৈছিল; ইয়াৰো ঠিক সেই অৱস্থাই হৈছে। যি শ্ৰেণীৰ ব্ৰাহ্মণৰ দ্বাৰা ইয়াৰ প্ৰভাৱ হৈছিল তেওঁলোক আছিল ৰাজসভাৰ পুৰোহিত, ৰজাৰ সৈতে সূতসকলৰ দৰে তেওঁলোকৰ যোগাযোগ আছিল। উভয় ক্ষেত্ৰত এই ব্ৰাহ্মণ-বিলাক আছিল অশিক্ষিত, ধৰ্ম বিষয়ত তেওঁলোকৰ জ্ঞান আছিল অত্যন্ত কম আৰু অসম্পূৰ্ণ। এই ব্ৰাহ্মণবিলাকৰ প্ৰভাৱৰ ফলত দুয়োখন মহাকাব্যত পৰিছে নীতি আৰু ধৰ্মৰ কথা, দেৱতাৰ কথা, দৰ্শন আৰু ধৰ্মবিধিৰ কথা। ব্ৰাহ্মণৰ দ্বাৰা প্ৰভাৱিত হোৱাৰ আগতে পুৰাণৰ নিচিনা ইয়ো আছিল প্ৰকৃত ক্ষত্ৰিয়ৰ ইতিহাস, জনগণৰ ইতিহাস। যি জনপ্ৰিয়তাৰ কাৰণে দুয়োখন

মহাকাব্য ব্ৰাহ্মণৰ কবলিত হৈ পৰিছিল, ঠিক সেই জনপ্ৰিয়তাৰ কাৰণে ভাৰতবৰ্ষৰ সেই সময়ৰ অন্যান্য ধৰ্মসম্প্ৰদায়বো লুব্ধ দৃষ্টি ইয়াৰ ওপৰত পতিত হৈছিল। ৰামায়ণ আৰু মহাভাৰত Bard poetry, Brahmanic poetry আৰু Ascetic poetry-ৰ সংমিশ্ৰণ, একে সময়তে এজনৰ ৰচনা নহয়, বিভিন্ন সময়ত বিভিন্ন ব্যক্তিৰ ৰচনা। ৰামায়ণতকৈ মহাভাৰত সম্বন্ধে উক্ত আলোচনা অধিকতৰ সত্য।

## Heroic Poetry ( বীৰ্য গাথা )

প্ৰাচীন ভাৰতবৰ্ষত সূতজাতিৰ যিবিলাক বৃত্তি আছিল তাৰ মাজত ৰজাসকলৰ বংশ-তালিকা ৰক্ষা কৰা টান। কোন ৰাজ-বংশত কোন কোন ৰজা জন্মগ্ৰহণ কৰিছিল, মহাকাব্য বীৰ্য-গাথাই কাৰ পিচত কোন ৰজা হৈছিল, কোনে কোনে বীৰত্বব্যঞ্জক কি কি কৰ্ম কৰিছিল প্ৰভৃতি সকলোবিলাক এই বংশ তালিকাৰ মাজত স্থান পাইছে। য'ত কোনো ৰাজবংশৰ ধাৰাবাহিকতা জনা সম্ভৱ নহয়, তাতো তেওঁলোকৰ নিজৰ ইচ্ছামতে সেই বিচ্ছিন্ন অংশক পূৰ্ণ কৰিছিল। একে ৰাজবংশৰ তালিকা যেতিয়া একাধিক সূতৰ দ্বাৰা ৰক্ষিত হৈছে তেতিয়া ঠিক এই কাৰণৰ কাৰণে সেই বিলাকৰমাজত ঠায়ে ঠায়ে অমিল আছি যায়। এই জাতীয় ৰচনাৰ নাম 'অনুবংশ-শ্লোক'। এইবিলাকৰ আৰু এটা বৈশিষ্ট্য হ'ল এই যে ইয়াত চন্দ্ৰ, সূৰ্য্য প্ৰভৃতি কোনো দৈব বা অতি-মানবীয় সত্তাৰ পৰা ৰাজবংশবিলাকৰ উদ্ভব কল্পনা কৰা হৈছে। মহাভাৰতৰ আদি পৰ্বৰ অন্তৰ্গত 'সম্ভৱ পৰ্বত' ইয়াৰ নিদৰ্শন পোৱা যায়। যি অংশত ৰাজবংশৰ বা কোনো বিশেষ ৰজাৰ বীৰত্ব কাহিনী স্থান পাইছে, সেইবিলাকক বোলা হয় 'Heroic Poetry' ( বীৰ্য-গাথা )।

বেদৰপৰা ৰামায়ণ-মহাভাৰতলৈকে ভাৰতীয় আৰ্য্যসকলৰ সেই একে প্ৰশ্ন—জীৱনৰ ৰহস্য কি? পৰিণতি ক'ত? জীৱনক সমৃদ্ধ আৰু সাৰ্থক কৰা যায় কি ৰূপত? ভাৰতীয় আৰ্য্যসকলে এই

শাশ্বত প্ৰশ্নৰ উত্তৰ বিচাৰিছিল মননৰ মাজেদি। উপলব্ধিত যি উত্তৰ পাইছিল, যুগে যুগে সাহিত্যৰ মাজেদি সেইবোৰ জাতিক দান কৰি গৈ আছে। সেই উপলব্ধি বেদত একপ্ৰকাৰে কোৱা হৈছে, ব্ৰাহ্মণ-সাহিত্যত অন্যপ্ৰকাৰে কোৱা হৈছে, দৰ্শনত অন্য ভাবে কোৱা হৈছে, ৰামায়ণ-মহাভাৰতত আৰু অন্যপ্ৰকাৰে কোৱা হৈছে। যুগৰ পৰিবৰ্তন হৈছে, সাহিত্যৰো ৰূপ বদলিছে, কিন্তু প্ৰশ্ন সেই একেই, উত্তৰো সেই একেই। বেদাদি শাস্ত্ৰত একেভাবে কোৱা হৈছে, ৰামায়ণ-মহাভাৰতত তাকে কোৱা হৈছে গল্পৰ ভিতৰেদি। ফলত তত্ত্ব হৃদয়গ্ৰাহী হৈছে, জাতি-ধৰ্ম-বয়স নিৰ্বিশেষে সৰ্বজনগ্ৰাহ্য হৈছে। ভাৰতীয় ষড়্‌দৰ্শনৰ মূল প্ৰশ্ন একেই, তথাপি দৰ্শনবিলাকৰ মাজত বিৰোধ দেখা যায়। Thadaniয়ে, তেওঁৰ 'The Mystery of the Mahabharat' গ্ৰন্থত চিন্তা কৰি উলিয়াইছে যে ষড়্‌দৰ্শনৰ মূলনীতি-বিলাকৰ ওপৰত ভিত্তি কৰি গোটেইখন মহাভাৰত গঢ়ি উঠিছে আৰু মহাভাৰতৰ আখ্যানাংশ ষড়্‌দৰ্শনৰ বিৰোধৰ ৰূপক মাত্ৰ। এই কথা মনত ৰাখিব লাগিব যে জাতিৰ পৰিচয় তেওঁলোকৰ সংস্কৃতি আৰু চিন্তাধাৰাৰ মাজত। আকৌ সংস্কৃতি আৰু চিন্তাধাৰা প্ৰতিফলিত হয় জাতীয় সাহিত্যৰ মাজত। সেই দিনৰ পৰাই মহাভাৰত ভাৰতীয় সভ্যতা, সংস্কৃতি আৰু চিন্তাধাৰাৰ অতুলনীয় আকাৰ। Annie Besant কৈছিল—"The Mahabharata is the greatest poem in the whole world. There is no other poem so splendid as this, so full of what we want to know, and what it is good for us to study." নীতিগ্ৰন্থ হিচাবে, দৰ্শনশাস্ত্ৰ হিচাবে আৰু ইতিহাস হিচাবে মহাভাৰতে একেলগে মহান ভাৰতৰ পৰিচয় বহন কৰি আছে ( The story of the great war )। আনন্দতীৰ্থৰ 'মহাভাৰত তাৎপৰ্যনিৰ্ণয়' এখন অপূৰ্ব গ্ৰন্থ। তেওঁৰ মতে মহাভাৰতৰ বীৰসকলৰ জীৱন-কাহিনীৰ মাজেদি দৰ্শনৰ মূল কথাবিলাক কোৱা হৈছে।

দুষ্মন্ত আৰু শকুন্তলাৰ পুত্ৰ ভৰত, তেওঁৰ নামৰপৰা 'ভাৰতবৰ্ষ' আৰু 'মহাভাৰত'। দুষ্মন্ত আৰু শকুন্তলাৰ উপাখ্যান এই বীৰ্য্য-গাথাবিলাকৰ অন্যতম। পৰবৰ্ত্তী কালত কালিদাসে এই উপাখ্যানক অবলম্বন কৰি 'অভিজ্ঞানশকুন্তলম্' নামক যি নাটক ৰচনা কৰিছিল তাৰ সৈতে মহাভাৰতৰ এই আখ্যান ভাগৰ যথেষ্ঠ বৈসাদৃশ্য বৈ আছে। দুৰ্বাসাৰ অভিশাপ, শকুন্তলাৰ আঙুঠি হৰণ প্ৰভৃতি কাৰ্য্য কালিদাসৰ নিজস্ব উদ্ভাবন—দুষ্মন্ত শকুন্তলাক যে চিনিবপৰা নাই তাৰে কাৰণ দেখুৱাবৰ কাৰণে। মহাভাৰতৰ দুষ্মন্তই শকুন্তলাক জানিও নজনাৰ ভাও কৰিছিল। মহাভাৰতৰ যি আখ্যান আমি পাওঁ তাৰ মাজত পৰবৰ্ত্তীকালত ব্ৰাহ্মণসকলৰ দ্বাৰা প্ৰক্ষিপ্ত অংশ ভালেখিনি। সূতসকলে যে মূল আখ্যান ৰচনা কৰিছিল তাৰ মাজত দুষ্মন্ত আৰু শকুন্তলাৰ কথোপকথনৰ স্থলত উভয়ৰ মুখেদি ব্ৰাহ্মণসকলে পতি-পত্নীৰ সম্পৰ্ক, মানুহৰ জীৱনত পত্নী আৰু পুত্ৰৰ স্থান, বিবাহবিধি, উত্তৰাধিকাৰ-আইন প্ৰভৃতি নানা কথা প্ৰচাৰ কৰিছিল। এই আখ্যানৰ মূল সৌত ৰচনা আৰু পৰবৰ্ত্তী ব্ৰাহ্মণ্য ৰচনা সহজেই পৃথক কৰা যায়।

ৰজা যযাতিৰ উপাখ্যান এই শ্ৰেণীৰ এটা। দৈত্যৰাজৰ কন্যা শৰ্ম্মিষ্ঠাই দৈত্যগুৰু শুক্ৰচাৰ্য্যৰ কন্যা দেৱযানীক অৱমাননা কৰে। দেৱযানীয়ে পিতাকৰ ওচৰত সকলো বৃত্তান্ত জনায়। শুক্ৰাচাৰ্য্যই দৈত্যৰাজক পৰিত্যাগ কৰাৰ সিদ্ধান্ত কৰে। তেতিয়া দৈত্যৰাজে শৰ্ম্মিষ্ঠাক দেৱযানীৰ দাসত্বত নিযুক্ত কৰি গুৰুক শান্ত কৰে। কালত ৰজা যযাতিৰ সৈতে দেৱযানীৰ বিবাহ হয়। দাসী শৰ্ম্মিষ্ঠাই দেৱযানীৰ সৈতে যযাতিৰ ঘৰলৈ গমন কৰে। যযাতি দেৱযানীৰ ওচৰত প্ৰতিজ্ঞা কৰিছিল যে তেওঁ শৰ্ম্মিষ্ঠাৰ সৈতে কেতিয়াও মিলিত নহব। সেই প্ৰতিজ্ঞা যযাতিয়ে পালন কৰিব নোৱাৰিলে। দেৱযানীয়ে পুনৰাই সেই কথা পিতাকক জনাইছিল। ক্ৰুদ্ধ শুক্ৰাচাৰ্য্যই জোঁৱাৰেকক অকালত জৰাগ্ৰস্ত হোৱাৰ কাৰণে অভিশাপ

দিলে। যযাতিয়ে সকলো কেইজন পুতেকৰ ওচৰত আবেদন জনালে যে তেওঁলোকৰ কোনোজনে তেওঁৰ জৰা গ্ৰহণ কৰিব লাগে। সেই কথাত কনিষ্ঠ পুত্ৰ পুৰু সম্মত হ'ল। তেওঁৰ যৌবন গ্ৰহণ কৰি যযাতিয়ে বিষয় ভোগ কৰিলে। শেষত তেওঁৰ শিক্ষা হ'ল যে বিষয় ভোগৰ দ্বাৰা বিষয় বাসনাৰ নিবৃত্তি নহয়—অগ্নিত ঘৃতাহুতি দিলে অগ্নি প্ৰবলতৰ হৈ জ্বলি থাকে। ইয়েই গল্পৰ শিক্ষা। মূল সৌত-উপাখ্যান হয়তো এই শিক্ষা প্ৰচাৰ কৰিবৰ উদ্দেশ্যে ৰচিত হোৱা নাই। ব্ৰাহ্মণসকলৰ হস্তক্ষেপৰ ফলত কালক্ৰমত ই শিক্ষামূলক উপাখ্যান ৰূপেই চলি আহিছে। শ্ৰমণ আৰু ভিক্ষু সম্প্ৰদায়েও এই গল্পটিক বিষয়ত অনাসক্তিৰ নীতি প্ৰচাৰ কৰিবলৈ কাৰ্য্যত লগাইছে।

মহাভাৰতৰ নল আৰু দময়ন্তীৰ উপাখ্যান কাব্য-সৌন্দৰ্য্যত অদ্বিতীয় আৰু এটা অতি প্ৰাচীন কাহিনীক অবলম্বন কৰি ৰচিত। পাণ্ডৱৰ বনবাস কালত এদিন মহৰ্ষি বৃহদশ্ব পাণ্ডৱৰ ওচৰত উপস্থিত হয়। যুধিষ্ঠিৰে তেওঁক নিজৰ দুৰ্ভাগ্যৰ কথা কৈ তেওঁতকৈ অধিক দুৰ্দশা ভোগ কৰিছিল এনে কোনো ৰজা আছিল নে নাই জানিবলৈ বৃহদশ্বই এই উপাখ্যানটি পুৰুৰৱ ওচৰত পাশা খেলাত পৰাজিত হৈ সতী সাধ্বী পত্নী দময়ন্তীৰ সৈতে নিৰ্বাসন বৰণ কৰে—কেনেকৈ বনৰ মাজত পত্নীক পৰিত্যাগ কৰে আৰু কিমান দুখ-দুৰ্দশাৰ মাজেদি সুদীৰ্ঘকাল বিৰহ জীৱন যাপন কৰি এই দম্পতি পৰস্পৰৰ সৈতে মিলিত হয়, সেয়ে এই উপাখ্যানৰ বিষয়-বস্তু। ই প্ৰাচীন সৌত-ৰচনাৰ অবিমিশ্ৰ উদাহৰণ। ব্ৰাহ্মণ্য প্ৰভাৱ ইয়াতে নাই বুলিয়েই কব পাৰি।

এই শ্ৰেণীৰ আৰু এটা সুবৃহৎ উপাখ্যান ৰামোপাখ্যান। কাব্যসম্পদত আৰু ভাব-মাধুৰ্য্যত নলোপাখ্যানৰ নিচিনা হৃদয়গ্ৰাহী নহলেও অন্য ফালেদি ইয়াৰ স্বতন্ত্ৰ মূল্য আছে। ৰামায়ণৰ বীজ ইয়াতে নিহিত। হয়তো মূল ৰামায়ণৰ, নহলে যিবিলাক বিক্ষিপ্ত

আৰু মুখে মুখে প্ৰচাৰিত সৌত-ৰচনাৱলীৰপৰা ৰামায়ণ সংকলিত হৈছে, সেই বিলাকৰ ই এটা সংক্ষিপ্ত সংস্কৰণ। দ্ৰৌপদীৰ লাঞ্ছনাত মৰ্মাহত যুধিষ্ঠিৰক সান্ত্বনা দান কৰাৰ উদ্দেশ্যে মহৰ্ষি মাৰ্কণ্ডেয়ই এই উপাখ্যান যুধিষ্ঠিৰক শুনায়।

বীৰ-জননী বিদুলাৰ উপাখ্যান প্ৰাচীন ভাৰতীয় সৌত-ৰচনাৰ মূল্যবান উদাহৰণ। কুন্তীয়ে কৃষ্ণৰ মাধ্যমত পাণ্ডৱসকলক জনায় যাতে তেওঁলোকে বীৰৰ কৰ্তব্য কেতিয়াও নাপাহৰে আৰু সেই প্ৰসঙ্গত কি ৰূপত বিদুলাই তেওঁৰ পুত্ৰ সঞ্জয়ক কাপুৰুষতা পৰিত্যাগ কৰি যুদ্ধত শত্ৰুৰ সম্মুখীন হোৱাৰ কাৰণে উত্তেজিত কৰিছিল তাৰে এটি উদ্দীপনাময়ী বৰ্ণনা দিয়ে। ইয়েই এই আখ্যানৰ বিষয়-বস্তু। মহাভাৰতৰ সকলো আখ্যানৰ মাজতেই ব্ৰাহ্মণসকলৰ নিজৰ কিছু নহয় কিছু বক্তব্য প্ৰবেশ কৰিছিল। কিন্তু এই আখ্যানটো সম্পূৰ্ণভাবে তাৰপৰা মুক্ত হৈ আছে।

উল্লিখিত আখ্যানসমূহক heroic poetry বা বীৰ্য্য-গাথা বোলা হৈছে। এই সকলো আখ্যানৰ মাজত বহু ৰজাৰ নাম আছে আৰু কবও পাৰি যে তেওঁলোক মহাবীৰ আছিল। কিন্তু আখ্যানবিলাক তেওঁলোকৰ বীৰত্বৰ জয়গান কৰিবৰ উদ্দেশ্য লৈ ৰচিত হৈছিলনে তেওঁলোকৰ ডাঙৰ ডাঙৰ যজ্ঞত ব্ৰাহ্মণসকলক প্ৰচুৰ দক্ষিণা দিছিল বুলি ব্ৰাহ্মণসকল সন্তুষ্ট হৈ তেওঁলোকৰ স্তুতি হিচাবেই এইবিলাক ৰচনা কৰি গৈছিল সেইটো কোৱা টান। যদি নিছক বীৰত্বৰ জয়গান কৰাৰ উদ্দেশ্যেই এইবিলাক ৰচিত হৈ থাকে তেনেহলে নিঃসংশয়ে ই সৌত-সাহিত্য। আৰু পিচৰ অনুমান যদি সত্য হয় তেনেহলে ই ব্ৰাহ্মণ্য সাহিত্য। ঋগ্‌বেদতো 'দানস্তুতি' আৰু কিছু পৰিমাণে 'নাৰাশংসী' শ্ৰেণীৰ মন্ত্ৰবিলাকে প্ৰমাণ কৰে যে ৰজাসকলে যি কোনো কাৰণত যেতিয়া ব্ৰাহ্মণসকলক দান কৰিছিল, তেতিয়াই ব্ৰাহ্মণবিলাকে তেওঁলোকৰ স্তুতিগান কৰি গৈছিল। এইবিলাক ৰচনাৰ মূল উদ্দেশ্য কি সি যিমান দিনলৈকে চূড়ান্তভাৱে নিৰ্ণীত

নহয় সিমান দিনলৈকে এইবিলাকক heroic poetry নাম দিয়া কিমানখিনি সঙ্গত হব, সেইটো চিন্তাৰ বিষয়।

উল্লেখিত আখ্যানবিলাকৰ মাজত নলোপাখ্যান, ৰামোপাখ্যান আৰু বিদুলাপুত্ৰানুশাসন আকাৰত ইমান বৃহৎ আৰু ঘটনা-বাহুল্যত এনে প্ৰাণৱন্ত যে প্ৰধানকৈ এসময়ত হয়তো এইবিলাক স্বতন্ত্ৰ আখ্যানৰূপত প্ৰচলিত আছিল আৰু ইয়াৰ স্বয়ংসম্পূৰ্ণতাৰ কাৰণে এখন এখনকৈ স্বতন্ত্ৰ মহাকাব্য ৰচিত হব পাৰে। এই কাৰণে Winternitz ইয়াৰ সম্বন্ধে মন্তব্য কৰিছে—"Some of the poems which have found admission in the Mahabharata are of such proportions, and form a complete whole to such an extent that we can speak of them as epics within the epic." ( History of Indian Literature )

**ব্ৰাহ্মণ্য গল্প আৰু উপাখ্যান:** সৌত সাহিত্যত ব্ৰাহ্মণ্য প্ৰভাৱ কিভাবে আহিছিল আৰু তাৰ ফলত মূল সৌত উপাখ্যান-সমূহে পৰিবৰ্ত্তিত কি ৰূপ লৈছিল, তাৰ আলোচনা কৰা হৈছে। এইবিলাকক বাদ দিয়ো এনে আখ্যান পোৱা যায় যিবিলাকৰ সৈতে কোনো কালেই সূত জাতিৰ সম্পৰ্ক নাছিল আৰু সেই কাৰণেই সেইবোৰ পৰৱৰ্ত্তী কালৰ প্ৰক্ষিপ্ত অংশ। এইবিলাক ব্ৰাহ্মণসকলৰ ৰচনা। জন্মেজয়ৰ সৰ্পযজ্ঞ এনেকুৱা এটা আখ্যান। জন্মেজয়ৰ পিতৃ পৰীক্ষিৎ সৰ্পৰ দ্বাৰা দংশিত হৈ মৃত্যু বৰণ কৰে। তাৰ প্ৰতিশোধ লোৱাৰ কাৰণে জন্মেজয়ে সৰ্পযজ্ঞৰ অনুষ্ঠান কৰে আৰু মন্ত্ৰশক্তিৰ প্ৰভাৱত সকলোবোৰ সৰ্প আহি যজ্ঞৰ অগ্নিত প্ৰাণ বিসৰ্জন দিয়ে। ব্ৰাহ্মণৰ দ্বাৰা উচ্চাৰিত মন্ত্ৰসমূহৰ যাদুশক্তি প্ৰতিপন্ন কৰাই এই আখ্যানৰ উদ্দেশ্য। তৈত্তিৰীয় সংহিতা আৰু শতপথ ব্ৰাহ্মণৰ কক্ৰ আৰু বিনতাৰ উপাখ্যান, বাসুকিক ৰজ্জুৰূপে আৰু মন্দাৰ পৰ্বতক মন্থনদণ্ডৰূপে গ্ৰহণ কৰি দেৱাসুৰৰ সমুদ্ৰ মন্থন

আৰু তাৰপৰা চন্দ্ৰ, লক্ষ্মী, সুৰা আৰু অমৃতৰ উদ্ভৱ, সৰ্পবংশ ধ্বংস কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ ৰুৰুৰ কাহিনী প্ৰভৃতি সকলো উপাখ্যানেই জন্মেজয়ৰ সৰ্পযজ্ঞৰ কাহিনীৰ সৈতে আংশিক ভাবে যুক্ত। ৰুৰুৰ পিতৃ চ্যৱনৰ কাহিনীও মহাভাৰতত পোৱা যায়। বৈদিক সাহিত্যতো চ্যৱনৰ কাহিনী আছে। এই দুটা কাহিনীৰ মাজত বিপুল ব্যৱধান আছে আৰু সিয়েই ইয়াক প্ৰমাণ কৰে যে বৈদিক আখ্যানকেই ভিত্তি কৰি যিবিলাক কাহিনী মহাভাৰতত স্থান পাইছে, সেইবোৰৰ মাজতো ব্ৰাহ্মণসকল বিশেষ উদ্দেশ্য প্ৰণোদিত হৈ নিজ-ইচ্ছাই ব্যৱধানৰ সৃষ্টি কৰিছে। সকলো ক্ষেত্ৰত—প্ৰাকৃতিক আৰু অপ্ৰাকৃতিক সকলো সত্তাৰ ওপৰত ব্ৰাহ্মণসকলৰ অলৌকিক শক্তিৰ প্ৰতিষ্ঠা প্ৰতিপন্ন কৰাই সেই উদ্দেশ্য। ঋগ্‌বেদৰ ইন্দ্ৰ আৰু অগ্নিক লৈ যিবিলাক আখ্যান মহাভাৰতত দেখা যায় তাতো ইন্দ্ৰ আৰু অগ্নিক তেওঁলোকৰ বৈদিক মৰ্য্যাদা দিয়া হোৱা নাই; ব্ৰাহ্মণ্য শক্তিৰ ওচৰত তেওঁলোকৰ গৌৰৱ আৰু ক্ষমতাক পদে পদে ক্ষুণ্ণ কৰা হৈছে। বৈদিক প্লাৱন কাহিনী ( flood legend ) মনু-মৎস্যৰ উপাখ্যান মহাভাৰততো পোৱা যায়। মহাভাৰতৰ উপাখ্যানত মৎস্যই নিজকে ব্ৰহ্মা বুলি ঘোষণা কৰিছিল আৰু মনুক নতুন কৰি পৃথিবী সৃষ্টি কৰিবলৈ কৈছিল। দুশ্চৰ তপস্যাৰ পিচত মনুয়ে পৃথিবী সৃষ্টি কৰিবলৈ সমৰ্থ হৈছিল। ব্ৰহ্মা, বিষ্ণু মহেশ্বৰৰ কথা য'তে আছে, তাতে শিৱ আৰু বিষ্ণুৰ ওপৰত ব্ৰহ্মাক স্থান দিয়া হৈছে। সাবিত্ৰী সত্যবানৰ উপাখ্যানক Winternitz এই শ্ৰেণীৰ মাজত পেলায় যদি, তেওঁ স্বীকাৰ কৰিছে যে এই উপাখ্যানৰ মাজত ছত্ৰে ছত্ৰে সাবিত্ৰীৰ যি ৰূপ ফুটি উঠিছে তাৰ সৈতে কুন্তী, দ্ৰৌপদী, বেহুলাৰ যিখিনি সাদৃশ্য আছে, ব্ৰাহ্মণ্য ধৰ্ম অনুদিত কোনো সতী-সাধ্বী পতিব্ৰতা পত্নীৰ আলেখ্যৰ সৈতে সিমান সাদৃশ্য নাই। কাব্য সৌন্দৰ্য্যত উজ্জ্বল, ভাব-গাম্ভীৰ্য্যত প্ৰাণস্পৰ্শা এই আখ্যান দৈৱ আৰু পুৰুষকাৰৰ দ্বন্দ্বত অদৃষ্টৰ বিৰুদ্ধে

প্ৰেম আৰু নিষ্ঠা, জ্ঞান আৰু ধৰ্মৰ জয় ঘোষণা কৰিছে। Winternitz স্বীকাৰ কৰিছে এই আখ্যানৰ ৰচয়িতা যিজনেই নহওক—ব্ৰাহ্মণ হওক বা ক্ষত্ৰিয়ই হওক—সৰ্বকালৰ মহাকৱি তেওঁ।

আৰু এনেকুৱা নানা কাহিনী আছে, যাৰ মাজত ধৰ্ম্মৰ পটভূমিকাত চিত্ৰিত কৰা হৈছে সুৰুচিৰ বিৰোধী চিত্ৰ—যাৰ মাজত কাব্য সৌন্দৰ্য্য নাই, কবিত্ব শক্তিৰ লেশমাত্ৰ পৰিচয়ো য'ত পোৱা নেযায়। ঋষ্যশৃঙ্গৰ উপাখ্যান এনেকুৱা এটা। ৰামায়ণ, পুৰাণ, বৌদ্ধজাতক প্ৰভৃতি কাহিনীবোৰ বহুবাৰ বহুৰূপত কোৱা হৈছে। ঋষি লোমশ পাণ্ডৱৰ সৈতে তীৰ্থভ্ৰমণত বাহিৰ হৈছিল। যিবোৰ তীৰ্থত তেওঁ উপস্থিত হৈছিল, সকলোবিলাকৰ সম্বন্ধে একোটাকৈ কাহিনী কৈছিল। ইয়াতেই আমি অগস্ত্যৰ সমুদ্ৰশোষণৰ কাহিনী পাওঁ। সমুদ্ৰৰ মাজত লুকাই থকা অসুৰবিলাকক বধ কৰাৰ কাৰণে দেৱতাবিলাকে অগস্ত্যক অনুৰোধ কৰিলে সমুদ্ৰশোষণ কৰিবৰ কাৰণে—অগস্ত্যই তাকেই কৰিলে। প্ৰকৃতিক সম্পূৰ্ণৰূপে পৰ্যুদস্ত কৰি ব্ৰাহ্মণ্য-শক্তি যি দৈৱী শক্তিকো অতিক্ৰম কৰিব পাৰিছিল, তাকে এই উপাখ্যানৰ মাজেদি প্ৰচাৰ কৰা হৈছে।

বশিষ্ঠ আৰু বিশ্বামিত্ৰক কেন্দ্ৰ কৰি বহু উপাখ্যান পোৱা যায়। এই দুজন ঋষিৰ কলহৰ মাজেদি এসময়ত শ্ৰেষ্ঠত্ব লাভৰ কাৰণে সমাজত ব্ৰাহ্মণ্য আৰু ক্ষত্ৰিয় শক্তিৰ যি প্ৰতিদ্বন্দ্বিতা চলিছিল, তাৰে আভাস পোৱা যায়।

কিছুমান উপাখ্যান আছে, কাব্য সৌন্দৰ্য্যৰ মাপকাঠিত যিবিলাক একেবাৰেই মূল্যহীন আৰু কেৱলমাত্ৰ ব্ৰাহ্মণবিলাকৰ মাহাত্ম্য প্ৰচাৰ কৰিবৰ কাৰণে সেইবিলাক ৰচনা কৰা হৈছিল। মাটিৰ বান্ধ বান্ধিবৰ কাৰণে গুৰুৰ দ্বাৰা আদিষ্ট আৰুণি যেতিয়া একোতে সফল নহ'ল তেতিয়া পানীৰ স্ৰোত ৰোধ কৰিবলৈ নিজেই মাটিৰ ওপৰত শয়ন কৰিছিল। গুৰুৰ আজ্ঞা পালনৰ কাৰণে আৰুণিৰ সেই অমানুষিক চেষ্টাৰ গল্প তেতিয়াৰ সমাজত ব্ৰাহ্মণৰ প্ৰতিপত্তিৰ

কথা ঘোষণা কৰিছিল। সূৰ্য্যতাপত ক্লিষ্ট জমদগ্নি সূৰ্য্যৰ ওপৰত ক্ৰুদ্ধ হৈ আকাশৰপৰা সূৰ্য্যক ভূপতিত কৰিবলৈ উদ্যত হ'ল, কেনেকৈ সূৰ্য্য স্বয়ং আহি পাদুকা আৰু ছত্ৰ দি ঋষিৰ ক্ৰোধ শান্ত কৰিলে সেই কাহিনীয়ে ব্ৰাহ্মণ্য শক্তিৰেই জয়গান। মহাভাৰতৰ মাজেদি ব্ৰাহ্মণবিলাক যে এসময়ত তেওঁলোকৰ শ্ৰেষ্ঠত্ব আৰু গৌৰৱৰ কথা প্ৰচাৰ কৰিবলৈ সুপৰিকল্পিত নীতি গ্ৰহণ কৰিছিল সেই আখ্যানবিলাক তাকেই প্ৰমাণ কৰে।

**গল্প আৰু কাহিনী :** মহাভাৰত প্ৰধানকৈ তিনি শ্ৰেণীৰ ৰচনাত পূৰ্ণ—সৌত ৰচনা ( bard poetry ), ব্ৰাহ্মণ্য ৰচনা ( Brahmanical myths and legends ), যতি, ভিক্ষু বা শ্ৰমণগণৰ ৰচনা ( ascetic poetry )। ব্ৰাহ্মণসকলৰ স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখি ধৰ্মৰ পটভূমিকাত ৰচিত দেৱতাসকলৰ কাহিনীৰ মাজেদি ব্ৰাহ্মণ্য গৌৰৱ আৰু ব্ৰাহ্মণ্য নীতি প্ৰচাৰ কৰাই ব্ৰাহ্মণ্য ৰচনাৰ উদ্দেশ্য আছিল। ভিক্ষু, শ্ৰমণ বা যতিসকলৰ ৰচনাত এই ধৰণৰ সংকীৰ্ণ গণ্ডীৰ মাজত নীতিবোধ সীমাবদ্ধ নাছিল। এইবিলাকৰ মাজেদি জীৱত দয়া, বিষয়ত অনাসক্তি, অহিংসা, ব্ৰহ্মচৰ্য্য, অস্তেয় প্ৰভৃতি সৰ্ব-মানৱীয় নীতি আৰু ধৰ্মবোধক জাগ্ৰত কৰাৰ চেষ্টা দেখা যায়। সৌত ৰচনাৰপৰা ব্ৰাহ্মণ্য ৰচনা যেনেকৈ বহু পিচৰ, তেনেকৈ ব্ৰাহ্মণ্য ৰচনাতে বহু পিচৰ ৰচনা হ'ল এই তৃতীয় শ্ৰেণীৰ ৰচনা-বিলাক। দেৱতাৰ কথা এইবিলাকৰ মাজত নাই। এই ধৰণৰ নীতি বা ধৰ্মবোধৰ প্ৰচাৰ আগতে উপনিষদত দেখা গৈছে আৰু পিচত পুৰাণ আৰু বৌদ্ধ সাহিত্যত আকৌ দেখা গৈছে। এই তৃতীয় শ্ৰেণীৰ ৰচনাবিলাকক মুঠতে তিনি শ্ৰেণীত বিভক্ত কৰা যায়—Fables, Parables আৰু Moral Narratives.

সৰ্বজ্ঞ ধৰ্মপৰায়ণ বিদুৰৰ উপদেশাৱলীৰ মাজত আমি fables জাতীয় বহু আখ্যান পাইছোঁ। কোনো ৰজা লোভৰ ব... স্বৰ্ণপ্ৰসূ পক্ষীসমূহক হত্যা কৰিছিল, ফলত তেওঁ পক্ষী আৰু সো... দুয়ো-

টাকে হেৰায়। এই গল্পটো কৈ বিদুৰে ধৃতৰাষ্ট্ৰক উপদেশ দিছিল যে তেওঁ যেন নিজৰ স্বাৰ্থৰ বশত পাণ্ডৱসকলৰ সৈতে তেনেকুৱা ব্যৱহাৰ নকৰে। কিছুমান চৰাই কোনো এজন ব্যাধৰ জালত ধৰা পৰিছিল। প্ৰাণ বচোৱাৰ কাৰণে সকলোৱে একমত হৈ একেলগে জালেৰে সৈতে উৰি গ'ল। পিচত কোনো কাৰণত তেওঁলোকৰ মাজত কাজিয়াৰ সৃষ্টি হয় আৰু জালৰ সৈতে সকলো চৰাই আকৌ ব্যাধৰ হাতত আহি পৰে। ঐক্যই যি নিৰাপত্তাৰ মূল আৰু পাৰস্পৰিক কলহেই যি সকলৰ বিপদ মাতি আনে তাকেই বিদুৰে এই গল্পৰ মাজেদি শিক্ষা দিছিল।

Parable জাতীয় কাহিনীও অনেক আছে। সমুদ্ৰ আৰু নদীৰ কথোপকথনৰ মাজেদি প্ৰচাৰ কৰা হৈছে যে বৃহৎ শক্তিৰ সন্মুখত নতি স্বীকাৰ কৰিলে বিপদৰ হাতৰপৰা নিষ্কৃতি পোৱা যায়। সমুদ্ৰই এদিন নদীসমূহক প্ৰশ্ন কৰিলে যে তেওঁলোকে ডাঙৰ বৃক্ষসমূহক নদীস্ৰোতত বহন কৰি সমুদ্ৰত আনি পেলায়, অথচ সৰু সৰু গছ-গছনিসমূহ নানে—ইয়াৰ কাৰণ কি? গঙ্গাই উত্তৰ দিলে যে নদীৰ জলস্ৰোতক ডাঙৰ ডাঙৰ গছবিলাকে বাধা দিয়ে বুলিয়েই সেইবোৰ উৎপাটিত হয়। আৰু সৰু সৰু গছ-গছনি জলস্ৰোতৰ সন্মুখত অৱনত হয় বুলি সেইবোৰ উৎপাটিত নহয়; কূপ-পতিত মানৱৰ গল্পটিও এই প্ৰসঙ্গত বিশেষ উল্লেখযোগ্য। বহুতে ভাবে বৌদ্ধসকলেই সংসাৰৰ অসাৰতা আৰু ভয়াবহতা শিক্ষা দিয়াৰ কাৰণে ইয়াক সৰ্বপ্ৰথমে মহাভাৰতত সন্নিবেশিত কৰে।

Fables আৰু parablesৰ বাহিৰেও কিছুমান নীতিমূলক উপাখ্যান পোৱা যায়। বৌদ্ধ, ব্ৰাহ্মণ আৰু অন্যান্য নানা সম্প্ৰদায়ে এই শ্ৰেণীৰ উপাখ্যানবিলাক মহাভাৰতত সন্নিবেশিত কৰিছে। ৰজা শিবিৰ উপাখ্যান এইবিলাকৰ ভিতৰত এটা। জীৱৰ হিতৰ কাৰণে আত্মত্যাগ কৰা মহান ধৰ্ম—এই নীতিকে প্ৰচাৰ কৰা হৈছে। প্ৰেম আৰু মৈত্ৰী শত্ৰুৰ প্ৰতি দেখুৱা যে

উচিত তাক প্ৰচাৰ কৰিবৰ কাৰণে ব্যাধ আৰু কপোতৰ কাহিনী অৱতাৰণা কৰা হৈছে। কপৌ-কপোতীৰ ঘৰলৈ ব্যাধ আহি অতিথি হৈছিল। শত্ৰু হলেও আজি কপৌ দম্পতিৰ অতিথি সৎকাৰ কৰিব লাগিব। ঘৰত ব্যাধক দিবৰ কাৰণে আহাৰ নাই। অন্য উপায়ে কপৌয়ে অগ্নি জ্বলাই নিজকে দগ্ধ কৰিলে। তাকে দেখি কপোতীও স্বামীৰ অনুগমন কৰিলে। এই দৃশ্যত ব্যাধৰ চৈতন্য আহিল। ব্যাধৰ বৃত্তি এৰি তেওঁ সেই দিনৰপৰা সন্ন্যাস গ্ৰহণ কৰিলে। জন্মান্তৰগত কৰ্মই মানুহৰ ইহজন্মৰ সুখ-দুখৰ কাৰণ তাক বুজাবৰ কাৰণে কিছুমান আখ্যান দেখা যায়। গৌতমীৰ পুত্ৰই সৰ্পদংশনত মৃত্যু বৰণ কৰিলে। এজন ব্যাধে সাপটোক জৰিৰে বান্ধি গৌতমীৰ ওচৰলৈ আনিলে আৰু গৌতমীক প্ৰশ্ন কৰিলে যে তেওঁ পুত্ৰহন্তা সাপক কিভাৱে বধ কৰিবলৈ ইচ্ছা কৰে। গৌতমীয়ে সাপটোক হত্যা কৰিবলৈ ইচ্ছা নকৰিলে, কাৰণ তাতে তেওঁৰ পুত্ৰৰ জীৱন ঘূৰি নাহিব। সাপে কলে যে তেওঁৰ কোনো অপৰাধ নাই, 'মৃত্যু'ই তেওঁৰ পুত্ৰৰ মৃত্যুৰ কাৰণে দায়ী। সি 'মৃত্যু'ৰ হাতৰ ক্ৰীড়নক মাত্ৰ। 'মৃত্যু' আহিল, কলে —তেওঁৰো কোনো কৰ্তৃত্ব নাই, মহাকালেই এই সকলোবিলাকৰ মূলত। 'মহাকাল' আহি কলে যে তেওঁ একোকে নেজানে; গৌতমীৰ পুত্ৰৰ কৰ্ম অনুসাৰেই তেওঁ তাৰ এনেকুৱা মৃত্যু বিধান কৰিছে।

যি নীতিবোধ দৈনন্দিন জীৱনত পতি-পত্নী, পিতা-পুত্ৰ প্ৰভৃতিৰ মাজতে সদা জাগ্ৰত থকা উচিত তাকো নানা উপাখ্যানৰ মাজেদি প্ৰচাৰ কৰা হৈছে। 'চিৰাকৰিন্'-ৰ উপাখ্যান এই প্ৰসঙ্গত অতীব চিত্তাকৰ্ষক। 'চিৰাকৰিন্' শব্দৰ অৰ্থ—যিবিলাক কাৰ্য্য পলম কৰি কৰা যায়। এজন ব্যক্তিৰ 'চিৰাকৰিন্' নামে এজন পুত্ৰ আছিল। সেই ব্যক্তিয়ে এসময়ত নিজ পত্নীৰ ওপৰত ক্ৰুদ্ধ হৈ পুতেকক তাৰ মাতৃক হত্যা কৰিবলৈ আদেশ দি ঘৰৰপৰা বাহিৰ ওলায়।

ইয়াত্তে 'চিৰাকৰিন্' চিন্তাত পৰিল। মাতৃক হত্যা কৰা মহা অপৰাধ, আকৌ পিতৃৰ আদেশ লঙ্ঘন কৰাও অপৰাধ। তেওঁ ভাবিবলৈ ধৰিলে তেওঁৰ কৰ্ত্তব্য কি? চিন্তা কৰি আছে 'চিৰাকৰিন্'। ঠিক এনে সময়ত তেওঁৰ পিতাক ঘূৰি আহিল—খং তেতিয়া তেওঁৰ নোহোৱা হৈছে। পুত্ৰই যে তেওঁৰ আদেশ এতিয়াও পালন কৰা নাই, ইয়াকে দেখি তেওঁ সন্তুষ্ট হ'ল।

**মহাকাব্য মহাভাৰতৰ নীতি:** গোটেই মহাভাৰতত নীতি, ধৰ্ম আৰু মোক্ষ বিষয়ক আলোচনা ইপিনে সিপিনে বিক্ষিপ্ত হৈ বৈছে। Didactic Section বুলিলে এই তিনি শ্ৰেণীৰ ৰচনা অংশকে পোৱা যায়। 'নীতি' শব্দটোৰ সাধাৰণ অৰ্থ ব্যাপক হলেও প্ৰধানকৈ ৰাজনীতিৰ আলোচনাই এই অংশত মুখ্য স্থান গ্ৰহণ কৰিছে। শান্তি পৰ্ব আৰু অনুশাসন পৰ্ব এই জাতীয় আলোচনাত পৰিপূৰ্ণ আৰু সেই কাৰণেই পণ্ডিতসকলে এই দুটা পৰ্বক মূল মহাভাৰতৰ মাজত প্ৰক্ষিপ্ত বুলি ধৰি লয়। শৰশয্যাত শায়িত ভীষ্মৰ মৃত্যুৰ এতিয়ায়ে ছয় মাহ পলম। এই সময়ত মহাৰাজ যুধিষ্ঠিৰে ব্যাসৰ উপস্থিতিত ভীষ্মৰ ওচৰৰপৰা নীতি, ধৰ্ম আৰু মোক্ষ বিষয়ক যিবিলাক উপদেশ শুনিছিল সিয়ে শান্তি পৰ্বৰ বিষয় বস্তু। শান্তি পৰ্বৰ প্ৰথম অংশত ৰজাৰ কৰ্ত্তব্য, বৰ্ণাশ্ৰম ধৰ্ম, মাতাপিতাৰ প্ৰতি পুত্ৰৰ আৰু আচাৰ্য্যৰ প্ৰতি শিষ্যৰ কৰ্ত্তব্য প্ৰভৃতি আৰু দ্বিতীয়াৰ্ধত আছে দাৰ্শনিক তত্ত্বসমূহৰ আলোচনা। সাধাৰণতঃ এই জাতীয় আলোচনাত কাব্য সৌন্দৰ্য্যৰ কোনো অৱকাশ নাই, কিন্তু শান্তি পৰ্বত এনেকুৱা বহু ঠাই আছে যি চিৰদিনৰ কাব্য-সম্পদৰূপে পৰিগণিত হব পাৰে। অনুশাসন পৰ্ব স্মৃতিশাস্ত্ৰৰ কথাত পূৰ্ণ আৰু স্মৃতিশাস্ত্ৰবিলাকৰপৰা ইয়াৰ পাৰ্থক্য এই যে ইয়াৰ মাজে মাজে আছে অতিৰঞ্জিত আৰু অবিশ্বাস্য পৌৰাণিক কাহিনী। শান্তি পৰ্বতো বহু পিচত অনুশাসন পৰ্ব মহাভাৰতত প্ৰক্ষিপ্ত হৈছে। সমাজৰ সৰ্বস্তৰৰ ওপৰত ব্ৰাহ্মণ-

বিলাকে নিজৰ শ্ৰেষ্ঠত্ব এই অংশত যিভাবে প্ৰতিষ্ঠিত কৰাৰ প্ৰয়াস পাইছিল, মহাভাৰতৰ কোনো ঠাইতে তাক দেখা নেযায়। ইয়াক বাদ দিয়ো বন পৰ্ব, উদ্যোগ পৰ্ব, ভীষ্ম পৰ্ব আৰু শল্য পৰ্বতে, এই ধৰণৰ ৰচনা দেখা যায়।

এই জাতীয় ৰচনাৰ মাজত ভগবৎ গীতাই সৰ্বপ্ৰধান। কুৰু-পাণ্ডৱৰ যুদ্ধ আৰম্ভ হোৱাৰ আগতে উভয় সৈন্য-বাহিনীৰ মাজত কৃষ্ণৰ সাৰথিত অৰ্জুনৰ ৰথ আহি উপস্থিত হয়। কৌৰৱ সৈন্যৰ পুৰোভাগত অৰ্জুনে দেখিবলৈ পালে পিতামহ ভীষ্ম, আচাৰ্য্য দ্ৰোণ, জ্ঞাতিভ্ৰাতা দুৰ্য্যোধনাদিক। আত্মীয় আৰু গুৰুহত্যা কৰি ৰাজ্য-লাভ কৰিবলৈ তেওঁৰ মন নচলিলে। শৰীৰ অৱশ হৈ কঁপিবলৈ ধৰিলে, জিভা শুকান হৈ আহিল, ৰথৰ ওপৰত বহি পৰিল অৰ্জুন আৰু হাতৰপৰা ধনুৰ্বাণ খহি পৰিল। অৰ্জুনে সখা কৃষ্ণক প্ৰশ্ন কৰিলে,—কৰ্তব্য কি? এই প্ৰশ্নত কৃষ্ণই অৰ্জুনক ক্ষত্ৰিয়ৰ ধৰ্ম, আত্মতত্ত্ব প্ৰভৃতি বিষয়ত যিবিলাক অমূল্য উপদেশ দিছিল, সেইবোৰেই গীতাৰ উপজীব্য। ভাৰতীয় দৰ্শনশাস্ত্ৰসমূহত মোক্ষ প্ৰাপ্তিৰ যিবিলাক পথ নিৰ্দিষ্ট হৈছে সেইবোৰৰ মাজত আপাত-বিৰোধ আছে। গীতাই সেই বিৰোধৰ সমাধান কৰিছে, বিভিন্ন মত আৰু পথৰ সমন্বয় সাধন কৰিছে। জ্ঞানযোগ, কৰ্মযোগ আৰু ভক্তিযোগ, এই তিনিটাৰ সমন্বয় হ'ল গীতা। আত্মাৰ অবিনশ্বৰত্ব, নিষ্কাম কৰ্মযোগ, ঈশ্বৰত পৰিপূৰ্ণভাৱে আত্মসমৰ্পণ—এই তিনিটাই হ'ল গীতাৰ মৰ্মবাণী। কৃষ্ণই একমাত্ৰ ঈশ্বৰ। সৰ্ব-ভূতত তেওঁ বিৰাজমান—এই তত্ত্বকেই গীতাই প্ৰচাৰ কৰিছে। যুদ্ধৰ অব্যৱহিত পূৰ্বত যি কৃষ্ণই অৰ্জুনক এই সুদীৰ্ঘ উপদেশ দিয়াৰ অৱসৰ পাইছিল বা সেইৰূপ অৱস্থাত তাক দিয়াটোও স্বাভাৱিক আছিল, ই বোধ নহয়। খুব সম্ভৱ কৃষ্ণৰ মূল উপদেশ অত্যন্ত সংক্ষিপ্ত আছিল আৰু পিচত তাকেই ভিত্তি কৰি অষ্টাদশ অধ্যায় সমন্বিত গীতাক মহাভাৰতত অন্তৰ্ভুক্ত কৰা হৈছে। সি

যিয়ে নহওক, গীতাৰ ৰচক একেধাৰে যে কবি আৰু দাৰ্শনিক দুয়োটাই আছিল সেই বিষয়ত কোনো সন্দেহ নাই। গীতাৰ ভাষাৰ সৈতে উপনিষদৰ ভাষাৰ সাদৃশ্যৰপৰা পণ্ডিতসকলে অনুমান কৰে যে উপনিষদৰ যুগত উপনিষদ হিচাবেই ই ৰচিত হয়। খৃষ্টাব্দ ৮৮৩ চনত কাশ্মীৰৰাজ অৱন্তীবৰ্মাই মৃত্যুকালত গীতা পাঠ কৰাইছিল আৰু শুনিছিল। আৰবীয় পৰ্য্যটক আলবেৰুণিও ইয়াৰ প্ৰশংসা কৰিছিল। ইংৰাজী আৰু ল্যাটিন ভাষাতো ইয়াৰ অনুবাদ হৈছে। বাণভট্টই নৱম শতিকাতো গীতাৰ কথা জানিছিল। গতিকে ই প্ৰমাণিত হয় যে তাৰ বহু আগতে ইয়াৰ ৰচনা শেষ হৈ গৈছিল।

শান্তি পৰ্বৰ আৰু এটা অংশৰ নাম নাৰায়ণীয়। ই গীতাতো বহু পিচত মহাভাৰতত প্ৰক্ষিপ্ত হৈছে। নাৰায়ণকেই ই একমাত্ৰ দেৱতা বুলিছে আৰু ইয়াৰ ৰচনাশৈলী পুৰাণৰ দৰে। ভক্তি আৰু ঈশ্বৰৰ কৰুণাই মুক্তি লাভৰ উপায়—ইয়াকে ইয়াতে প্ৰচাৰ কৰা হৈছে। সাংখ্য আৰু যোগ প্ৰধানকৈ মহাভাৰতৰ দাৰ্শনিক মতবাদ হলেও বেদান্তৰ মতবাদো দেখিবলৈ পোৱা যায়। সনৎ সুজাতীয় নামক অংশ তাৰ প্ৰকৃষ্ট উদাহৰণ।

**হৰিবংশ :** হৰিবংশ বা হৰিবংশপুৰাণ মহাভাৰতৰ অংশ আৰু ব্যাসদেৱ ইয়াৰ বক্তা। বিষ্ণুৰ মহিমা কীৰ্ত্তনৰ কাৰণে নানা প্ৰকাৰ আখ্যান, উপাখ্যান আৰু স্তৱ-স্তুতিত ই পূৰ্ণ। মুঠ ১৬,৩৭৪ শ্লোকৰ সঙ্কলন এই অংশ মহাভাৰতৰ পৰিশিষ্ট আৰু বহুত পৰৱৰ্তীকালত ৰচিত। ইয়াৰ শেষ অংশ আকৌ মূল হৰিবংশতো পিচত ৰচিত হৈছে। গ্ৰন্থৰ প্ৰথমতে শৌনকে উগ্ৰশ্ৰৱাক অনুৰোধ কৰিছিল যে বৃষ্ণি আৰু অন্ধক বংশত শ্ৰীকৃষ্ণৰ উৎপত্তি হৈছে; সেইবোৰৰ সম্বন্ধে কিছু কথা কোৱাৰ কাৰণে। তাৰপৰাই হৰিবংশৰ সৃষ্টি। প্ৰথম আৰু শেষকালে মহাভাৰতৰ প্ৰশংসা আৰু মহাভাৰত পাঠৰ পুণ্য মুক্তকণ্ঠত ঘোষণা কৰা

হৈছে। ই তিনিটা পৰ্বত বিভক্ত—(১) হৰিবংশ পৰ্ব—পুৰাণৰ দৰে সৃষ্টি-স্থিতি-প্ৰলয়ৰ কথা ; পৃথু, ধ্ৰুৱ, বশিষ্ঠ, বিশ্বামিত্ৰ, চন্দ্ৰবংশ প্ৰভৃতিৰ উপাখ্যান। (২) বিষ্ণু পৰ্ব—কৃষ্ণৰ জীৱন ইতিহাস। (৩) ভবিষ্য পৰ্ব—ভবিষ্যত কালৰ কথা। ভাষা আৰু বিষয় বস্তুৰ ফালৰপৰা ই সম্পূৰ্ণ পুৰাণৰ নিচিনা। এজনৰ বা এসময়ৰ ৰচনা বুলিও ইয়াক ধৰি লব নোৱাৰি।

**প্ৰক্ষিপ্ত অংশ :** মহাভাৰতত পাণ্ডৱক সাধু, সত্যনিষ্ঠ, ধৰ্মপৰায়ণ আৰু সাহসী ৰূপত চিত্ৰিত কৰা হৈছে। অথচ কোৱা হৈছে যে কৌৰৱসকলৰ পৰাজয়ৰ মূল কাৰণ হ'ল পাণ্ডৱসকলৰ বিশ্বাস-ঘাতকতা আৰু অধৰ্ম যুদ্ধ। পাণ্ডৱসকলক সকলো দুৰ্নীতিৰ ফন্দি আৰু উৎসাহ দিছিল শ্ৰীকৃষ্ণই; আৰু সেই কৃষ্ণকেই কোৱা হৈছে বিষ্ণুৰ অৱতাৰ, ধৰ্মৰ ৰক্ষক আৰু শ্ৰেষ্ঠ দেৱতা। পৰস্পৰ-বিৰোধী এই উক্তিৰ কাৰণ কি ? Winternitz ভাবে, এসময়ত উত্তৰ-পশ্চিম ভাৰতত এটি ৰাজশক্তিৰ পতন আৰু সেই স্থানত অন্য ৰাজশক্তিৰ উত্থানৰ ঐতিহাসিক ঘটনাই ইয়াৰ মূল। সূতবিলাকে মহাভাৰত প্ৰণয়নত মুখ্য অংশ গ্ৰহণ কৰিছিল। কৌৰৱসকলৰ পতনৰ পিচত সেই সূতসকলেই পাণ্ডৱবংশৰ আশ্ৰয় লৈছিল আৰু তেওঁলোকৰ মূল ৰচনাৰ মাজত এই নতুন ৰাজশক্তিৰ প্ৰতি পক্ষপাতিত্বপূৰ্ণ ৰচনা সন্নিবেশিত কৰিছিল। মহাভাৰতৰ বক্তা সূত সঞ্জয়। এওঁ কৌৰৱপক্ষৰ লোক। তেওঁৰ বিৱৰণত স্বাভাৱিকভাৱে কৌৰৱবংশৰ প্ৰতি পক্ষপাতিত্বপূৰ্ণ উক্তি থাকিব। আকৌ জন্মেজয়ৰ সৰ্পযজ্ঞত মহাভাৰত পঠিত হয়। জন্মেজয় পাণ্ডৱবংশীয় ; গতিকে সেই সময়ত মহাভাৰতত পাণ্ডৱসকলৰ পক্ষ সমৰ্থনকল্পেও কিছুমান অংশ সন্নিবেশিত হৈ থাকিব। এই সময়ত কৃষ্ণৰ চৰিত্ৰগত বৈচিত্ৰ্য বিশেষ লক্ষণীয়। পাণ্ডৱ সুহৃৎ কৃষ্ণ, বিচক্ষণ ৰাজনৈতিক কৃষ্ণ, দানৱঘাতী কৃষ্ণ, গোপীজন বল্লভ কৃষ্ণ, বিষ্ণুৰ অৱতাৰ কৃষ্ণ—সকলেই যে এজন কৃষ্ণ, এই বিষয়তো বহুতে

সন্দেহ প্ৰকাশ কৰিছিল। মূল ভাৰতৰ কৃষ্ণ যোদ্ধা মহাবীৰ, বিচক্ষণ ৰাজনৈতিক, কূটকৌশলী। ভগৱানৰ ৰূপত তেওঁৰ চৰম কীৰ্তি প্ৰকাশ হোৱা নাই, বৰং ছলত, বলত, কৌশলত আৰু যুদ্ধজয় কৰাৰ নীতিতেই তেওঁ পাণ্ডৱসকলক দীক্ষিত কৰিছিল। কৌৰৱ ৰাজবংশৰ হাতৰপৰা ৰাজশক্তি পাণ্ডৱ বংশত হস্তান্তৰিত হলেও পাণ্ডৱসকলৰ সকলো অন্যায়ৰ সমৰ্থনকল্পত কৃষ্ণক দেৱতাত ৰূপান্তৰিত কৰা হৈছে। প্ৰধানকৈ পাণ্ডৱসখা কৃষ্ণ আৰু ভগৱৎ গীতাৰ কৃষ্ণৰ চৰিত্ৰগত পাৰ্থক্য ইমানখিনি যে উভয় কৃষ্ণক এজন ব্যক্তি বুলি ভবাটো কঠিন হৈ পৰে।

ৰাজনৈতিক, সামাজিক আৰু ধৰ্মৰ ক্ষেত্ৰত মহাভাৰতত যি পৰিবৰ্ত্তন দেখা যায়, সেই ফালেদি বিচাৰ কৰিলেও গোটেইখন মহাভাৰতক এসময়ৰ আৰু এজনৰ ৰচনা বুলি ভবাৰ কোন কাৰণ নাই। দ্ৰৌপদীৰ সৈতে পঞ্চস্বামীৰ বিবাহ যেতিয়া হৈছিল তেতিয়া হয়তো সমাজে এনেকুৱা বিবাহৰ অনুমোদন কৰিছিল। কিন্তু সেই মহাভাৰততেই দ্ৰুপদৰ মুখত শুনা যায় যে এজনী স্ত্ৰীৰ একাধিক স্বামী থকা ধৰ্মবিগৰ্হিত। গতিকে সামাজিক প্ৰথা হয়তো ইতিমধ্যে পৰিবৰ্তিত হৈছিল, নতুবা ভাৰতৰ যি অঞ্চলত আৰু যি সমষ্টিৰ মাজত এই প্ৰথাই সমৰ্থন লাভ কৰিছিল মহাভাৰতে সেই গণ্ডী ইতিমধ্যে অতিক্ৰম কৰিছে। দ্ৰৌপদীৰ পঞ্চস্বামী গ্ৰহণৰ যি প্ৰথাৰ নিন্দা দ্ৰুপদে কৰিছিল, কিছুমান অলৌকিক কাহিনীৰ দ্বাৰা মহাভাৰতে সেই প্ৰথাৰ সমৰ্থন কৰিছিল। এই উপাখ্যানসমূহ অৱশ্যে পিচৰ কালত প্ৰক্ষিপ্ত। বিৰাট পৰ্বত উত্তৰাক সাৰথি কৰি যি অৰ্জুনে অকলেকত ভীষ্ম, দ্ৰোণ, কৰ্ণ প্ৰভৃতি পৰিচালিত বিশাল কৌৰৱ বাহিনীক ছত্ৰভঙ্গ কৰিছিল সেই অৰ্জুনৰ কুৰুক্ষেত্ৰ যুদ্ধত কৌৰৱ বাহিনীক পৰাজিত কৰিবলৈ সুদীৰ্ঘ ১৮ দিন লাগিছিল। শিখণ্ডীক সন্মুখত ৰাখি ভীষ্মৰ ওপৰত শৰবৰ্ষণ আৰু ৰথচক্ৰৰ গ্ৰাসত বিপন্ন কৰ্ণৰ ওপৰত আক্ৰমণ কৰাৰ-

পৰা বুজিব পাৰি পাণ্ডৱসকলেও অধৰ্ম আৰু অন্যায়ৰ আশ্ৰয় লৈছিল। বিৰাট পৰ্ব অৱশ্যে প্ৰক্ষিপ্ত অংশ। যুদ্ধৰ শেষত ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰী কৌৰৱ ৰমণীবিলাকৰ লৈতে যুদ্ধক্ষেত্ৰ চাবলৈ আহিছিল; অথচ আন ঠাইত কোৱা হৈছে যে গান্ধাৰী ব্যাসৰ কৃপাত এনে শক্তিৰ অধিকাৰিণী হৈছিল যে বহুদূৰত থাকিও তেওঁ যুদ্ধক্ষেত্ৰৰ সকলো ঘটনা চাবলৈ সক্ষম হৈছিল।

আগতে কোৱা হৈছে যে মহাভাৰত প্ৰধানকৈ তিনি শ্ৰেণীৰ ৰচনাত পূৰ্ণ—(১) সৌত ৰচনা। (মূল মহাভাৰত), (২) ব্ৰাহ্মণ্য ৰচনা (দেৱতাসকলৰ কাহিনী; সৃষ্টি-স্থিতি-প্ৰলয়ৰ কথা, ধৰ্মনীতি, বৰ্ণাশ্ৰম ধৰ্ম আখ্যান প্ৰভৃতি) আৰু (৩) যতি, শ্ৰমণ আৰু ভিক্ষু সম্প্ৰদায়ৰ ৰচনা (অহিংসা, ব্ৰহ্মচৰ্য্য, অস্তেয়, জগতৰ অনিত্যতা প্ৰভৃতিৰ প্ৰতিপাদক ৰচনাংশ)। প্ৰথমটোৰপৰা দ্বিতীয় অংশ আৰু দ্বিতীয় অংশৰপৰা তৃতীয় অংশ পিচৰ কালৰ; আৰু মূল মহাভাৰতৰ মাজৰ প্ৰক্ষিপ্ত অংশ বুলিলে দ্বিতীয় আৰু তৃতীয় শ্ৰেণীৰ ৰচনাক বুজায়। হৰিবংশ পিচৰ কালৰ ৰচনা আৰু ইয়াৰ শেষ ভাগ আৰু পিচৰ। শান্তি পৰ্ব, অনুশাসন পৰ্ব গোটেই আৰু অন্যান্য পৰ্বৰ যিবিলাক অংশত নীতি, ধৰ্ম আৰু মোক্ষ বিষয়ক আলোচনা আছে সেইবোৰো প্ৰক্ষিপ্ত।

ভাষা, নীতি আৰু ছন্দৰ ফালৰপৰা মহাভাৰতৰ ৰচনাৰ বিভিন্ন অংশৰ মাজত সামঞ্জস্য নাই। প্ৰাক মহাকাব্য যুগৰ সংস্কৃত ৰচনাৰ ছাপ যেনেকৈ বহুস্থানত আছে, তেনেকৈ আকৌ মহাকাব্য যুগৰ ৰীতি আৰু ভাষাৰ হৃদয়গ্ৰাহিতাও আছে। মহাভাৰত যি আয়তনত পোৱা যায় ই এজন ব্যক্তিৰ বা এসময়ৰ যে ৰচনা নহয় ওপৰত কৰা আলোচনাৰপৰা ই প্ৰমাণিত হব। মহাভাৰতৰ প্ৰথম দুটা অধ্যায়ত যি বিষয়সূচীৰ তালিকা পোৱা যায় তাৰে লৈতে বৰ্ত্তমান মহাভাৰতৰ বিষয়তও কোনো মিল নাই। আল্‌বেৰুণি মহাভাৰতৰ অষ্টাদশ পৰ্বৰ যি নাম জানিছিল, সেইবোৰ

বৰ্তমান নামবিলাকৰ লগত নিমিলে। Holtzmannৰ মতে কৌৰৱ ৰাজবংশৰ বীৰ্য্য-গাথাই আছিল মূল মহাভাৰত। বিশেষ উদ্দেশ্য লৈ পাণ্ডৱ ৰাজবংশৰ অনুকূলত ইয়াৰ ৰচনাংশ পৰিমাৰ্জ্জিত হয়, তাৰ পিচতো ব্ৰাহ্মণবিলাক আৰু বৌদ্ধবিলাকে ইয়াৰ অঙ্গ-সজ্জা কৰিছিল। Wiberৰ মতে বৰ্তমান মহাভাৰতৰ যি আয়তন তাৰে চাৰি ভাগৰ এক ভাগ (প্ৰায় ২০,০০০ শ্লোক) হ'ল প্ৰাচীন অংশ আৰু ইয়াৰো আকৌ তিনি ভাগৰ দুই ভাগ হ'ল মূল মহাভাৰত; কাৰণ মহাভাৰতত কোৱা হৈছে যে মূল মহাভাৰতৰ শ্লোক সংখ্যা আছিল ৮,৮০০। মহাভাৰতৰ মূল উপাখ্যান অষ্টাদশ পৰ্বৰ আধাও নহব।

Macdonellৰ মতে কুৰু-পাণ্ডৱৰ যুদ্ধৰ ঐতিহাসিক ঘটনাই মহাভাৰতৰ মূল আখ্যান ভাগৰ বীজ। যজুৰ্বেদত এই দুটা পৃথক ৰাজবংশ এটা হৈ গৈছে আৰু কাঠক সংহিতাত ৰজা ধৃতৰাষ্ট্ৰ আৰু বিচিত্ৰ্যবীৰ্য্যৰ নাম পোৱা যায়। গতিকে যি ঐতিহাসিক ঘটনাক কেন্দ্ৰ কৰি মূল আখ্যান ভাগ ৰচিত হৈছে ই খৃঃ পূঃ দশম শতিকাৰ পিচৰ কালৰ হব নোৱাৰে।

শ্ৰীকৃষ্ণই পোৱা সন্মানৰ কাৰণে মহাভাৰতখনৰ মূল্য অধিক। মহাকাব্যৰ আৰম্ভনিৰ প্ৰশস্তি শ্লোকত এইদৰে বিষ্ণুক মহিমান্বিত কৰা হৈছে—

"নাৰায়ণং নমস্কৃত্য নৰং চৈব নৰোত্তমম্।
দেবীং সৰস্বতীং ব্যাসং ততো জয়মুদীৰয়েৎ॥"

মহাকাব্যখনক নাৰায়ণ-কথা আৰু কৃষ্ণবেদ বুলি কোৱা হয়। বৈদান্তিক শঙ্কৰাচাৰ্য্যই মহাভাৰতখনক ধৰ্মশাস্ত্ৰ বুলি কবলৈ খোজে।

**মহাভাৰতৰ কাল:** কুৰু-পাণ্ডৱৰ যুদ্ধত যিবিলাক ৰজা আৰু ৰাজবংশই অংশ গ্ৰহণ কৰিছিল তেওঁলোকৰ বীৰত্বৰ গাথাসমূহ লোকমুখত চলি আহিছে আৰু সাধাৰণ জনসভাত বা ডাঙৰ ডাঙৰ যজ্ঞস্থলত গীতৰূপে গোৱা হৈছিল। বহুপিচত কবিৰ শক্তিৰ

অধিকাৰী কোনো বিশেষ ব্যক্তিয়ে ইপিনে সিপিনে বিক্ষিপ্ত বীৰ্য্য-গাথাসমূহক এখন কাব্যত ৰূপ দান যে কৰিছিল এনেকুৱা অনুমান কৰিব পাৰি। ইয়ো অনুমান কৰা যায় এই মূল কাব্যত কৌৰৱসকলক ন্যায় আৰু ধৰ্মৰ পক্ষপাতী বুলি আৰু যুদ্ধত পাণ্ডৱ-সকলক অসাধুতা আৰু বিশ্বাসঘাতকতাকেই কৌৰৱৰ পতনৰ কাৰণ বুলি উপস্থাপিত কৰা হৈছিল। ইয়েই আছিল মূল মহাভাৰত। মহাভাৰতত দেৱতাসকলৰ মাজত ব্ৰহ্মাৰ শ্ৰেষ্ঠত্ব যি যি অংশত ঘোষিত হৈছে সেইবোৰে এই সময়ৰ ৰচনা। পালি সাহিত্যৰপৰা জনা যায় যে বুদ্ধৰ সময়তেই ব্ৰহ্মা প্ৰধান দেৱতা-ৰূপত পৰিগণিত হৈছিল। এই ফালেদি বিচাৰ কৰিলে ভাব হয় আমাৰ মহাভাৰত খৃঃ পূঃ পঞ্চম শতিকাৰ মাজতেই তাৰ মূল ৰূপ পৰিগ্ৰহ কৰিছিল। অশ্বলায়নৰ গৃহ্যসূত্ৰৰ সময়তো 'ভাৰত' বা 'মহাভাৰত' নামক কোনো মহাকাব্যৰ অস্তিত্ব আছিল বুলি জনা যায়। ইয়াৰপৰা উপৰত উল্লেখ কৰা অনুমান সমৰ্থিত হয়।

তৃতীয় স্তৰত দেখা যায়, মূল মহাভাৰত সূতসকলৰ মুখে মুখে চলি আছিল—নতুন গাথা, নতুন কাহিনী তাৰ অন্তৰ্ভুক্ত হ'ল আৰু প্ৰায় ২০,০০০টা শ্লোকৰ সঙ্কলনত পৰিণত হৈছিল। এই স্তৰেই কৌৰৱসকলৰ স্থানত পাণ্ডৱসকলৰ অনুকূলত মহাভাৰতৰ ৰচনা ৰূপ পৰিগ্ৰহ কৰে আৰু ব্ৰহ্মাৰ সৈতে শিব আৰু বিষ্ণুৰ মাহাত্ম্যও কীৰ্তিত হৈ থাকে। মেগাস্থিনিচৰ বিৱৰণৰপৰা জনা যায়, খৃঃ পূঃ তৃতীয় শতকতেই শিব আৰু বিষ্ণুয়ে হিন্দুসমাজত প্ৰাধান্য লাভ কৰিছিল আৰু শৈৱ আৰু বৈষ্ণৱ উভয় সম্প্ৰদায় বৰ্ত্তমান আছিল। মহাভাৰতৰ এই স্তৰৰ সঙ্কলন খৃঃ পূঃ তৃতীয় শতকৰ আগতে হৈ গৈছিল এইদৰে অনুমান কৰিব পাৰি।

দাৰ্শনিক-প্ৰবৰ কুমাৰিলভট্টই ৭০০ খৃঃত মহাভাৰতৰপৰা বহুল অংশ উদ্ধৃত কৰিছিল। মহাকবি সুবন্ধু আৰু বাণভট্টই (৬০০-৬৫০ খৃঃত) মহাভাৰতৰ কথা জানিছিল আৰু উল্লেখ

কৰিছিল। কাদম্বৰীত দেখা যায় যে ৰাণী বিলাসবতী উজ্জয়িনীৰ মন্দিৰত মহাভাৰত পাঠৰ সময় স্বয়ং উপস্থিত। যবন আৰু বৌদ্ধ-সকলৰ উল্লেখৰপৰা এইটো ভবাৰ কাৰণ আছে যে বৌদ্ধ ধৰ্মৰ প্ৰচাৰৰ পিচত আৰু আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ পিচত মহাভাৰত ৰচিত হৈ চলি আছিল। এইবোৰ তথ্যৰপৰা Winternitz সিদ্ধান্ত কৰিছিল যে মহাভাৰতৰ ৰচনাকাল সুদীৰ্ঘ খৃঃ পূঃ চতুৰ্থ শতিকাৰপৰা খৃষ্টাব্দ চতুৰ্থ শতিকালৈকে। সম্ভৱতঃ খৃষ্টাব্দ চতুৰ্থ শতাব্দীৰ পিচত ইয়াক টানি আনিলে নচলিব।

ভাস কবিৰ যি নাটক প্ৰকাশিত হৈছে, তাৰ মাজত অধিকাংশই মহাভাৰতৰ আখ্যান অৱলম্বনত ৰচিত। গতিকে সেই সময়ত মহাভাৰত প্ৰামাণ্য গ্ৰন্থ আছিল। ভাস কবি কালিদাসৰ পূৰ্ববৰ্তী যে ই নিৰ্বিবাদী। চাণক্যৰ অৰ্থশাস্ত্ৰত ভাস কবিৰ নাটকৰ এটা শ্লোক পোৱা যায়, তাৰপৰা ভাস কবি যে চাণক্যৰ পূৰ্ববৰ্তী ই বুজা যায়। ইয়াৰপৰা ভাব হয়, ভাস খৃষ্টাব্দ তৃতীয় শতাব্দীৰ আগৰ ব্যক্তি; গতিকে মহাভাৰত তেওঁৰ বহুদিনৰ আগতে ৰচিত।

মহাভাৰত কালজয়ী মহাকাব্য। ইতিহাস আৰু ধৰ্মশাস্ত্ৰ হিচাপে ই এতিয়াও গোটেই ভাৰতবাসীৰ অন্তৰ জয় কৰি আছে আৰু ভবিষ্যতেও থাকিব বুলি ন দি কব পাৰি।



## চতুৰ্থ অধ্যায়

# পুৰাণ

প্ৰাচীন ভাৰতীয় ইতিহাস জানিবলৈ হলে পুৰাণবিলাকৰ আলোচনা যে একান্ত অপৰিহাৰ্য্য এই বিষয়তে Pargiterই প্ৰথমতে কুৰি শতিকাৰ প্ৰথম ভাগত আমাৰ দৃষ্টি আকৰ্ষণ কৰে। তাৰ আগতে আমি ভাৰতবাসীসকলে পুৰাণবিলাকক কেৱল ৰূপ-কথাতকৈ বেচি মূল্য দিবলৈ আপত্তি কৰিছিলোঁ। Pargiter-এৰ আগতে আকৌ কিছুমান পণ্ডিতে পুৰাণ সাহিত্যৰ আলোচনা কৰিছিল সঁচা; কিন্তু যি গল্প আৰু ঐতিহাসিক সত্যৰ সংমিশ্ৰণত পুৰাণবিলাক ৰচিত, সেইবিলাকৰ মাজত কোনোৱে সফলভাৱে এটা সীমাৰেখা টানিবলৈ পৰা নাই। Wilson-ই পুৰাণ সাহিত্যৰ আলোচনাত আমাৰ পথকে গ্ৰহণ কৰে আৰু পুৰাণবিলাকৰ সম্বন্ধে তেওঁৰ ধাৰণা এই—"...are only pious frauds written in subservience to sectarian imposture." Goldstucker পুৰাণবিলাকৰ সম্বন্ধে অত্যন্ত হীন ধাৰণা পোষণ কৰিছিল আৰু তেওঁৰ মতে হিন্দু ধৰ্মৰ আজি যিমানখিনি অধঃপতন হৈছে তাৰ কাৰণে পুৰাণবিলাকেই সম্পূৰ্ণ দায়ী। "All barriers to religious imposition having broken down since the modern Puranas were received by the masses as the source of their faith, sects have sprung up which not merely endanger religion, but society itself. Tenets have been propounded, which are an insult to the human mind; practices have been introduced, which must fill every true Hindu with confusion and shame."

এই সময়ত পুৰাণ সাহিত্য সম্বন্ধে সুস্থিৰ আৰু ধাৰাবাহিক আলোচনা কৰিছিল অধ্যাপক হাজৰাই। পুৰাণৰ ধৰ্মগ্ৰহণ কৰাৰ কাৰণে আজি হিন্দুৰ এই অধঃপতন আৰু একমাত্ৰ ঋক্ বেদ প্ৰতিপাদিত ধৰ্মক গ্ৰহণ কৰিলেই হিন্দু ধৰ্মৰ সকলো ক্লেদ দূৰ হব পাৰে—এনেকুৱা মত পোষণ কৰি Goldstucker নিজৰ অজ্ঞতাৰ পৰিচয় দিছিল। তেওঁ পাহৰি গৈছিল যে পুৰাণবিলাক বেদমূলক আৰু ধৰ্ম কথাটোও হিন্দুসকলে ইংৰাজী Religion-ৰ অৰ্থত ব্যৱহাৰ কৰা নাই। হিন্দুধৰ্মই যুগে যুগে তাৰ গতি পথত নানা মত আৰু বিশ্বাসক গ্ৰহণ কৰিছে, বৰ্জনো কৰিছে। সেই পথৰ ইতিহাস বিচিত্ৰ। অন্যান্য ধৰ্মমতৰ সম্বল লৈ যে সেই যাত্ৰা আৰম্ভ হৈছে সেইবোৰক লৈয়ে শেষ কৰা নাই। সেইবোৰৰ বাহিৰে সকলোতকৈ ডাঙৰ কথা হ'ল "A living society must have both the power of continueing and power of change."

**পুৰাণ শব্দৰ অৰ্থ :**

"যস্মাৎ পুৰা হি অনতি ইদং পুৰাণম্"—

'পুৰাণ' শব্দৰ মূল অৰ্থ 'প্ৰাচীন কথা'। ব্ৰাহ্মণ আৰু উপনিষদ সাহিত্যতো পুৰাণৰ উল্লেখ আছে ; আৰু তাত 'ইতিহাস পুৰাণ' শব্দৰ একেলগে উল্লেখ কৰা হৈছে। বৈদিক সাহিত্য, আখ্যান, উপাখ্যান, পুৰাণ, ইতিহাস প্ৰায় সমৰ্থকৰূপে ব্যৱহৃত হৈছে 'পুৰাণ' শব্দৰ ব্যুৎপত্তিগত অৰ্থ হ'ল 'পুৰাকালীন' আৰু 'ইতিহাস' শব্দৰ ব্যুৎপত্তিগত অৰ্থ হ'ল 'এনেকুৱাই আছিল' ( ইতি হ-আস )। মহাভাৰতত কোনো ইতিহাস কোৱাৰ সময়ত ব্যাসে তাক পুৰণি বুলি কৈছিল। অনুমান হয়, 'ইতিহাসে' কোনো অতীত ঘটনাকেই বুজাইছে ; আৰু সুদূৰ অতীতক বুজাবৰ কাৰণে 'পুৰাণ' শব্দ ব্যৱহাৰ কৰা হৈছে। ব্যাসে তেওঁৰ মহাভাৰতক সংহিতা, পুৰাণ, আখ্যান, উপাখ্যান, কথা, ইতিহাস প্ৰভৃতি নানা আখ্যা দিছে। ব্যাসদেৱৰ

মনত সম্ভৱত প্ৰতিটো নামৰ এটা বিশেষ অৰ্থ আছিল আৰু মহাভাৰতত সকলো কেইটাৰ বৈশিষ্ট্য বিদ্যমান; ইয়াক বুজাবৰ কাৰণে তেওঁ ইয়াক বিবিধ আখ্যা দিছিল। বৈদিক সাহিত্যত পুৰাণ, ইতিহাস প্ৰভৃতি শব্দ সমৰ্থকৰূপে ব্যৱহৃত হলেও পিচৰ সাহিত্যত ইয়াক বিশেষ ধৰণৰ ৰচনা বুলি যে বুজাইছে ই নিশ্চিত। মৎস্য পুৰাণত কোৱা হৈছে, বেদবাদীবিলাকে পুৰাণসমূহত এই ইতিহাস এই দুটা পৃথক জাতীয় ৰচনা এনেকুৱা ধৰণে ভাবিলে কেৱল এই ধৰণৰ উক্তি সঙ্গত হয়। বোধহয়, লোকোত্তৰ বীৰপুৰুষসকলৰ কাৰ্য্যকলাপ ধাৰাবাহিকভাৱে যিহত বৰ্ণিত হৈছে তাকে কোৱা হৈছে 'ইতিহাস' আৰু সৃষ্টি, ধৰ্ম, আচাৰ ব্যৱহাৰ প্ৰভৃতিৰ ওপৰত বিক্ষিপ্ত আলোচনাবিলাকক কোৱা হয় 'পুৰাণ'।

বায়ু পুৰাণত কোৱা হৈছে যে আখ্যান উপাখ্যান আৰু গাথা দ্বাৰা পুৰাণাৰ্থ বিশাৰদ মহৰ্ষি ব্যাসে পুৰাণ ৰচনা কৰিছিল।

"আখ্যানৈশ্চাপ্যুপাখ্যানৈর্গাথাভির্দ্বিজ সত্তমা।
পুৰাণ সংহিতাশ্চক্ৰে পুৰাণাৰ্থ বিশাৰদঃ॥"
"পুৰাণেষ্বিতিহাসোঽয়ং পঠ্যতে বেদবাদিভিঃ"—মৎস্য পুৰাণ।

দৃষ্ট বিষয়ৰ কথন—আখ্যান। শ্ৰুত বিষয়ৰ কথন—উপাখ্যান। পিতৃপুৰুষসকলৰ কথা বা পুৰণি ঘটনা বা কিবাকিবি স্মৰণত ৰাখিবৰ কাৰণে লোকৰ মুখত প্ৰচলিত শ্লোকনিবদ্ধ অংশ—গাথা। বায়ু পুৰাণৰ এই উক্তি অনুসাৰে ইতিহাস পুৰাণৰ উপাদান নহয়। আখ্যান বা উপাখ্যানো কোনো ইতিহাসৰ বাহক হব পাৰে, গাথাও কোনো ঐতিহাসিক ঘটনামূলক হোৱাও বিচিত্ৰ নহয়। গতিকে পুৰাণ আৰু ইতিহাসৰ মাজত সুনিৰ্দিষ্ট পাৰ্থক্য ক'ত তাক কোৱা কঠিন আৰু প্ৰচলিত পুৰাণবিলাকত সেই পাৰ্থক্য যে সকলো প্ৰকাৰে ৰক্ষিত হৈছে এনেকুৱা মনত নহয়।

ব্ৰাহ্মণ আৰু উপনিষদ সাহিত্যত 'পুৰাণ' শব্দৰ উল্লেখ পোৱা যায়। কিন্তু সেই নামত কোনো নিৰ্দিষ্ট সাহিত্য তেতিয়া ৰ বৰ্ত্তি

আছিল এনেকুৱা প্ৰমাণ পোৱা নাযায়। গৌতম ধৰ্মসূত্ৰত কোৱা হৈছে যে ৰজাই পুৰাণৰ বিধি অনুসাৰে ৰাজকাৰ্য্য পৰিচালনা কৰিব।

**পুৰাণসমূহৰ ৰচনাৰ সময়ঃ** আপস্ত ধৰ্মসূত্ৰত পুৰাণৰ কিছুমান শ্লোকো উদ্ধৃত কৰা হৈছে। এই শ্লোকবিলাক বৰ্তমানে প্ৰচলিত কোনো পুৰাণত দেখা নাযায়। উল্লিখিত ধৰ্মসূত্ৰৰপৰা ই নিঃসংশয়ে প্ৰমাণিত হয় যে এক বিশেষ সাহিত্য তেতিয়াও বৰ্তি আছিল আৰু তাৰ নাম আছিল 'পুৰাণ'। সেই ধৰ্মসূত্ৰ হুখন খৃঃ পূঃ পঞ্চম বা চতুৰ্থ শতিকাৰ। সেইটো হলে তাৰো কিছু আগৰপৰাই পুৰাণ সাহিত্য বৰ্তি আছিল এনেকুৱা সিদ্ধান্ত কৰা হ'ল। Kaegiৰ মতে খৃষ্টাব্দ অষ্টম শতিকাৰপৰাই এতিয়ালৈকে পুৰাণসমূহৰ ৰচনাকাল প্ৰচলিত হৈছে।

মহাভাৰত আৰু পুৰাণৰ মাজত ঘনিষ্ঠ সাদৃশ্য আছে। মহাভাৰতে নিজকে 'পুৰাণ' আখ্যা দিছে আৰু পুৰাণবিলাক যেনেকৈ আৰম্ভ হৈছে, মহাভাৰতো তেনেকৈ আৰম্ভ হৈছে। মহাভাৰতত কোনো গল্পৰ অৱতাৰণা কৰাৰ আগতে পুৰাণত এনেকুৱা গল্পৰ অৱতাৰণা হোৱাতো দেখিবলৈ পোৱা যায়। মহাভাৰতৰ হৰিবংশৰ নানা অংশ বায়ু পুৰাণৰ নানা অংশৰ লগত হুবহু মিলি যায়। মহাভাৰতৰ ঋষ্যশৃঙ্গ উপাখ্যানৰ মূল পদ্মপুৰাণত, ইয়ো Luder-ৰ অভিমত। এই সকলোবিলাকৰপৰা Winternitz ভাবে যে মহাভাৰতে চূড়ান্ত ৰূপ গ্ৰহণ কৰাৰ বহু আগৰপৰাই সাহিত্যে চলি আছিল আৰু প্ৰচলিত পুৰাণসমূহৰ নানা অংশ মহাভাৰততকৈ প্ৰাচীন।

বহুকেইখন পুৰাণত কলিযুগৰ নানা ৰাজবংশৰ নাম দিয়া আছে। সেইবোৰৰ মাজত শিশুনাগ, নন্দ, মৌৰ্য্য, শুঙ্গ, অন্ধ্ৰ, গুপ্ত প্ৰভৃতি ৰাজবংশৰ আৰু বিম্বিসাৰ, অজাতশত্ৰু, চন্দ্ৰগুপ্ত প্ৰভৃতি প্ৰসিদ্ধ ৰজাৰ নাম পোৱা যায়; কিন্তু খৃষ্টাব্দ সপ্তম

শতকৰ পৰৱৰ্ত্তী কোনো ৰজাৰ নাম পোৱা নেযায়। গতিকে প্ৰথম ফালৰ পুৰাণবিলাক যে খৃষ্টাব্দ সপ্তম শতিকাৰ আগতে ৰচিত হৈছিল এনেকুৱা এটি অনুমান কৰিব পাৰি।

বহুতে পুৰাণবিলাকক আৰু পৰৱৰ্ত্তীকালৰ বুলি ভাবে। কিন্তু এনে ধৰণে ভবাৰ কোনো যুক্তিসঙ্গত কাৰণ নাই। মহাকবি বাণভট্ট ( খৃঃ ৬২৫ ), দাৰ্শনিক কুমাৰিল ( খৃঃ ৭৫০ ), শঙ্কৰাচাৰ্য্য ( খৃঃ নবম শতিকা ) প্ৰভৃতি সকলেই পুৰাণৰ সৈতে পৰিচিত আছিল। অলবেৰুণিও ( খৃঃ ১০৩০ ) অষ্টাদশ পুৰাণৰ নাম জানিছিল।

হিন্দুসকলৰ মতে বেদকেইখনৰ সৈতে পুৰাণসমূহ ব্ৰহ্মাৰপৰা প্ৰকাশিত হৈছে। সেয়েহে শ্লোকত কোৱা হৈছে—

"পুৰাণং সৰ্বশাস্ত্ৰানাং প্ৰথমং ব্ৰহ্মণা স্মৃতম্।
অনন্তৰং চ বক্ত্ৰেভ্যো বেদাস্তস্য বিনিৰ্গতাঃ॥"

—মৎস্য পুৰাণ।

বেদব্যাস বেদবিলাকৰ বিভাজনকৰ্ত্তা, মহাভাৰতৰ ৰচয়িতা, আৰু পুৰাণসমূহৰো ৰচক। হিন্দুসকলে বিশ্বাস কৰে যে স্বয়ং নাৰায়ণেই ব্যাসৰূপত পৃথিবীত অবতীৰ্ণ হৈছিল—

"কৃষ্ণদ্বৈপায়ণং ব্যাসং বিদ্ধি নাৰায়ণং প্ৰভুম্।
কোঽন্যো হি ভুবি মৈত্ৰেয় মহাভাৰতকৃদ্ ভবেৎ॥"

—বিষ্ণু পুৰাণ।

## পুৰাণসমূহৰ বৈশিষ্ট্য :—

আলোচ্য বিষয় অনুসাৰে পুৰাণবিলাকৰ নিজা পাঁচোটা লক্ষণ আছে বুলি এনেদৰে নিৰ্দ্ধাৰণ কৰা হৈছে—

"সৰ্গশ্চ প্ৰতিসৰ্গশ্চ বংশো মন্বন্তৰাণি চ।
বংশানুচৰিতং চৈব পুৰাণং পঞ্চলক্ষণম্॥"

—বায়ু পুৰাণ।

(১) সৰ্গ ( সৃষ্টি ), (২) প্ৰতিসৰ্গ ( প্ৰলয়কালত আগৰ সৃষ্টিৰ ধ্বংসৰ পিচত নতুন সৃষ্টিৰ বিকাশ ), (৩) বংশ ( দেৱতা আৰু ঋষিসকলৰ বংশ বৰ্ণনা ), (৪) মন্বন্তৰ ( মনুসকলৰ ৰচনা কাল ) আৰু (৫) বংশানুচৰিত ( ৰজাসকলৰ বংশৰ ইতিহাস )—ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ মতে এই পাঁচটা লক্ষণ কেৱল উপপুৰাণবিলাকৰ সম্বন্ধেই প্ৰযোজ্য আৰু অষ্টাদশ মহাপুৰাণৰ লক্ষণ হ'ল দশটা। ভাগৱত পুৰাণেও দশটা লক্ষণৰ কথাই কৈছে। মৎস্য পুৰাণৰ দ্বিতীয় অধ্যায়ত পুৰাণৰ আলোচ্য বিষয়সমূহৰ যি তালিকা দিয়া হৈছে তাত ওপৰত উক্ত পাঁচটা লক্ষণৰ উপৰিও ভুবন বিস্তাৰ, দানধৰ্মবিধি, শ্ৰাদ্ধকল্প, বৰ্ণাশ্ৰমবিভাগ, ইষ্টাপূৰ্ত্ত, দেৱতা প্ৰতিষ্ঠা,—এই ছটা অধিক লক্ষণৰ কথাও কোৱা হৈছে ;—

"উৎপত্তিং প্ৰলয়ং চৈব বংশান্ মন্বন্তৰাণি চ।
বংশানুচৰিতং চৈব ভুবনস্য চ বিস্তাৰম্॥
দানধৰ্মবিধিং চৈব শ্ৰাদ্ধকল্পং চ শাশ্বতম্।
বৰ্ণাশ্ৰমবিভাগং চ তথেষ্টাপূৰ্ত্ত সংজ্ঞিতম্॥
দেৱতানাং প্ৰতিষ্ঠাদি যচ্চন্যেদ্ বিদ্যতে ভুবি।
তৎ সৰ্বং বিস্তৰেন ত্বং ধৰ্মব্যাখ্যাতুমৰ্হসি॥ —

—মৎস্য পুৰাণ।

এইবিলাকৰ উপৰিও পুৰাণৰ আলোচ্য বিষয়ৰ গণ্ডী আৰু বিস্তৃত। ভূগোল, পদাৰ্থবিদ্যা, জ্যোতিষ, শৰীৰবিদ্যা, ব্যাকৰণ, বাস্তুবিদ্যা, চিকিৎসাশাস্ত্ৰ, অস্ত্ৰবিদ্যা প্ৰভৃতি সকলো বিষয়ে পুৰাণ-বিলাকত আলোচনা কৰা হৈছে।

পুৰাণবিলাকে ত্ৰিমূৰ্ত্তিবাদৰ জন্ম দিছে, অৰ্থাৎ ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ—এই তিনিজনৰ উপাসনাৰ ওপৰতে পুৰাণবিলাকে জোৰ দিছে। হিন্দু ধৰ্ম মূলতঃ বৈদিক ধৰ্ম। বেদত বহু-দেৱতাবাদৰ অন্তৰালত উদাত্তকণ্ঠে একেশ্বৰবাদৰেই ঘোষণা হৈছে। উপনিষদত সেই একেশ্বৰবাদেই চৰম পৰিণতি লাভ কৰিছে। পুৰাণৰ ত্ৰিমূৰ্ত্তি-

বাদৰ পিচত্তে আছে সেই একেশ্বৰবাদ। ইয়াক অস্বীকাৰ কৰাৰ উপায় নাই; তথাপি ত্ৰিমূৰ্ত্তিবাদ ভাত ব্যক্ত।

Winternitzএ কয় যে একোখন পুৰাণে ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ এই তিনিজন দেৱতাৰ যি কোনো একজনৰ উপাসনাৰ ওপৰত জোৰ দিছে আৰু তাকেই অইন দুজনতকৈ শ্ৰেষ্ঠ বুলি প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰা হৈছে। অৰ্থাৎ একোখন পুৰাণত একোজন বিশেষ দেৱতাৰ মাহাত্ম্য স্বীকৃত হৈছে। ইয়ো পুৰাণ-বিলাকৰ এটা বৈশিষ্ট্য। অথচ প্ৰাচীন পুৰাণবিলাকৰ যি পঞ্চ-লক্ষণ নিৰ্ধাৰিত হৈছে তাৰ মাজত ইমান ডাঙৰ বৈশিষ্ট্যক ধৰা হোৱা নাই। পঞ্চলক্ষণৰ মাজত সেই বৈশিষ্ট্যৰ উল্লেখ নাথাকিলেও পুৰাণবিলাকে নিজেই সেই বৈশিষ্ট্যক স্বীকাৰ কৰি লৈছে। মৎস্য পুৰাণে, পুৰাণবিলাকক চাৰি শ্ৰেণীত ভাগ কৰিছে—

"সাত্ত্বিকেষু পুৰাণেষু মাহাত্ম্যমধিকং হৰেঃ।
ৰাজসেষু চ মাহাত্ম্যমধিকং ব্ৰহ্মণো বিদুঃ॥
তদ্বদগ্নেশ্চ মাহাত্ম্যং তামসেষু শিবস্য চ।
সংকীৰ্ণেষু সৰস্বত্যাঃ পিতনাং চ নিগদ্যতে॥"

—মৎস্য পুৰাণ।

(১) ৰাজস (য'ত ব্ৰহ্মাৰ প্ৰাধান্য স্বীকৃত হৈছে)—ব্ৰহ্ম, ব্ৰহ্মাণ্ড, ব্ৰহ্মবৈবৰ্ত্ত, মাৰ্কণ্ডেয়, ভবিষ্য, বামন।

(২) সাত্ত্বিক (য'ত বিষ্ণুৰ প্ৰাধান্য স্বীকৃত হৈছে)—ভাগৱত, নাৰদীয়, গৰুড়, পদ্ম, বৰাহ, বিষ্ণু।

(৩) তামস (য'ত শিৱৰ প্ৰাধান্য স্বীকৃত হৈছে)—শিৱ, লিঙ্গ, স্কন্দ, অগ্নি, মৎস্য, কূৰ্ম।

(৪) সংকীৰ্ণ (য'ত সৰস্বতী আৰু পিতৃসকলৰ মাহাত্ম্য কীৰ্ত্তিত হৈছে)।

আগতে পুৰাণবিলাকৰ যি পঞ্চলক্ষণৰ কথা কোৱা হৈছে, প্ৰচলিত পুৰাণবিলাকৰ দুই এখনত বাহিৰে অইন পুৰাণবিলাকে

তাক অনুসৰণ কৰা নাই। মৎস্য পুৰাণে অন্যান্য পুৰাণবিলাকৰ বিষয়বস্তু আৰু শ্লোক সংখ্যা সম্বন্ধে যি কৈছে সিয়ো সেই নামত প্ৰচলিত পুৰাণবিলাকৰ বিষয়বস্তু আৰু শ্লোক সংখ্যাৰ সৈতে নিমিলে। ইয়াৰপৰা অনুমান কৰা হয় যে মূল মহাভাৰতৰ দৰে এসময়ত মূল পুৰাণো বৰ্ত্তি আছিল। যুগধৰ্ম অনুসাৰে সংক্ষিপ্তৰ হৈছে বুলিয়েই হওক বা সেই পুৰাণ লুপ্ত হৈ গৈছে বুলিয়েই হওক, মৎস্য পুৰাণৰ উক্তিৰ সৈতে প্ৰচলিত পুৰাণবিলাকৰ সামঞ্জস্য দেখা নেযায়।

## পুৰাণবিলাকৰ ঐতিহাসিক মূল্য ঃ

প্ৰাচীনকালৰপৰা পৰীক্ষিতৰ ৰাজ্যলাভলৈকে এই সময়খিনিৰ ইতিহাস জানিবলৈ হলে পুৰাণবিলাকেই আমাৰ প্ৰধান অৱলম্বন। যি আকাৰত আমি পুৰাণবিলাক পাওঁ সেই আকাৰত সেইবোৰৰ সঙ্কলন গুপ্তযুগৰ আগতে হৈছে বুলি অনুমান কৰা নেযায়। অৰ্থাৎ পুৰাণবিলাকে যিবোৰ প্ৰাচীন ঘটনাৰ কথা কৈছে সেইবোৰৰ ঘটনাকালৰপৰা পুৰাণবিলাকৰ সঙ্কলনকালৰ ব্যৱধান বহুত। এই সময়ৰ মাজত মানুহৰ স্মৃতিত কোনো ঘটনাই সঠিকভাবে বিধৃত হৈ থাকিব নোৱাৰে। যিসকলে মুখে মুখে সেই প্ৰাচীন কাহিনী-বিলাকক পুৰুষানুক্ৰমে ধৰি ৰাখিছিল তেওঁলোকৰ মুখে মুখেই সেই সকলো কাহিনী তেওঁলোকৰ অজ্ঞাতসাৰেই বিপৰীতমুখী হৈ গৈছে। বিচক্ষণ ঐতিহাসিকৰ নিৰপেক্ষ দৃষ্টি লৈ যদি কোনোবাই বিচাৰ কৰে, তেনেহলে পুৰাণৰ সেই সকলো কাহিনীৰ মাজত ভাৰতবৰ্ষৰ প্ৰাচীন যুগৰ যিমান কথা পোৱা যায় অন্য কোনো গ্ৰন্থত সেইবোৰ পোৱা নেযায়। সূত জাতিৰ বিশেষ কাৰ্য্য আছিল দেৱতা, ঋষি, ৰজা আৰু মহান ব্যক্তিসকলৰ বংশাৱলী আৰু কৰ্ম সম্বন্ধে সঠিক বিবৰণ সংৰক্ষণ কৰা। প্ৰধানকৈ ই আছিল পুৰাণৰ প্ৰথম উপাদান। ভাৰতবৰ্ষৰ প্ৰাচীনতম পুৰাণখন যদি পোৱা সম্ভৱ হয় তেনেহলে আমাৰ প্ৰশ্নৰ নানা অংশ চৰিতাৰ্থ হব পাৰিব। তথাপি বৰ্ত্তমান

পুৰাণবিলাকত যি ৰাজবংশৰ ইতিহাস সংৰক্ষিত আছে তাৰ এটা বৃহৎ অংশৰ সত্যতা অনস্বীকাৰ্য্য। Pargiter নিজেই কৈছে যে পুৰাণৰ নানা উক্তিৰ সত্যতা বৈদিক উক্তিৰ দ্বাৰা সমৰ্থিত হৈছে।

মহাভাৰতৰ যুদ্ধৰ সময় নিৰ্ণয় কৰা সম্ভৱ হলে প্ৰাচীন ভাৰতৰ নানা ক্ষুদ্ৰ বৃহৎ ঘটনাৰ কাল নিৰূপণ কৰা সহজসাধ্য হয়। সপ্তম খৃষ্টাব্দত দ্বিতীয় পুলকেশীৰ Aihole Inscriptionৰ পৰা জনা যায় যে খৃঃ পূঃ ৩১০২ অব্দত মহাভাৰতৰ যুদ্ধ ঘটে। জ্যোতিৰ্বিদ আৰ্য-ভট্টৰ মত অনুসাৰে সেই সময়তে কলিযুগৰ আৰম্ভ; আৰু এটা মত অনুসাৰে মহাভাৰতৰ যুদ্ধৰ কাল হ'ল খৃঃ পূঃ ২৪৪৯। মহাভাৰতত-গ্ৰহ-নক্ষত্ৰৰ অৱস্থান আৰু উল্লেখৰ পৰাও ভাৰত যুদ্ধৰ সময় নিৰ্ণয়ৰ চেষ্টা কৰা হৈছে; কিন্তু সেইটো বিশেষ ফলপ্ৰসূ হোৱা নাই। Pargiterৰ মতে ইয়াৰ সময় খৃঃ পূঃ ৯৫০ অব্দ। পণ্ডিতসকলে মুঠতে খৃঃ পূঃ চতুৰ্দশ শতককে ভাৰত-যুদ্ধৰ সময় বুলি ধৰি লৈছে আৰু ইয়াৰ সৈতে সঙ্গতি ৰাখি মনু, যযাতি, মান্ধাতা, পৰশুৰাম, ৰাম, কৃষ্ণ প্ৰভৃতি ঐতিহাসিক চৰিত্ৰবিলাকৰ সময় তলত উল্লেখিত হৈছে—

| | | | |
|---|---|---|---|
| মনু | আনুমানিক | খৃঃ পূঃ | ৩১০০ |
| যযাতি | ” | ” | ৩০০০—২৭৫০ |
| মান্ধাতা | ” | ” | ২৭৫০—২৫৫০ |
| পৰশুৰাম | ” | ” | ২৫৫০—২৩৫০ |
| ৰামচন্দ্ৰ | ” | ” | ২৩৫০—১৯৫০ |
| কৃষ্ণ | ” | ” | ১৯৫০—১৪০০ |

Pargiter-ৰ বাহিৰে অইন কোনেও পুৰাণবিলাকৰ ঐতিহাসিক মূল্য স্বীকাৰ কৰা নাই। Pargiter-ৰ মতে পুৰাণবিলাক ক্ষাত্ৰধৰ্মৰ বাহক আৰু বৈদিক সাহিত্যতকৈ ইতিহাসৰ উপাদান পুৰাণতে বেচি আছে। বস্তুতে আকৌ বৈদিক সাহিত্যত উল্লিখিত

ঘটনাৱলীৰ ঐতিহাসিকত্ব স্বীকাৰ কৰে, কিন্তু পুৰাণত থকা ঘটনাবিলাকৰ ঐতিহাসিকত্ব স্বীকাৰ নকৰে। কিন্তু এই কথা পাহৰিলে নচলিব যে পুৰাণোক্ত নানা ঘটনাৰ আৰু নামৰ বৈদিক সাহিত্যত উল্লেখ পোৱা গৈছে আৰু এনেকুৱা ক্ষেত্ৰত সেই ঘটনা বা নামবিলাকক সম্পূর্ণ ঐতিহাসিক বুলি স্বীকাৰ নকৰি আৰু আন উপায় নাই। যদি সেইটো হয় তেনেহলে কিছুমান পুৰাণত উক্ত ঘটনাৰ বা নামৰ উল্লেখ বৈদিক সাহিত্যত পোৱা নাযায় বুলি সেইবোৰক একেবাৰে কাল্পনিক বুলি উঠাই দিয়াৰ উপায় নাথাকে। কাৰণ বৈদিক সাহিত্যই যে ভাৰতবৰ্ষৰ সকলো অঞ্চলৰ সকলো কথা হুবহু ধৰি ৰাখিছে এনেকুৱাভাবে ধৰি লোৱাৰ কোনো কাৰণ নাই। ঋক্‌বেদৰ মন্ত্ৰবিলাক ভাৰতৰ যি অঞ্চলত ৰচিত হৈছিল সেই অঞ্চলৰ ৰজা আৰু ৰাজবংশৰ কথা বা উল্লেখযোগ্য বিশেষ কোনো ঘটনাৰ কথা তাতে থাকিব পাৰে, সেইবুলি সৰ্বভাৰতব্যাপী ৰজাসকলৰ বংশ-তালিকা তাত পোৱা সম্ভৱ নহয়। এইকালেদি পুৰাণ আৰু ঋগ্‌বেদৰ বিবৰণত সদায় ঐক্য হোৱা কেতিয়াও সম্ভৱ নহয়। ৰজা যযাতিৰ কথা পুৰাণতো পোৱা যায়, ঋগ্‌বেদতো পোৱা যায়। অনু, পুৰু, যদু, দ্ৰুহ্যু, তুৰ্বসুৰ নামো উভয় স্থলত পোৱা যায়। পুৰাণত যেনেকৈ সেই পাঁচজনক যযাতিৰ পুত্ৰ বোলা হৈছে, ঋগ্‌বেদত তেনেকুৱা কোনো প্ৰকাৰ সম্পৰ্কৰ কোনো ইঙ্গিত দিয়া হোৱা নাই। ঋগ্‌বেদত আৰু পুৰাণত এই একে ঘটনা উল্লিখিত হৈছে; অথচ তাৰ স্থান আৰু পৰিবেশ সম্বন্ধে যি বিবৰণ দুই স্থলত পোৱা যায় তাৰ মাজত কোনো মিল নাই। এনেকুৱা ক্ষেত্ৰত এই অমিলৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰা ঠিক নহয়, কাৰণ দীৰ্ঘকাল পিচত পুৰাণৰ যুগত যিবোৰ ঘটনা লিপিবদ্ধ কৰিছিল, তাৰ স্মৃতিৰ স্খলন হোৱাও অসম্ভৱ নহয়, আৰু কেতিয়াও সেইবোৰ সতৰ্ক ঐতিহাসিক নাছিল।

**সংস্কৃত সাহিত্যত পুৰাণবিলাকৰ স্থান আৰু ভাৰতীয় সভ্যতা, সংস্কৃতি আৰু সাহিত্যৰ ওপৰত ইয়াৰ প্ৰভাৱ ঃ**

ধাৰাবাহিকতাই ভাৰতীয় সাহিত্য আৰু সংস্কৃতিৰ প্ৰধান বৈশিষ্ট্য। বেবিলন, মিচৰ প্ৰভৃতি দেশত সুদূৰ অতীতত যি সভ্যতা আৰু সংস্কৃতিৰ উদ্ভৱ হৈছিল তাৰ সৈতে আজি আৰু সেই দেশৰ জনসাধাৰণৰ কোনো যোগাযোগ নাই। কিন্তু ভাৰতবৰ্ষত প্ৰথম জন্ম লোৱা সভ্যতা, সংস্কৃতি আৰু ধৰ্ম আধুনিক ভাৰতবাসীৰ সভ্যতা, সংস্কৃতি আৰু ধৰ্মৰ সৈতে এতিয়াও এটা অচ্ছেদ্য যোগসূত্ৰত আবদ্ধ। এই যোগসূত্ৰই ভাৰতীয় সভ্যতাৰ প্ৰাণ, এই বন্ধনেই ভাৰতীয় সংস্কৃতিৰ মৰ্মবাণী। ঋগ্‌বেদৰ যুগৰপৰা আজিলৈকে ভাৰতবৰ্ষত যুগে যুগে যি বিভিন্ন সাহিত্যৰ সৃষ্টি হৈছে সেই সাহিত্যৰ মাজতো এনেকুৱা এটা যোগসূত্ৰ আছে—ফুলৰপৰা ফলত পৰিণত হোৱাৰ নিচিনা সেইবোৰৰ মাজতো এটি গভীৰ পৰিণতিৰ ভাব আছে। ভাৰতবৰ্ষ ধৰ্মপ্ৰধান দেশ। ভাৰতৰ সভ্যতা, সংস্কৃতি, সমাজ, সকলোবোৰ ধৰ্মক ভিত্তি কৰি গঢ়ি উঠিছে। এই ধৰ্মবোধৰ, ধৰ্মবিধিৰ আৰু ধৰ্মানুষ্ঠানৰ মাজত যুগধৰ্মৰ খাতিৰত যি পৰিবৰ্ত্তন সংসাধিত হৈছে তাৰ ধাৰক আৰু বাহক হ'ল ভাৰতবৰ্ষৰ সাহিত্য। গতিকে ভাৰতৰ সাহিত্যই যুগে যুগে ধৰ্ম, সংস্কৃতি আৰু সভ্যতাক ৰূপদান কৰিছে।

গল্প শুনিবলৈ আগ্ৰহ মানুহৰ শাশ্বতী প্ৰবৃত্তি। ইয়াৰ আৰু এটা দুৰ্বলতা আছে। ই অতীতক ধৰি ৰাখিবলৈ ইচ্ছা কৰে, অতীতৰ পৰ্য্যালোচনাত আনন্দ লাভ কৰে, অতীতৰ গৌৰৱত নিজক গৌৰৱান্বিত বুলি ভাবে। ভাৰতবাসীৰ কাৰণে এই কথা অধিকতৰ সত্য। এই গল্প যদি আকৌ লোকোত্তৰ পুৰুষসকলৰ জীৱনক অৱলম্বন কৰি ৰচিত হয়, তেতিয়া তাৰ প্ৰভাৱ অপৰিসীম হয়। পুৰাণ সাহিত্যত ভাৰতবৰ্ষৰ জীৱন-ধাৰাৰ বহুমুখী প্ৰবাহক

অৱলম্বন কৰি নানাবিধ আখ্যান আৰু উপাখ্যান দৃষ্ট হয়। ধৰ্মত, সমাজ আৰু আচাৰ-ব্যৱহাৰত বীৰ আৰু মহনীয় পুৰুষসকলৰ চৰিত্ৰ ৰূপায়ণত পুৰাণ সাহিত্য অনবদ্য। সেই সকলো পুৰণি কাহিনী আৰু গল্প পুৰাণৰ যুগত জনসভাত প্ৰচাৰিত হৈছিল যাত্ৰা আৰু কথকতাৰ ৰূপত। যিসকলে প্ৰচাৰ কৰিছিল, শ্ৰোতাসকলৰ ৰুচিৰ অনুগমন কৰিবৰ কাৰণে তেওঁলোকে নানা সময়ত কল্পনা-মিশ্ৰিত কৰি সেই সকলো কাহিনীক নতুন ৰূপ দান কৰিছিল। এনেকৈ অতীত কাহিনীৰ ওপৰত ভাৰতীয় মানব চিত্তৰ আসক্তি কেৱল নজন্মায়, পুৰাণৰ পাঠকসকলে এই সময়ত লোকশিক্ষাৰ ভাৰো গ্ৰহণ কৰিছিল। দেৱালয়ত বা সাধাৰণৰ মিলন ক্ষেত্ৰত পুৰাণ পাঠ কৰা হৈছিল। পুৰাণ পাঠ কৰা, পুৰাণ নকল কৰা সেই যুগত পুণ্যকৰ্ম বুলি বিবেচিত হৈছিল। দেৱালয়বিলাকক কেন্দ্ৰ কৰি পুৰাণৰ আলোচনা হৈছিল বুলি দেৱমন্দিৰ নিৰ্মাণ বা পুৰণি দেৱমন্দিৰৰ সংস্কাৰ সাধন তেতিয়াৰ দিনত মহাপুণ্য বুলি ধৰি লোৱা হৈছিল। ভাৰতীয় ধৰ্ম আৰু সংস্কৃতিৰ ক্ষেত্ৰত দেৱ-মন্দিৰৰ মাহাত্ম্য কীৰ্তন পুৰাণ-সাহিত্যৰ এটি বিশেষ দান। ধৰ্মস্থানক কেন্দ্ৰ কৰি আৰু ধৰ্মবোধক অৱলম্বন কৰি সৰ্বসাধাৰণৰ মিলনক্ষেত্ৰৰ কাৰণে এই যুগতেই আৰম্ভ হৈছিল প্ৰথম প্ৰস্তুতি।

বৈদিক যাগ-যজ্ঞসমূহ অত্যন্ত ব্যয়বহুল আছিল কাৰণে সেইটো সহজসাধ্য বা সৰ্বজনসাধ্য নাছিল। তাৰ বিৰুদ্ধে প্ৰতিক্ৰিয়াৰশত পুৰাণ সাহিত্যতে প্ৰথম দেখা যায় এটি চেতনাৰ বিপ্লৱ। নদী আৰু তীৰ্থস্থান আহি লাহে লাহে তাৰ স্থান অধিকাৰ কৰিলে। নদী-মাহাত্ম্য আৰু তীৰ্থ-মাহাত্ম্য প্ৰচাৰিত হবলৈ ধৰিলে। দানধৰ্ম আৰু অতিথি সেৱাকে শ্ৰেষ্ঠ ধৰ্মাচৰণ বুলি অভিহিত কৰা হৈছিল। বৈদিক ধৰ্মৰপৰা পৌৰাণিক ধৰ্মৰ পৰিধিৰ পাৰ্থক্য এই যে দেৱ-মন্দিৰ, নদী, তীৰ্থ, দান, অতিথি সেৱা—মূলতঃ এই পাঁচটিৰ মাহাত্ম্য কীৰ্তনত বৈদিক যাগ-যজ্ঞ অলপ ফলপ্ৰসূ বুলি বিবেচিত হৈছিল।

ঋগ্‌বেদৰ যুগৰপৰা আৰম্ভ কৰি পুৰাণৰ আগলৈকে বৈদিক সাহিত্যৰ যি বিশাল ধাৰা অবাধ গতিত নামি আহিছিল তাত অবগাহনৰ অধিকাৰ জনগণৰ নাছিল। এই ফালেদি বৈদিক ধৰ্ম বা বৈদিক সাহিত্য জনগণৰ ধৰ্ম বা সাহিত্য নাছিল। পুৰাণে সেই ধৰ্মক সৰ্বজনলভ্য কৰিলে আৰু এই সাহিত্য লোকশিক্ষাৰ বাহনৰূপে জনসাধাৰণৰ মাজত প্ৰচাৰ হ'ল। বৈদিক যুগত যি জ্ঞান জনসাধাৰণৰ গোচৰীভূত হোৱা নিষিদ্ধ আছিল, পুৰাণৰ মাধ্যমেৰে সেইটো প্ৰচাৰ হ'ল। পৌৰাণিক ব্ৰাহ্মণসকলে বৈদিক ধৰ্মক অবজ্ঞা কৰা নাই; তাকে প্ৰচাৰ কৰিছিল আৰু যুগধৰ্মৰ পৰিপ্ৰেক্ষিতত তাৰ সংস্কাৰ সাধন কৰিছিল। হিন্দু ধৰ্ম, জ্ঞান আৰু সংস্কৃতিৰ সাধাৰণীকৰণ হ'ল পুৰাণসমূহৰ বিশেষ অৱদান।

বৈদিক সাহিত্য আছিল ধৰ্মমূলক। ভাৰতবাসী ধৰ্ম আৰু চিন্তাৰ ক্ষেত্ৰত যি বিস্ময়কৰ অগ্ৰগতি লাভ কৰিছিল তাৰ পৰিচয় পোৱা যায় সেই সাহিত্যত। কিন্তু এটা বিশাল জাতিৰ পূৰ্ণাঙ্গ পৰিচয় কেৱল তাৰ ধৰ্ম আৰু চিন্তাৰ ক্ষেত্ৰতেই সীমাবদ্ধ নহয়। জাতিৰ জীৱনত আৰু বেলেগ দিশ আছে। যুগে যুগে আত্ম-প্ৰতিষ্ঠা কৰিবৰ কাৰণে এটা জাতি কিভাবে কৰ্ম কৰি আছে, কোনো বিশেষ ক্ষেত্ৰত কিদৰে পৰিবৰ্ত্তনৰ মাজেদি নিজক খাপ খুৱাই লৈছে, সামাজিক, ধৰ্মীয় আৰু অৰ্থনৈতিক প্ৰভৃতি বিবিধ ক্ষেত্ৰত জাতিৰ জীৱনত কি কি সংঘাত আহি আছে, আৰু তাৰ কি প্ৰতিক্ৰিয়া হৈছে, কোনে তাক সেই সংঘাতৰ মাজেদি পৰিচালিত কৰি আছে, ধৰ্মক্ষেত্ৰক বাদেও জাতিয়ে আন কি কি দিশত তাৰ প্ৰতিভা নিযুক্ত কৰি আছে, বিৰুদ্ধ সভ্যতা আৰু সংস্কৃতিৰ ঘাত-প্ৰতিঘাতৰ মাজেদি কিভাবে এটি নতুন জাতীয় সত্বাৰ নৱ অভ্যুদয় সম্পন্ন হৈছে—এই সকলো নাজানিলে জাতিৰ ইতিহাসৰ পূৰ্ণাঙ্গ পৰিচয় পোৱা নাযায়। ধৰ্ম আৰু চিন্তা-ক্ষেত্ৰৰ অগ্ৰগতিত বিশেষ দান আছিল ব্ৰাহ্মণৰ। বৈদিক সাহিত্য আছিল

সেই ব্ৰাহ্মণ্য ধাৰাৰ ইতিহাস। অন্যান্য বিষয়ত দান আছিল ক্ষত্ৰিয়ৰ আৰু জনসাধাৰণৰ। পুৰাণ সাহিত্য সেই ক্ষাত্ৰ-ধাৰা আৰু জনস্ৰোতৰ ইতিহাস। এই উভয় ধাৰাৰ ইতিহাসেই ভাৰতবৰ্ষৰ ইতিহাস—ভাৰতবাসীৰ ইতিহাস।

বৈদিক যুগৰ ধৰ্ম আছিল ব্ৰাহ্মণ্য ধৰ্ম। সাৰ্বজনীনতাৰ অভাৱ হেতুকে তাক 'হিন্দু-ধৰ্ম' বোলা নেযায়। হিন্দু-ধৰ্মৰ প্ৰথম ৰূপ পোৱা যায় পুৰাণ সাহিত্যত। ভাঙন আৰু সৃষ্টিৰ মাজেদি, বিভিন্ন সভ্যতা আৰু সংস্কৃতিৰপৰা উপাদান গ্ৰহণ কৰি, তাৰ দ্বাৰা নিজৰ কলেবৰ পৰিপুষ্ট কৰি ভাৰতবাসীৰ ধৰ্মই যেতিয়া সকলোকে গ্ৰহণ কৰিলে, সকলোৰে কথা কলে, তেতিয়াই সেয়ে হ'ল 'হিন্দু-ধৰ্ম', 'হিন্দু ইতিহাস'। তাৰ পৰিচয় পাবলৈ হলে পুৰাণ সাহিত্যৰ বাহিৰে আন গতি নাই। ভাৰতৰ ৰাজশক্তিৰ কাৰ্য্য-কলাপ আৰু ৰাজবংশৰ উত্থান-পতনৰ ইতিহাস জানিবলৈ হলে পুৰাণেই প্ৰধান অৱলম্বন। পুৰাণ সাহিত্যৰ উদ্ভৱকাল সম্বন্ধে যিমান সন্দেহ নাথাকক, তাৰ বিষয়বস্তু যেনে বিচিত্ৰই নহওক, এই ফালেদি বিচাৰ কৰিলে প্ৰথমৰপৰা শেষলৈকে সংস্কৃত সাহিত্য-মালাৰ মধ্যমণি হ'ল পুৰাণ। ভাৰতবৰ্ষৰ প্ৰকৃত ইতিহাসক, ব্ৰাহ্মণ্য প্ৰভাৱমুক্ত জনগণৰ ইতিহাসক সংৰক্ষিত কৰাৰ প্ৰবৃত্তি আৰু প্ৰেৰণা দুয়োটাৰে প্ৰথম পৰিচয় পোৱা যায় পুৰাণ সাহিত্যত।

পুৰাণৰ পিচত যিমান সাহিত্য ৰচিত হৈছে, পুৰাণৰ প্ৰভাৱৰ পৰা মুক্ত হব পৰা নাই। পুৰাণৰ গল্প ভাৰতবাসীয়ে শুনিছিল, নতুন কৰি নতুন ভাবে তাক জনাৰ কাৰণে তেওঁলোকৰ চিত্ত উন্মুখ হৈছিল। কাব্য, নাটক, আখ্যান, আখ্যায়িকা, সকলো-বিলাকৰ মাজেদি তাকে নতুন কৰি শুনি থকা গৈছে। পুৰাণৰ দুষ্যন্ত আৰু শকুন্তলাৰ উপাখ্যান লৈ কালিদাসে 'অভিজ্ঞান শকুন্তলম্' নাটক লিখি যশস্বী হৈছিল, উৰ্বশী আৰু পুৰুৰবাৰ কাহিনী লৈ তেওঁ 'বিক্ৰমোৰ্বশী' লিখিছিল। ৰাম-সীতাৰ বিচ্ছেদৰ

মাজেদি ভৱভূতিৰ ‘উত্তৰ ৰামচৰিত’ত আমি করুণ ৰসৰ পৰিপূর্ণ অভিব্যক্তি উপভোগ কৰি আছোঁ। ৰাধাকৃষ্ণৰ শাশ্বত প্রেম-কাহিনীক বাদে আমাৰ ওচৰত আন কোনো প্রেমে স্বৰ্গীয় সুষমা সম্ভাৰ লৈ অহা নাই। দহ-কর্ম, পাল-পার্বণত আমি বেদ-মন্ত্ৰৰ স্থানত নতুন মন্ত্র ব্যৱহাৰ কৰিছোঁ। নতুন ৰূপত আমাৰ সংস্কাৰসমূহৰ ৰূপসজ্জা কৰিছোঁ, সামাজিক আচাৰ-ব্যৱহাৰৰ মাজত নতুন প্রথা-পদ্ধতি গ্রহণ কৰি আছোঁ। বেদৰ অগ্নি, ইন্দ্ৰ, বৰুণ প্রভৃতি অসংখ্য দেৱতাৰ ঠাইত ব্রহ্মা, বিষ্ণু, মহেশ্বৰ, ৰাধা-কৃষ্ণ, হৰ-পাৰ্বতী প্রভৃতি নতুন দেৱ-দেৱীৰ সৃষ্টি কৰিছোঁ; নিজম মন অনুযায়ী সেইবোৰৰ ৰূপ কল্পনা কৰি আছোঁ, মন্দিৰে-মন্দিৰে ধাতুময়ী প্রতিমা প্রতিষ্ঠা কৰি আছোঁ, পুষ্প-দূর্বা-চন্দনত পুৰাণৰ মন্ত্র উচ্চাৰণ কৰি তেওঁলোকৰ পূজা কৰি আছোঁ।

শ্রুতি আৰু স্মৃতি হিন্দুধর্মৰ মূল। পুৰাণে শ্রুতি আৰু স্মৃতিৰ কেৱল অনুগমন কৰা নাই, তাতকৈ বেচিহে কৰিছে। সেয়েহে কোৱা হৈছে,—

“যন্ন দৃষ্টং হি বেদেষু তদ্ দৃষ্টং স্মৃতিষু দ্বিজ।
উভয়োর্যন্ন দৃষ্টং হি তৎ পুৰাণৈঃ প্রগীয়তে॥”

—স্কন্দ, প্রভাস খণ্ড।

প্রাচীন স্মৃতিৰ ঠাইত নতুন স্মৃতি ৰচিত হৈছে। পুৰাণত উল্লিখিত আখ্যান, উপাখ্যান আৰু আচাৰ-ব্যৱহাৰৰ ভিত্তিতেই হিন্দুৰ ধর্মানুষ্ঠানৰ যৌক্তিকতা নির্ণীত হৈছে। এনেদৰে পুৰাণ সাহিত্যাই হিন্দুৰ সামাজিক আৰু ধর্মীয় জীৱনক যুগে যুগে গঢ়ি তাক নতুন ৰূপ দান কৰি আছে আৰু তাৰ উপাদানক নিজৰ মাজেদি কালজয়ী কৰি বিধৃত কৰি ৰাখি আছে।

## পুৰাণসমূহৰ সংখ্যা :

প্রধান পুৰাণবিলাকৰ নাম ‘মহাপুৰাণ’ আৰু অপ্রধান পুৰাণ-

বিলাকৰ নাম 'উপপুৰাণ'। বিষ্ণুপুৰাণত অষ্টাদশ মহাপুৰাণৰ নাম এইদৰে দিয়া আছে ;—

"আদ্যং সর্বপুৰাণানাং পুৰাণং ব্রাহ্মমুচ্যতে।
অষ্টাদশ পুৰাণানি পুৰাণজ্ঞাঃ প্রচক্ষতে॥
ব্রাহ্মং পাদ্মং বৈষ্ণবং চ শৈবং ভাগবতং তথা।
অথান্যং নাৰদীয়ং চ মার্কণ্ডেয়ং চ সপ্তমম্॥
আগ্নেয়মষ্টমং চৈব ভবিষ্যং নবমং তথা।
দশমং ব্রহ্মবৈবর্ত্তং লৈঙ্গমেকাদশং স্মৃতম্॥
বাৰাহং দ্বাদশচৈব স্কান্দ চাত্র ত্রয়োদশম্।
চতুর্দশং বামনং চ কৌর্মং পঞ্চদশং স্মৃতম্॥
মাৎস্যং চ গাৰুড়ং চৈব ব্রহ্মাণ্ডঞ্চ ততঃপৰম্।"

—বিষ্ণু পুৰাণ।

উপপুৰাণবিলাক সকলো অষ্টাদশ পুৰাণৰপৰা নির্গত হৈছে,—

"অষ্টাদশভ্যস্তু পৃথকং পুৰাণং যৎ প্রদিশ্যতে।
বিজানীধ্বং দ্বিজশ্রেষ্ঠাস্তদেতেভ্যো বিনির্গতম্॥"

—মৎস্য পুৰাণ।

মৎস্য পুৰাণত মহাপুৰাণ আৰু উপপুৰাণবিলাকৰ নাম আৰু সংখ্যা, প্রতি পুৰাণৰ শ্লোক সংখ্যা, পুৰাণ দানৰ ফল বিশদভাৱে আলোচিত হৈছে। উপপুৰাণৰ সংখ্যাও ওঠৰ। এইবিলাক বহুদিন পিচত ৰচিত। কোনো ঠাইত বেদবাহ্য জৈন ধর্মৰ আৰু বৌদ্ধ ধর্মৰ উল্লেখ, তন্ত্রসমূহৰ কথা আৰু তন্ত্রপ্রধান দেশবিলাকৰ উল্লেখৰপৰা অর্বাচিনতা পৰিস্ফুট হয়।

পুৰাণবিলাকৰ প্রত্যেকখনতে কোৱা হৈছে যে ই বেদকেই অনুসৰণ কৰিছে—"পুৰাণং বেদসম্মতম্"। কোৱা হৈছে যে সকলো বেদ পুৰাণত প্রতিষ্ঠিত।

"বেদাঃ প্রতিষ্ঠিতাঃ সর্বে পুৰাণে নাত্র সংশয়ঃ"—নাৰদীয়।

নানা ঠাইত কোৱা হৈছে যে ইতিহাস আৰু পুৰাণৰ সাহায্যতেই বেদ ব্যাখ্যান সম্পূৰ্ণ হয়। বেদাৰ্থৰ দৰে পুৰাণাৰ্থ নিশ্চল। বেদ-অজ্ঞ ব্যাখ্যাকাৰসকলৰ ব্যাখ্যান ভয়ত ভীত হৈ ইতিহাস আৰু পুৰাণৰ মাজত স্বীয় অৰ্থক নিশ্চল কৰি ৰাখিছে,—

"বেদবন্নিশ্চলং মন্যে পুৰাণাৰ্থং দ্বিজোত্তমাঃ।
বেদাঃ প্ৰতিষ্ঠিতাঃ সৰ্বে পুৰাণে নাত্ৰসংশয়॥
বিভেত্যল্পশ্রুতাদ্বেদো মাময়ং চালয়িষ্যতি।
ইতিহাস পুৰাণৈস্তু নিশ্চলোঽয়ং কৃতঃ পুৰাঃ॥

—স্কন্দ, প্ৰভাস খণ্ড।

একে কথাকে অন্যভাবে কোৱা হৈছে,—

"ইতিহাস পুৰাণাভ্যাং বেদং সমুপবৃংহয়েৎ।
বিভেত্যল্পশ্রুতাদ্বেদো মাময়ং প্ৰহৰিষ্যতি॥"

পুৰাণবিলাকে ক'তো বেদৰ অবমাননা কৰা নাই। বৈদিক যাগ-যজ্ঞৰ শ্ৰেয়ঃসাধনতা বেদাধ্যায়ী ব্ৰাহ্মণৰ লোকশ্ৰেষ্ঠতা পদে পদে প্ৰচাৰ কৰি থকা হৈছে; বেদনিন্দাক মহাপাতক বুলি ঘোষণা কৰা হৈছে। বাস্তবিক পক্ষে, পুৰাণবিলাকে নানা ঠাইত বৈদিক মন্ত্ৰবিলাকৰ ভাষ্যৰ কাম কৰিছে; আৰু পুৰাণ নাথাকিলে বেদৰ নানা আখ্যান ভাগ আজিও আমাৰ ওচৰত দুৰ্বোধ্য হৈ থাকিলে-হেঁতেন। বেদৰ নানা দুৰ্বোধ্য মন্ত্ৰৰ অৰ্থ পুৰাণৰ সাহায্যত উদ্ধাৰ হৈছে। এই ফালেদি পুৰাণ বেদৰ পৰিপূৰক।

## বৈদিক আৰু পৌৰাণিক ধৰ্মৰ সাম্য ঃ

বৈদিক যুগত যজ্ঞানুষ্ঠানেই ধৰ্ম বুলি পৰিগণিত হৈছিল। ব্ৰাহ্মণ-সাহিত্যবিলাক বেদমন্ত্ৰৰ অধিযজ্ঞ ব্যাখ্যাত পূৰ্ণ আৰু সেই গ্ৰন্থবিলাকৰ ৰচকসকলে ধৰি লৈছিল যে যজ্ঞত প্ৰযুক্ত হোৱাৰ কাৰণে প্ৰত্যেকটো বেদমন্ত্ৰৰ উৎপত্তি হৈছিল। পুৰাণবিলাকো এই

মতৰে সমৰ্থক। অগ্নি পুৰাণৰ মতে যজ্ঞানুষ্ঠানৰ কাৰণে ঋক্, যজুঃ আৰু সাম মন্ত্ৰবিলাকৰ সৃষ্টি। সেয়েহে কোৱা হৈছে—

"ঋচো যজুংষি সামানি নির্মমে যজ্ঞসিদ্ধয়ে।"

—অগ্নিপুৰাণ।

মৎস্য পুৰাণৰ এঠাইত শক্ৰবিলাকে কৈছিল যে দেৱতাসকলে বেদপ্ৰমাণৰ বলতেই যজ্ঞভাগভুক্ হৈছিল। কূৰ্ম পুৰাণত ভাৰতবৰ্ষক যজ্ঞৰ দেশ বোলা হৈছে। এই ভাৰতবৰ্ষত যজ্ঞানুষ্ঠান এসময়ত ইমান প্ৰবল প্ৰভাব বিস্তাৰ কৰিছিল যে ৰজা বেনে যজ্ঞানুষ্ঠান বন্ধ কৰি দিয়াৰ ফলত প্ৰজাসকলে তেওঁৰ ওপৰত অসন্তুষ্ট হয় আৰু তেওঁক হত্যা কৰে। ব্ৰহ্মাণ্ড পুৰাণত কোৱা হৈছে যে বেদ নষ্ট হলে যজ্ঞ নষ্ট হব, যজ্ঞ নষ্ট হলে দেৱতা নষ্ট হব, দেৱতা নষ্ট হলে সকলো নষ্ট হব।

"বেদেনাশমনুপ্ৰাপ্তে যজ্ঞোনাশং গমিষ্যতি।
যজ্ঞে নষ্টে দেশনাশস্ততঃসৰ্বং প্ৰণশ্যতি॥"

কূৰ্ম পুৰাণত কোৱা হৈছে যে কোনো ব্ৰাহ্মণৰ বংশত পিচৰ তিনিপুৰুষে যদি যজ্ঞানুষ্ঠান নকৰে তেনেহলে সেই বংশৰ চতুৰ্থ পুৰুষক 'দুৰ্ব্ৰাহ্মণ' আখ্যা দিয়া হব।

"যস্য বেদশ্চ বেদী চ বিচ্ছিদ্যেতে ত্ৰিপুৰুষম্।
স বৈ দুৰ্বাহ্মণো নাৰ্হঃ শ্ৰাদ্ধাদিষু কদাচন॥"

গতিকে পুৰাণে বেদক বা বৈদিক কৰ্মক অবহেলা কৰি স্বতন্ত্ৰ আৰু বেদনিৰপেক্ষ মতবাদ প্ৰচাৰ কৰিছে এই কথা কোনো মতেই কোৱাৰ উপায় নাই।

**পাৰ্থক্য:** কিন্তু তথাপি পুৰাণৰ আৰু বৈদিক ধৰ্মৰ মাজত তাত্ত্বৰ এটা পাৰ্থক্য ৰৈছে। বৈদিক যুগৰ যজ্ঞই পুৰাণত স্থান পোৱা নাই। মৎস্য পুৰাণত কোৱা হৈছে যে কলিযুগত বেদ নষ্ট হৈ গৈছে। পুৰাণবিলাকৰ বহু ঠাইত কোৱা আছে যে যজ্ঞ দ্বাপৰৰ ধৰ্ম আছিল, কলিৰ ধৰ্ম হ'ল দান। ভাগৱত সম্প্ৰদায়ে

কঠোৰভাবে বৈদিক যজ্ঞ ধৰ্মৰ সমালোচনা কৰিছিল। যজ্ঞত পশু-হত্যাৰ যৌক্তিকতাও স্বীকৃত হোৱা নাই। ধৰ্মৰ ক্ষেত্ৰত এটি বিশিষ্ট নীতি হিচাবে এই সময়তেই অহিংসাৰ আবিৰ্ভাৱ হয়। জৈন, বৌদ্ধ আৰু ভাগৱত সম্প্ৰদায়ৰ বিৰুদ্ধে ব্ৰাহ্মণ্য ধৰ্মই এই সময়ত প্ৰবল প্ৰতিদ্বন্দ্বিতা কৰিবলৈ জাগি উঠিছে। ব্ৰহ্মাণ্ড পুৰাণৰ ৬৪তম অধ্যায়ত এই সময়ৰ সামাজিক আৰু ধৰ্মীয় অৱস্থাৰ এটা বিশেষ চিত্ৰ পোৱা যায়।

## পুৰাণবিলাকৰ উৎপত্তি আৰু সংৰক্ষণ :

পুৰাণবিলাকে নিজ নিজ দৈবী উৎপত্তিৰ কথাই প্ৰচাৰ কৰিছে। কেইখনমান পুৰাণৰ মতে ব্ৰহ্মাৰ মুখৰপৰা প্ৰথমে পুৰাণসমূহ নিৰ্গত হয় পিচত বেদসমূহৰ আবিৰ্ভাৱ হয়। মৎস্য পুৰাণৰ মতে প্ৰথমে বিপুলায়তন এখন মাত্ৰ পুৰাণ আছিল। কালক্ৰমত মানুহে তাক গ্ৰহণ কৰিবলৈ অসমৰ্থ হোৱাত ভগৱানে ব্যাসৰূপ ধৰি যুগৰ প্ৰয়োজন অনুসাৰে তাক সংক্ষিপ্ত কৰি অষ্টাদশ পুৰাণৰ ৰূপত পৃথিৱীত প্ৰচাৰ কৰে।

> "পুৰাণং সৰ্বশাস্ত্ৰানং প্ৰথমং ব্ৰহ্মণা স্মৃতম্।
> অনন্তৰং চ বক্ত্ৰেভ্যো বেদাস্তস্য বিনিৰ্গতঃ॥
> পুৰাণমেকমেবাসীত্তদা কল্পান্তৰেঽনঘ।
> ত্ৰিবৰ্গসাধনং পুণ্যং শতকোটি প্ৰবিস্তৰম্॥
> কালেনা গ্ৰহণং দৃষ্ট্বা পুৰাণস্য ততো নৃপ।
> ব্যাসৰূপমহং কৃত্বা সংহৰামি যুগে যুগে॥
> তদাষ্টাদশধা কৃত্বা ভূৰ্লোকেঽস্মিন্ প্ৰকাশ্যতে।
> অদ্যাপি দেৱলোকেঽস্মিন্ শতকোটি প্ৰবিস্তৰম্॥
>
> —মৎস্য, ৫৩ অধ্যায়।

কূৰ্ম পুৰাণত কোৱা হৈছে, এতিয়ালৈকে ২৮ জন ব্যাসে জন্মগ্ৰহণ কৰিছে; শেষ দ্বাপৰত অষ্টাবিংশ ব্যাসে জন্মগ্ৰহণ কৰিছিল।

এওঁৱেই সত্যৱতীৰ পুত্ৰ কৃষ্ণদ্বৈপায়ন। শেষ পুৰাণসমূহ তেওঁৰ দ্বাৰাই বিভক্ত বা ৰচিত হয়। শ্লোক আকাৰে এইদৰে পোৱা যায় ;—

"অষ্টাবিংশে পুনঃপ্ৰাপ্তেহস্মিনসৈ দ্বাপৰে দ্বিজা।
পৰাশৰসুতো ব্যাসঃ কৃষ্ণদ্বৈপায়নোঽভবৎ।
স এব সৰ্ববেদানাং পুৰাণানাং প্ৰদৰ্শকঃ।"

ইয়াৰপৰা এইটো বুজা যায় যে পুৰাণৰ ৰচনাকালৰপৰা যুগে যুগে পুৰাণৰ সংখ্যা আৰু কলেৱৰে যুগধৰ্মৰ ভাগিদাত বহু পৰি-বৰ্জন, পৰিবৰ্তন আৰু পৰিবৰ্ধন সাধিত হৈছে। গৱেষকসকলৰ আলোচনাত ই প্ৰমাণিত হৈছে।

আগতে কোৱা হৈছে যে ব্ৰাহ্মণ্য ধাৰাৰ বাহক আছিল বৈদিক সাহিত্য আৰু ক্ষত্ৰিয় ধাৰা বহন কৰিছিল পুৰাণ সাহিত্যই। যি বিশেষ শ্ৰেণীয়ে ক্ষত্ৰিয় জাতিৰ ইতিহাসক মনত ৰাখিছিল তেওঁলোক জাতিত আছিল 'সূত'। ক্ষত্ৰিয় পিতা আৰু ব্ৰাহ্মণী মাতাৰ সন্তান সূতজাতি বৰ্ণসঙ্কৰ বিশেষ। মাগধ আৰু বন্দিন্ নামক আৰু দুই শ্ৰেণীৰ কথা জনা যায়। কিন্তু এই তিনি শ্ৰেণীৰ জনসাধাৰণৰ বৃত্তিগত বৈশিষ্ট্য কি আছিল তাক চূড়ান্তভাবে নিৰ্ধাৰিত হোৱা নাই। Winternitzয়ে কয় যে, সূত-জাতি ক্ষত্ৰিয় ৰজাসকলৰ সৈতে ঘনিষ্ঠভাবে যুক্ত আছিল; তেওঁ-লোকৰ সৈতে যুদ্ধক্ষেত্ৰত গমন কৰিছিল আৰু সাৰথিৰ কাৰ্য্যও কৰিছিল। গতিকে সূতবিলাকৰ পক্ষে ক্ষত্ৰিয় ৰজাসকলৰ কাৰ্য্য-কলাপ আৰু ৰাজবংশৰ ইতিহাস প্ৰভৃতি জনাৰ সুযোগ আছিল সৰ্বাধিক। প্ৰায় প্ৰত্যেক পুৰাণৰ বক্তাই সূত লোমহৰ্ষণ বা তেওঁৰ পুত্ৰ উগ্ৰশ্ৰবা। সূত জাতিয়ে যে পুৰাণ বক্তাৰ স্থান অধিকাৰ কৰিছিল ই তাকেই প্ৰমাণ কৰে। এই সূত জাতিৰ সৈতে বেদৰ আৰু ব্ৰাহ্মণ্য ধাৰাৰ কোনো সংযোগ নাছিল আৰু পুৰাণ বক্তৃতা তেওঁলোকৰ বৃত্তি হৈ উঠিছিল। সেয়েহে পোৱা যায়,—

"মদধয়ে তু যে সূতাঃ সম্ভূতা বেদবৰ্জ্জিতাঃ।
তেষাং পুৰাণবক্তৃত্ব বৃত্তিৰাসীদজাজ্ঞয়া॥"

—কূৰ্ম পুৰাণ।

এই কথা চিন্তা কৰা অসম্ভৱ নহয় যে জনসাধাৰণৰ সন্মুখত পুৰাণ পাঠৰ সময়ত যিবোৰ তেওঁলোকে জানিছিল সেইবোৰৰ লৈগে যিবোৰ জনা নাছিল এনেকুৱা নানা কথাও জনসাধাৰণৰ মনোৰঞ্জনৰ কাৰণে বৰ্ণাই গৈছিল আৰু তেওঁলোকৰ জনা নজনা সকলোবিলাক মিলি যিবোৰৰ সৃষ্টি হৈছিল সেয়ে পুৰাণ নামত আমাৰ ওচৰত চলি আহিছে।

পুৰাণ যিমান দিন সূতজাতিৰ মাজত সীমাবদ্ধ আছিল সিমান দিন পৰ্য্যন্ত পুৰাণে ধৰ্মীয় অনুষ্ঠান, বৈদিক যাগ-যজ্ঞৰ কথা, শ্ৰাদ্ধকল্প, বৰ্ণাশ্ৰমবিধি প্ৰভৃতি স্থান পোৱা নাই। এইবিলাক সম্বন্ধে সূত-জাতিৰ কিবাকিবি কোৱাৰ অধিকাৰ নাছিল। সূত-জাতিৰ ওচৰৰপৰা দেবমন্দিৰৰ পুৰোহিত শ্ৰেণীৰ হাতত এসময়ত পুৰাণ প্ৰচাৰৰ ভাৰ চলি আছিল। তেওঁলোকৰ দ্বাৰাই পুৰাণৰ মাজত উক্ত বিষয়বিলাক সন্নিবেশিত হয়। পুৰাণৰ এই পঞ্চলক্ষণৰ কথা আগতে যে কোৱা হৈছে তাৰ মাজত এই বিষয়বিলাক নপৰে। গতিকে যি পুৰাণত এই বিষয়বিলাক যিমান অধিক পৰিমাণে সন্নিবেশিত হৈছে সেইবোৰে সিমান পৰবৰ্ত্তীকালৰ ৰচনা। এই পুৰোহিতবিলাকৰ হাতে‌তেই পুৰাণৰ ভাষা দুৰ্বল হৈছে, ছন্দ-শৈথিল্য প্ৰকট হৈছে, ব্যাকৰণগত অশুদ্ধি প্ৰবেশ কৰিছে আৰু বৰ্ণনীয় বিষয়বিলাক অতিৰঞ্জিত হৈছে। বিভিন্ন পুৰাণত অষ্টাদশ মহাপুৰাণৰ যি তালিকা দেখা যায় তাৰ সকলোবিলাকত ব্ৰহ্মপুৰাণ সকলোতকৈ আগতে উল্লেখ কৰা হৈছে। ব্ৰহ্মাৰ প্ৰাধান্য কীৰ্ত্তিত হোৱাত ইয়াক ৰাজস্ পুৰাণৰ অন্তৰ্গত কৰা হৈছে।

**ব্ৰহ্মপুৰাণঃ** প্ৰথমেই দেখা যায় যে নৈমিষাৰণ্যত ঋষিসকল সমবেত হৈছিল। এনে সময়ত তাত উপস্থিত হৈছিল সূত

লোমহৰ্ষণ। ঋষিসকলে তেওঁক অনুৰোধ কৰিলে যে তেওঁ ব্ৰহ্মাণ্ডৰ আৰম্ভণিৰপৰা শেষ পৰ্য্যন্ত সৃষ্টিক্ৰম শুনাব লাগিব। ইয়াতেই আৰম্ভ হ'ল সূতৰ মুখত ব্ৰহ্ম পুৰাণৰ বিবৃতি। লগে লগে আৰম্ভ হ'ল বিশ্বৰ উৎপত্তিৰ কথা, দেৱতাসকলৰ উৎপত্তিৰ ইতিহাস, চন্দ্ৰ আৰু সূৰ্য্যবংশীয় ৰজাসকলৰ উৎপত্তিৰ কথা, মানৱজাতিৰ আদি পুৰুষ মনু আৰু তেওঁৰ বংশধৰসকলৰ কাহিনী, পৃথিবীৰ আকৃতি আৰু বিভাগ, স্বৰ্গ আৰু নৰকৰ বৰ্ণনা—এই সকলোবিলাক প্ৰায়বোৰ পুৰাণৰে আলোচনাৰ বস্তু। ব্ৰহ্ম পুৰাণৰ বহুখিনি অংশ জুৰি আছে তীৰ্থসমূহৰ মাহাত্ম্য বৰ্ণনা। উড়িষ্যাৰ পবিত্ৰ স্থান আৰু মন্দিৰবিলাকৰ বিশদ বিৱৰণো ইয়াত দিয়া আছে। সূৰ্য্যোপাসনা, আদিত্যসকলৰ উৎপত্তি, পাৰ্বতীৰ জন্ম বিৱৰণ, শিৱৰ সৈতে তেওঁৰ বিবাহ আৰু এই প্ৰসঙ্গত শিৱৰ সম্বন্ধে নানা কাহিনীও ইয়াত স্থান পাইছে। কেবাটাও অধ্যায়ত কৃষ্ণৰ জীৱন-চৰিতো বিশদভাৱে বৰ্ণিত হৈছে। শেষফালে স্থান পাইছে শ্ৰাদ্ধকল্প, নীতি, বৰ্ণ-ধৰ্ম, আশ্ৰম ধৰ্ম, স্বৰ্গ আৰু সুখ আৰু শান্তিৰ কথা।

ব্ৰহ্ম পুৰাণৰ অতি সামান্য অংশই প্ৰাচীনত্বৰ দাবি কৰিব পাৰে। ইয়াৰ বেছিভাগ অংশ পৰবৰ্ত্তীকালৰ ৰচনা। উড়িষ্যাৰ শৈৱধৰ্ম খৃঃ ৬ষ্ঠ শতাব্দীৰ আগতে প্ৰবেশ লাভ কৰা নাই আৰু বৈষ্ণৱ ধৰ্ম তাৰো বহু পিচত প্ৰবেশ কৰিছে। গতিকে যি বহল অংশত শিৱ আৰু বিষ্ণুৰ আলোচনাই স্থান পাইছে সেইখিনি অৱশ্যে সেই সময়ৰ বহু পিচত হৰ। ব্ৰহ্ম পুৰাণত কোণাৰকৰ সূৰ্য্যমন্দিৰৰ উল্লেখ দেখা যায়। সেই সূৰ্য্যমন্দিৰ খৃষ্টাব্দ ১২৪১ত নিৰ্মিত হৈছিল। ইয়াৰপৰা ত্ৰয়োদশ শতাব্দীৰো পিচৰ ৰচনা ব্ৰহ্ম পুৰাণত স্থান পাইছে বুলি ধৰি লোৱা যায়।

**বিষ্ণু পুৰাণ**ঃ বিষ্ণু পুৰাণ বৈষ্ণৱ সম্প্ৰদায়ৰ মূল গ্ৰন্থ। দাৰ্শনিকপ্ৰবৰ ৰামানুজাচাৰ্যই তেওঁৰ বেদান্তসূত্ৰৰ টীকাত এই গ্ৰন্থখনক বৈষ্ণৱ সম্প্ৰদায়ৰ প্ৰামাণ্য গ্ৰন্থৰূপে উল্লেখ কৰিছিল। ইয়াৰ

লক্ষ্যণীয় বৈশিষ্ট্য হ'ল এই যে বৈষ্ণৱসকলৰ ইমান বৃহৎ এখন প্রামাণ্য গ্রন্থ হোৱা সত্বেও বিষ্ণুৰ উদ্দেশ্যে কোনো যাগ-যজ্ঞ অনুষ্ঠানৰ বা কোনো বিষ্ণুমন্দিৰৰ উল্লেখ ইয়াত নাই। আৰু এটি বৈশিষ্ট্য হৈছে যে পুৰাণৰ যি পঞ্চলক্ষণৰ কথা আগতে কোৱা হৈছে তাৰ সকলোবিলাক এই পুৰাণখনত আছে যিখিনি আৰু আন কোনোখন পুৰাণত দেখা নেযায়। তৃতীয় বৈশিষ্ট্য হৈছে এয়ে যে ইয়াৰ বিষয়বস্তুৰ আলোচনাত এটা ধাৰাবাহিকতা দেখা যায় আৰু ই অন্যান্য পুৰাণৰদৰে কিছুমান বিক্ষিপ্ত আলোচ্য বস্তুৰ সঙ্কলনমাত্র নহয়। এইবোৰৰপৰা ইয়াক ধৰি লোৱা অসঙ্গত নহয় যে প্রাচীন পুৰাণবিলাকৰ মাজত ই এখন আৰু ইয়াৰ মূল ৰূপ আজি পৰ্য্যন্ত অপৰিবৰ্ত্তিত হৈ আছে। V. A. Smith ধৰি লৈছে যে মৌর্য্য ৰাজবংশৰ (খৃঃ পূঃ ৩২৬-১৮৫) ইতিহাস জানিবৰ কাৰণে ই এখন নির্ভৰযোগ্য গ্রন্থ।

**মৎস্য পুৰাণঃ** মৎস্য পুৰাণ পঞ্চলক্ষণ সমন্বিত আৰু এখন প্রাচীন পুৰাণ। প্রবল পানীত পৃথিবী প্লাবিত হোৱাত বিষ্ণুই মৎস্যৰূপ ধাৰণ কৰি নৌকাৰূঢ় মনুক উদ্ধাৰ কৰে আৰু হিমালয়ৰ উচ্চতম শৃঙ্গত তেওঁৰ নৌবন্ধন কৰি তেওঁক প্লাৱনৰ হাতৰপৰা ৰক্ষা কৰে। এই প্রাচীন কাহিনীৰপৰা মৎস্য পুৰাণৰ আৰম্ভ। মনু আৰু মৎস্যৰ কথোপকথনেই এই পুৰাণৰ বিষয়বস্তু। এঠাইত বেদবাহ্য জৈনধৰ্মৰ উল্লেখ আছে; আৰু অবৈদিক ধৰ্মসমূহৰ প্রতি ইঙ্গিত লক্ষিত হোৱাত ভবা হয় যে ইয়াৰ কিছুমান অংশ পৰৱৰ্ত্তী কালত মূল পুৰাণৰ সৈতে সংযোজিত হৈ পৰিছিল। অন্ধ্র ৰাজবংশৰ (খৃঃ দ্বিতীয় শতক) ইতিহাসৰ তথ্যসমূহ জানিবৰ কাৰণে মৎস্য পুৰাণৰ প্রয়োজনীয়তা Smithৰ দ্বাৰা স্বীকৃত হৈছে।

**বায়ু পুৰাণঃ** বায়ু পুৰাণ শৈব পুৰাণ বা শিৱ পুৰাণ নামেও উল্লিখিত হৈছে; আৰু গ্রন্থখনত শিৱোপাসনাৰ বহল আলোচনাই ইয়াৰ কাৰণ বুলি ভাবি লোৱা হয়। মহাভাৰত আৰু হৰিবংশতো

এখন বায়ু পুৰাণৰ উল্লেখ পোৱা যায় আৰু হৰিবংশৰ নানা ঠাইৰ সৈতে বায়ু পুৰাণৰ মূলভাগৰ আক্ষৰিক মিল আছে। মহাকৱি বাণভট্টই ( খৃঃ ৬২৫ ) বায়ু পুৰাণ শুনিছিল। প্ৰাচীন পুৰাণসমূহৰ পঞ্চলক্ষণ ইয়াতে অনুসৃত হৈছে। খৃঃ চতুৰ্থ শতিকাৰ গুপ্তৰাজবংশৰ শাসনকালৰ নানা কথাও ইয়াৰপৰা জনা যায়। Winternitz ভাবে যে বায়ু পুৰাণ খৃষ্টীয় পঞ্চমশতিকাৰ পিচৰ ৰচনা হব নোৱাৰে।

ব্ৰহ্মাণ্ড পুৰাণ কিছুমান উপাখ্যানৰ সমষ্টি; আৰু ইয়াত তীৰ্থ-বিলাকৰ বিবৰণ পোৱা যায়। এই পুৰাণখনত আধ্যাত্ম ৰামায়ণৰ বিবৰণো আছে শিব আৰু পাৰ্ব্বতীৰ কথোপকথনৰ মাজেদি। এই পুৰাণখনত ৰামক মুক্তিৰ পথ-প্ৰদৰ্শক বুলি কোৱা হৈছে। ব্ৰহ্ম-কৈবৰ্ত্ত পুৰাণখন ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ বুলি কোৱা হয়। এই পুৰাণখনত চাৰিটা খণ্ড পোৱা যায়; এইবোৰ হ'ল—ব্ৰহ্মখণ্ড, প্ৰকৃতখণ্ড, গণেশখণ্ড আৰু কৃষ্ণজন্মখণ্ড। মাৰ্কণ্ডেয় পুৰাণখনে পুৰাণৰ সূত্ৰ ভালদৰে ব্যাখ্যা কৰিছে। মহাভাৰতৰ চৰিত্ৰবিলাকৰ বিষয়ে উত্থাপিত প্ৰশ্নৰ উত্তৰ এই পুৰাণখনে ধাৰণ কৰে। ইয়াত ইন্দ্ৰ, ব্ৰহ্মা, অগ্নি আৰু সূৰ্য্যদেৱক মহিমান্বিত কৰা হৈছে। এই পুৰাণখনে দেবীমাহাত্ম্য প্ৰচাৰ কৰিছে। ভৱিষ্য পুৰাণে ভৱিষ্যতৰ বাণী ধাৰণ কৰে; আৰু ইয়াত জাতিবিলাকৰ কৰ্ত্তব্য, সূৰ্য্যদেৱ, অগ্নি আৰু সৰ্প পূজাৰ বিবৰণ আছে। বামন পুৰাণত বামনৰূপী ভগবানৰ বিবৰণ পোৱা যায়। গৰুড় পুৰাণত জ্যোতিষ, ব্যাকৰণ, ঔষধ, প্ৰখ্যাত মণিবিলাকৰ মূল্য আৰু প্ৰকৃতিৰ বিবৰণ আছে। এইখন পুৰাণে অত্যাচাৰ আৰু নৰকৰ বৰ্ণনা দিয়ে। পদ্ম পুৰাণখনৰ ছটা বিভাগ আছে। এই বিভাগবোৰ হ'ল—আদিখণ্ড, ভূমিখণ্ড, ব্ৰহ্মখণ্ড, পাতালখণ্ড, সৃষ্টিখণ্ড আৰু উত্তৰখণ্ড। যি পদ্মৰপৰা ব্ৰহ্মাৰ উৎপত্তি হৈছে তাৰ নাম অনুসাৰে পুৰাণখনৰ নাম হ'ল পদ্ম পুৰাণ। শুনিতে কূৰ্ম্ম পুৰাণখনৰ চাৰিটা সংহতি আছিল, এতিয়া কেৱল ব্ৰহ্মসংহিতা বুলি এটাহে সংহিতা আছে। লিঙ্গ পুৰাণে শিৱৰ ২৮টা

অৱতাৰৰ বৰ্ণনা কৰে। আগতে উল্লেখ কৰা শিৱ পুৰাণক বৃহৎ বায়ু পুৰাণৰ এটি অংশ বুলি বিবেচনা কৰা হৈছে। ই সাতোটা সংহিতা ধাৰণ কৰে। এইবোৰ হ'ল—বিদ্বেশ্বৰ, ৰুদ্ৰ, শতৰুদ্ৰী, কৌটিৰুদ্ৰী, উমা, কৈলাশ আৰু ভয়ভীয়। ই শিৱৰ মহিমা বৰ্ণনা কৰে। এই পুৰাণখনত সঙ্গীতবো এটি অধ্যায় আছে। বাণে তেওঁৰ নিজ গাঁৱত এই পুৰাণৰ আবৃত্তি কৰাৰ কথা উল্লেখ কৰে। স্কন্দ পুৰাণখন ৮০,০০০ শ্লোকৰ সমষ্টি ; আৰু ইয়াত সনৎকুমাৰীয়, ব্ৰাহ্মী, বৈষ্ণৱী, শঙ্কৰ (অগষ্ট), সূত আৰু শৈৱ নামেৰে ছটা সংহিতা আছে। শিৱৰ পবিত্ৰ ঠাইৰ বৰ্ণনা এইখন পুৰাণে দিয়ে। অগ্নি পুৰাণখনক চৰিত্ৰৰ ৰূপত এখন বিশ্বকোষ বুলি কব পাৰি। দেৱী ভাগৱতখনক শক্তিৰ উপাসকসকলে ১৮খন পুৰাণৰ ভিতৰত অন্যতম এখন পুৰাণ বুলি অভিহিত কৰিছে। এইখন পুৰাণে পাৰ্বতীক দেৱীৰ নামত মহিমান্বিত কৰি তুলিছে। পুৰাণৰ বেশত যোগবশিষ্টখনো এখন দাৰ্শনিক গ্ৰন্থ। প্ৰকৰণ নামক ছটা খণ্ডত ই বিভক্ত ;—(১) বৈৰাগ্য, (২) মুমুক্ষু, (৩) উৎপত্তি, (৪) স্থিতি, (৫) উপসম আৰু (৬) নিৰ্বাণ।

**ভাগৱত পুৰাণ ঃ** ভাৰতবৰ্ষত ভাগৱত পুৰাণতকৈ অধিক প্ৰসিদ্ধি আৰু জনপ্ৰিয়তা আন কোনো পুৰাণে অৰ্জন কৰিবপৰা নাই। বৈষ্ণৱ সম্প্ৰদায়ৰ ভাগৱত শাখাৰ অসংখ্য অনুবৰ্তীসকলৰ ওচৰত এই গ্ৰন্থ পৰম শ্ৰদ্ধেয় আৰু প্ৰামাণ্য। বিভিন্ন ভাৰতীয় ভাষাত ইয়াৰ অনুবাদ, ইয়াৰ ওপৰত বহু টীকাকাৰসকলৰ টীকা প্ৰণয়নে এই গ্ৰন্থৰ জনপ্ৰিয়তা প্ৰকাশ কৰে। এই প্ৰসিদ্ধি আৰু জনপ্ৰিয়তাৰ কাৰণে পুৰাণবিলাকৰ মাজত সৰ্বপ্ৰথম ভাগৱত পুৰাণ ইউৰোপীয় ভাষাত অনূদিত হয়। বিষ্ণু পুৰাণৰ সৈতে ইয়াৰ বিষয়বস্তুৰ প্ৰভূত মিল আছে ; আৰু ই যে বহু পৰবৰ্তীকালৰ ৰচনা সেই বিষয়তো সন্দেহ কৰিবৰ কোনো স্থল নাই। ভাগৱত পুৰাণক অৱলম্বন কৰি ৰচিত মুক্তাফল নামক এখন গ্ৰন্থৰ আৰু

সেই পুৰাণৰে অনুক্ৰমণী হৰিলীলা নামক আৰু এখন গ্ৰন্থৰ ৰচক আছিল প্ৰসিদ্ধ ব্যাকৰণবিদ বোপদেৱ। এই কাৰণেই বোপদেৱক বহুতে ভাগৱত পুৰাণৰ ৰচক বুলি ধৰি লৈছিল আৰু নানা পাশ্চাত্য পণ্ডিতে সেই হিচাবে খৃঃ ত্ৰয়োদশ শতাব্দীক ইয়াৰ ৰচনাকাল বুলি ঘোষণা কৰিছিল। C. V. Vaidya বিবেচনা কৰে যে শঙ্কৰাচাৰ্য্যৰ (খৃঃ নৱম শতাব্দীৰ আৰম্ভ) পিচত আৰু গীত-গোবিন্দৰ কবি জয়দেৱৰ (খৃঃ দ্বাদশ শতিকা) সময়ত ইয়াৰ ৰচনাকাল; Pargiter ইয়াক নৱম শতাব্দীত ৰচিত বুলি মত প্ৰকাশ কৰিছিল। আলোচ্য বিষয়ৰ ধাৰাবাহিকতা, কাব্যাংশৰ উৎকৰ্ষ আৰু ভাষা, ৰীতি আৰু ছন্দৰ ব্যৱহাৰত অন্যান্য পুৰাণৰপৰা এইখন পুৰাণক বৈশিষ্ট্য দান কৰিছে।

**উপপুৰাণ:** 'উপ' অৰ্থাৎ 'অপ্ৰধান' ধৰি লৈ সাধাৰণতঃ এই শ্ৰেণীৰ ৰচনাবিলাকক আজি পৰ্য্যন্ত বিশেষ কোনো মূল্য দিয়া হোৱা নাই। অথচ বিস্ময়ৰ কথা এই যে অষ্টাদশ প্ৰধান পুৰাণ-বিলাকৰ তুলনাত ইয়াৰ মূল্য কমতো নহয়েই, বৰং নানা ফালেদি বেচি। গুপ্তযুগৰ আগৰপৰা ভাৰতবৰ্ষৰ নানা কথা এই পুৰাণবিলাকত লিপিবদ্ধ আছে—যিবোৰ আন কোনো গ্ৰন্থত পোৱা নেযায়। মহাভাৰত, কালিকা পুৰাণ, দেৱীভাগৱত, ধৰ্ম পুৰাণ প্ৰভৃতি কিছুমান উপপুৰাণে পূৰ্ব ভাৰতৰ, বিশেষ কৰি বঙ্গদেশ আৰু কামৰূপৰ ধৰ্মীয় আৰু সামাজিক ইতিহাস ৰচনাৰ বহু মূল্যবান অজ্ঞাত তথ্যৰ সন্ধান দিয়ে। সাধাৰণতঃ অপ্ৰধান বুলি পৰিগণিত হলেও ইয়াৰ সংখ্যা আৰু বিষয়বস্তু মহাপুৰাণবিলাকৰ সংখ্যা আৰু বিষয়বস্তুৰ তুলনাত মুঠেই গৌণ নহয়। বহুতে ভাবে যে এই উপপুৰাণবিলাকৰ ভিতৰত কেইখনমান মহাপুৰাণবিলাকতকৈও প্ৰাচীন আৰু ইয়াৰ মাজত এনে নানা তথ্য বৈ আছে যিয়ে মহাপুৰাণবিলাকতকৈ প্ৰাচীনত্বকেই ইঙ্গিত কৰে। তাৰ বাহিৰেও অনেক লুপ্ত সংস্কৃত গ্ৰন্থৰ পুনৰুদ্ধাৰৰ কাৰণেও এই উপপুৰাণ-

বিলাক সহায়ক হব পাৰে। বহু লুপ্ত গ্ৰন্থৰ বিষয়বস্তুৰ সাৰ সঙ্কলন কৰাত বা তাৰপৰা নানা অংশ উদ্ধৃত কৰাত সেই সকলো গ্ৰন্থৰ মুঠতে এটা পৰিচয় অনেক ক্ষেত্ৰত আমি ইয়াৰ সাহায্যত পাব পাৰো। কিছুমান উপপুৰাণৰ নাম মহাপুৰাণৰ নামেৰেও জনাজাত। আগতে উল্লেখ কৰাৰ দৰে আৰু কেইখনমান উপপুৰাণৰ নাম উল্লেখ কৰা হ'ল। এইবোৰ হ'ল,—নৰসিংহ, বায়ু, শম্ব, ভাস্কৰ আৰু পৰাশৰ।

পুৰাণৰ প্ৰকৃতি থকা কিছুমান গ্ৰন্থ আছে যিবোৰক পুৰাণ আৰু উপপুৰাণৰ অন্তৰ্ভুক্ত কৰা হোৱা নাই। বিষ্ণু ধৰ্মোত্তৰ গ্ৰন্থখনত কাশ্মীৰীয় বৈষ্ণৱ ধৰ্মৰ বিষয়ে আলোচনা কৰা হৈছে। নীলমত পুৰাণ গ্ৰন্থখনে কাশ্মীৰ দেশীয় নাগসকলৰ সংস্কৃতিৰ বীৰ বজা নলে শিকোৱা মূলনীতিবোৰ ধাৰণ কৰে। কাশ্মীৰীয় বুৰঞ্জী বুলি এইখন অতি পুৰণি গ্ৰন্থ। বৃহৎ ধৰ্ম পুৰাণ গ্ৰন্থখনে কপিল, বাল্মীকি, ব্যাস আৰু বুদ্ধক বিষ্ণুৰ অৱতাৰ বুলি সুন্দৰভাৱে বৰ্ণনা কৰে।

'মহাপুৰাণ' নামটো বহু পিচত দিয়া হৈছে। ভাগৱত ( ১২. ৭. ১০ আৰু ২২ ) আৰু ব্ৰহ্মবৈবৰ্ত পুৰাণত ( ৪. ১৩১. ৭ আৰু ১০ ) এই শব্দটো প্ৰথম ব্যৱহৃত হৈছে আৰু তেতিয়াৰ পৰাই অষ্টাদশ পুৰাণক বুজাবলৈ ব্যৱহাৰ হৈ আহিছে। মহাপুৰাণৰ সংখ্যা অনুসাৰে উপপুৰাণৰ সংখ্যাও অষ্টাদশৰ মাজত সীমিত ৰখাৰ চেষ্টা কৰা হৈছে যদিও সেই চেষ্টা যিসকলে কৰিছিল তেওঁলোকে জানিছিল যে এইবোৰৰ সংখ্যা আৰু বেচি। বিভিন্ন স্থানত উপপুৰাণবিলাকৰ যি তালিকা দিয়া হৈছে তাৰ মাজত মুঠেই কোনো মিল নাই। সাধাৰণতঃ খৃষ্টাব্দ ৬৫০—৮০০ উপপুৰাণ-বিলাকৰ ৰচনাকাল বুলি ধৰি লোৱা হৈছে।

উপপুৰাণবিলাকৰ উৎপত্তি সম্বন্ধে কূৰ্ম্ম পুৰাণ আৰু পৰাশৰ উপপুৰাণত কোৱা হৈছে যে ব্যাসৰ ওচৰত অষ্টাদশ মহাপুৰাণ

শ্ৰৱণ কৰাৰ পিচত উগ্ৰশ্ৰৱাই এই উপপুৰাণবিলাক ৰচনা কৰিছিল। মৎস্য পুৰাণত ( ৫৩. ৫৯, ৬৩ ) কোৱা হৈছে, অষ্টাদশ মহাপুৰাণৰ-পৰা যিখিনি পৃথক সেইখিনি সেই মহাপুৰাণবিলাকৰেই উপভেদমাত্ৰ আৰু মহাপুৰাণৰপৰাই সেইবোৰৰ সৃষ্টি। সৌৰ পুৰাণত উপপুৰাণ-বিলাকক 'খিল' বুলি কোৱা হৈছে। উপপুৰাণবিলাকে কিন্তু নিজৰ এই গৌণতাক স্বীকাৰ কৰি লোৱা নাই; আৰু বেচিভাগ ক্ষেত্ৰত নিজকে পুৰাণৰ আখ্যা দিছে, উপপুৰাণ আখ্যা দিয়া নাই। কোনো মহাপুৰাণৰ সৈতে নিজক সংযোগ কৰি প্ৰসিদ্ধি লাভ কৰিবলৈও চেষ্টা কৰা নাই।

এইবিলাকৰ বিষয়বস্তু সম্বন্ধে সৌৰ পুৰাণ কৈছে ( ৯. ৪-৫ ) যে ব্ৰহ্মাদি মহাপুৰাণৰ যি পঞ্চলক্ষণ, উপপুৰাণবিলাকৰ সম্বন্ধেও সেই পঞ্চলক্ষণেই প্ৰযোজ্য। ভাগবত পুৰাণত ( ১২. ৭ ৯-১০ ) দশটি লক্ষণৰ কথা—সৰ্গ, বিসৰ্গ, বৃত্তি, ৰক্ষা, অন্তৰ, বংশ, বংশানুচৰিত, সংস্থা, হেতু আৰু অপাশ্ৰয়। নিৰপেক্ষ ঐতিহাসিকৰ দৃষ্টিত নিষ্ঠা আৰু অধ্যৱসায়ৰ সৈতে উপপুৰাণবিলাকৰ সম্যক আলোচনা হলে ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চল সম্বন্ধে নানা অজ্ঞাতপূৰ্ব তথ্য আহৰণ কৰা সম্ভৱ হব পাৰে।

---

## পঞ্চম অধ্যায়

# কালিদাস-পূর্ব কাব্যযুগ

মহাকাব্য আৰু পুৰাণৰ যুগ শেষ হ'ল। তাৰ পাচত সংস্কৃত কাব্যৰ যুগ। এতিয়া প্ৰশ্ন উঠে কাৰপৰা আৰু কোন সময়ত এই যুগৰ আৰম্ভ হৈছে। কালিদাসৰপৰা কাব্যৰ প্ৰথম উদ্ভৱ হোৱা বুলি কিছুদিন আগলৈকে ইয়াৰ উদ্ভৱ পোৱা গৈছিল। কাব্য, নাটক, গীতিকাব্য প্ৰভৃতি সাহিত্যৰ সকলো বিষয়তে তেওঁৰ যে হাত আছিল এইটো জনা গৈছিল। অভিজ্ঞান শকুন্তলাৰ দৰে নাটক, ৰঘুবংশ, কুমাৰসম্ভৱৰ নিচিনা কাব্য আৰু মেঘদূতৰ নিচিনা গীতি-কাব্য অতীততো নাছিল আৰু ভৱিষ্যতেও নহব বুলি এক শ্ৰেণী পণ্ডিতে মন্তব্য দিছিল। পুৰাণৰ পিচৰপৰা কালিদাসৰ সময়ৰ ব্যৱধান কেইবা শতাব্দী নিশ্চয় আছিল। কালিদাসৰপৰা সংস্কৃত কাব্যৰ যুগ আৰম্ভ হৈছে—এই কথা কোৱাৰ অৰ্থ হ'ল, পুৰাণ সাহিত্যৰপৰা কালিদাসৰ সময়লৈকে সংস্কৃত ভাষা বন্ধ্যা আছিল, ভাৰতবৰ্ষত সংস্কৃত ভাষাত এই সুদীৰ্ঘ সময়ত কোনো ৰচনা হোৱা নাই। "সিদিনা কালিদাসে প্ৰথম কাম গ্ৰহণ কৰে আৰু সেই দিনাই সংস্কৃত সাহিত্যই কোনো যাদুদণ্ডৰ প্ৰভাৱত পৰি পৰিপূৰ্ণতা লাভ কৰে।" এই কথা Maxmullerৰেই কৈছিল। বহুতে কয়—ভাৰতবৰ্ষৰ ওপৰত উক্ত সময়ৰ মাজত এটাৰ পিচত এটাকৈ কেইবাটাও বৈদেশিক আক্ৰমণ হৈছিল; সেই কাৰণে জাতিৰ সাহিত্য সৃষ্টি কৰাৰ মানসিক অৱস্থা নাছিল। আন কিছুমানে কয় যে এই সময়ত প্ৰাকৃত ভাষা ৰচনাই সমৃদ্ধিলাভ কৰিছিল।

এতিয়া প্ৰশ্ন হ'ল—ইয়াৰ সত্যতা ক'ত? যদি পুৰাণৰ পিচৰ-পৰা কালিদাসৰ কাললৈকে সংস্কৃত ভাষাত কোনো প্ৰকাৰ ৰচনাৰ

সৃষ্টি হোৱা নাই, যদি সংস্কৃত ৰচনা প্ৰবাহ প্ৰকৃততে একেবাৰে নীৰস হৈছিল, তেনেহলে সেই সংস্কৃত সাহিত্যৰ চাহাৰা মৰুভূমিত বাণ্ডিৰ ভিতৰত কেনেকৈ সংস্কৃত কাব্য সাহিত্যৰ গজালি মেলাবলৈ কালিদাস সক্ষম হব পাৰিছিল? এই সংশয় স্বাভাৱিক। ইতিহাস স্তব্ধ থাকিব পাৰে, লিখিত প্ৰমাণ-পত্ৰ নষ্ট হৈ যাব পাৰে। কিন্তু সেইবুলি এটা অসম্ভৱক সম্ভৱ বুলি কোৱা কথাক সহজতে গ্ৰহণ কৰিব নোৱাৰি। পণ্ডিতসকলৰ অনুসন্ধিৎসা, অনলস পৰিশ্ৰম আৰু গভীৰ গবেষণাৰপৰা এই অন্তবৰ্ত্তী কালৰ বহু তথ্য উদ্‌ঘাটিত হৈছে। আমি নিঃসন্দেহে কব পাৰো যে এই সুদীৰ্ঘ কালত সংস্কৃত সাহিত্য মৃত নাছিল; তাৰ প্ৰবাহ বন্ধ হৈয়ো থকা নাছিল। এতিয়া কথা হ'ল—ইয়াৰ প্ৰমাণ কি?

ৰামায়ণৰ আলোচনা প্ৰসঙ্গত কব পৰা যায় যে ৰামায়ণৰ মাজে মাজে অপূৰ্ব কাব্য সম্পদ আছে। য'ত কাব্য সম্পদ ৰামায়ণৰ ভিতৰত পৰবৰ্তীকালৰ প্ৰক্ষিপ্ত অংশ, তাতো সেইবিলাক কালিদাসৰ বহু আগৰ বুলি কব পাৰি। গতিকে কালিদাসৰ হাতত যি সংস্কৃত কাব্যই চৰম পৰিণতি লাভ কৰিছিল, ৰামায়ণেই তাৰ সূত্ৰপাত।

কাব্যৰ অৰ্থ হ'ল কবিৰ দ্বাৰা সৃষ্ট যিকোনো সাহিত্য সম্পদ। "কবেঃ কৰ্ম"—ইয়াৰপৰা অৰ্থ পোৱা যায়। গতিকে কাব্যই কবিতা, গদ্য, সাধুকথা, গীতিকাব্য, দৃশ্যকাব্য আৰু অন্যান্যবোৰকো বুজাই বুলি কব পাৰি। তথাপিও আমি সকলোৱে ইয়াক বুজো যে ছন্দেৰে ৰচনা কৰা সাহিত্যক কাব্য বোলে।

কালিদাসৰ আগৰ যুগটোক অন্ধকাৰ যুগ বুলি এই কাৰণে কোৱা হয় যে তেওঁৰ লিখনীৰপৰা ওলোৱা কাব্যই পূৰ্ব কবিৰ কাব্যবোৰক নিষ্প্ৰভ কৰি পেলাইছে।

বৈয়াকৰণিক পানিনিয়ে 'পাতাল বিজয়' আৰু 'জাম্ববতী জয়' নামে দুখন কাব্য ৰচনা কৰিছিল। পতঞ্জলিয়ে ৰৰুচিৰ ৰচিত এখন কাব্যৰ কথা কৈছিল আৰু প্ৰসঙ্গক্ৰমে এনেকুৱা শ্লোক বা

শ্লোকাংশ উদ্ধৃত কৰিছিল য'ৰপৰা প্ৰমাণিত হয় খৃঃ পূঃ দ্বিতীয় শতাব্দীত নানা সংস্কৃত কাব্য ৰচিত হৈছিল। পিঙ্গলে তেওঁৰ ছন্দঃসূত্ৰত যি বিভিন্ন প্ৰকাৰ ছন্দৰ উল্লেখ কৰিছিল, নামৰ ফালেদি তেওঁ কবি-মানসেৰেই পৰিচয় দিছিল। লগতে এই কথাটো ভবাৰ কাৰণ এয়ে যে তেওঁৰ সময়ত সেইবোৰ ছন্দত কাব্য ৰচিত হৈছিল। ৰৰুচি কাত্যায়ন বুলি জনাজাত। তেওঁ পানিনিৰ সূত্ৰৰ ওপৰত ভিত্তি কৰি বৰ্ত্তিক নামক এখন গ্ৰন্থ ৰচনা কৰিছিল।

এই সময়লৈকে যিবিলাক উৎকীৰ্ণ লিপি পোৱা গৈছে সেই-বিলাক কালিদাস-পূৰ্ব যুগত সংস্কৃত কাব্যৰ ধাৰাৰ অস্তিত্বৰ সাক্ষ্যদান কৰি আছে। এইবোৰ লিপিৰপৰা Buhler প্ৰমাণ কৰিছিল যে দ্বিতীয়ৰপৰা পঞ্চম খৃষ্টাব্দলৈকে উচ্চতৰ সংস্কৃত কাব্য ৰচিত হৈছিল। মহাক্ষত্ৰপ ৰুদ্ৰদাসনৰ Girnara inscription-এ (খৃষ্টাব্দ ১৫০ শতক) মহাকাব্যৰ ৰচনাশৈলী কি ভাবে ধীৰে ধীৰে পৰৱৰ্ত্তী মহাকাব্যৰ ৰচনাশৈলীত ৰূপায়িত হৈছে সেইটো পৰিস্ফুট। ইয়াৰ সমসাময়িক Nasik inscription of Siri Pulumayi নামে আৰু এটা প্ৰাচীন লিপি পোৱা গৈছে। ইয়াৰ ৰচয়িতা সংস্কৃতজ্ঞ পণ্ডিত আছিল আৰু কিজানি ই মূল সংস্কৃত কাব্যৰ প্ৰকৃত অনুবাদ মাত্ৰ। পৰবৰ্ত্তী সংস্কৃত কাব্যৰ বহুখিনি বৈশিষ্ট্য ইয়াত বিদ্যমান আৰু বহুল পৰিমাণে অনুপ্ৰাসৰো ইয়াত প্ৰয়োগ কৰা হৈছে। এলাহাবাদত প্ৰাপ্ত এটা লিপিত হৰিসেনৰ দ্বাৰা ৰচিত সম্ৰাট সমুদ্ৰগুপ্তৰ প্ৰশস্তিও (খৃষ্টাব্দ ৩৫০ শতক) এই প্ৰসঙ্গত উল্লেখযোগ্য। তন্ত্ৰাখ্যায়িকা, বাৎস্যায়নৰ কামসূত্ৰ, বাণভট্টৰ দ্বাৰা উল্লিখিত ভট্টাৰ হৰিচন্দ্ৰৰ গদ্য ৰচনা, ভাসৰ নাটকাৱলী, অশ্বঘোষৰ কাব্য, আৰ্য্যশূৰৰ ৰচনাৱলী, জাতক আৰু অবদান সাহিত্য ৰচনাৰ ক্ষেত্ৰত কালিদাস বাহিৰ ভিতৰত মুধাফুটা হৈ উঠা নাছিল। সংস্কৃত সাহিত্যৰ ধাৰক আৰু বাহকৰূপে তেওঁৰ আগৰ পণ্ডিতসকলে পথ পৰিষ্কাৰ কৰি গৈছিল। আজি আমি অশ্বঘোষৰ

বাহিৰে কালিদাস-পূৰ্ব কাব্য যুগত আন কোনো কবিৰ ৰচনাৰ উল্লেখ কৰিব নোৱাৰো; কাৰণ আন কোনো কথ্য প্ৰমাণ আমাৰ হাতত আহি পৰা নাই। কিন্তু কালিদাসৰ আগত যে সংস্কৃত কাব্য ৰচিত হৈছিল এই কথা জোৰ কৰি কোৱাৰ প্ৰমাণ বহুত খিনি আমি পাইছোঁ। কালিদাসৰ আগত সংস্কৃতত কোনো কাব্য ৰচিত হোৱা নাই বুলি যি মতবাদ এক সময়ত Maxmullerৰ দ্বাৰা প্ৰচাৰিত হৈছিল Hassen, Buhler, Fleet, Kielhorn প্ৰভৃতি মনীষীসকলে তাক সংশয়াতীতৰূপে প্ৰত্যাখ্যান কৰিছে। বুদ্ধৰ জীৱনী আৰু বুদ্ধধৰ্মৰ মূল তত্ত্ববিলাক প্ৰচাৰ কৰাৰ কাৰণে যি অশ্বঘোষে সংস্কৃত ভাষাত বুদ্ধচৰিত আৰু সৌন্দৰনন্দ নামক কাব্য দুখন ৰচনা কৰিছিল, সেয়ে কালিদাস-পূৰ্ব যুগৰ সংস্কৃত ভাষাৰ জনপ্ৰিয়তাৰ পৰিচয় দিয়ে। পশ্চিমৰ ক্ষত্ৰপ জাতি ভাৰতবৰ্ষ আক্ৰমণ কৰিছিল সত্য, কিন্তু তেওঁলোকে ভাৰতৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ গ্ৰহণ কৰিছিল; সাহিত্য, শিল্প আৰু ধৰ্মৰ পৃষ্ঠ-পোষকতা কৰিছিল আৰু সেইবোৰ প্ৰচাৰৰ চেষ্টাও কৰিছিল। গতিকে তেওঁলোকৰ আক্ৰমণৰ কাৰণে ভাৰতবৰ্ষৰ সংস্কৃত সাহিত্য লুপ্ত হৈছিল বুলি যি মতামত Maxmullerয়ে দিছিল সি সমৰ্থন-যোগ্য নহয়। মহাকালে তাৰ মৌনতা ভঙ্গ কৰিলে আৰু নানা ৰহস্য উদ্‌ঘাটিত হ'ল। অশ্বঘোষৰপৰা কালিদাস পৰ্য্যন্ত সময়-খিনিত সংস্কৃত সাহিত্যই তাৰ গতিপথত সুস্পষ্ট পদচিহ্ন ৰাখি গৈছে; কিন্তু পতঞ্জলিৰপৰা অশ্বঘোষলৈকে সময়ছোৱাত সেই চিহ্ন অস্পষ্ট হৈ ৰৈছে।

**কালিদাস-পূৰ্ব কাব্যযুগৰ বৌদ্ধ সাহিত্য:** কালিদাসৰ পূৰ্বতে মহাযানপন্থী বৌদ্ধসকলে কেইখনমান গ্ৰন্থ ৰচনা কৰি গৈছে। যি ভাষাত তেওঁলোকে গ্ৰন্থ কেইখন ৰচনা কৰিছিল সি পালি ভাষা নহয়; সি অংশতহে সংস্কৃত মাত্ৰ। Senartয়ে সেই ভাষাক Mid-Sanskrit বুলিছে আৰু Pischel-ৰ মতে ই হ'ল Gatha dialect.

এই ভাষাত ৰচিত সাহিত্যক মুঠতে আমি 'বৌদ্ধ সংস্কৃত সাহিত্য' বুলিব পাৰো। হীনযানপন্থী বৌদ্ধসকলেও নানা ৰচনাক ইয়াৰ অন্তর্ভুক্ত কৰি গৈছে।

এই শ্রেণীৰ সাহিত্যৰ মাজত হীনযানপন্থী বৌদ্ধসকলৰ মহাবস্তু সকলোতকৈ উল্লেখযোগ্য। গ্রন্থখনৰ বিভিন্ন অংশ বিভিন্ন সময়ত লিখিত আৰু বিষয়বস্তুও খুব সুবিন্যস্ত নহয়। একে উপাখ্যানৰ পুনৰাবৃত্তি বৰ বেচি দেখা যায়। তথাপি সুপ্রাচীন ধাৰাৰ বাহক হিচাবে আৰু গল্পৰ ভাণ্ডাৰ হিচাবে গ্রন্থখনৰ মূল্য অস্বীকাৰ কৰিব নোৱাৰি; নানা পুৰাণৰ গল্পৰ দৰে মনত ধাৰণা হয়। মূলত হীনযানপন্থীসকলৰ ৰচনা হলেও ই মহাযানপন্থীসকলৰ ৰচনাৰ সৈতে ঘনিষ্ঠ সাদৃশ্য বহন কৰিছে। খৃঃ পূঃ ৩য় শতকৰ পূর্বেই ইয়াৰ ৰচনাকাল বুলি অনুমান কৰিব পাৰি।

হীনযানপন্থী বৌদ্ধসকলৰ সর্বাস্তিবাদী সম্প্রদায়ৰ আৰু এখন গ্রন্থ হ'ল ললিতবিস্তৰ। মহাযানী বৌদ্ধসকলেও ইয়াক অতি পবিত্র গ্রন্থ বুলি ধৰি লৈছে। গ্রন্থখনক এজনৰ ৰচনা বুলি ধাৰণা কৰিব নোৱাৰি। ইয়াৰ মাজত প্রাচীন আৰু নবীন নানা উপাদান আছে। এই কাৰণে ইয়াক বৌদ্ধ ধর্মৰ সম্বন্ধে প্রামাণ্য বুলি ধৰি লোৱা সঙ্গত নহয়। অশ্বঘোষে তেওঁৰ বুদ্ধচৰিতৰ নানা উপাদান ইয়াৰপৰা গ্রহণ কৰিছিল। Kernই ভাবিছিল যে ইয়াৰ গদ্যাংশ মূল প্রাকৃতৰ সংস্কৃত অনুবাদ আৰু এই অনুবাদ কণিষ্কৰ সমসাময়িক কালত কৰা হৈছিল।

আৰ্য্যচন্দ্ৰৰ ৰচিত এখন গ্রন্থৰ নাম মৈত্রেয় ব্যাকৰণ বা মৈত্রেয় সমিতি। গ্রন্থখন বুদ্ধ আৰু তেওঁৰ শিষ্য শাৰিপুত্ৰৰ কথোপকথনক অবলম্বন কৰি ৰচিত। বিভিন্ন ভাষাত গ্রন্থখনৰ অনুবাদ হৈছে।

বুদ্ধ আৰু বোধিসত্বসকলৰ মাহাত্ম্য কীর্ত্তন কৰি যিবোৰ গ্রন্থ এই সময়ত ৰচিত হৈছিল, সেইবোৰৰ মাজত সৎধর্মপুণ্ডৰীক বিশেষ উল্লেখযোগ্য। পুৰাণৰ ভঙ্গীত লিখিত এই গ্রন্থখনিত বিভিন্ন

কালৰ বহু উপাদান প্ৰবিষ্ট হৈছে। খৃষ্টাব্দ ২২৫ ৰ পৰা তাও-ৰ মাজত কিতাপখন চীন ভাষাত অনূদিত হয়। গতিকে মূল গ্ৰন্থখনৰ ৰচনাকাল খৃষ্ট-পূৰ্বত হোৱা বুলি অনুমান কৰা হয়। কাৰণ্ড ব্যূহ, সুখাবতীব্যূহ, অক্ষোভ্যব্যূহ প্ৰভৃতি গ্ৰন্থবিলাকও সেই একে উদ্দেশ্যতে ৰচিত।

প্ৰাচীন সংস্কৃত সাহিত্যত নানা মূল্যবান দাৰ্শনিক গ্ৰন্থ বৌদ্ধ-সকলৰ ৰচিত। এই শ্ৰেণীৰ গ্ৰন্থবিলাকৰ মাজত প্ৰজ্ঞাপাৰমিতা-বিলাক অন্যতম। খৃষ্টাব্দ ১৭৯ত এখন প্ৰজ্ঞাপাৰমিতা চীন ভাষাত অনূদিত হৈছিল। লঙ্কাবতাৰ, সুবৰ্ণ প্ৰভাস, বুদ্ধাৱতংসক দশভূমক প্ৰভৃতি গ্ৰন্থবিলাক এই শ্ৰেণীৰ অন্তৰ্ভুক্ত।

বৌদ্ধ দাৰ্শনিকসকলৰ মাজত নাগাৰ্জুনৰ নাম সকলোৰে আগত উল্লেখযোগ্য। তেওঁক কুষাণৰাজ কণিষ্কৰ সমসাময়িক বুলি ধৰি লোৱা হয়। তেওঁৰ মাধ্যমিক কাৰিকা চাৰিশ শ্লোকত ৰচিত আৰু দৰ্শনশাস্ত্ৰৰ এখন অমূল্য গ্ৰন্থ। ইয়াৰ বাহিৰেও মহাযান বিংশক, প্ৰজ্ঞাদণ্ড, শূন্যতাসপ্ততি প্ৰভৃতি অনেক মূল্যবান টীকা তেওঁৰ দ্বাৰা ৰচিত।

আৰ্য্যদেৱ নামে আৰু এজন বৌদ্ধ গ্ৰন্থকাৰে ব্ৰাহ্মণ্যধৰ্মৰ বিৰুদ্ধে চতুঃশতক নামক এখন গ্ৰন্থ ৰচনা কৰিছিল। যোগাচাৰ সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতা মৈত্ৰেয়নাথ ৰচিত অভিসময়ালঙ্কাৰ কাৰিকা চীন ভাষাত অনূদিত হৈছে; মৈত্ৰেয়নাথৰ শিষ্য, আৰ্য অসঙ্গই যোগাচাৰ ভূমিশাস্ত্ৰ ৰচনা কৰিছিল। বসুবন্ধু অসঙ্গ নামৰ আৰু এজন দাৰ্শনিকে সাংখ্য দৰ্শনৰ মতবাদ খণ্ডিত কৰিবৰ কাৰণে অভিধৰ্মকোষ আৰু পৰমাৰ্থ্য সপ্ততি নামক দুখন গ্ৰন্থ ৰচনা কৰিছিল। বৌদ্ধ দাৰ্শনিকসকলৰ মাজত দিঙনাগে বিশেষ স্থান অধিকাৰ কৰিছিল। সম্ভৱত তেওঁ পঞ্চম খৃষ্টাব্দত জীৱিত আছিল আৰু তেওঁৰ উল্লেখযোগ্য গ্ৰন্থ হ'ল প্ৰমাণসমুচ্চয় আৰু ন্যায়-প্ৰবেশ।

কালিদাসৰ পূৰ্বত অশ্বঘোষে দুখন মহাকাব্য ৰচনা কৰিছিল। এই মহাকাব্য দুখনৰ নাম আছিল সৌন্দৰনন্দ আৰু বুদ্ধচৰিত। সংস্কৃত সাহিত্যত সৰ্বাধিক প্ৰতিষ্ঠিতযশা বৌদ্ধ গ্ৰন্থকাৰ তেওঁ। তেওঁ ৰজা কণিষ্কৰ সমসাময়িক। তেওঁৰ জীৱনী সম্বন্ধে একমাত্ৰ কিংবদন্তিৰ বাহিৰে জনাৰ আন কোনো উপায় নাই। অশ্বঘোষ ব্ৰাহ্মণ আছিল আৰু পিচত বৌদ্ধধৰ্ম গ্ৰহণ কৰিছিল। জীৱনৰ প্ৰথম ভাগত মধ্যভাৰতৰ নানা ঠাইত বৌদ্ধ ভিক্ষুৰূপে তেওঁ ধৰ্ম প্ৰচাৰ কৰে আৰু পিচত কণিষ্কৰ ৰাজসভাত পাৰিষদৰ স্থান লাভ কৰে। তেওঁৰ মাকৰ নাম সুবৰ্ণাক্ষী। 'আচাৰ্য্য', 'উদগু', 'মহাবাদিন', 'মহাকৱি' প্ৰভৃতি বিশেষণ তেওঁক দিয়া হৈছিল। অশ্বঘোষৰ বুদ্ধচৰিত ১৭টি সৰ্গত বিভক্ত এখন মহাকাব্য। বুদ্ধৰ জীৱনী আৰু শিক্ষাসমূহেই ইয়াৰ বিষয়বস্তু। চীনা পৰিব্ৰাজক ই সিংয়ে ( Yi tsing ) মূল বুদ্ধচৰিতক ২৮টি সৰ্গত ৰচিত বুলি উল্লেখ কৰিছিল। বৰ্ত্তমান যি বুদ্ধচৰিত পোৱা যায় তাত ১৭টা সৰ্গ আছে। প্ৰথম ১৩টা সৰ্গ মূল আৰু শেষ চাৰিটা সৰ্গ পিচৰ কালত অমৃতানন্দ নামক কোনো কবিয়ে ৰচনা কৰি মূলখনৰ লগত সংযোজিত কৰিছে।

সৌন্দৰনন্দ ১৮টি সৰ্গত বিভক্ত আনখন মহাকাব্য। বুদ্ধৰ জীৱনী আৰু তেওঁৰ বৈমাত্ৰেয় ভাই নন্দ ( নামান্তৰ 'সুন্দৰ' ) একান্ত অনিচ্ছা সত্বেও পিচত কেনেকৈ বৌদ্ধ ধৰ্মত দীক্ষিত হৈছিল সিয়ে এই মহাকাব্যৰ বিষয়বস্তু। প্ৰথম ছয়টি সৰ্গত কপিলাবস্তু নগৰৰ কথা, বুদ্ধ আৰু নন্দৰ জন্মবিৱৰণ, নিজ পত্নী সুন্দৰীৰ প্ৰতি নন্দৰ আসক্তি, নন্দৰ বৌদ্ধধৰ্ম গ্ৰহণ, ধৰ্মান্তৰিত পতিৰ কাৰণে সুন্দৰীৰ আক্ষেপ প্ৰভৃতি সুন্দৰ ভাৱে বৰ্ণিত হৈছে। বাকী অংশ সকলোবোৰ প্ৰায় বুদ্ধৰ জীৱনী আৰু বৌদ্ধধৰ্মৰ মূলনীতি আৰু শিক্ষাৰ কথাৰে পূৰ্ণ। এই মহাকাব্যত কবি অশ্বঘোষতকৈ ধৰ্মপ্ৰচাৰক অশ্বঘোষৰেই অধিক পৰিচয় পোৱা যায়।

**জাতক আৰু অৱদান সাহিত্য :** আৰ্যশূৰৰ ৰচিত গ্ৰন্থ জাতক-মালা। পালি জাতকসমূহ আৰু চৰ্যাপিটকৰপৰা সংগৃহীত চৌত্ৰিশটি কাহিনী সংস্কৃত গদ্য আৰু পদ্যত অনুবাদ কৰা হৈছে। ধৰ্মালোচনাৰ মাজে মাজে দৃষ্টান্ত দিয়াৰ কাৰণে কাহিনীবিলাক একে সময়ত একেলগে সন্নিবেশিত হৈছিল। অশ্বঘোষৰ ৰচনাশৈলীৰ ছাপ ইয়াত সুস্পষ্ট। বহুতে ভাবে, 'আৰ্যশূৰ' অশ্বঘোষৰেই নামান্তৰ। আৰ্যশূৰৰ আৰু নানা ৰচনা আছে আৰু সেইবোৰৰ মাজৰ এখন গ্ৰন্থ খৃষ্টাব্দ ৪৩৪ শকত চীনা ভাষাত অনূদিত হৈছে। পণ্ডিতে ভবা হয় যে তেওঁ খৃষ্টাব্দ চতুৰ্থ শকত আবিৰ্ভূত হৈছিল। জাতকমালাৰ নানা ঘটনা অজন্তাৰ গুহাৰ প্ৰাচীৰ-চিত্ৰত স্থান লাভ কৰিছে।

জাতকমালাৰ সৈতে ঘনিষ্ঠভাবে যুক্ত অথচ অৱদান সাহিত্যৰ অন্তৰ্গত আৰু দুখন গ্ৰন্থ হ'ল অৱদানশতক আৰু দিব্যাৱদান। বিনয়পিটকৰ নানা কাহিনীক অবলম্বন কৰি এই দুখন গ্ৰন্থ ৰচিত। প্ৰথমখনত 'দীনাৰ' শব্দৰ উল্লেখ থকাত ইয়াক খৃষ্টাব্দ প্ৰথম শতকৰ ৰচনা বুলি ধৰি লোৱা হয় আৰু দ্বিতীয়খন সেই সময়ৰ পিচৰ নহয়। দিব্যাৱদানৰ সংস্কৃত ভাষা প্ৰাকৃত ভাষাৰ দ্বাৰা প্ৰভাবিত আৰু অমাৰ্জিত। সাহিত্য হিচাবে ইয়াৰ মূল্য কম। তথাপি সম্ৰাট অশোকৰ সম্বন্ধে কিছুমান কাহিনীৰ কাৰণে ইয়াৰ ভালেখিনি মূল্য আছে।

অৱদান সাহিত্যৰ মূল সুৰ সম্বন্ধে অধ্যক্ষ গোৰীনাথ শাস্ত্ৰীয়ে কয়: The word 'Avadana' signifies a great religious or moral achievement as well as the history of a great achievement. Such a great act may consist in the sacrifice of one's own life or the founding of an institution for the supply of incense, flowers, gold and jewels to, or the building of, Sanctuaries. Avadana stories are designed to inculcate that dark ( ignoble ) deeds bear dark ( ignoble ) fruits while

**white (noble) acts beget white (noble) fruits. Thus they are also tales of "Karman".**

অৱদান সাহিত্যৰ মাজত অৱদানশতক দশটি খণ্ডত বিভক্ত আৰু প্ৰত্যেক খণ্ডৰ বিষয়বস্তু স্বতন্ত্ৰ। কৰ্মশতক নামে আৰু এখন এই শ্ৰেণীৰ গ্ৰন্থ কেৱল তিব্বতীয় অনুবাদত ৰক্ষিত আছে। দিব্যাৱদান মূলতঃ হীনযান বৌদ্ধসকলৰ গ্ৰন্থ হলেও ইয়াত মহাযান মতৰ প্ৰভাৱ পৰিলক্ষিত হয়। ভাষাৰ কিছু বিভিন্নতা থকা সত্বেও ই প্ৰাঞ্জল আৰু প্ৰকৃত কাব্যধৰ্মী অংশও এই গ্ৰন্থত বিৰল নহয়। সেই সময়ৰ ভাৰতৰ সামাজিক ইতিহাসৰ নানা উপাদান ইয়াত সুৰক্ষিত আছে। সম্ৰাট অশোকৰ জীৱনক উপজীব্য কৰি অশোকাৱদান ৰচিত হলেও ইতিহাস হিচাবে ই বেচি নিৰ্ভৰযোগ্য নহয়। তৃতীয় খৃষ্টাব্দত এই গ্ৰন্থখন চীনা ভাষাত অনূদিত হৈছিল। কল্পদ্ৰুমাৱদানমালা; ৰত্নাৱদানমালা, ব্ৰতাৱদান-মালা প্ৰভৃতি গ্ৰন্থবিলাক এই শ্ৰেণীত পেলাব পাৰি। একাদশ খৃষ্টাব্দত ৰচিত ক্ষেমেন্দ্ৰৰ অৱদানকল্পলতাত পৰৱৰ্তী কালৰ ৰচনা নীতি অনুসৃত হৈছে।

## ষষ্ঠ অধ্যায়

# কালিদাস

কালিদাস কালজয়ী কবি। পাশ্চাত্যদেশত ইংৰাজী-সাহিত্যত শেক্‌স্‌পীয়েৰ যেনেকুৱা বিখ্যাত, প্ৰাচ্যত সংস্কৃত সাহিত্যত কালিদাসো ঠিক তেনেকুৱা প্ৰখ্যাত কবি বুলি মনীষীসকলে বিবেচনা কৰিছে। কালিদাসক ৰজা বিক্ৰমাদিত্যৰ ৰাজসভাৰ নবৰত্নৰ এজন ৰত্ন বুলি উল্লেখ কৰা যায়। কালিদাসৰ ৰচনা বুলি অভিহিত জ্যোতির্বিদাভৰণ নামক এখন জ্যোতিষ গ্ৰন্থত থকা শ্লোকত নৱৰত্নৰ উল্লেখ আছে। শ্লোকটোত এইদৰে আছে ;—

> "ধন্বন্তৰিক্ষপণকামৰসিংহশঙ্কু-
> বেতালভট্ট ঘটকর্পৰ কালিদাসাঃ।
> খ্যাতো ৰৰাহমিহিৰোনৃপতেঃ সভায়াং
> ৰত্নানি বৈ ৰৰৰুচির্নৰ বিক্ৰমস্য ॥"

শ্লোকটো অনুসৰি কৰ পাৰি, ধন্বন্তৰি, ক্ষপণক, অমৰসিংহ, শঙ্কু, বেতালভট্ট, ঘটকর্পৰ, কালিদাস, ৰৰাহমিহিৰ আৰু ৰৰৰুচি এই নজন নৱৰত্ন আছিল। এওঁলোকৰ পৃষ্ঠপোষক আছিল ৰজা বিক্ৰমাদিত্য। Fergusson এই শ্লোকটোক ভিত্তি কৰি এটা নতুন মত প্ৰচাৰ কৰিছিল। তেওঁ কৈছিল,—এই শ্লোকত উল্লিখিত বিক্ৰমাদিত্য হ'ল উজ্জয়িনীৰাজ হৰ্ষ-বিক্ৰমাদিত্য। খৃষ্টাব্দ ৫৪৪ শতকত ভাৰতবৰ্ষৰপৰা শক জাতিক বিতাড়িত কৰি তাৰো ৬০০ বছৰ পূৰ্ব্বৰপৰা, অৰ্থাৎ খৃঃ পূঃ ৫৬ অব্দৰপৰা তেওঁ নিজৰ নামে বিক্ৰমাব্দৰ প্ৰতিষ্ঠা কৰিছিল। Fergussonৰ এই অনুমানক সম্বল কৰি Maxmuller তেওঁৰ নতুন মতবাদ প্ৰচাৰ কৰিছিল। তেওঁৰ মতে ভাৰতত এটাৰ পিচত এটা বৈদেশিক জাতিৰ আক্ৰমণ হোৱাৰ কাৰণে ভাৰতবৰ্ষত খৃষ্টৰ পিচত

প্ৰথম কেবাশ বছৰত সংস্কৃতত কোনো সাহিত্য সৃষ্টি হোৱা নাই আৰু খৃষ্টাব্দ ষষ্ঠ শতকত উজ্জয়িনীৰাজ হৰ্ষ-বিক্ৰমাদিত্যৰ আমোলত কালিদাসৰ হাতত সংস্কৃত কাব্য ৰচনাৰ নতুন অভ্যুদয় আৰম্ভ হয়। Maxmuller ৰ এই মতক Theory of renaissance বোলা হয়।

Maxmuller অন্য ধৰণেও তেওঁৰ এই renaissance theory-ক প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছিল। মেঘদূতৰ এটা শ্লোকত উল্লিখিত 'দিঙনাগ' আৰু 'নিচুল' শব্দ দুটা Maxmuller-ৰ মতে কালিদাসৰ সমসাময়িক দুজন বৌদ্ধ পণ্ডিতৰ নাম। দিঙ্‌নাগ আছিল আসঙ্গৰ শিষ্য আৰু এওঁ খৃষ্টাব্দ ষষ্ঠ শতকৰ লোক। গতিকে কালিদাসো খৃষ্টাব্দ ষষ্ঠ শতকৰ। দিঙ্‌নাগ নিজে বৌদ্ধ আছিল আৰু এওঁ কালিদাসৰ কঠোৰ সমালোচক আছিল। Keith ভাবে যে প্ৰতিপক্ষৰ প্ৰতি এনেকুৱা ইঙ্গিত কৰা কালিদাসৰ পক্ষে কেতিয়াও সম্ভৱ নহয় আৰু শ্লোকোক্ত দিঙ্‌নাগ শব্দ যদি বৌদ্ধ দাৰ্শনিক দিঙ্‌নাগক বুজোৱা হয় তেনেহলে দিঙ্‌নাগ খৃষ্টাব্দ ৪০০-ৰ পিচৰ যে আছিল এনেকুৱা ভবাৰ কোনো কাৰণ নাই।

Kirtle আৰু Mandassorত প্ৰাপ্ত লিপিবিলাকৰপৰা Fleet সাৰ্থকভাৱে প্ৰমাণ কৰিছিল যে Fergusson-ৰ অনুমান সকলোৱে ভ্ৰান্ত আৰু ই প্ৰমাণিত হোৱাৰ পিচত Maxmuller-ৰ renaissance theory-ও ভ্ৰান্ত বুলি প্ৰমাণিত হৈছে। Buller অন্যান্য লিপিৰ সাহায্যত Fleet-ৰ সেই সিদ্ধান্তকেই আকৌ সুদৃঢ়ভাৱে প্ৰতিষ্ঠিত কৰিছিল আৰু কৈছিল যে খৃষ্টাব্দ ৩৫০পৰা ৫৫০লৈ সংস্কৃত ৰচনা-সমূহত যি কাব্যশৈলী অনুসৃত হ'ল তাৰ সংশয়াতীত প্ৰমাণ পোৱা যায়। Macdonell-ও Fergusson-ৰ অনুমানক নিৰ্মমভাৱে খণ্ডন কৰিছিল। তেওঁ কৈছিল যে বিক্ৰমাব্দ খৃষ্টাব্দ ৫৪৪-ত প্ৰতিষ্ঠিত হোৱা নাই। ইয়াৰো প্ৰায় এশ বছৰ অধিক আগৰপৰা মালবাব্দ নামে ই চলি আহিছে আৰু খৃষ্টাব্দ প্ৰায় ৮০০ৰপৰা ইয়াৰ নাম

'বিক্রমাব্দ' হয়। তাৰ বাদে খৃষ্টাব্দ ষষ্ঠ শতকৰ মাজ ভাগত পশ্চিম ভাৰতৰপৰা শকসকলক বিতাড়িত কৰা হোৱা নাই, কাৰণ ভাৰতৰ সেই অঞ্চল এক-শ বছৰৰো অধিক আগত গুপ্ত সম্রাটসকলে অধিকাৰ কৰিছিল। খৃষ্টাব্দ ষষ্ঠ শতকৰ প্ৰথম অংশত যে পশ্চিম ভাৰতৰ পৰা হূনসকলক বিতাড়িত কৰা হৈছিল এইটো সত্য, কিন্তু যিজনে সেইটো কৰিছিল তেওঁ বিক্ৰমাদিত্য নহয়, যশোধর্মন্ বিষ্ণুবর্ধন্।

দ্বিতীয় পুলকেশীৰ Aihole inscription কালিদাসৰ নামৰ স্পষ্ট উল্লেখ কৰিছে। খৃষ্টাব্দ ৬৩৪ চনত এই লিপি ৰচিত। খৃষ্টাব্দ ৪৭২-ত ৰচিত Mandassor inscription-ৰ কিছুমান শ্লোকৰ সৈতে কালিদাসৰ মেঘদূত আৰু ঋতুসংহাৰৰ কিছুমান শ্লোকৰ অপূৰ্ব মিল বৈ আছে। ইয়াৰপৰা প্ৰমাণিত হয় যে কালিদাস পঞ্চম শতকৰো আগত আবিৰ্ভূত হৈছিল।

কালিদাস নিঃসংশয়ে ভাস আৰু অশ্বঘোষৰ পৰবৰ্ত্তী কালৰ। কালিদাসৰ নাটকৰ প্ৰাকৃত ভাষাও ভাস আৰু অশ্বঘোষৰ প্ৰাকৃত ভাষাতকৈ পৰবৰ্ত্তীকালীন। কালিদাসে গ্ৰীক শব্দ 'জমিত্ৰ' ব্যৱহাৰ কৰিছিল। এই সকলোখিনি বিবেচনা কৰিলে গুপ্তযুগৰ আগত তেওঁৰ আবিৰ্ভাব বুলি কোনোমতেই সম্ভৱ নহয়। সমুদ্ৰগুপ্তৰ পুত্ৰ দ্বিতীয় চন্দ্ৰগুপ্ত 'বিক্ৰমাদিত্য' উপাধি গ্ৰহণ কৰিছিল আৰু Keith ভাবিছিল যে এওঁৰ সভাতেই চন্দ্ৰগুপ্তৰ পুত্ৰ কুমাৰগুপ্তৰ জন্মক লক্ষ্য কৰিয়েই কালিদাসে 'কুমাৰসম্ভৱ' কাব্য ৰচনা কৰিছিল। কুমাৰগুপ্তৰ সময়তেই ( খৃষ্টাব্দ ৪১৩-৪৫৫ ) গুপ্ত সাম্ৰাজ্য শান্তি আৰু সমৃদ্ধিৰ চৰম শিখৰত উঠিছিল আৰু কালিদাসৰ ৰচনাৰ সকলোতে এই জাতীয় সমৃদ্ধি আৰু ঐশ্বৰ্য্যৰ প্ৰভাৱ ওতঃপ্ৰোতভাৱে বিদ্যমান। কুমাৰগুপ্তৰ পিচতেই ( ৪৬৫-৪৭০ ) খৃষ্টাব্দৰ মাজত হূন্‌জাতিয়ে ভাৰতবৰ্ষৰ ওপৰত অত্যাচাৰ চলাইছিল। কাব্য ৰচনা কৰাতো দূৰৰ কথা, সেই সময়ত নিশ্চয় কালিদাস জীৱিত নাছিল। দেশ আৰু জাতিৰ সেই চৰম সঙ্কট আৰু দুৰ্দশাৰ দিনত কালিদাসৰ কাব্যৰ

নিচিনা কাব্য ৰচিত হোৱা সম্ভৱ নহয়। কালিদাসে নিশ্চয় হুন আক্রমণৰ আগত তেওঁৰ কাব্য ৰচনা কৰিছিল আৰু হুন আক্রমণৰ কালৰপৰা ( ৪৬৫-৪৭০ খৃষ্টাব্দ ) তেওঁৰ কালৰ দূৰত্ব কিছু বেচি হোৱাটোও বিচিত্র নহয়। এই সকলো তথ্যৰপৰা Keith সিদ্ধান্ত কৰিছিল যে খৃষ্টাব্দ চতুর্থ শতক হ'ল কালিদাসৰ কাল।

খৃষ্টাব্দ ৮ম আৰু ৯ম শতাব্দীত আমি অন্ততঃ তিনিজন কালিদাসৰ অস্তিত্বৰ কথা জানিবলৈ পাওঁ। কালিদাসৰ ৰচনাকাল লৈ বিভিন্ন মনীষীয়ে এনে বিভিন্ন যুক্তিতর্কৰ অৱতাৰণা কৰিছিল আৰু এনে বিৰোধী সিদ্ধান্তত উপনীত হৈছিল যে, সকলোবিলাক যদি মানি লব লাগে তেনেহলে কোনখন কালিদাসৰ গ্রন্থ তাক সঠিকভাবে নির্ধাৰণ কৰা টান হৈ পৰে। আমাৰ সকলোতকৈ ডাঙৰ দুর্ভাগ্য এই যে কালিদাসে তেওঁৰ কোনো ৰচনাত ক'তো নিজৰ সম্বন্ধে কোনো স্পষ্ট কথা উল্লেখ কৰাতো দূৰৰ কথা, নিজৰ জন্মস্থান আৰু সময়ৰ প্রতি কোনো ইঙ্গিতো ৰাখি যোৱা নাই। আৰু ইয়াৰ কাৰণেই আজি ভাৰতবর্ষৰ সর্বশ্রেষ্ঠ কবি আৰু নাট্যকাৰৰ ইতিবৃত্ত অন্ধকাৰাচ্ছন্ন হৈ ৰৈ আছে।

## কালিদাসৰ জীৱনী আৰু ৰচনা

কালিদাসৰ জীৱনী সম্বন্ধে সঠিক তথ্য সংগ্রহ কৰা কঠিন, কাৰণ নিজৰ সম্বন্ধে তেওঁ ক'তো একো কৈ যোৱা নাই। ফলত তেওঁৰ জীৱন-ইতিহাসক কেন্দ্র কৰি নানাৰকম কাহিনীৰ সৃষ্টি হৈছে যিবোৰৰ সত্য-অসত্য নির্ধাৰণ কৰা একৰকম অসম্ভৱ। ভাৰতৰ কোন প্রদেশত তেওঁৰ জন্মস্থান আছিল তাকো নির্ধাৰণ কৰাৰ চেষ্টা হৈছে, কিন্তু এতিয়ালৈকে কোনোৱে একমত হবপৰা নাই। ৰঘুবংশত ৰঘুৰ দিগ্বিজয় বর্ণনা প্রসঙ্গত তেওঁ ভাৰতৰ বিভিন্ন অংশৰ বিভিন্ন দৃশ্যৰ মনোজ্ঞ বর্ণনা দিছে সত্য, কিন্তু তাৰপৰা কোনো এটি অঞ্চলৰ সৈতে তাক যুক্ত কৰা সমীচীন বুলি ধৰি লব নোৱাৰি। তেওঁৰ

ৰচিত গ্ৰন্থবিলাকো ৰচনাকালৰ পৌৰ্বাপৰ্ব নিৰ্ণয় কৰা টান, কাৰণ এইবোৰত কোনো এটা বিশিষ্ট প্ৰতিভাৰ প্ৰথম আৰু শেষ পৰ্য্যন্ত গভীৰ পৰিণতিৰ স্বাক্ষৰ দেখা নেযায়। কালিদাসৰ প্ৰতিভাৰ প্ৰথম আৰু শেষ সৃষ্টিৰ মাজত উৎকৰ্ষৰ এনে তাৰতম্য নাই যাৰপৰা এখন আগৰ আৰু এখন পিচৰ বুলি ধৰি লব পাৰি।

প্ৰত্যেকখন গ্ৰন্থ ৰচনাশৈলী, চিত্ৰৰূপায়ণ আৰু বিষয়-সমৃদ্ধিত স্বকীয় বৈশিষ্ট্য-মণ্ডিত। কালিদাসৰ সমসাময়িক বা অব্যবহিত পৰবৰ্ত্তী কেইজনমান কবিৰ ৰচনাও কালিদাসৰ নামত যে চলি আছে, এনেকুৱা ভবা অসঙ্গত নহয়। এতিয়া প্ৰায় কুৰিখনমান গ্ৰন্থ আছে যাৰ ৰচক কালিদাস নে আন কোনো এই সংশয়ৰ নিৰূপণ হোৱা নাই। এইসকলৰ মাজত চাৰি সৰ্গত বিভক্ত জলোদয় নামে এখন যমক কাব্য আৰু কুৰিটা শ্লোকত ৰচিত ৰাক্ষস-কাব্য যে কালিদাসৰ ৰচিত নহয় সি আজি নিঃসংশয়ে প্ৰমাণিত হৈছে। নানা লোকে কয় যে পুষ্পবাণ বিলাস নামে যি কাব্যখন কালিদাসৰ ৰচিত বুলি ধৰি লোৱা হয় সি অৰ্কভট্টৰ ৰচনা। কালিদাসৰ সমসাময়িক কালৰ অন্ততঃ এখন কাব্য পোৱা যায় যাৰ ৰচক সম্বন্ধে পণ্ডিতসকল সংশয়হীন। এইখন প্ৰবৰসেনৰ দ্বাৰা প্ৰাকৃতত ৰচিত আৰু ১৫টা সৰ্গত বিভক্ত সেতুবন্ধ বা ৰাৱণবধ। খুব সম্ভব খৃষ্টাব্দ ৫ম শতাব্দিত প্ৰবৰসেন কাশ্মীৰৰ ৰজা আছিল।

কিংবদন্তী অনুসাৰে কালিদাস সিংহলৰ ৰজা কুমাৰদাসৰ অতিথি থকাৰ সময়ত এজনী লোভসম্পন্না বাৰ-বনিতাৰ হাতত নিহত হয়। সিংহলৰাজ কুমাৰদাসৰ এজনী সুন্দৰী গণিকা আছিল। এসময়ত কুমাৰদাসে গণিকাৰ ওচৰলৈ গৈ 'কমলে কমলোৎপত্তিঃ শ্ৰূয়তে ন চ দৃশ্যতে' এই পত্তাংশটি লিখি দিছিল আৰু প্ৰতিজ্ঞা কৰিছিল যে যদি সেই গণিকাই ইয়াৰ বাকীখিনি পূৰণ কৰিব পাৰে তেনেহলে তেওঁ সেই গণিকাক প্ৰচুৰ পুৰস্কাৰ দিব। কালিদাস সেই সময়ত কুমাৰদাসৰ সৈতে সাক্ষাৎ কৰাৰ কাৰণে সিংহললৈ গৈছিল আৰু

যি প্ৰাসাদত সেই গণিকা বাস কৰিছিল সেই প্ৰাসাদতেই তেওঁৰো বাসস্থান নিৰ্দিষ্ট হৈছিল। অসমাপ্ত শ্লোক দেখি কালিদাসে ইয়াৰ পিচত এইদৰে লিখি দিছিল—'বালেত্তাৰ মুখাম্ভোজে দৃষ্টমিন্দী-বৰদ্বয়ম্'। পুৰস্কাৰৰ লোভত সেই গণিকাই কালিদাসক হত্যা কৰি তেওঁৰ মৃতদেহ লুকাই থৈ ৰজাৰপৰা পুৰস্কাৰ খুজিছিল। কুমাৰদাসে বুজিছিল যে সেই অংশ গণিকাৰ ৰচিত নহয় আৰু শেষত কালিদাসৰ হত্যা তাইৰ দ্বাৰা যে সম্ঘটিত হৈছিল তাক স্বীকাৰ কৰাইছিল। বন্ধুৰ প্ৰাণ বিয়োগত ক্ৰুদ্ধ আৰু মৰ্মাহত হৈ কুমাৰদাসে কালিদাসৰ চিতাত সেই গণিকাকো সমৰ্পণ কৰিছিল।

কুমাৰদাসো এজন কবি আছিল। তেওঁ ৰামায়ণৰ কাহিনী লৈ কুৰি সৰ্গত বিভক্ত কৰি জানকীহৰণ কাব্য ৰচনা কৰিছিল। এই কাব্যৰ প্ৰতি ছত্ৰত কালিদাসৰ ৰচনাৰ প্ৰভাৱ দেখা যায় আৰু ধাৰণা হয় এইটোৱে যে কালিদাসক অনুকৰণ কৰিয়েই এই কাব্য ৰচিত হৈছিল। ইয়াৰ চতুৰ্থ সৰ্গত যি ঋতু বৰ্ণনা পোৱা যায়, কালিদাসৰ ঋতুসংহাৰৰ প্ৰভাৱ তাত পৰিস্ফুট।

কালিদাসৰ মহাকাব্য দুখন হ'ল কুমাৰসম্ভৱ আৰু ৰঘুবংশ। খণ্ডকাব্য ঋতুসংহাৰ আৰু মেঘদূতো তেওঁৰ ৰচিত। ইয়াৰ উপৰিও তেওঁৰ নাটক তিনিখন হ'ল—মালবিকাগ্নিমিত্ৰ, বিক্ৰমোৰ্বশী আৰু অভিজ্ঞানশকুন্তলম্। এই সাতখনৰ উপৰিও শৃঙ্গাৰতিলক, ঘটকৰ্পৰকাব্য-চিত্ৰকা, শ্ৰুতবোধমালা, চিদ্‌গগণ চন্দ্ৰিকা, ভ্ৰমৰাষ্টক, শ্ৰুতবোধ, অম্বাস্তৱ, কালীস্তোত্ৰ, লঘুস্তৱ, বিদ্বদ্‌বিনোদ কাব্য, বৃন্দাবন কাব্য, শৃঙ্গাৰসাৰ, গঙ্গাষ্টক, মঙ্গলাষ্টক আৰু চণ্ডিকা-দণ্ডক স্তোত্ৰ নামক গ্ৰন্থ কেইখনো কালিদাসৰ বুলি বহু পণ্ডিতে মত প্ৰকাশ কৰে। কিন্তু এই কেইখন গ্ৰন্থ কালিদাসৰ বুলি নিঃসন্দেহে কব নোৱাৰি। ঋতু-সংহাৰ আৰু মেঘদূতৰ কথা গীতিকাব্য আলোচনাত বৰ্ণনা কৰা হব। আকৌ নাটক মালবিকাগ্নিমিত্ৰ, বিক্ৰমোৰ্বশী আৰু অভিজ্ঞান-শকুন্তলমৰ আলোচনা দৃশ্যকাব্যৰ অধ্যায়ত কৰা হব। এতিয়া আমি

মহান কবি কালিদাসৰ কুমাৰসম্ভৱ আৰু ৰঘুবংশ মহাকাব্য দুখনৰ থুলমূল আলোচনাত নামিম।

পঞ্চ মহাকাব্য হ'ল—কালিদাসৰ কুমাৰসম্ভৱ আৰু ৰঘুবংশ, ভাৰবিৰ কিৰাতাৰ্জুনীয়ম্, মাঘৰ শিশুপালবধ আৰু শ্ৰীহৰ্ষৰ নৈষধ চৰিত। বৰ্ত্তমান কালিদাসৰ মহাকাব্য দুখনৰ আলোচনা কৰি বাকী তিনিখন মহাকাব্যৰ বিষয়ে পিচৰ অধ্যায়ত আলোচনা কৰা হব।

'কুমাৰসম্ভৱ' মহাকাব্যখনৰ নায়ক কাৰ্ত্তিক আৰু প্ৰতি-নায়ক তাৰকাসুৰ। ইয়াত বীৰৰস প্ৰধান, করুণ ৰসো অঙ্গাঙ্গীভাবে থকা দেখা যায়। এই মহাকাব্যখন সোতৰটি সৰ্গত বিভক্ত। তাৰকাসুৰৰ অত্যাচাৰত জৰ্জৰিত দেৱতাসকল মহাদেৱৰ ওচৰলৈ যাত্ৰা কৰিলে আৰু প্ৰাৰ্থনা জনালে যাতে এজন দেৱসেনাপতিৰ সৃষ্টি হয়। দেৱতাসকলে আশা কৰে সৃষ্ট সেনাপতিজনে তেওঁ-লোকৰ নায়ক হৈ দৈত্যসকলৰ কবলৰপৰা যাতে তেওঁলোকক ৰক্ষা কৰিব পাৰে। দেৱতাসকলৰ প্ৰাৰ্থনা মহাদেৱে প্ৰত্যাখ্যান কৰিব নোৱাৰিলে। ফলত হিমাচলৰ কন্যাৰূপে পাৰ্বতীৰ জন্ম, হিমালয়ত মহাদেৱৰ তপস্যা আৰু শেষত পাৰ্বতীৰ সৈতে মহাদেৱৰ মিলন আৰু দেৱসেনাপতি কাৰ্ত্তিকৰ জন্ম—এয়েই হ'ল মহাকাব্য-খনৰ বিষয়বস্তু। এই কাব্যৰ প্ৰথম সাতটি সৰ্গ নিশ্চয় (হয়তো অষ্টম সৰ্গও) কালিদাসৰ ৰচনা। মল্লিনাথ আৰু অৰুণগিৰিয়ে এই মূল অংশটোৰ মাত্ৰ টীকা কৰিছিল আৰু আলঙ্কাৰিকসকলেও এই মূল অংশৰপৰা তেওঁলোকৰ গ্ৰন্থত উদ্ধৃতি দিছিল। পৰবৰ্ত্তী সৰ্গবিলাক যে কালিদাসৰ ৰচনা নহয় সেইবোৰৰ ভাষা আৰু প্ৰকাশভঙ্গীয়েই প্ৰমাণ কৰে। কালিদাসে হৰ-পাৰ্বতীৰ মিলন দেখুৱাই কাব্যখন শেষ কৰিছিল। 'কুমাৰসম্ভৱ' (অৰ্থাৎ কুমাৰ বা কাৰ্ত্তিকৰ জন্ম) নামৰ সাৰ্থকতা দেখুৱাবৰ কাৰণে হয়তো পৰবৰ্ত্তী কোনো কবি শেষলৈকে কাৰ্ত্তিকৰ জন্ম আৰু তেওঁৰ দ্বাৰা

তাৰকাসুৰৰ বিনাশ সাধনলৈকে ঘটনাৰ বৰ্ণনা কৰা গৈছে। বহুতে কয়, অষ্টম সৰ্গত হৰ-পাৰ্বতীৰ যি মিলনৰ চিত্ৰ অঙ্কিত কৰা হৈছে সেইটো হিন্দুৰ ৰুচিবিৰুদ্ধ আৰু কালিদাসৰ দ্বাৰা কেতিয়াও সম্ভৱ হোৱা নাই। কালিদাসে কি কাৰণে কুমাৰসম্ভৱ অসমাপ্ত কৰি ৰাখিলে তাক অনুমান কৰা কঠিন। ৰঘুবংশ নিঃসংশয়ে কুমাৰ-সম্ভৱৰ পিচত ৰচিত হৈছিল। গতিকে কালিদাসৰ মৃত্যুই ইয়াৰ অসমাপ্তিৰ কাৰণ বুলি ধৰি লব নোৱাৰি। আকৌ এনেকুৱাও হব পাৰে যে 'কুমাৰসম্ভৱ' নামৰ সাৰ্থকতা প্ৰতিপন্ন কৰিবৰ কাৰণে তেওঁ সাতটা সৰ্গৰ অধিক ৰচনা কৰাৰ প্ৰয়োজন বুলি ভৱাই নাছিল। হৰ-পাৰ্বতীৰ মিলনৰ মাজেদি কুমাৰৰ জন্ম সূচিত হ'ল বুলি ভাবি মূল সাতটা সৰ্গত কুমাৰসম্ভৱ অসম্পূৰ্ণ কৰি পেলোৱা কালিদাসৰ পক্ষে কোনোমতেই অসম্ভৱ নাছিল। যদি এই অনুমান ঠিক হয় তেনেহলে কালিদাস ৰচিত কুমাৰসম্ভৱ সম্পূৰ্ণৰূপে পণ্ডিত-সকলৰ হাতত পৰিছে। তাৰকাসুৰৰ চৰিত্ৰ চিত্ৰণত ৰামায়ণত বৰ্ণিত বৰ্ণনাৰ প্ৰভাৱ দেখা যায়। অশ্বঘোষৰ বুদ্ধচৰিতত ৰাজকুমাৰ সিদ্ধাৰ্থৰ নগৰ প্ৰৱেশৰ বৰ্ণনাৰ সৈতে কুমাৰসম্ভৱত হৰ-পাৰ্বতীৰ আগমনত সুৰনাৰীসকলৰ বৰ্ণনাৰ সাদৃশ্য দেখা যায়।

কালিদাস সৌন্দৰ্য্য সম্ভোগৰ কবি—এই মত মানুহৰ মাজত প্ৰচলিত। সেই কাৰণে লৌকিক গল্পত কালিদাসৰ চৰিত্ৰ কলঙ্কিত কৰা হৈছে। এই গল্পবিলাক জনসাধাৰণৰ দ্বাৰা কালিদাসৰ কাব্য সমালোচনা। ইয়াৰপৰা বুজা যায় জনসাধাৰণৰ প্ৰতি আৰু যি কোনো বিষয়ত আস্থা স্থাপন কৰা হওক লাগে, সাহিত্যবিচাৰ সম্বন্ধে সেই অন্তৰ ওপৰত নিৰ্ভৰ কৰা উচিত নহয়।

কালিদাসৰ সৌন্দৰ্য্য চাকচিক্যৰ মাজত ভোগবৈৰাগ্য স্তব্ধ হৈ আছে। মহাভাৰতক যেনেকৈ একে কালতে কৰ্ম আৰু বৈৰাগ্যৰ কাব্য বোলা যায়, তেনেকৈ কালিদাসকো একে কালতে সৌন্দৰ্য্য-ভোগৰ আৰু ভোগবিৰতিৰ কবি বোলা যায়। তেওঁৰ কাব্য-

সৌন্দর্য্য বিলাসতেই শেষ হৈ যোৱা নাই, তাক অতিক্রম কৰি কৰি ক্ষান্ত হৈছিল।

কালিদাস ক'ত বৈছিল আৰু ক'ত বৈ থকা নাছিল, সেইটো এতিয়া আদৰ্শৰ সৈতে তুলনা কৰি আলোচনা কৰাৰ বিষয় হৈ পৰিছে। বাট-পথৰ কোনো এটা অংশত থিয় হৈ বিচাৰ কৰা নাযায়, তাৰ গম্যস্থান ক'ত তাক দেখিব লাগিব।

কবি কালিদাসে কুমাৰসম্ভৱত হৃত-মনোৰথ পাৰ্বতীৰ দুখ আৰু লাজৰ মাজত কাব্য শেষ কৰিছিল। অকাল বসন্তৰ বক্তবৰ্ণ অশোক-কুঞ্জত মদন-মথনৰ দীপ্ত দেহৰোষাগ্নিচ্ছটাত নতমুখী লজ্জাকণা গিৰিৰাজ-কন্যাই তেওঁৰ সকলো ব্যৰ্থ পুষ্পাভৰণ লৈ পাঠকৰ ব্যথিত হৃদয় কৰুণ ৰক্তপল্লৱ ওচৰলৈ আহি থিয় হৈছিল। অকৃতাৰ্থ প্ৰেমৰ বেদনাই তেওঁক চিৰকালৰ কাৰণে আগুৰি ৰাখিছিল। বৰ্ত্তমান সমালোচকৰ মতে ইয়াতেই কাব্যৰ উজ্জলতম সূৰ্য্যাস্ত, তাৰ পিচত বিবাহৰ ৰাতি অত্যন্ত বৰ্ণচ্ছটাহীন। বিবাহ প্ৰাত্যহিক সংসাৰৰ ভূমিকা, সেইটো নিয়মবদ্ধ সমাজৰ অঙ্গ। বিবাহে এনে এটা পথ নিৰ্দেশ কৰে যাৰ লক্ষ্য একমাত্ৰ আৰু সৰল, যাতে প্ৰবল প্ৰবৃত্তি দমন্যতা কৰিবলৈ প্ৰবল নিষেধপ্ৰাপ্ত হয়। সেই কাৰণে বৰ্ত্তমান কবিসকলে বিবাহকাৰ্য্যক তেওঁলোকৰ কাব্যত ডাঙৰ কৰি দেখুৱাবলৈ নেযায়। যি প্ৰেম উচ্ছ্বাসে তৎক্ষণাৎ নৰনাৰীক তেওঁলোকৰ চাৰি-কালৰ সহস্ৰ বন্ধনৰপৰা মুক্ত কৰি দিয়ে আৰু তেওঁলোকক সংসাৰৰ চিৰকালৰ অভ্যস্ত পথৰপৰা বাহিৰ কৰি লৈ যায়—যি প্ৰেমৰ বলত নৰনাৰীয়ে ভাবে তেওঁলোক নিজতেই নিজে সম্পূৰ্ণ, ভাবে যে যদি সকলো সংসাৰ বিমুখ হয় তেনেহলেও তেওঁলোকৰ ভয় নাই, অভাৱ নাই—যি প্ৰেমৰ উত্তেজনাত তেওঁলোক ঘূৰ্ণবেগত বিচ্ছিন্ন বিক্ষিপ্ত গ্ৰহবদবে তেওঁলোকৰ চাৰি দিশৰপৰা স্বতন্ত্ৰ হৈ নিজৰ মাজতেই নিবিড় হৈ উঠে, সেই প্ৰেমেই প্ৰধানভাবে কাব্যৰ বিষয়।

কালিদাসে অনাহূত প্ৰেমৰ সেই উদ্ধত সৌন্দৰ্য্যক উপেক্ষা

কৰা নাই, তাক তৰুণ লাৱণ্যৰ উজ্জ্বল ৰঙত আঁকি তুলিছিল। কিন্তু সেই অত্যুজ্জলতাৰ মাজত তেওঁ তেওঁৰ কাব্যক শেষ কৰা নাই। যি প্ৰশান্ত বিৰলবৰ্ণ পৰিণামৰ দিশত তেওঁ কাব্যক লৈ গৈছে তাতে তেওঁৰ কাব্যৰ চৰম কথা। মহাভাৰতৰ সকলো কৰ্ম যেনেকৈ মহাপ্ৰস্থানত শেষ হৈছে তেনেকৈ কুমাৰসম্ভৱৰ সকলো প্ৰেমৰ বেগ মঙ্গল মিলনতেই পৰিসমাপ্ত হৈছে।

কুমাৰসম্ভৱত মদনে যি মিলন সংসাধন কৰিবলৈ চেষ্টা কৰিছে তাতে দৈব শাপ লাগিছে, সেই মিলন অসম্পন্ন অসম্পূৰ্ণ হৈ নিজৰ বিচিত্ৰ কাৰুখচিত পৰমসুন্দৰ বাসৰ শয্যাৰ মাজত দৈবাহত হৈ মৰিছে। তাৰ পিচত কঠিন দুঃখ আৰু দুঃসহ বিৰহব্ৰতৰ দ্বাৰা যি মিলন সম্পন্ন হৈছে তাৰ প্ৰকৃতি অন্যৰূপ, সি সৌন্দৰ্য্যৰ সকলো বাহ্যাবৰণ পৰিত্যাগ কৰি বিৰল নিৰ্মলবেশত কল্যাণৰ শুভ্ৰ দীপ্তিত কমনীয় হৈ উঠিছে।

স্পৰ্ধিত মদনে যি মিলনৰ কৰ্তৃত্বভাৰ লৈছিল তাৰ আয়োজন প্ৰচুৰ সমাজবেষ্টনৰ বাহিৰে তপোবনৰ মাজত অহেতুক আকস্মিক নৱপ্ৰেমক কবিয়ে কৌশলত যেনেকৈ সমাৰোহত তেনেকৈ সুন্দৰ অৱকাশ দান কৰিছিল। চাৰিওফালে অকালবসন্তৰ অজস্ৰ সমাৰোহ, তাৰ মাজত গিৰিৰাজ-নন্দিনী কিঁ যে মোহন বেশত দেখা দিছিল সি বৰ্ণনাৰ অতীত। অশোক কৰ্ণিকাৰৰ পুষ্পভূষণত তেওঁ সজ্জিতা, অঙ্গত বালাৰুণ বৰ্ণৰ বসন, কেসৰমালাৰ কাঞ্চী বাৰে বাৰে স্ৰস্ত হৈ পৰে, আৰু তেওঁ ভয়-চঞ্চল লোচনত ক্ষণে ক্ষণে লীলাপদ্ম সঞ্চালন কৰি দুৰন্ত ভ্ৰমৰ বিলাকক বাধা দিছিল। অন্তকালে দেৱদাৰু দ্ৰুমবেদিকাৰ ওপৰত শাৰ্দুলচৰ্ম আসনত মহাদেৱে ভুজঙ্গ-পাশবদ্ধ জটাকলাপ আৰু গ্ৰন্থিযুক্ত কৃষ্ণ মৃগচৰ্ম ধাৰণ কৰি ধ্যানস্তিমিত লোচনত অনুত্তৰঙ্গ সমুদ্ৰৰ দৰে নিজকে নিজে চাই আছিল।

তেনে ঠাইত অকাল-বসন্ত মদন এই দুই বিসদৃশ পুৰুষ-ৰমণীৰ মাজত মিলন সাধনৰ কাৰণে উদ্যত হৈছিল।

যি প্ৰেমৰ কোনো বন্ধন নাই, কোনো নিয়ম নাই, যিজনে অকস্মাৎ নৰনাৰীক অভিভূত কৰি সংযম-দুৰ্গৰ ভগ্নপ্ৰাকাৰৰ ওপৰত নিজয় জয়ধ্বজা নিখাত কৰে, কালিদাসে তেওঁৰ শক্তি স্বীকাৰ কৰিছিল, কিন্তু তেওঁৰ ওচৰত আত্ম-সমৰ্পণ কৰা নাই। তেওঁ দেখিছিল যে অন্ধ প্ৰেমসম্ভোগে আমাক স্বাধিকাৰপ্ৰমত্ত কৰে, সি ভৰ্তৃশাপৰ দ্বাৰা খণ্ডিত, ঋষিশাপৰ দ্বাৰা প্ৰতিহত আৰু দেৱৰোষৰ দ্বাৰা ভস্মসাৎ হৈ থাকে।

যৌবন পুঞ্জত অৱনমিতা উমা সঞ্চাৰিণী পল্লবিনী লতাৰদৰে আহি গিৰীশৰ পদপ্ৰান্তত লুণ্ঠিত হৈ প্ৰণাম কৰিছিল। তেওঁৰ কাণৰপৰা পল্লৱ আৰু অলকৰপৰা নৱকৰ্ণিকা বিচ্যুত হৈ পৰিছিল। মন্দাকিনীৰ পানীত যি পদ্ম ফুটিত সেই পদ্মৰ বীজ সূৰ্য্য-কিৰণত শুষ্ক কৰি নিজৰ হাতত গৌৰীয়ে যি জপমালা গাঠিছিল সেই মালা তেওঁ তেওঁৰ তাম্ৰৰুচি কৰত সন্ন্যাসীৰ হাতত সমৰ্পণ কৰিছিল। হাতে হাতে ঠেকি গ'ল। বিচলিতচিত্ত যোগীয়ে এবাৰ উমাৰ মুখত, উমাৰ বিম্বাধৰত তেওঁৰ তিনি চকুক ব্যাপৃত কৰি দিছিল। উমাৰ শৰীৰ তেতিয়া পুলকত আকুল, দুই চকু লজ্জাত পৰ্য্যস্ত আৰু মুখখন একালে সাচীকৃত। কিন্তু অপূৰ্ব সৌন্দৰ্য্যত অকস্মাৎ উদ্ভাসমান এই যে হৰ্ষ, দেৱতাই ইয়াক বিশ্বাস নকৰিলে; তাৰ পৰিবৰ্তে ইয়াক প্ৰত্যাখ্যান কৰিলে। নিজৰ ললিত যৌৱনৰ সৌন্দৰ্য্য অপমানিত হ'ল বুলি জানি লজ্জাকুণ্ঠিতা ৰমণীয়ে কোনোমতে ঘৰলৈ ফিৰি গ'ল। ই চিৰকালৰ বিধান; নানা কালত আৰু নানা দেশত অপমানিতা নাৰী 'ব্যৰ্থং সমৰ্থ্য ললিতং বপুৰাত্মনশ্চ', নিজৰ ললিত দেহকান্তিক ব্যৰ্থ জ্ঞান কৰি; 'শূন্যা জগাম ভৱনাভিমুখী কথঞ্চিৎ'—শূন্য হৃদয় লৈ কোনোৰকমে ঘৰৰ ফালে ফিৰি আহে। ললিত দেহৰ সৌন্দৰ্য্যই নাৰীৰ পৰম গৌৰৱ, চৰম সৌন্দৰ্য্য নহয়।

সেই কাৰণে 'নিনিন্দ ৰূপং হৃদয়েন পাৰ্বতী', পাৰ্বতীয়ে ৰূপক

মনে মনে নিন্দা কৰিছিল; আৰু 'ইয়েষ সা কৰ্তুমবন্ধ্যৰূপতাম্', তেওঁ নিজৰ ৰূপক সফল কৰিবলৈ ইচ্ছা কৰিলে। তেওঁ ভাবিলে —কি কৰি ৰূপক সফল কৰে। সাজ-সজ্জাত নে বসনত, আৰু অলঙ্কাৰত? সেই পৰীক্ষা ব্যৰ্থ হৈ গৈছে—

'ইয়েষ সা কৰ্তুমবন্ধ্যৰূপতাং সমাধিমাস্থায় তপোভিৰাত্মনঃ।'

তেওঁ তপস্যাৰ দ্বাৰা নিজৰ ৰূপক অবন্ধ্য কৰিবলৈ ইচ্ছা কৰিছিল। এইবাৰ গৌৰীয়ে তৰুণাৰ্ক ৰক্তিম বসনত শৰীৰ মণ্ডিত নকৰিলে; কাণত চূত পল্লৱ আৰু অলকত নবকৰ্ণিকা নপৰিল। তেওঁ কঠোৰ মৌঞ্জী মেখলাৰ দ্বাৰা অঙ্গত বল্কল বান্ধিলে আৰু ধ্যানাসনত বহি দীৰ্ঘ অপাঙ্গত কালিমাপাত কৰিলে। বসন্তসখা পঞ্চশৰ মদনক পৰিত্যাগ কৰি কঠিন দুখকেই তেওঁ প্ৰেমৰ সহায় কৰিলে।

যি ত্ৰিলোচনে বসন্তপুষ্প আভৰণা গৌৰীক এটি মুহূৰ্ত্তত প্ৰত্যাখ্যান কৰিছিল, তেওঁ দিনৰ শশীলেখাৰ নিচিনা কৰ্শিতা, শ্লথলম্বিত পিঙ্গল-জটাধাৰিণী তপস্বিনীৰ ওচৰত সংশয়ৰহিত সম্পূৰ্ণ হৃদয়েৰে নিজক সমৰ্পণ কৰিলে। লাৱণ্য পৰাক্ৰান্ত যৌবনক পৰাকৃত কৰি পাৰ্বতীৰ নিৰাভৰণা মনোময়ী কান্তি অমলা জ্যোতিৰ্লেখাৰ দৰে দেখা দিছিল। প্ৰাৰ্থিতক সেই সৌন্দৰ্য্যই বিচলিত নকৰিলে; কিন্তু চৰিতাৰ্থ কৰিলে। তেওঁৰ মাজত লাজ আশঙ্কা আঘাতৰ আলোড়ন হোৱা নাছিল; সেই সৌন্দৰ্য্যৰ বন্ধনক আত্মাই আদৰেৰে বৰণ কৰিলে; তাৰ মাজত নিজৰ পৰাজয় অনুভৱ নকৰিলে।

তাৰ কিছুদিন পিচত—

ধৰ্মেনাপি পদং শৰ্বেকাৰিতে পাৰ্বতীং প্ৰতি।
পূৰ্বাপৰাধভীতস্য কামস্যোচ্ছ্বসিতং মনঃ॥

ধৰ্মই যেতিয়া মহাদেৱৰ মনক পাৰ্বতীৰ অভিমুখে আকৰ্ষিত কৰিলে তেতিয়া পূৰ্বাপৰাধভীত কামৰ মন আশ্বাসত উচ্ছ্বসিত হৈ উঠিল। ধৰ্মই য'ত দুটা অন্তৰক একেলগ কৰিছে তাত মদনৰ

সৈতে কাৰো একো বিৰোধ নাই। সি যেতিয়া ধৰ্মৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ উঠে তেতিয়া বিপ্লৱ উপস্থিত হয়, আৰু প্ৰেমৰ মাজত ধ্ৰুৱত্ব আৰু সৌন্দৰ্য্যৰ মাজত শান্তি নাথাকে। কিন্তু ধৰ্মৰ অধীনত তাৰ যি নিৰ্দিষ্ট স্থান আছে তাত সিয়ো পৰিপূৰ্ণতাৰ এটা অঙ্গস্বৰূপ; তাত থাকি সেই সুষমা ভঙ্গ নকৰে। কাৰণ ধৰ্মৰ অৰ্থই সামঞ্জস্য; এই সামঞ্জস্যই সৌন্দৰ্য্যক ৰক্ষা কৰে, আৰু সৌন্দৰ্য্যই মঙ্গলক অভেদ কৰি উভয়ক এটা আনন্দময় সম্পূৰ্ণতা দান কৰে। সৌন্দৰ্য্যই য'ত ইন্দ্ৰিয়ক এৰি ভাৱৰ মাজেদি প্ৰৱেশ কৰে তাত বাহ্য সৌন্দৰ্য্যৰ বিধান নাখাটে। তাত তেওঁৰ আৰু ভূষণৰ প্ৰয়োজন কি? প্ৰেমৰ মন্ত্ৰবলত মনে যি সৌন্দৰ্য্য সৃষ্টি কৰে তাক বাহ্য সৌন্দৰ্য্যৰ নিয়মত বিচাৰ কৰিলে নচলে। শিৱৰ নিচিনা তপস্বী গৌৰীৰ নিচিনা কিশোৰীৰ সৈতে বাহ্য সৌন্দৰ্য্যৰ নিয়মত ঠিক যেন সঙ্গত হোৱা নাছিল। শিৱে নিজেই ছদ্মবেশত সেই কথা তপস্যাৰতা উমাক জনাইছিল। উমাই উত্তৰ দিছিল,—'মমাত্ৰ ভাবৈকৰসং মনঃ স্থিতম্', মোৰ মন তাতে ভাবৈকৰস হৈ অৱস্থান কৰি আছে। যি ৰস, ই ভাৱৰ ৰস; গতিকে ইয়াত আৰু আন কথা চলিব নোৱাৰে। মন ইয়াত বাহিৰৰ ওপৰত জয়ী, সি নিজৰ আনন্দক নিজে সৃষ্টি কৰিছে। শম্ভুও এদিন বাহ্য সৌন্দৰ্য্যক প্ৰত্যাখ্যান কৰিছিল; কিন্তু প্ৰেমৰ দৃষ্টি, মঙ্গলৰ দৃষ্টি, ধৰ্মৰ দৃষ্টিৰ দ্বাৰা যি সৌন্দৰ্য্য দেখিলে সি তপস্যাকৃশ আৰু আভৰণহীন হলেও তাক জয় কৰিলে। কাৰণ সেই জয়ত তেওঁৰ নিজৰ মনে সহায় কৰিছে, মনৰ কৰ্তৃত্ব তাত নষ্ট হোৱা নাই।

ধৰ্মই যেতিয়া তাপস-তপস্বিনীৰ মিলন সাধন কৰিলে তেতিয়া স্বৰ্গ-মৰ্ত্ত্য এই প্ৰেমৰ সাক্ষী আৰু সহায়ৰূপে অৱতীৰ্ণ হ'ল। এই প্ৰেমৰ আহ্বান সপ্তৰ্ষিবৃন্দক স্পৰ্শ কৰিলে; এই প্ৰেমৰ উৎসৱ লোক-লোকান্তৰত ব্যাপ্ত হ'ল। ইয়াৰ মাজত কোনো গূঢ় চক্ৰান্ত, অকালত বসন্তৰ আবিৰ্ভাৱ আৰু গোপনত মদনৰ শৰ পাতন

নহ'ল। ইয়াৰ যি অম্লান মঙ্গলশ্ৰী সি সকলো সংসাৰৰ আনন্দৰ সামগ্ৰী। সকলো বিশ্ব এই শুভমিলনৰ নিমন্ত্ৰণত প্ৰসন্নমুখে যোগদান কৰি ইয়াক সুসম্পন্ন কৰি দিছিল।

সপ্তম সৰ্গত সেই বিশ্বব্যাপী উৎসৱ। এই বিবাহ উৎসৱেই কুমাৰসম্ভৱৰ উপসংহাৰ।

শান্তিৰ মাজেৰে সৌন্দৰ্য্যৰ পূৰ্ণতা, বিৰোধৰ মাজেৰে নহয়। কালিদাসে তেওঁৰ কাব্যৰ ৰসপ্ৰবাহক সেই স্বৰ্গ-মৰ্ত্যব্যাপী সৰ্বাঙ্গ-সম্পন্ন শান্তিৰ মাজত মিলিত কৰি তাত মহান পৰিণাম দান কৰিছিল, তাক আধা-বাটত 'ন যযৌ ন তস্থৌ' কৰি ৰাখি দিয়া নাই। মাজত তেওঁক যে এবাৰ বিক্ষুব্ধ কৰি দিছিল সি কেৱল এই পৰিণত সৌন্দৰ্য্যৰ প্ৰশান্তিক গাঢ়তৰ কৰি দেখুৱাবৰ কাৰণে, ইয়াৰ স্থিৰ শুভ্ৰ মঙ্গল মূৰ্তিক বিচিত্ৰবেশী উদ্‌ভ্ৰান্ত সৌন্দৰ্য্যৰ তুলনাত উজ্জ্বল কৰি তুলিবৰ কাৰণে।

মহেশ্বৰে যেতিয়া সপ্তৰ্ষিসকলৰ মাজত পতিব্ৰতা অৰুন্ধতীক দেখিলে তেতিয়া তেওঁ পত্নীৰ সৌন্দৰ্য্য যে কি সেইটো দেখিবলৈ পালে।

"তদ্দৰ্শনাভূৎ শম্ভোৰ্ভূয়ান্ দাৰাৰ্থমাদৰঃ।
ক্ৰিয়ানাং খলু ধৰ্ম্যানাং সৎপত্ন্যো মূলকাৰণম্॥"

তাকে দেখি শম্ভুৰ দাৰ গ্ৰহণৰ কাৰণে অত্যন্ত আদৰ জন্মিল। সৎপত্নীয়ে সকলো ধৰ্মকাৰ্য্যৰ মূল কাৰণ।

পতিব্ৰতাৰ মুখচ্ছবিতে বিবাহিতা ৰমণীৰ যি গৌৰবশ্ৰী অঙ্কিত আছে সি নিয়ত আচৰিত কল্যাণ কৰ্মৰ স্থিৰ সৌন্দৰ্য; শম্ভুৰ কল্পনানেত্ৰত সেই সৌন্দৰ্য্য যেতিয়া অৰুন্ধতীৰ সৌম্য মূৰ্তিৰ পৰা প্ৰতিফলিত হৈ নৱবধুবেশিনী গৌৰীৰ ললাট স্পৰ্শ কৰিলে তেতিয়া শৈলসুতা যি লাৱণ্য লাভ কৰিলে অকাল বসন্তৰ সকলো পুষ্প-সম্ভাৰে তেওঁক সেই সৌন্দৰ্য্য দান কৰিব নোৱাৰিলে।

বিবাহৰ দিনত গৌৰী—

"সা মঙ্গলস্নানবিশুদ্ধগাত্রী গৃহীতপত্যুদ্গমনীয় বস্ত্রা।
নিবৃত্তপর্জ্জন্যজলাভিষেকা প্রফুল্লকাশা বসুধেব ৰেজে ॥"

মঙ্গলস্নানত নির্মলগাত্ৰী হৈ যেতিয়া পতি মিলনৰ উপযুক্ত বসন পৰিধান কৰিলে তেতিয়া বৰ্ষাৰ জলাভিষেকৰ অবসানত কাশকুসুমে প্ৰফুল্ল বসুধাৰ দৰে বিৰাজ কৰিবলৈ ধৰিলে।

এই যে মঙ্গলকান্তি নিৰ্মল শোভা ইয়াৰ মাজত কি শান্তি, কি শ্ৰী, কি সম্পূৰ্ণতা! ইয়াৰ মাজত সকলো চেষ্টাৰ অবসান, সকলো সজ্জাৰ শেষ পৰিণতি। ইয়াৰ মাজত ইন্দ্ৰসভাৰ কোনো প্ৰয়াস নাই, মদনৰ কোনো মোহ নাই, বসন্তৰ কোনো আনুকূল্য নাই— এতিয়া ই নিজৰ নিৰ্মলতাত মঙ্গলতাত নিজে অক্ষুব্ধ, নিজে সম্পূৰ্ণ।

জননী পদ আমাৰ দেশৰ নাৰীৰ প্ৰধান পদ। সন্তানৰ জন্ম আমাৰ দেশত এটি পবিত্ৰ মঙ্গলকাৰ্য্য। সেই কাৰণে মনুয়ে নাৰী-সকলৰ সম্বন্ধে কৈছিল, 'প্ৰজনাৰ্থং মহাভাগাঃ পূজাৰ্হা গৃহদীপ্তয়ঃ', তেওঁলোকে সন্তানক জন্ম দিয়ে কাৰণে মহাভাগা, পূজনীয়া আৰু গৃহৰ দীপ্তিস্বৰূপা। কুমাৰসম্ভৱ কাব্য কুমাৰৰ জন্মৰূপ মহৎ কাৰ্য্যৰ উপযুক্ত ভূমিকা। মদনে গোপনে শৰ নিক্ষেপ কৰি ধৈৰ্য্যৰ বান্ধ ভাঙি যি মিলন ঘটাই থাকে সি পুত্ৰজন্মৰ যোগ্য নহয়; সেই মিলনে পৰস্পৰকে কামনা কৰে; কিন্তু পুত্ৰক কামনা নকৰে। এই কাৰণে কবিয়ে মদনক ভস্মসাৎ কৰাই গৌৰীৰ হতুৱাই তপশ্চৰণ কৰাইছিল। এই কাৰণে কবি প্ৰবৃত্তিৰ চাঞ্চল্যৰ স্থলত ধ্ৰুবনিষ্ঠাৰ একাগ্ৰতা, সৌন্দৰ্য্যৰ মোহৰ স্থলত কল্যাণৰ কমনীয় ছ্যুতি আৰু বসন্তবিহ্বল বনভূমিৰ স্থলত আনন্দনিমগ্ন বিশ্বলোকক থিয় কৰাইছিল, তেতিয়াহে কুমাৰৰ জন্মৰ সূচনা হৈছে। কুমাৰৰ জন্ম কাৰ্য্যটো কি তাক বুজাবলৈ কবি কালিদাসে মদনক দেবৰোষানলত আহুতি দি অনাথা ৰতিক বিলাপ কৰাইছিল।

মহাদেৱৰ মাজত গৌৰীয়ে কোনো অভাৱ, কোন দৈন্য দেখিবলৈ পোৱা নাছিল। তেওঁ তেওঁক ভাৱৰ চকুৰে দেখিছিল, সেই দৃষ্টিত ধন-ৰত্নৰূপ যৌবনৰ কোনো হিচাব নাছিল। য'ত প্ৰেম নাই তাত অভাৱৰ, দৈন্যৰ, কুৰূপৰ সীমা নাই; য'ত প্ৰেম নাই তাত পদে পদে অপৰাধ। গৌৰীৰ প্ৰেমে নিজৰ সৌন্দৰ্য্য সম্পদত সন্ন্যাসীক সুন্দৰ আৰু ঈশ্বৰ কৰি তুলিছিল।

এফালে গৃহধৰ্মৰ কল্যাণবন্ধন, আনফালে নিৰ্লিপ্ত আত্মাৰ বন্ধন মোচন, এই দুটা ভাৰতবৰ্ষৰ বিশেষ ভাব। সংসাৰৰ মাজত ভাৰতবৰ্ষ বহুলোকৰ সৈতে বহু সম্বন্ধত জড়িত, কাকো ই পৰিত্যাগ কৰিব নোৱাৰে। তপস্যাৰ আসনত ভাৰতবৰ্ষ সম্পূৰ্ণ একাকী। দুয়োটাৰ মাজত যে সমন্বয়ৰ অভাব নাই, আকৌ দুয়োটাৰ মাজত যাতায়াতৰ পথৰ আদান-প্ৰদানৰ সম্পৰ্কযে আছে—কালিদাসে তেওঁৰ ৰচিত কুমাৰসম্ভৱত তাকে দেখুৱাইছে। মদন আহি সেই সম্বন্ধ বিচ্ছিন্ন কৰিবৰ চেষ্টা কৰিছিল বুলি কৰিয়ে তেওঁৰ ওপৰত বজ্ৰ নিপাত কৰি তপস্যাৰ দ্বাৰা কল্যাণময় গৃহৰ সৈতে অনাসক্ত তপোবনৰ সুপবিত্ৰ সম্বন্ধ পুনৰ্বাৰ স্থাপন কৰিছিল। ঋষিৰ আশ্ৰমৰ ভিত্তিত তেওঁ গৃহৰ পত্তন কৰিছিল আৰু নৰনাৰীৰ সম্বন্ধক কামৰ হঠাৎ আক্ৰমণৰপৰা উদ্ধাৰ কৰি তপঃপূত নিৰ্মল ভোগাসনৰ ওপৰত প্ৰতিষ্ঠিত কৰিছিল। ভাৰতবৰ্ষীয় সংহিতাত নৰনাৰীৰ সংযত সম্বন্ধ কঠিন অনুশাসনৰ আকাৰত আদিষ্ট, কালিদাসৰ কাব্যত সেইটোৱেই সৌন্দৰ্য্যৰ উপকৰণত গঠিত। সেই সৌন্দৰ্য্য শ্ৰী, হ্ৰী আৰু কল্যাণত উদ্ভাসিত; সি গভীৰতাৰ দিশত নিতান্ত একাগ্ৰ আৰু ব্যাপ্তিৰ দিশত বিশ্বৰ আশ্ৰয়স্থল। ই ত্যাগৰ দ্বাৰা পৰিপূৰ্ণ, দুঃখৰ দ্বাৰা চৰিতাৰ্থ আৰু ধৰ্ম্মৰ দ্বাৰা ধ্ৰুৱ। সেই সৌন্দৰ্য্যত নৰনাৰীৰ দুৰন্ত প্ৰেমৰ প্ৰলয়বেগে নিজক সংযত কৰি মঙ্গলমহা-সমুদ্ৰৰ মাজত পৰমস্তব্ধতা লাভ কৰি আছে—এই কাৰণে ই বন্ধনবিহীন দুৰ্দ্ধৰ্ষ প্ৰেমতকৈয়ো মহান আৰু বিস্ময়কৰ।

## কালিদাস কৃত কুমাৰসম্ভৱৰ সৰ্গ কেইটাৰ সংক্ষিপ্ত বিৱৰণ

**প্ৰথম সৰ্গ:** হিমালয় বৰ্ণনা, দাক্ষায়ণীৰ শৰীৰ ত্যাগৰ দ্বাৰা পাৰ্বতীৰ জন্মগ্ৰহণ, শিৱৰ হিমালয়ত তপস্যা বৰ্ণনা, পিতাকৰ উপদেশৰপৰা পাৰ্বতীৰ তপস্যা আচৰণ।

**দ্বিতীয় সৰ্গঃ** ব্ৰহ্মাৰ স্তুতি, তাৰকাসুৰৰ বধ প্ৰাৰ্থনা, শিৱৰ পুত্ৰসৃষ্টিৰপৰা তাৰকাসুৰৰ বধ হব এই বুলি ব্ৰহ্মাৰ দ্বাৰা উপদিষ্ট হোৱাত কন্দৰ্পক স্মৰণ।

**তৃতীয় সৰ্গঃ** শিৱৰ ধ্যান ভঙ্গৰ কাৰণে মদনক প্ৰেৰণ কৰণ, ৰতি বসন্তৰ সৈতে মদনৰ শিৱৰ আশ্ৰমলৈ গমন, বসন্ত বৰ্ণনা, শিৱৰ দ্বাৰা মদন ভস্মীকৰণ।

**চতুৰ্থ সৰ্গঃ** ৰতিৰ বিলাপ, স্বামীৰ চিতাত উঠি ৰতিৰ সহ-মৰণৰ প্ৰাৰ্থনা।

**পঞ্চম সৰ্গঃ** পিতৃৰ আজ্ঞা লৈ সখীসকলৰ সৈতে তপস্যাৰ নিমিত্তে পাৰ্বতীৰ গৌৰী শিখৰলৈ গমন। তপস্যা আচৰণকাৰী শিৱৰ ব্ৰহ্মচাৰী বেশেৰে পাৰ্বতীৰ তপস্যা আচৰণৰ প্ৰয়োজন জনাৰ কৌতুহল। পাৰ্বতীৰ সখীৰ দ্বাৰা মহাদেৱক তপস্যাৰ উদ্দেশ্য জ্ঞাপন। নানা প্ৰশ্ন সোধাৰ কাৰণে ক্ৰুদ্ধা পাৰ্বতীৰ অন্য ঠাইলৈ যোৱাৰ কাৰণে উদ্যোগ। তাৰ পিচত মহাদেৱ সন্তুষ্ট হৈ নিজৰূপ ধৰি পাৰ্বতীক সন্তুষ্ট কৰণ। নিজক মহাদেৱলৈ দান দিয়াৰ কাৰণে পিতৃৰপৰা অনুমতি গ্ৰহণ।

**ষষ্ঠ সৰ্গঃ** সপ্ত ঋষিৰ হৰৰ দ্বাৰা স্মৰণ, পাৰ্বতীৰ প্ৰাৰ্থনাৰ নিমিত্তে তেওঁলোকক হিমালয়লৈ প্ৰেৰণ, তিনিদিনৰ অন্তত পাৰ্বতীৰ বিবাহৰ দিন স্থিৰ কৰণ, সপ্ত ঋষিৰ নিজস্থানলৈ গমন।

**সপ্তম সৰ্গঃ** হৰ-পাৰ্বতীৰ বৈবাহিক নেপথ্যাদি ৰচনা, বৰ-যাত্ৰীসকল অমোষধি পথত গমন, বিবাহকাৰ্য্য সমাপণ, দেৱ-প্ৰাৰ্থনাৰ

নিমিত্তে হৰৰ আনন্দ, পাৰ্বতীৰ সৈতে হৰৰ কৌতুকাগাৰলৈ গমন। ইয়াতে বিষয়বস্তু সমাপ্ত হৈছে।

**অষ্টম সৰ্গঃ** বিষয়বোৰৰ বহল বিৱৰণ আছে।

## ৰঘুবংশ

১৯টি সৰ্গত বিভক্ত কালিদাসৰ সৰ্বশ্ৰেষ্ঠ কাব্য ৰঘুবংশ। ৰঘুবংশৰ সংক্ষিপ্ত ইতিবৃত্ত তলত দিয়া হ'ল—

**প্ৰথম সৰ্গঃ** কবিৰ অহঙ্কাৰ পৰিহাৰ। সেই প্ৰসঙ্গত সমাসৰ দ্বাৰা ৰঘুবংশীয়সকলৰ চৰিত্ৰ বৰ্ণনা। বৈবস্বত মনুবংশত দিলীপৰ জন্ম, তেওঁৰ চৰিত্ৰ বৰ্ণনা। পত্নী সুদক্ষিণাৰ সৈতে ৰজা দিলীপৰ বশিষ্ঠৰ আশ্ৰমলৈ গমন। সেই আশ্ৰমৰ বৰ্ণনা। দিলীপৰ পুত্ৰ প্ৰতিবন্ধক দেৱতাৰ অভিশাপ বৰ্ণনা। নন্দিনীৰ দৰ্শনত দিলীপৰ ভাবী পুত্ৰলাভৰ আশঙ্কা। দিলীপৰ বশিষ্ঠৰ আদেশ অঙ্গীকাৰ। মুনিদ্বাৰা সৃষ্ট পৰ্ণশয্যাত ব্ৰহ্মচাৰী ৰজা দিলীপৰ শয়ন। তাৰ পিচত নিশা অৱসানত আৰু বশিষ্ঠ-শিষ্যৰ বেদ-ধ্বনিত দিলীপৰ নিদ্ৰা ভঙ্গ।

**দ্বিতীয় সৰ্গঃ** ৰাতিপুৱা দিলীপৰ নন্দিনীৰ ওচৰলৈ গমন; আৰু নন্দিনীৰ শুশ্ৰূষা বৰ্ণনা। ৰজাৰ বনশোভা বৰ্ণনা। গধূলি নন্দিনীৰ সৈতে ৰজাৰ পুনৰ আশ্ৰমলৈ প্ৰত্যাবৰ্তন। ৰজাৰ দ্বাৰা নন্দিনীৰ প্ৰতিদিনে শুশ্ৰূষা। অষ্টম দিনত নন্দিনীৰ সিংহ আক্ৰমণৰ বৰ্ণনা। নন্দিনীৰ সন্তুষ্টিত আত্মৰক্ষাৰ নিমিত্তে দিলীপৰ প্ৰতি সিংহৰ উপদেশ। তাৰ পিচত প্ৰত্যাখ্যান বৰ্ণনা। দিলীপৰ প্ৰতি নন্দিনীৰ সন্তোষ। পিচত ৰজা দিলীপৰ পুত্ৰলাভ। ৰজাৰ নন্দিনীৰ প্ৰতি প্ৰাৰ্থনা। নন্দিনীৰ সৈতে পুনৰ ৰজাৰ মুনিৰ আশ্ৰমলৈ আগমন। গুৰুপত্নীৰ ওচৰত ৰজাৰ নন্দিনীৰ প্ৰসন্নতা বৰ্ণনা। বশিষ্ঠৰ আজ্ঞাত দিলীপৰ নন্দিনীৰ দুগ্ধপান আৰু অযোধ্যালৈ গমন। তাৰ পিচত সুদক্ষিণাৰ গৰ্ভ-ধাৰণ।

**তৃতীয় সৰ্গ :** সুদক্ষিণাৰ গৰ্ভৱতী অৱস্থা বৰ্ণনা। তেওঁৰ অন্তঃসত্ত্বা অৱস্থা দেখি ৰজাৰ সন্তুষ্টি। দিলীপৰ পুংসবনাদি অনুষ্ঠানৰ বৰ্ণনা। শেষত ৰজাৰ পুত্ৰ-প্ৰাপ্তি আৰু তেওঁৰ দ্বাৰা ধনৰত্নাদি বিতৰণ। ৰজাৰ পুত্ৰমুখ দৰ্শন আৰু পুত্ৰৰ নাম ৰঘু এই বুলি নামাকৰণ। তাৰ পিচত ৰঘুৰ উপনয়নাদি সংস্কাৰৰ বৰ্ণনা; বিদ্যাশিক্ষা আৰু ৰঘুৰ বিবাহ। ৰজাৰ অশ্বমেধ যজ্ঞ কৰা উদ্যম। ঘোঁৰা ৰক্ষাৰ নিমিত্ত ৰঘুক নিয়োগ কৰণ। পুৰন্দৰৰ সৈতে ৰঘুৰ যুদ্ধ আৰু ৰঘুৰ ওপৰত ইন্দ্ৰৰ সন্তুষ্টি। তাৰ পিচত ৰঘুৰ অভিষেক আৰু দিলীপৰ বাণপ্ৰস্থ অবলম্বন।

**চতুৰ্থ সৰ্গ :** ৰঘুৰ প্ৰজাপালন বৰ্ণনা। শৰতকালৰ অন্তত ৰঘুৰ দিগ্বিজয় কৰাৰ উদ্যোগ, যুদ্ধযাত্ৰা। ৰঘুৰ যুদ্ধযাত্ৰা কালত মাঙ্গলিক কাৰ্য্যকৰণৰ বৰ্ণনা। যুদ্ধত জয় আৰু যজ্ঞকাৰ্য্য সমাপণ কৰি ৰঘু নগৰত প্ৰবেশ কৰণৰ বৰ্ণনা।

**পঞ্চম সৰ্গ :** ৰজাৰ বিজয় লাভৰ বাৰ্ত্তা শুনি কৌৎস্ মুনিৰ আগমন আৰু ৰজাৰ দ্বাৰা মুনিৰ সৎকাৰ। মুনিৰ কুশলবাৰ্ত্তা জনাৰ ইচ্ছা। ৰজাৰ প্ৰশংসাৰে মুনিক কুশলবাৰ্ত্তা জ্ঞাপন। ধনাদি দানৰ দ্বাৰা মুনিক সন্তুষ্টি কৰণ। ৰজাক পুত্ৰ বৰ দি মুনি কৌৎসৰ আশ্ৰমলৈ গমন। ৰঘুপত্নীৰ গৰ্ভধাৰণ আৰু ৰঘুৰ অনুৰূপ পুত্ৰপ্ৰাপ্তি। 'অজ' নামেৰে পুত্ৰৰ নামাকৰণ। বিদৰ্ভৰাজদুহিতা ইন্দুমতীৰ স্বয়ম্বৰ বৰ্ণনা। সৈন্যসকলৰ সৈতে অজৰ স্বয়ম্বৰ সভালৈ যোৱাৰ উদ্যোগ। বাটত হস্তীৰূপী গন্ধৰ্বপুত্ৰ প্ৰিয়ংবদৰ সৈতে অজৰ যুদ্ধ আৰু জয়লাভ। শেষত স্বয়ম্বৰ সভালৈ গমন।

**ষষ্ঠ সৰ্গ :** সভাত উপস্থিত অজৰ শোভা বৰ্ণনা। অজৰ বিক্ৰমত সভাত উপস্থিত হোৱা ৰজাসকলৰ হীন অৱস্থা বৰ্ণনা। স্বয়ম্বৰ সভাত ইন্দুমতীৰ আগমন বৰ্ণনা। ইন্দুমতীৰ অজৰ গলত বৰমাল্য-দান। নবদম্পতীৰ শোভা বৰ্ণনা।

**সপ্তম সৰ্গ :** ভোজৰাজৰ অজ-ইন্দুমতীক ভোজপুৰত প্ৰবেশ

হৰণ; তাৰ পিচত অযোধ্যালৈ তেওঁলোকৰ গমন। স্বয়ম্বৰত বিমুখ হোৱা ৰজাসকলৰ সৈতে বাটত অজৰ যুদ্ধ আৰু তেওঁলোকৰ পৰাজয়। অজৰ সিংহাসনত অভিষেক। তাৰ পিচত ৰঘুৰ গৃহস্থাশ্রম ত্যাগৰ উদ্যোগ।

**অষ্টম সৰ্গঃ** অজৰ ৰাজ্যপালন বৰ্ণনা, ৰঘুৰ বনগমনৰ উদ্যোগ, অজৰ প্ৰাৰ্থনাত তেওঁৰ নগৰৰ উপকণ্ঠত বাস। তাৰ পিচত ৰঘুৰ স্বৰ্গলৈ গমন আৰু অজৰ পিতৃৰ কাৰণে শোক। মন্ত্ৰীসকলৰ অজলৈ উপদেশ প্ৰদান। নগৰৰ উপকণ্ঠত ইন্দুমতীৰ সৈতে ৰজা অজৰ বিহাৰ। ইন্দুমতীৰ পুত্ৰ প্ৰাপ্তি আৰু পুত্ৰৰ নাম 'দশৰথ' বুলি নামাকৰণ। ইতিমধ্যে দেবৰ্ষি নাৰদৰ হাতৰপৰা মাল-পতন আৰু তাকে দেখি ইন্দুমতীৰ নিধন। ৰজাৰ বিলাপ আৰু ইন্দুমতীৰ প্ৰতিকৃতি স্থাপন কৰি শোকৰ উপশম। দশৰথৰ ৰাজ্যাভিষেক। তাৰ পিচত অজৰ উপবাস অবলম্বন আৰু স্বৰ্গপ্ৰাপ্তি।

**নৱম সৰ্গঃ** দশৰথৰ ৰাজ্য ৰক্ষা, দিগ্বিজয় আৰু অশ্বমেধ অনুষ্ঠান। বনবিহাৰ বৰ্ণনা, বসন্ত বৰ্ণনা, মৃগয়া বৰ্ণনা ইত্যাদি। মৃগয়া অন্বেষণত ৰজাৰ শব্দভেদী বাণ নিক্ষেপ আৰু মুনিপুত্ৰ নিধন। শেষত অন্ধমুনিৰ ওচৰলৈ গমন আৰু অভিশাপ গ্ৰহণ। ৰাজধানীলৈ প্ৰত্যাবৰ্তন।

**দশম সৰ্গঃ** ৰাবণ নিধনৰ কাৰণে দেৱতাসকলৰ বিষ্ণু স্তুতি। দেৱতাসকলৰ প্ৰতি বিষ্ণুৰ প্ৰসন্নতা বৰ্ণনা। ৰাক্ষসবিনাশৰ নিমিত্তে দশৰথৰ পুত্ৰৰূপে বিষ্ণু অৱতাৰৰ অঙ্গীকাৰ। দশৰথৰ ওচৰত দিব্যপুৰুষৰ আবিৰ্ভাৱ। কৌশল্যা কৈকেয়ীক যজ্ঞীয় চৰু প্ৰদান। তেওঁলোকৰ দ্বাৰা পুনৰ সুমিত্ৰাক নিজ নিজ চৰুৰ অংশ প্ৰদান। চৰু ভক্ষণৰপৰা গৰ্ভ সঞ্চাৰ, ৰাণী তিনি গৰাকীৰ স্বপ্নদৰ্শন আৰু ৰজা দশৰথৰ ওচৰত স্বপ্নবৃত্তান্ত কথন। কৌশল্যাৰপৰা ৰামৰূপ, কৈকেয়ীৰ পৰা ভৰতৰূপ আৰু সুমিত্ৰাৰপৰা লক্ষ্মণ শত্ৰুঘ্ন দুৈত ৰূপেৰে বিষ্ণুৰ আবিৰ্ভাৱ। তেওঁলোকৰ আবিৰ্ভাৱত ৰাজ্যৰ শুভ লক্ষণৰ বৰ্ণনা।

**একাদশ সৰ্গঃ** যজ্ঞৰক্ষাৰ নিমিত্তে বিশ্বমিত্ৰৰ দশৰথৰ ওচৰত ৰামক যজ্ঞভূমিলৈ নিয়াৰ প্ৰাৰ্থনা। গমনৰ সময়ত বিশ্বমিত্ৰৰ আদেশত ৰাম-লক্ষ্মণৰ তাৰকা বধ। ৰাম-লক্ষ্মণৰ মুনিৰ যজ্ঞশালালৈ গমন। ৰামৰ অস্ত্ৰৰ আঘাতত ৰাক্ষস বধ। বিশ্বমিত্ৰৰ সৈতে ৰাম-লক্ষ্মণৰ মিথিলা যজ্ঞভূমিলৈ গমন আৰু পথত অহল্যাৰ মুক্তি। হৰ-ধনু ভঙ্গ, দশৰথৰ বিদেহ ৰাজধানীলৈ গমন। সীতা, উৰ্মিলা, কুশোদৰী আৰু শ্ৰুতিকীৰ্ত্তিৰ সৈতে যথাক্ৰমে ৰাম, লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্নৰ বিবাহ সম্পাদন। পুত্ৰ-পুত্ৰবধূৰ সৈতে দশৰথৰ অযোধ্যালৈ প্ৰত্যাগমন আৰু বাটত জামদগ্নিৰ সৈতে ৰামৰ বিৰোধ। জামদগ্নিৰ পৰাভৱ আৰু দশৰথৰ অযোধ্যা নগৰত প্ৰবেশ।

**দ্বাদশ সৰ্গঃ** ৰামক যুৱৰাজ পতাৰ দশৰথৰ অভিলাষ। কৈকেয়ীৰ দশৰথৰ ওচৰত পূৰ্বপ্ৰাৰ্থিত বৰ দুটাৰ প্ৰাৰ্থনা। ৰামৰ নিৰ্বাসন আৰু দশৰথৰ মৃত্যু। নন্দিগ্ৰামত ৰাম-ভৰতৰ মিলন আৰু ভৰতৰ বিলাপ। ৰামৰ আদেশত ভৰতৰ ৰাজ্যপালন। তাৰ পিচত বনত ৰামৰ দ্বাৰা বিৰাধ বধ। অগস্ত্যমুনিৰ আদেশত ৰামৰ পঞ্চবটী বনলৈ গমন। তাত শূৰ্পণখাৰ নাক-কাণ কৰ্তন। স্বৰ্ণমৃগ—লক্ষ্মণৰ সীতা অন্বেষণ। জটায়ুৰ সৈতে ৰামৰ সাক্ষাৎ আৰু লগতে সীতাৰ সংবাদ প্ৰাপ্তি। জটায়ুৰ অন্ত্যেষ্টিক্ৰিয়া। সুগ্ৰীৱৰ সৈতে ৰামৰ সৌখ্য আৰু বালি বধ। হনুমানৰ সীতা অন্বেষণ আৰু লঙ্কাপুৰী দৰ্শন। অক্ষয় ৰাক্ষস বধ। সীতালৈ ৰামৰ অভিজ্ঞান প্ৰদান। বিভীষণৰ ৰামৰ পক্ষ অৱলম্বন। সাগৰ পাৰত ৰামৰ সেনাৰ সন্নিৱেশ আৰু সেতুবন্ধন। ৰাৱণৰ সৈতে ৰামৰ যুদ্ধ আৰম্ভ। ৰাক্ষসৰ মায়া-কল্পিত ৰামৰ মস্তক দৰ্শনত সীতাৰ বিলাপ। ৰাম-লক্ষ্মণৰ নাগপাশ বন্ধন আৰু গৰুড়ৰ আগমনত মুক্তি। লক্ষ্মণৰ শক্তিশেল, হনুমানে সঞ্জীৱনী অনাত লক্ষ্মণৰ জীৱন প্ৰাপ্তি। কুম্ভকৰ্ণ বধ, ৰাৱণ বধ; তাৰ পিচত সীতাৰ অগ্নিপৰীক্ষা। ৰাক্ষসৰ ৰাজ্যত

বিভীষণৰ ৰাজ্যাভিষেক। সীতা, হনুমান, সুগ্ৰীৱ, বিভীষণ আদিৰ সৈতে ৰামৰ অযোধ্যালৈ প্ৰত্যাবৰ্ত্তন।

**ত্ৰয়োদশ সৰ্গ ঃ** বিমান আৰোহণ কৰাৰ পিচত সীতাৰ ওচৰত ৰামৰ সমুদ্ৰৰ বিভূতি কীৰ্ত্তন। বন্ধু গুহৰ বাসভৱন দৰ্শন। সুমন্ত্ৰ বিলাপ, সৰযূ দৰ্শন, বশিষ্ঠ প্ৰমুখ্যে মুনিসকলৰ সৈতে ভৰতৰ ৰামৰ ওচৰলৈ আগমন। ভৰতৰ দ্বাৰা সুগ্ৰীৱ আদিক অভিনন্দন। ভৰতৰ ৰাম-সীতাৰ চৰণ বন্দনা।

**চতুৰ্দশ সৰ্গ ঃ** সীতাৰ সৈতে ৰাম-লক্ষণৰ মাতৃৰ ওচৰলৈ গমন। কৌশল্যা আদিৰ আশীৰ্বাদ প্ৰয়োগ আৰু সীতাৰ খেদোক্তি। শাহুয়েকসকলৰ দ্বাৰা পৰি-সান্ত্বনা প্ৰদান। ৰামৰ অভিষেক আৰু বিভীষণ আদিৰ আতিথ্যৰ বৰ্ণনা। তাৰ পিচত সুগ্ৰীৱ আদিৰ নিজদেশলৈ গমন। ৰামৰ প্ৰজাপালন আৰু সীতাৰ গৰ্ভধাৰণ। গৰ্ভবতী অৱস্থাত সীতাক লক্ষণৰ হতুৱাই পৰিত্যাগ কৰণ। তাৰ পিচত সীতাৰ বাল্মীকি আশ্ৰমলৈ গমন। সীতা বিসৰ্জনত ৰামৰ শোক আৰু সীতাৰ প্ৰতিকৃতি নিৰ্মাণ। অশ্বমেধ যজ্ঞৰ অনুষ্ঠান।

**পঞ্চদশ সৰ্গ ঃ** ৰামৰ ওচৰলৈ লৱণৰ দ্বাৰা পীড়িত তপস্বী-সকলৰ সমাগম। ৰামৰ আদেশত লৱণ বধৰ নিমিত্তে শত্ৰুঘ্নৰ অভিযান। যুদ্ধযাত্ৰা প্ৰসঙ্গত শত্ৰুঘ্নৰ বাল্মীকিৰ আশ্ৰমলৈ গমন। সীতাৰ পুত্ৰ জন্ম; লৱণ বধ। মধুপুৰত লক্ষ্মণৰ ৰাজ্যস্থাপন। সীতাৰ পুত্ৰদ্বয়ক 'লৱ, কুশ' বুলি বাল্মীকিৰ দ্বাৰা নামাকৰণ। লৱ-কুশৰ ৰামায়ণৰ গীত শিক্ষা। শত্ৰুঘ্নৰ ৰামৰ ওচৰলৈ গমন। বাল্মীকিৰ আদেশত শত্ৰুঘ্নৰো ৰামৰ প্ৰশ্নৰ উত্তৰত সীতাৰ তনয়ৰ জন্ম গোপন। ৰামৰ শূদ্ৰক তপস্বীৰ দৰ্শন আৰু তাৰ শিৰশ্চেদ। ব্ৰাহ্মণকুমাৰৰ জীৱন প্ৰাপ্তি। অশ্বমেধ যজ্ঞৰ ঘোঁৰা মোচন। যজ্ঞত নিমন্ত্ৰিত মুনি-মহৰ্ষিসকলৰ যজ্ঞসভাত লৱ-কুশৰ ৰামায়ণ গান। ৰামে দান কৰা ধন গ্ৰহণ নকৰিবলৈ লৱ-কুশৰ ইচ্ছা।

সীতাক অনাৰ কাৰণে বাল্মীকিৰ ওচৰত ৰামৰ অঙ্গীকাৰ। পুত্ৰৰ সৈতে সীতাৰ ৰামৰ ওচৰলৈ আগমন। পুনৰ অগ্নি-পৰীক্ষাৰ নিমিত্তে সীতাৰ প্ৰতি ৰামৰ নিৰ্দেশ। সীতাৰ বসুন্ধৰাৰ গৰ্ভত আশ্ৰয়। যুধাজিতৰ আদেশত ভৰতক সিন্ধুদেশ প্ৰদান। ভৰত-পুত্ৰ তক্ষকৰ পুষ্কলৰ আধিপত্য গ্ৰহণ। লক্ষ্মণৰ পুত্ৰ অঙ্গদ চন্দ্ৰকেতুৰ কাৰাপথ আধিপত্য নিৰ্বাচন। মুনিবেশধাৰী কৃতান্তৰ ৰামৰ ওচৰলৈ গমন। নিষিদ্ধ গৃহত দুৰ্বাসাক প্ৰবেশ কৰণ; লক্ষ্মণৰ স্বৰ্গাৰোহণ। কুশ-লবক কুশস্থলী শৰাবত্যত প্ৰতিষ্ঠা। অনুজৰ সৈতে ৰামৰ উত্তৰপথলৈ প্ৰস্থান। অযোধ্যাবাসীৰ ৰামৰ লগত গমন। ৰামৰ নিজমূৰ্ত্তিৰে প্ৰবেশ।

**ষোড়শ সৰ্গঃ** ৰাম নিৰ্বাসনৰ পিচত লব-কুশৰ ৰাজ্যপালন। ৰাতি স্বপ্নযোগত কুশৰ দিব্যনাৰী দৰ্শন। তেওঁৰপৰা হীনপ্ৰভ অযোধ্যাপুৰৰ বিবিধ অমঙ্গল শ্ৰৱণ। বেদবিদ ব্ৰাহ্মণৰ ওচৰত ৰজাৰ স্বপ্নবৃত্তান্ত জ্ঞাপন। ব্ৰাহ্মণৰ উপদেশত কুশৰ পুনৰ অযোধ্যালৈ গমন। শুভ সংস্কাৰৰ দ্বাৰা বলি প্ৰদান। কুশ-লবৰ আগমনত অযোধ্যাৰ নানা সমৃদ্ধি সাধন। পানীত খেলা কৰা সময়ত অগস্ত্য প্ৰদত্ত বস্ত্ৰঅলঙ্কাৰ দৰ্শন। ধীবৰৰ দ্বাৰা বস্ত্ৰৰ অন্বেষণ। অপ্ৰাপ্ত বস্ত্ৰৰ কাৰণে ৰজাৰ গৰুড় অস্ত্ৰ গ্ৰহণ। কুশৰ অস্ত্ৰৰ ভয়ত কুমুদ নাগ ভগিনীৰ আভৰণৰ সৈতে আগমন।

**সপ্তদশ সৰ্গঃ** কুশৰ মহিষী কুমুদ্বতীৰ গৰ্ভত অতিথিৰ জন্ম। ৰজা কুশৰ মৃত্যু। কুমুদ্বতীৰো স্বামীৰ অনুগমন। অতিথিৰ ৰাজ্যাভিষেক। বালক নৃপতি অতিথিৰ ৰাজ্যপালন আৰু অতিথিৰ অশ্বমেধ অনুষ্ঠান।

**অষ্টাদশ সৰ্গঃ** অতিথিৰ নিধনৰপৰা অগ্নিবৰ্ণলৈ ৰঘুবংশীয় ৰজাসকলৰ ৰাজ্য পালনৰ সংক্ষিপ্ত বিবৰণ আৰু তেওঁলোকৰ চৰিত্ৰ বৰ্ণন।

**উনবিংশ সৰ্গঃ** বিলাসী অগ্নিবৰ্ণৰ ৰাজ্যপালন। তেওঁৰ বিপদ

কালৰ শক্তি বৰ্ণনা প্ৰসঙ্গত নানা ৰতি বৰ্ণনা। ৰজাৰ ক্ষয় ৰোগ, তাৰ পিচত মৃত্যু। অগ্নিবৰ্ণৰ মৃত্যুৰ পিচত মহিষীৰ ৰাজ্যপ্ৰাপ্তিৰ বৰ্ণনা।

ওপৰত ৰঘুবংশ মহাকাব্যৰ সৰ্গকেইটাৰ সংক্ষিপ্ত বিৱৰণ দিয়া হ'ল। এই মহাকাব্যখন দিলীপৰপৰা আৰম্ভ কৰি ৰঘুবংশীয় কেইজনমান নৃপতিৰ কাহিনীৰে পূৰ্ণ। এই ৰজাসকলৰ নাম হ'ল—দিলীপ, ৰঘু, অজ, দশৰথ, ৰাম, কুশ, অতিথি, নিষধ, নল, নাভ, পুণ্ডৰীক, ক্ষেমধন্বা, দেবানীক, অহিমন্যু, পাৰিযাত্ৰ, শীল, উন্নাভ, বজ্ৰঘোষ, শংখন, ব্যুষিতাশ্ব, বিশ্বসহ, হিৰণ্যনাভ, কৌশল্য, ব্ৰহ্মিষ্ঠ, পুত্ৰ, পুণ্য, ধ্ৰুবসন্ধি, সুদৰ্শন আৰু অগ্নিবৰ্ণ।

এই ৰঘুবংশীয় ৰজাসকলৰ যি ক্ৰমৰপৰা উল্লেখ কৰা হৈছে ৰামায়ণত উল্লিখিত ৰজাসকলৰ তালিকাৰ সৈতে তাৰ মিল নাই, কিন্তু বিষ্ণু পুৰাণ আৰু বায়ু পুৰাণৰ তালিকাৰ সৈতে তাৰ মিল দেখা যায়। এই ক্ষেত্ৰত S. P. Panditয়ে অনুমান কৰে—"……that Kalidasa has not adopted the Ramayana as the basis of the Raghuvamsa. It also appears probably that the author of the Raghuvamsa and of the Vayu Purana had a common source to draw their materials upon which is now beyond the hope of recovery."

প্ৰাচীন কাহিনীক অৱলম্বন কৰি ৰচিত হলেও কালিদাসে এই কাব্যৰ সৰ্বলোতে তেওঁৰ স্বকীয়তাৰ ছাপ ৰাখি গৈছে আৰু ঘটনা-বৈচিত্ৰ্যৰ কাৰণে ৰঘুবংশৰ প্ৰত্যেকটো সৰ্গই আমাৰ মাজত নতুন নতুন আগ্ৰহ আৰু উদ্দীপনাৰ সৃষ্টি কৰি আছে। বৰ্ণনীয় বিষয়ক সম্প্ৰসাৰিত আৰু সংহত কৰিবলৈ দৈৱী শক্তিৰ দ্বৈত লীলা কালিদাসৰ লেখনীত এই কাব্যত প্ৰকট হৈছে। এটা সম্পূৰ্ণ সৰ্গত ৰামচন্দ্ৰৰ কৈশোৰ লীলা বৰ্ণনা কৰি কালিদাসে

পিচৰ সৰ্গত শ্লোক ছন্দত ৰামায়ণৰ সকলো ঘনীভূত ৰূপৰ উপস্থাপন কৰিছে। কাব্যৰ প্ৰথম অংশত ৰঘুই প্ৰধান চৰিত্ৰ, পাৰ্শ্বচৰিত্ৰৰূপে দিলীপ আৰু অজ। দ্বিতীয় অংশত চৰিত্ৰ ৰাম, পাৰ্শ্বচৰিত্ৰ দশৰথ আৰু কুশ। শেষ দুটা সৰ্গত যি ৰজাসকলৰ উল্লেখ আছে তেওঁলোক আমাৰ ওচৰত অপ্ৰসিদ্ধ; আৰু অগ্নিবৰ্ণই ৰাজবংশৰ ধাৰাত উল্লিখিত শেষ নৃপতি।

## সপ্তম অধ্যায়

# কালিদাসোত্তৰ কাব্য

কালিদাসৰ পিচৰপৰা মাঘ আৰু ভৱভূতিলৈকে এই সময়ৰ মাজত সংস্কৃত সাহিত্য বিভিন্ন জাতীয় ৰচনাত সমৃদ্ধ হৈছিল ; কিন্তু দুখৰ কথা, মহাকালে আজি তেওঁলোকৰ বহুখিনি অবদান আত্মসাৎ কৰি পেলাইছে। প্ৰাক্-কালিদাসীয় যুগৰ বহু ৰচনা যেনেকৈ লুপ্ত হৈছে, কালিদাসোত্তৰ যুগৰো বহু ৰচনা তেনেকৈ বিলুপ্ত হৈছে। যি গল্প সাহিত্য পঞ্চতন্ত্ৰত আৰু গুণাঢ্যৰ বৃহৎকথাত চৰম পৰিণতি লাভ কৰিছিল, অমৰু-ভৰ্ত্তৃহৰি-বাণ-ময়ুৰৰ শতক কাব্যসমূহত যি বিশেষ ৰচনাৰ ধাৰা পূৰ্ণতাপ্ৰাপ্ত হৈছিল, বাণ-সুবন্ধু-দণ্ডীৰ ৰচনাত গদ্য সাহিত্যৰ যি পৰাকাষ্ঠা দেখি আমি বিস্মিত হওঁ, তেওঁলোকৰ ধাৰাৰ উৎস অনুসন্ধানৰ কাৰণে কোনো ৰচনা আজি আমাৰ হাতত নাই। হাল বিৰচিত সপ্তশতীত প্ৰাকৃত সাহিত্যত যি প্ৰণয় কাব্যৰ জন্ম দিছে তাৰ পথিকৃত কোন আৰু কি কি গ্ৰন্থ, সংস্কৃত সাহিত্যৰ প্ৰণয়কাব্য প্ৰাকৃত প্ৰণয় কাব্যৰ লৈতে কিমানখিনি যুক্তিযুক্ত আৰু তাৰ দ্বাৰা কিমানখিনি প্ৰভাবিত, সি আজি নিঃসংশয়ে নিৰ্ণয় কৰা টান হৈ পৰিছে। দৃশ্যকাব্যৰ ক্ষেত্ৰতো ভাস-কালিদাসৰ পিচত হৰ্ষ-বিশাখাদত্ত-শূদ্ৰকৰ নাটকত বাহিৰে উল্লেখযোগ্য আন কোনো নাট আমাৰ হাতত পৰা নাই। শ্ৰব্যকাব্যৰ ক্ষেত্ৰতো সেই একেই বিপত্তি। ভাৰৱি-ভট্টি-কুমাৰদাস-মাঘত বাহিৰে কালিদাসোত্তৰ যুগৰ উল্লেখযোগ্য মহাকবি নাই।

কালিদাসৰ হাতত মহাকাব্যই যি পৰিণতি লাভ কৰিছিল, তেওঁৰ ধাৰা পৰৱৰ্ত্তী কাললৈকে নামি যে আহিছে এইটো সত্য—কিন্তু লগে লগে ৰূপো সলাইছে। আলঙ্কাৰিকসকলে মহাকাব্যৰ

যি লক্ষণ নির্দেশ কৰিছিল সেইটো কালিদাসৰ পৰৱৰ্ত্তী কালৰ; পণ্ডিতে কালিদাসৰ কাব্যই সেই লক্ষণৰ কিমানখিনি অনুসৰণ কৰিছে সেই প্ৰশ্ন উঠা নাই। তথাপি মাঘ, ভাৰবিৰ কাব্য সেই লক্ষণৰ বৰ বেচি অনুগত। কালিদাসৰ পিচৰ কাব্যসমূহত বৰ্ণনীয় বিষয়তকৈ বৰ্ণনাৰ ৰীতি বেচি হৃদয়গ্ৰাহিণী, দেহৰ গঠনতকৈ দেহ-সজ্জা অধিক চমকপ্ৰদ। কালিদাসৰ কাব্যত যি গভীৰ মননশীলতা আৰু অনুভূতিৰ প্ৰকাশ দেখা যায়, সেইবোৰ পিচৰ কাব্যত অন্তৰ্হিত হৈছে আৰু সেই ক্ষতিপূৰণ কৰিবৰ কাৰণেই বৰ্ণনা-বৈচিত্ৰ্য, অলঙ্কাৰ-পাৰিপাট্য আৰু ছন্দ-সমৃদ্ধি যেন জোকাৰি ঢালি দিয়া হৈছে। এই সময়ত কেবাগৰাকী খ্যাত-অখ্যাত কাব্যকাৰ আছে, তেওঁলোকৰ কাব্যসমূহৰ চমু আলোচনা কৰা হব। খ্যাত কাব্যকাৰ-সকলৰ ভিতৰত ভাৰবি, ভট্টি, কুমাৰদাস, মাঘ আৰু শ্ৰীহৰ্ষই প্ৰধান। ভাৰবি, মাঘ, শ্ৰীহৰ্ষই মহাভাৰতৰপৰা আৰু ভট্টি, কুমাৰদাসে ৰামায়ণৰপৰা তেওঁলোকৰ কাব্যৰ উপাদান সংগ্ৰহ কৰিছিল। ই কিন্তু বিস্ময়ৰ বিষয় যে এওঁলোকৰ কোনোজনেই এখনতকৈ অধিক কাব্য ৰচনা কৰা নাই।

কালিদাসৰ পিচৰ অখ্যাত কবি এজন হ'ল মেণ্ঠ; তেওঁ হস্তিপক বুলিও জনাজাত। কাশ্মীৰৰ ৰজা মাতৃগুপ্ত এওঁৰ পৃষ্ঠপোষক আছিল। এই কবিজনেই হয়গ্ৰীৱবধ নামে এখন কাব্য লিখিছিল অলঙ্কাৰৰ ওপৰত ভিত্তি কৰি লিখা গ্ৰন্থবোৰত ইয়াৰ আবৃত্তিবোৰ পোৱা যায়। সেতুবন্ধ নামক প্ৰাকৃত কাব্যৰ গ্ৰন্থকাৰ প্ৰবৰসেন। এই কাব্যখন ৰাৱণবধ আৰু দশমুখবধ বুলি জনাজাত। পোন্ধৰটা অধ্যায়ত গ্ৰন্থকাৰে ৰামৰ লঙ্কা যাত্ৰাৰপৰা আৰম্ভ কৰি অযোধ্যাত ৰামৰ অভিষেকলৈকে হোৱা ৰামায়ণৰ ঘটনাৱলীক লৈ ৰামায়ণৰ গল্প বৰ্ণনা কৰে। ৭ম আৰু ৮ম অধ্যায়ত সেতু নিৰ্ম্মাণৰ বিৱৰণ পোৱা যায়। ৯ম অধ্যায়ত সুবেলাৰ বিবৰণ আৰু একাদশ অধ্যায়ত ৰাৱণৰ প্ৰণয়চিত্ৰ অঙ্কিত হৈছে। গ্ৰন্থকাৰে কাব্যখনত যমকৰ

ব্যৱহাৰ কৰিছে। কিছুমানে কৰ খোজে যে এই সেতুবন্ধ কাব্যখন কালিদাসে ৰচনা কৰিছে। কাশ্মীৰৰ ৰজা প্ৰবৰসেনে বিতস্তা নদীৰ ওপৰত গঠন কৰা দলংখনৰ কাৰণে, তেওঁৰ সোঁৱৰণী ৰক্ষাৰ্থে এই কাব্যখন কালিদাসৰ ৰচিত বুলি অনুমান কৰা হয়। কিন্তু কালিদাসৰ জ্ঞান থকা গ্ৰন্থকাৰ বাণে এই মত অস্বীকাৰ কৰে। তেওঁ কয়, এই কাব্যখনৰ গ্ৰন্থকৰ্ত্তা কালিদাস নহয়, প্ৰবৰসেনহে। এই কাব্যখনৰ ৰচনা কাল খৃঃ পূঃ ৪০০ শতাব্দিত বুলি অনুমান কৰা হয়। এই কাব্যখন বাণ আৰু দণ্ডিনৰ দ্বাৰা প্ৰশংসিত হয়। বাণে হৰ্ষচৰিতৰ সূচনা শ্লোকত এইদৰে কয়—

"কীৰ্ত্তিঃ প্ৰবৰসেনস্য প্ৰয়াতা কুমুদোজ্জ্বলা।
সাগৰস্য পৰং পাৰং কপিসেনেব সেতুনা॥"

দণ্ডিনে কাব্যদৰ্শনত কয়—

"মহাৰাষ্ট্ৰাশ্ৰয়াং ভাষাং প্ৰকৃষ্টং প্ৰাকৃতং বিদুঃ।
সাগৰঃ সূক্তিৰত্নানাং সেতুবন্ধাদি যন্ময়ম্॥"

**পদ্মচুড়ামণি** কাব্যৰ গ্ৰন্থকাৰ বৌদ্ধধৰ্মী লিখক বুদ্ধঘোষ। তেওঁ এই কাব্যখনত বুদ্ধৰ জীৱনী দশটা সৰ্গত বৰ্ণনা কৰিছে। ভৈমক নামে জনাজাত ভীমে ৰাবণ-অৰ্জুনীয় নাইবা অৰ্জুন-ৰাৱণীয় কাব্যখন ২৭টা সৰ্গত ৰচনা কৰিছে। কাব্যখনত ৰাৱণ আৰু কাৰ্ত্তবীৰ্য্য অৰ্জুনৰ যুদ্ধৰ বিৱৰণ পোৱা যায়। ব্যাকৰণৰ সূত্ৰ বৰ্ণনা কৰাৰ উদ্দেশ্যে প্ৰধানকৈ এই কাব্যখন ৰচিত হয়।

প্ৰখ্যাত লিখক কুমাৰদাস **জানকীহৰণ** কাব্যৰ লিখক। এই কাব্যখন কুৰিটা সৰ্গত ৰচিত। তেওঁ সিংহলৰ ৰজা বুলি খ্যাত। তেওঁ জন্মান্ধ, দুজন মোমায়েকৰপৰা তেওঁ ৰাজ্য চলোৱা কাৰ্য্যত আৰু কাব্য লিখনিত সহায় পাইছিল। ৰামায়ণৰ কাহিনী লৈ এই কাব্যখন ৰচিত। কুমাৰ, কুমাৰদত্ত, কুমাৰভট্ট, ভট্টকুমাৰ প্ৰভৃতি নানা নাম পোৱা যায়। এওঁলোক এজন ব্যক্তি হয় নে নহয় কোৱা টান। জানকীহৰণৰ শেষ চাৰি সৰ্গত কবিয়ে নিজৰ

যি সংক্ষিপ্ত পৰিচয় দিছে তাৰপৰা জনা যায় যে তেওঁৰ পিতৃৰ নাম কুমাৰমনি আৰু যিদিনা তেওঁৰ পিতৃ যুদ্ধক্ষেত্ৰত নিহত হয় সেই দিনাই তেওঁৰ জন্ম হয়। মেঘ আৰু অগ্ৰবোধি নামক তেওঁৰ মোমায়েক দুজনে তেওঁক লালন-পালন কৰে। মহাবংশত যি উপাখ্যান ৰক্ষিত আছে তাৰ সৈতে গ্ৰন্থৰ জীৱনীৰ বিৱৰণত মিল নাই। জানকীহৰণৰ কবি আৰু সিংহলৰ ৰজা এজন ব্যক্তি নহয়। অনুমান কৰিব পাৰি, কুমাৰদাস কালিদাসৰ পৰবৰ্ত্তীকালৰ। তেওঁৰ কাব্য জানকীহৰণৰ প্ৰতি ছত্ৰত কালিদাসৰ ৰচনাৰ প্ৰভাৱ দেখা যায় আৰু অনুমান কৰা যায়, কালিদাসক অনুকৰণ কৰিয়েই এই কাব্য ৰচিত হৈছিল। কলহনে তেওঁৰ সূক্তি-মুক্তাৱলীত ৰাজশেখৰৰ ৰচিত বুলি এটা শ্লোক উদ্ধৃত কৰিছিল। ৰঘুবংশৰ পিচত ৰাম-ৰাৱণৰ উপাখ্যান লৈ ৰচিত জানকীহৰণেই যে শ্ৰেষ্ঠ কাব্য ইয়েই তলত উল্লেখ কৰা শ্লোকটোৰ প্ৰতিপাদ্য—

"জানকীহৰণং কৰ্ত্তুং ৰঘুবংশে স্থিতে সতি।
কবিঃ কুমাৰদাসশ্চ ৰাৱণশ্চ যদি ক্ষমঃ॥"

জানকীহৰণৰ চতুৰ্থ সৰ্গত যি ঋতু বৰ্ণনা পোৱা যায়, কালিদাসৰ ঋতুসংহাৰৰ প্ৰভাৱ তাত পৰিস্ফুট। কাব্যখনত শব্দালঙ্কাৰৰ কৌশল ভালদৰে দেখুওৱা হৈছে। সপ্তদশ সৰ্গত 'যমক' ব্যৱহাৰ কৰা হৈছে।

**ভাৰৱি ঃ** ভাৰৱি কিৰাতাৰ্জুনীয় মহাকাব্যৰ ৰচক। পঞ্চ মহা-কাব্যৰ ভিতৰত ইয়ো এখন। কালিদাসোত্তৰ যুগৰ শক্তিমান কবিসকলৰ ভিতৰত ভাৰৱি প্ৰথম। দ্বিতীয় পুলকেশীৰ Aihole Inscription এ কালিদাসৰ সৈতে ভাৰৱিক প্ৰথিতযশা কবিৰূপে উল্লেখ কৰা হৈছে। সেয়েহে লিপিত এইদৰে কোৱা হৈছে—

"যেনাযোজি ন বেশ্ম স্থিৰমৰ্থবিধৌ বিবেকিনা জিনবেশ্ম।
স বিজয়তাং ৰবিকীৰ্ত্তিঃ কবিতাশ্ৰিত কালিদাসভাৰৱিকীৰ্ত্তিঃ॥"

এই লিপিটো ৬৩৪ খৃষ্টাব্দৰ। এই সময়ত ভাৰৱি কালিদাসৰ সৈতে উল্লিখিত হোৱাৰ কাৰণে প্ৰশংসা অৰ্জন কৰিছিল। গতিকে

ইয়াৰ কেইবছৰমান আগেয়ে তেওঁৰ আবিৰ্ভাৱ কাল। বাণ সেই সময়ৰ হলেও ভাৰবিৰ উল্লেখ কৰা নাই। গতিকে ই অলপ বিস্ময়জনক। মুঠতে ৫৫০ খৃষ্টাব্দৰ কাষে কাষে ভাৰবিৰ আবিৰ্ভাৱ কাল বুলি অনুমান কৰা যায়।

'অৱন্তীসুন্দৰী কথা'ত ভাৰবিৰ জীৱনী সম্বন্ধে কিছু তথ্য পোৱা যায়। তেওঁৰ আন এটা নাম দামোদৰ আৰু কৌশিক গোত্ৰীয় নাৰায়ণস্বামী তেওঁৰ পিতা। উত্তৰ-পশ্চিম ভাৰতৰ আনন্দপুৰ নামে ঠাইত তেওঁৰ পূৰ্বপুৰুষসকলৰ বাসস্থান আছিল। তাৰপ্ তেওঁলোক দাক্ষিণাত্যলৈ আহি বসতি কৰে। স্থানীয় ৰাজকুমাৰ বিষ্ণুবৰ্দ্ধনৰ সৈতে মৃগয়ালৈ গৈ ভাৰবি এই সময়ত মাংস ভক্ষণ কৰিবলৈ বাধ্য হয় আৰু তাৰপৰা হোৱা পাপ দূৰ কৰাৰ কাৰণে তীৰ্থযাত্ৰা কৰে। পথত দুৰ্বিনীত নামক এজন ব্যক্তিৰ সৈতে তেওঁৰ পৰিচয় হয়। এই দুৰ্বিনীতে পিচত কিৰাতাৰ্জুনীয়ৰ ১৫টা সৰ্গৰ টীকা ৰচনা কৰিছিল। কিছুদিনৰ কাৰণে ভাৰবি কাঞ্চীৰাজ সিংহবিষ্ণুৰ পুত্ৰ মহেন্দ্ৰবিক্ৰমৰ লগত বাস কৰিছিল।

অষ্টাদশ সৰ্গত কিৰাতাৰ্জুনীয়ৰ আখ্যান ভাগ মহাভাৰতৰ বন-পৰ্বৰপৰা গৃহীত। বনবাস কালত পাণ্ডৱসকল দ্বৈত বনলৈ যাত্ৰা কৰে। ব্যাসৰ উপদেশত তাৰপৰা কাম্যক বনলৈ যায় আৰু শিৱৰপৰা অস্ত্ৰলাভ কৰাৰ কাৰণে অৰ্জুনে ইন্দ্ৰকীল পৰ্বতত তপস্যা কৰিবলৈ যাত্ৰা কৰে। তেওঁৰ ভীষণ তপস্যাত ভীত দেৱতাসকলৰ প্ৰাৰ্থনাত শিৱ আৰু পাৰ্বতী কিৰাতবেশত অৰ্জুনৰ সন্মুখত উপস্থিত হয় আৰু এটা গাহৰিক বাণবিদ্ধ কৰাৰ কাৰ্য্যলৈয়ে অৰ্জুন আৰু কিৰাতৰ মাজত সজ্ঘৰ্ষৰ সৃষ্টি হয়। অৰ্জুনৰ বীৰত্বত সন্তুষ্ট হৈ কিৰাতৰূপী মহাদেৱে অৰ্জুনক তেওঁৰ অভীষ্ট পাশুপাত অস্ত্ৰ প্ৰদান কৰে।

এই কাব্যৰ মাজত পৌৰাণিক অংশ আৰু অলৌকিকতা অধিক পৰিমাণে সন্নিবেশিত হোৱাৰ ফলত আখ্যান ভাগৰ বাস্তৱতা

বহুলাংশে ক্ষুণ্ণ হৈছে। শব্দৰ যাদুকৰ ভাৰৱি পঞ্চদশ সৰ্গত শব্দক স্বেচ্ছাই গঠন কৰাত নানা সময়ত ঠায়ে ঠায়ে বিৰক্তিকৰ হৈছিল। ভাৰৱিতেই সৰ্বপ্ৰথম কৃত্ৰিম শব্দসজ্জা দেখা যায়। ইয়াৰ ফলত ভাব প্ৰতীতি নানা ঠাইত ব্যাহত হৈছে। সংক্ষিপ্ত অথচ অৰ্থ-ভূয়িষ্ঠ শব্দচয়নেই তেওঁৰ ৰচনাৰ বৈশিষ্ট্য আৰু তেওঁৰ কাব্যক যি অৰ্থ-গৌৰৱৰ অধিকাৰী কৰা হয়, ৰচনাৰ এই বৈশিষ্ট্যই তাৰ মূল। ভাষাৰ বাহ্য-ৰুক্ষতা অতিক্ৰম কৰি ভাৰৱিৰ কাব্যক মল্লিনাথে নাৰিকল ফলৰ সৈতে তুলনা কৰিছে—

"নাৰিকেল ফলসম্মিতং বচো ভাৰবেঃ সপদিতদ্বিভজ্যতে।
স্বাদয়ন্তু ৰসগৰ্ভনিৰ্ভৰং সাৰমস্য ৰসিকাযথেপ্সিতম্॥"

ভাব আৰু ভাষাই অপৰূপ প্ৰকাশভঙ্গীৰ সৈতে যুক্ত হৈ ভাৰৱিৰ কাব্যত যি নতুন মাধুৰীৰ সৃষ্টি কৰিছে সেইটো কালিদাসৰ কাব্যত দেখা নেযায়।

ভৰ্তৃহৰিঃ ভৰ্তৃহৰি ৰচিত ভট্টিকাব্য বা ৰাবণবধ দ্বাবিংশ সৰ্গত বিভক্ত। এই দ্বাবিংশ সৰ্গ আকৌ চাৰিটা কাণ্ডত বিভক্ত— প্ৰকীৰ্ণকাণ্ড, প্ৰসন্নকাণ্ড, অলঙ্কাৰকাণ্ড আৰু তিঙন্তকাণ্ড। 'ভৰ্তৃ' শব্দৰ প্ৰাকৃত ৰূপ 'ভট্টি'। গতিকে কবিৰ নাম অনুসাৰেই কাব্যৰ নামাকৰণ হৈছে। ৰামৰ জন্মৰপৰা ৰামৰদ্বাৰা সীতাৰ উদ্ধাৰ, তেওঁৰ লঙ্কাৰপৰা প্ৰত্যাবৰ্তন আৰু ৰাজ্যাভিষেকলৈকে কাব্যত বৰ্ণিত হৈছে।

কবি নিজেই কৈছে যে তেওঁ ৱলভীৰাজ শ্ৰীধৰসেনৰ পৃষ্ঠ-পোষকতাত বলভীত তেওঁৰ কাব্য ৰচনা কৰিছিল। সেয়েহে শ্লোকত কোৱা হৈছে—

"কাব্যমিদং বিঁহিতং ময়া বলভ্যাং শ্ৰীধৰসেননৰেন্দ্ৰ পালিতায়াম্।
কীৰ্তিৰিয়ং ভৱতাদভো নৃপস্য ক্ষেমকৰঃ ক্ষিতিপোযতঃ
প্ৰজানাম্॥"

শ্ৰীধৰসেন নামে চাৰিজন ৰজাৰ কথা জনা যায় আৰু তেওঁ-

লোকৰ ভিতৰত শেষৰজনৰ মৃত্যু হয় ৬৪১ খৃষ্টাব্দত। সেই চাৰিজন ৰজা বলভীতে ৪৯৫ৰপৰা ৬৪১ খৃষ্টাব্দলৈ ৰাজত্ব কৰিছিল। ইয়াৰপৰা অনুমান কৰা যায় যে ষষ্ঠ শতাব্দীৰ প্ৰথম ভাগৰপৰা সপ্তম শতাব্দীৰ মাজ সময়লৈকে এই সময়ৰ মাজত ভৰ্তৃহৰি আবিৰ্ভূত হৈছিল। কিছুমানে কয় যে মান্দাসোৰ লিপিৰ বৎসভট্টিয়ে ভট্টিকাব্যৰ কবি। আৰু বাক্যপদীয়ৰ ৰচক কবি বৈয়াকৰণ ভৰ্তৃহৰিও সেই একেই ব্যক্তি। এনেকুৱা অনুমানৰ সপক্ষে কোনো দৃঢ় যুক্তি দেখা নেযায়।

ভৰ্তৃহৰি সম্পৰ্কে প্ৰচলিত নানা কাহিনী আছে। এটা কাহিনী অনুসাৰে এজন ব্ৰাহ্মণৰ চাৰি বৰ্ণৰ চাৰিজন পত্নীৰ গৰ্ভত যথাক্ৰমে ৰৰুচি, বিক্ৰমাৰ্ক, ভট্টি আৰু ভৰ্তৃহৰিৰ জন্ম হয়। বিক্ৰমাৰ্ক ৰজা হৈছিল আৰু ভট্টি তেওঁৰ প্ৰধান মন্ত্ৰী আছিল। অন্য এটা কাহিনী অনুসাৰে বলভীৰাজ ভট্টাৰকেই ভট্টি নামে পৰিচিত আছিল। তেওঁৰ সভাকবি ভৰ্তৃহৰিয়ে এই কাব্য ৰচনা কৰি ৰজাৰ নামত প্ৰচলন কৰিছিল। তৃতীয় কাহিনী অনুসাৰে ভৰ্তৃহৰি নিজেই ৰজা আছিল। কোনো এজন ব্ৰাহ্মণে ভৰ্তৃহৰিক এটা ফল উপহাৰ দিছিল। ভৰ্তৃহৰিয়ে সেই ফলটো তেওঁৰ প্ৰিয়তমা পত্নীক দান কৰিছিল। ভৰ্তৃহৰিৰ পত্নীয়ে আকৌ সেই ফল তেওঁৰ প্ৰেয়সক দান কৰিছিল। ইয়াকে জানিব পাৰি ৰজা সংসাৰৰ প্ৰতি বীতশ্ৰদ্ধ হৈ সন্ন্যাস গ্ৰহণ কৰিছিল। সংসাৰৰ প্ৰতি বীতস্পৃহ হোৱাতেই যে পিচৰ কালত তেওঁ শতকত্ৰয় ৰচনা কৰিছিল এনেকুৱা ইঙ্গিত সুভাষিতত পোৱা যায়। শ্লোকটো এই—

"সাৰম্যা নগৰী মহান্ স নৃপতিঃ সামন্তচক্ৰং তেৎ।
পাৰ্শ্বে তস্য চ সা বিদগ্ধপৰিষত্তাশ্চন্দ্ৰ বিম্বাননাঃ॥
উদ্বৃত্ত স চ ৰাজপুত্ৰ নিৰহস্তে বন্দিনস্তাঃ কথাঃ।
সৰ্বং যস্য বশাদগাং স্মৃতিপথং কালায় তস্মৈ নমঃ॥"

এটি কাহিনীৰপৰা জনা যায় যে ভৰ্তৃহৰিয়ে তেওঁৰ শিষ্যসকলক যেতিয়া ব্যাকৰণ শিক্ষা দিছিল তেতিয়া সেই ঠাইৰ ওচৰেদি এটা

হ্যাতী যায়। এইটো অশুভ লক্ষণ বুলি ভাবি এক বছৰৰ কাৰণে তেওঁ ব্যাকৰণ শিক্ষা দিয়া বন্ধ কৰিলে আৰু কাব্যৰ মাজেদি ব্যাকৰণ শিক্ষা দিয়াৰ উদ্দেশ্তে ভট্টিকাব্য প্ৰণয়ন কৰে। ভট্টি নিজেই ভট্টিকাব্যত কৈছিল, যিসকল ব্যাকৰণত পাৰদৰ্শী তেওঁ-লোকেই কেৱল তেওঁৰ কাব্যৰ ৰসাস্বাদন কৰিব পাৰিব। তেওঁ আৰু কৈছিল, তেওঁৰ বিদ্যাবত্তাৰ কাৰণে তেওঁৰ ৰচিত কাব্য ব্যাখ্যাত বাহিৰে বোধগম্য নহব আৰু কেৱল সুধীসকলেহে ইয়াত আনন্দ পাব, জড়ধীসকলে অনুশোচনা কৰিব মাত্ৰ।

"ব্যাখ্যাগম্যমিদং কাব্যমুৎসবঃ সুধিয়ামলম্।
হতা দুৰ্মেধসশ্চাস্মিন্ বিদ্বৎ প্ৰিয়তয়া ময়া॥"

ব্যাকৰণ শিক্ষা দিয়াৰ উদ্দেশ্য লৈ কবিয়ে তেওঁৰ কাব্য ৰচনা কৰিবলৈ গৈছিল বুলিয়েই নানা সময়ত কষ্ট কৰি শব্দচয়ন কৰিব লাগিছিল। তাৰ ফলত ভাষাত কেৱল কৃত্ৰিমতা আহি পৰা নাই, ভাষা দুৰ্বোধ্যও হৈ পৰিছে। তথাপি ভট্টিকাব্যত এনে নানা ঠাই আছে যিবোৰ কাব্য-সৌন্দৰ্য্যত অতুলনীয়। দ্বিতীয় সৰ্গত শৰত কালৰ বৰ্ণনা এনেকুৱা কাব্য-সৌন্দৰ্য্যৰ অপূৰ্ব নিদৰ্শন। আকৌ সীতাৰ ৰূপ বৰ্ণনা প্ৰসঙ্গত কবিয়ে যেতিয়া এটাৰ পিচত এটা উপমাৰ অৱতাৰণা কৰিও সেই অলৌকিক ৰূপলাবণ্যৰ মনোমত প্ৰকাশ কৰিবপৰা নাছিল, কুমুদ্বতীৰেণু পিশঙ্গ-বিগ্ৰহ-ভ্ৰমৰকে চলমান পদ্মৰ ওপৰত বহি বহি ব্যৰ্থকাম দেখি কবি যেতিয়া সুৰত-লম্পট দয়িতৰ প্ৰতি মানিনী দয়িতাৰ অভিমান ব্যঞ্জনাৰ চিত্ৰ অঙ্কিত কৰিছিল তেতিয়া সত্যতঃ তেওঁৰ কবিত্ব শক্তিয়ে আমাক মুগ্ধ কৰে।

"প্ৰভাতবাতাহতিকম্পিতাকৃতিঃ কুমুদ্বতীৰেণুপিশঙ্গবিগ্ৰহম্।
নিৰাস ভৃঙ্গং কুপিতেৱ পদ্মিনী ন মানিনী সংসহতেঽন্যসঙ্গমম্॥"

ভামহ আৰু ভট্টিৰ ৰচনাংশত বহুল সাদৃশ্য আছে। এই সাদৃশ্য আৰু দশম সৰ্গত অলঙ্কাৰৰ বিবৃতিৰপৰা বহুলোকে ভট্টিক ভামহৰ

পৰৱৰ্ত্তী বুলি ভাবি লয়। ভামহৰ কাল সম্বন্ধে মতভেদ থকাত ভামহ আৰু ভট্টিৰ পূৰ্বাপৰত্ব সম্বন্ধেও মতভেদৰ নিৰশন হোৱা নাই।

**মাঘ ঃ** কালিদাসোত্তৰ যুগত কাব্য ৰচনা কৰি যিসকল যশস্বী হৈছিল, তেওঁলোকৰ ভিতৰত মাঘ অন্যতম। তেওঁ **শিশুপাল বধ** মহাকাব্যৰ ৰচয়িতা। পঞ্চ মহাকাব্যৰ ভিতৰত শিশুপাল বধো এখন বুলি ধৰি লোৱা হৈছে। ধাৰা ৰাজ্যৰ ৰজাৰ পৃষ্ঠপোষকতাত তেওঁ সাহিত্য সাধনা কৰিছিল। কিংবদন্তী অনুসাৰে জানিব পাৰি যে অভাৱৰ তাড়না সহ্য কৰিব নোৱাৰি কবি মাঘে এদিন এটা শ্লোক ৰচনা কৰি পত্নীৰ হাতত দি পত্নীক ৰাজসভালৈ পঠাইছিল। শ্লোকটো এই ঃ—

"কুমুদবনমপশ্রি শ্রীমদম্ভোজখণ্ডং ত্যজতি মদমূলূকঃ
প্রীতিমাংশ্চক্রবাকঃ।
উদৰমহিমৰশ্মির্যাতি শীতাংশুৰস্তং হতবিধিললিতানাং হা
বিচিত্রো বিপাকঃ॥"

ৰজাই শ্লোকটো দেখি আনন্দিত হয় আৰু কবি-জায়াক কিছু অর্থ দান দিয়ে। বাটত অহাৰ সময়ত কিছুমান ভিক্ষুকৰ কাতৰ প্রাৰ্থনাত কবি-পত্নীয়ে সকলোখিনি অর্থ বিলাই দিয়ে আৰু যেতিয়া ৰিক্ত হাতেৰে ঘৰলৈ উভতি আহে তেতিয়াও ভিক্ষুকৰ দলটোৱে তেওঁক অনুসৰণ কৰে। এই অৱস্থা শুনি আৰু দেখি কবিয়ে কেইটামান শ্লোকত দৰিদ্ৰৰ বেদনা বৰ্ণনা কৰি সেই ঠাইত পৰি মৃত্যুবৰণ কৰে। ৰজাই এই সংবাদ শুনি অত্যন্ত মর্মাহত হয় আৰু কবিৰ অন্ত্যেষ্টিক্রিয়াৰ সকলো ব্যৱস্থা কৰি দিয়ে। পিচত কবিৰ স্মৃতিক স্মৰণীয় কৰি ৰাখিবৰ কাৰণে কবিৰ নামত এখন পাৰ্বৰ নামাকৰণ কৰিলে।

শিশুপাল বধৰ শেষৰপিনে থকা পাঁচটি শ্লোকৰপৰা কবি মাঘৰ পৰিচয় কিছু জানিবপৰা যায়। তেওঁৰ পিতৃৰ নাম দত্তক সৰ্বাশ্রয় আৰু তেওঁৰ পিতামহ সুপ্ৰভদেৱ বৰ্মলা বা বৰ্মলাট নামক কোনো

এজন ৰজাৰ মন্ত্ৰী আছিল। ইয়াতকৈ বেচি সংবাদ তেওঁ নিজে দিয়া নাই। মাঘৰ কিছুমান উপমা একান্ত নিজস্ব আৰু এনেকুৱা এটা উপমাত অস্তগমনোন্মুখ আৰু উদীয়মান চন্দ্ৰৰ মধ্যবৰ্ত্তী অচল শিখৰক উভয় কাষত ঘণ্টা বন্ধা হাতীৰ লগত তুলনা কৰি তেওঁ ঘণ্টা-মাঘ নামে প্ৰসিদ্ধি অৰ্জন কৰিছিল।

কবি মাঘ কৃষ্ণৰ ভক্ত আছিল। তেওঁ যে কৃষ্ণভক্ত আছিল ইয়াৰ নানা প্ৰমাণ পোৱা যায়। কিন্তু অন্যান্য ধৰ্ম সম্বন্ধেও তেওঁৰ উদাৰ দৃষ্টিভঙ্গী আছিল। বুদ্ধ আৰু বৌদ্ধ ধৰ্মৰ প্ৰতি তেওঁৰ অনুৰাগ আছিল আৰু এঠাইত তেওঁ তেওঁৰ পিতামহ সুপ্ৰভদেৱৰ সম্বন্ধে কৈছিল যে তেওঁৰ পিতামহৰ মন্ত্ৰণা ৰজা বৰ্মলাটে শ্ৰদ্ধাৰ সৈতে শুনিছিল, যেনেকৈ জনসাধাৰণে বুদ্ধদেৱৰ উপদেশাৱলী শুনিছিল। কৃষ্ণক বোধিসত্ত্বৰ সৈতে আৰু শিশুপাল আৰু তেওঁৰ অনুচৰবিলাকক মাৰ আৰু তেওঁৰ অনুচৰবৰ্গৰ লগত কৰা তুলনাৰ-পৰা বৌদ্ধধৰ্মৰ প্ৰতি থকা কবিৰ অনুৰাগ প্ৰকাশিত হয়। প্ৰভাচন্দ্ৰই তেওঁৰ প্ৰভাবক চৰিতত মাঘৰ পিতৃব্য শুভঙ্কৰক 'শ্ৰেষ্ঠি' আখ্যা দিছিল। সাধাৰণতে জৈনবিলাকৰ সম্বন্ধেহে সেই আখ্যা প্ৰচলিত। মাঘে যদি শিশুপাল বধত কৃষ্ণক পৰমপুৰুষ বুলি প্ৰচাৰ নকৰিলেহেঁতেন তেনেহলে, তেওঁক জৈন বা বুদ্ধ বুলি গ্ৰহণ কৰাৰ সপক্ষে কোনো প্ৰত্যক্ষ আপত্তি নাথাকিলহেঁতেন।

শিশুপাল বধৰপৰা প্ৰমাণিত হয় যে মাঘ কেৱল এজন মহান কবিয়ে নাছিল, তেওঁৰ বহুমুখী প্ৰতিভাই বিভিন্ন শাস্ত্ৰত তেওঁক অগাধ ব্যুৎপত্তিও দান কৰিছিল। বিশেষ কৰি মাঘ এজন মহান বৈয়াকৰণ আছিল। ব্যাকৰণ বুৎপত্তিৰ ছাপ তেওঁৰ ৰচনাৰ প্ৰায় ছত্ৰে ছত্ৰে দেখা যায় আৰু নানা সময়ত ধৰি লোৱা হয় যে এই বিষয়ত ভট্টিৰ দ্বাৰা তেওঁ প্ৰভাবিত হৈছিল। শিশুপাল বধৰ এটা শ্লোকত তেওঁ কাশিকাবৃত্তি আৰু ন্যাস নামে ব্যাকৰণ শাস্ত্ৰৰ দুখন প্ৰসিদ্ধ গ্ৰন্থৰ নাম উল্লেখ কৰিছিল বুলি কিছুমানে কয়। ৰাজনীতি

শাস্ত্ৰত তেওঁৰ জ্ঞান শিশুপাল বধৰ দ্বিতীয় সৰ্গত উদ্ধব আৰু বলোৰামৰ ভাষণত পৰিস্ফুট হৈছে। উদ্ধৱে তেওঁৰ সুদীৰ্ঘ ভাষণত ৰজাৰ স্বৰূপ সম্বন্ধে যেতিয়া কৈছিল—

"বুদ্ধিশাস্ত্ৰঃ প্ৰকৃত্যঙ্গো ঘনসংবৃতি কঞ্চুকঃ।
চাৰেক্ষণো দূতমুখঃ পুৰুষঃ কোঽপি পাৰ্থিবঃ॥"

—শিশুপাল বধ, ২. ৮২

তেতিয়া তেওঁক আমি প্ৰবীণ ৰাজনীতি বিশাৰদৰূপে দেখিবলৈ পাওঁ। বৌদ্ধ-দৰ্শন, সাংখ্য দৰ্শন, কামশাস্ত্ৰ, অলঙ্কাৰশাস্ত্ৰ, জ্যোতিষ-শাস্ত্ৰ, পুৰাণ প্ৰভৃতিতো তেওঁৰ জ্ঞানৰ পৰিচয় পোৱা যায়।

সোমদেৱে তেওঁৰ যশস্তিলকচম্পুত, ৰাজশেখৰে তেওঁৰ কাব্য-মীমাংসাত, আনন্দবৰ্দ্ধনে তেওঁৰ ধ্বন্যালোকত, ভোজে তেওঁৰ সৰস্বতীকণ্ঠাভৰণত কবি মাঘৰ উল্লেখ কৰিছিল। সুভাষিতাবলী, ঔচিত্যবিচাৰ চৰ্চা প্ৰভৃতি গ্ৰন্থতো মাঘৰ ৰচিত বুলি কিছুমান শ্লোক উদ্ধৃত হৈছে। আগতে কোৱা হৈছে যে মাঘৰ পিতামহ সুপ্ৰভদেব বৰ্মল নামক ৰজাৰ মন্ত্ৰী আছিল। এই বৰ্মলাট আৰু বৰ্মল যদি একে ব্যক্তি হয় তেনেহলে সপ্তম শতাব্দীতে মাঘৰ আবিৰ্ভাৱ কাল বুলি ধৰি লব পৰা যায়। আগতে আকৌ কোৱা হৈছে যে মাঘে কাশিকাবৃত্তি আৰু ন্যাসৰ উল্লেখ কৰিছিল। কাশিকাবৃত্তি জয়াদিত্য আৰু বামনৰ ৰচিত। I tsing-ৰ মতে ৬৬১ খৃষ্টাব্দত জয়াদিত্যৰ মৃত্যু হয়। একালেদি বিচাৰ কৰিলেও সপ্তম খৃষ্টাব্দই মাঘৰ আবিৰ্ভাৱ কাল বুলি ধৰি লোৱা হয়। বামনে অষ্টম খৃষ্টাব্দত আৰু আনন্দবৰ্দ্ধনে নৱম খৃষ্টাব্দৰ মাজ ভাগত মাঘৰ উল্লেখ কৰিছিল। ইয়ো আগতে উল্লেখ কৰা অনুমানকেই সমৰ্থন কৰে।

মেৰুতুঙ্গৰ প্ৰবন্ধচিন্তামণিৰপৰা আমি জানিব পাৰো যে গুজৰাটৰ মাল নামক ঠাইত মাঘৰ জন্ম হয় আৰু মালবান্তঃপাতি ধাৰা ৰাজ্যৰ ৰজা ভোজৰ তেওঁ সমসাময়িক। বল্লালে ভোজ-

গ্ৰন্থতো সেইটোকে কৈছিল। প্ৰভাচন্দ্ৰৰ প্ৰভাবক চৰিতত কোৱা হৈছে যে মাঘৰ পিতৃব্যপুত্ৰ সিদ্ধই উপমিতিভৱপ্ৰপঞ্চ নামক এখন গ্ৰন্থ ৰচনা কৰিছিল। সেই তুখন গ্ৰন্থ অনুসাৰে দশম বা একাদশ শতাব্দীয়েই মাঘৰ আবিৰ্ভাৱ কাল। ৰজা ভোজে তেওঁৰ সৰস্বতীকণ্ঠাভৰণত মাঘৰ উল্লেখ কৰিছিল আৰু তেওঁ একাদশ খৃষ্টাব্দৰ।

মাঘে তেওঁৰ শিশুপাল বধৰ বিষয়-বস্তু মহাভাৰতৰপৰা গ্ৰহণ কৰিছিল। তথাপি কোনো কোনো অংশত মহাভাৰতৰ আখ্যান-ভাগৰপৰা কিছু পাৰ্থক্য দেখা যায়। শিশুপালেই যে পূৰ্বজন্মত ৰাৱণ আৰু হিৰণ্যকশিপু আছিল, ইয়াক মাঘে বিষ্ণু পুৰাণ আৰু ভাগৱত পুৰাণৰপৰা গ্ৰহণ কৰিছিল। মহাভাৰতত মাত্ৰ অংশত ইয়াৰ উল্লেখ পোৱা যায়—

"দিতেঃ পুত্ৰস্তু যো ৰাজন্ হিৰণ্যকশিপুঃ স্মৃতঃ।
স যজ্ঞে মানুষে লোকে শিশুপালো নৰৰ্ষভঃ॥"

যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত অৰ্ঘ পোৱাৰ যোগ্যতম অধিকাৰী যে কৃষ্ণ সেইকথা শিশুপাল বধত আৰু মহাভাৰতত ভীষ্মই কৈছিল, ভাগৱত পুৰাণত সেই কথা সহদেৱৰ মুখত। কৃষ্ণই যে শিশুপালৰ শত অপৰাধ ক্ষমা কৰিবৰ প্ৰতিশ্ৰুতি দিছিল ইয়াৰ উল্লেখ মহাভাৰতত আছে, কিন্তু ভাগৱত আৰু বিষ্ণু পুৰাণত নাই। এনেকুৱা আলোচনাত দেখা যায় যে মাঘে প্ৰধানভাবে মহাভাৰতক অবলম্বন কৰি তেওঁৰ কাব্য ৰচনা কৰিছিল।

কৃষ্ণৰ দ্বাৰা চেদিৰাজ দামঘোষৰ ঔৰসত শ্ৰুতশ্ৰৱাৰ গৰ্ভত জাত শিশুপালৰ নিধন কাহিনীক অবলম্বন কৰি ২০টা সৰ্গত বিভক্ত মহাকাব্য শিশুপাল বধ। প্ৰথম সৰ্গত নাৰদ শ্ৰীহৰিৰ ওচৰত উপস্থিত হয়। হৰিৰ দ্বাৰা অভ্যৰ্থিত হৈ কুশল প্ৰশ্নাদিৰ পিচত, পূৰ্বে হিৰণ্যকশিপু আৰু ৰাৱণৰ অত্যাচাৰৰপৰা শ্ৰীহৰিয়ে কিদৰে পৃথিৱীক মুক্ত কৰিছিল তাৰ বৰ্ণনা কৰি নাৰদে তেওঁলোকৰ

অৱতাৰ শিশুপালৰ অত্যাচাৰ কাহিনী বৰ্ণনা কৰিলে আৰু ইন্দ্ৰই শিশুপালক বধ কৰাৰ কাৰণে নাৰদৰ মাধ্যমত কৃষ্ণৰ ওচৰত থি অনুৰোধ জ্ঞাপন কৰিছিল, তাকেহে কৈছিল; শ্ৰীহৰিয়ে এই কথাত সম্মতি দান কৰিছিল। দ্বিতীয় সৰ্গত দেখা যায়, শিশুপালক বধ কৰাৰ কাৰণে কৃষ্ণই যেতিয়া যুদ্ধযাত্ৰাত উদ্যত হৈছিল এনে সময়ত যুধিষ্ঠিৰৰ আমন্ত্ৰণ আহি পৰিল। কৰ্তব্য নিৰ্দ্ধাৰণত বিমূঢ় কৃষ্ণই মন্ত্ৰণাৰ কাৰণে উদ্ধৱ আৰু বলৰামক আহ্বান কৰিলে। এই সৰ্গত উদ্ধৱ আৰু বলৰামৰ দীৰ্ঘ ভাষণ ৰাজনীতিৰ বিশদ ব্যাখ্যাত পূৰ্ণ। শেষ তিনি সৰ্গত কৃষ্ণ আৰু শিশুপালৰ যুদ্ধৰ বৰ্ণনা।

কাব্য সৌন্দৰ্য্যত আৰু গৌৰৱত ভাৰবিৰ কিৰাতাৰ্জুনীয়ক অতিক্ৰম কৰি সুনিৰ্দিষ্ট পৰিকল্পনা লৈ মাঘে তেওঁৰ শিশুপাল বধ ৰচনা কৰিছিল, এনেকুৱা প্ৰসিদ্ধি আছে। মাঘে যে এই বিষয়ত সাফল্য অৰ্জন কৰিছিল সেইটো প্ৰচলিত শ্লোকৰপৰা বুজা যায়। মাঘৰ কাব্যত কালিদাসৰ উপমা, ভাৰবিৰ অৰ্থ-গৌৰৱ আৰু দণ্ডীৰ পদ-লালিত্যৰ অপূৰ্ব সমন্বয় যে হৈছে এনেকুৱাভাৱে নানা লোকে এসময়ত ভাবিছিল। শ্লোকত এইদৰে কোৱা আছে—

(১) "উপমা কালিদাসস্য ভাৰবেৰৰ্থগৌৰৱম্।
দণ্ডিনঃ পদলালিত্যং মাঘে সন্তি ত্ৰয়োগুণাঃ॥"

(২) "ভাবদ্ভাঃ ভাৰবেৰ্ভাতি যাবৎ মাঘস্য নোদয়ঃ।
উদিতে চ পুনৰ্মাঘে ভাৰবেৰ্ভৱবেৰিব॥"

এই কথা নানা লোকে মাঘৰ জনপ্ৰিয়তাৰ অতিৰঞ্জিত প্ৰকাশ বুলি ভাবি লৈছে। কবি মাঘৰ শব্দ-ভাণ্ডাৰ এনে চহকী আছিল যে শিশুপাল বধৰ ৯টা সৰ্গ পঢ়াৰ পাচত, পঢ়োতাই এটা নতুন শব্দ নেপায়। সেয়েহে কোৱা হৈছে ;—

"নৱসৰ্গগতে মাঘে নৱশব্দ ন বিদ্যতে।"

আকৌ কবপৰা যায় যে ভাৰবিক লক্ষ্য কৰি কাব্য ৰচনা কৰিবলৈ যোৱাৰ উদগ্ৰ চেষ্টাই মাঘৰ মৌলিকত্বক অনেক অংশত

খৰ্ব কৰিছে। ভাৰৱিৰ গুণাৱলী মাঘে তেওঁৰ কাব্য শিশুপাল বধত দেখুৱাব পাৰিছিল যে এইটো সত্য, কিন্তু ভাৰৱিৰ দোষবিলাকো তেওঁৰ কাব্যত অতিমাত্ৰাই প্ৰকট হৈ পৰিছে। অসাধাৰণ কবিত্ব শক্তিৰ আৰু অনবদ্য প্ৰতিভাৰ অধিকাৰী হৈয়ো কেৱল পূৰ্ববৰ্তী কবিসকলৰ শক্তি আৰু যশস্যাক ম্লান কৰাৰ উগ্ৰ আকাঙ্ক্ষা লৈ মাঘে তেওঁৰ কবি-জীৱনৰ সূচনা কৰিছিল, যাৰ ফলত নিজস্ব মৌলিকতাক কেতিয়াও তেওঁ স্বকীয় ছন্দত চলাবলৈ দিয়া নাই। ফলত তেওঁৰ স্বকীয়তা সংস্কৃত সাহিত্যত যিয়ে দিব পাৰে সেইটোয়ে দিয়া নাই। কিন্তু যিয়ে দিয়া নাই সেইটো দিয়াৰ শক্তি যে তেওঁৰ আছিল তাৰ প্ৰমাণ শিশুপাল বধ কাব্যৰ সকলোতে বৈ আছে। অলঙ্কাৰ সৌন্দৰ্য্যত আৰু ছন্দৰ ব্যৱহাৰত মাঘে অৱশ্যে ভাৰৱিক অতিক্ৰম কৰিছিল, কিন্তু কাব্য সৌন্দৰ্য্যত শিশুপাল বধে কিৰাতাৰ্জুনীয়ক অতিক্ৰম যে কৰিছে এই কথা ভাবিব নোৱাৰি। ভাষাৰ যাদুকৰ মাঘে ভাষাক ইচ্ছামতে ৰূপদান কৰাৰ কৌশল নানা সময়ত অতিৰিক্ত মাত্ৰাত দেখুৱাই পাঠকৰ ৰুচিক ক্ষুন্ন কৰিছে। নিজৰ কাব্যৰ বৈশিষ্ট্যৰ কথা মাঘে নিজেই কৈছিল—

"মদীয়সীমপি ঘনামনল্পগুণকল্পিতাম্।
প্ৰসাৰয়ন্তি কুশলাশ্চিত্ৰাং বাচং পটীমিব।"

শব্দ আৰু অৰ্থৰ সমন্বয়েই যে সৎ কবিৰ পৰমা সৃষ্টি, অনুজ্ঝিতাৰ্থ সম্বন্ধ প্ৰবন্ধই যে কবিত্ব শক্তিৰ পৰাকাষ্ঠা ইয়াক মাঘে নিজেই কৈছিল—

"শব্দাৰ্থৌ সৎকবিৰিব দ্বয়ং বিদ্বানপেক্ষতে।
অনুজ্ঝিতাৰ্থ সম্বন্ধঃ প্ৰবন্ধো দুৰুদাহৰঃ॥"

আৰু স্বীকাৰ কৰিবই লাগিব যে শিশুপাল বধত মাঘে সেই শক্তিৰ পৰিচয়ো দিছিল।

**বাক্‌পতিঃ** বাকপতি প্ৰাকৃত কাব্য গৌড়াবহোৰ ৰচক। এই কাব্যখনত ১২০৯টা শ্লোক আছে। গ্ৰন্থকাৰ কনৌজৰ ৰজা

যশোবৰ্মনৰ পৃষ্ঠপোষক আছিল। সেয়েহে যশোবৰ্মনৰ দ্বাৰা বধিত গৌদৰ নিধনৰ কাহিনী বাক্‌পতিয়ে কাব্যত বৰ্ণনা কৰিছে। এই কাব্যখনৰ ৰচনা কাল ৭৩০ খৃষ্টাব্দত বুলি ধৰি লোৱা হৈছে।

হৰিচন্দ্ৰই ধৰ্মাচাৰ্য্য অভ্যুদয় নামক এখন কাব্য একবিংশতি সৰ্গত ৰচনা কৰিছিল। জৈন ঋষি ধৰ্মনাথৰ জীৱনী এই কাব্যখনত আলোচনা কৰা হৈছে। তেওঁ মাঘ আৰু বাক্‌পতিৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল। তেওঁৰ আবিৰ্ভাবকাল প্ৰায় ৮০০ খৃষ্টাব্দত বুলি অনুমান কৰা হয়। নীতিবৰ্মনে পাঁচটা সৰ্গত কীচক বধ কাব্য লিখে। ভীমসেনৰ হাতত কীচক নিধনৰ বৰ্ণনা কাব্যখনত পোৱা যায়। এই কাব্যখন অৰ্থ-গৌৰবেৰে পৰিপূৰ্ণ হৈছে। নীতিবৰ্মন নবম শতিকাৰ কবি।

কাশ্মীৰৰ ৰজা অৱন্তীবৰ্মনৰ সভাকবি ৰত্নাকৰে পঞ্চাশটা সৰ্গত হৰবিজয় নামক এখন কাব্য লিখে। গ্ৰন্থকাৰৰ উপাধি আছিল ৰাজনক, বাগীশ্বৰ আৰু বিদ্যাধিপতি। এই কাব্যখন চাৰিহাজাৰ শ্লোকেৰে পৰিপূৰ্ণ; আৰু শিৱৰ দ্বাৰা অন্ধক দানৱৰ নিধন কাৰ্য্যৰ বিৱৰণ ইয়াত পোৱা যায়। এখন আদৰ্শ মহাকাব্য ৰচনাৰ চেষ্টা কবিয়ে কৰিছিল যদিও মহাকাব্য হিচাবে ই পণ্ডিত সমাজত সমাদৃত নহ'ল। ৰজা অৱন্তীবৰ্মনৰ দ্বাৰা সমাদৃত আৰু এজন কবি হ'ল শিৱস্বামিন্। তেওঁৰ কাব্যখনৰ নাম হ'ল কফিন অভ্যুদয়। এই কাব্যখন বিংশতি সৰ্গত বিভক্ত। ন্যায়িক পণ্ডিত জয়ন্ত ভট্টৰ পুত্ৰ অভিনন্দ কাদম্বৰী কথাসাৰ কাব্যৰ ৰচক। বাণৰ কাদম্বৰীৰ কাহিনী লৈ তেওঁ আঠোটা সৰ্গত এই কাব্যখন লিখে। আকৌ আন এজন অভিনন্দ নামৰ কবি আছিল কাশ্মীৰীয় পণ্ডিত শতানন্দৰ পুত্ৰ। তেওঁ ৰামচৰিত কাব্যখন ৩৬টা সৰ্গত লিখি উলিয়ায়। কিষ্কিন্ধ খণ্ডত থকা বৰ্ষা বৰ্ণনাৰ আৰম্ভনিৰে ৰামৰ অভিষেক বৰ্ণনাত শেষ কৰা কাহিনীয়ে কাব্যখনৰ বিষয়বস্তু। এই গ্ৰন্থখন অসম্পূৰ্ণ হৈ ৰ'ল। পিচত দুজন লিখকে ইয়াৰ লগত আৰু

চাৰিটা সৰ্গ যোগ দি কাব্যখনৰ সমাপ্তি ঘটায়। গতিকে ৰামচৰিত কাব্যখনত ৪০টা সৰ্গ পোৱা যায়।

পদ্মগুপ্ত নামে এজন কবিয়ে অষ্টাদশ সৰ্গত নৱসাহসাঙ্কচৰিত নামক এখন কাব্য লিখে। এই কাব্যখনত কবিৰ পৃষ্ঠপোষকৰ জীৱনী বৰ্ণনা কৰা হৈছে। পদ্মগুপ্ত পৰমাৰ ৰজা মুঞ্জ, সিন্ধুৰাজ আৰু ভোজৰজাৰ ৰাজসভাৰ কবি আছিল। উল্লিখিত দ্বিতীয় ৰজাজনৰ উপাধি আছিল নৱসাহশঙ্কা। কাব্যখনত কবিৰ পৃষ্ঠ-পোষকৰ গৌৰব বৰ্ণিত হৈছে। একাদশ শতিকাৰ প্ৰথম ভাগত কাশ্মীৰৰ ক্ষেমেন্দ্ৰ এজন বিখ্যাত লিখক আছিল। তেওঁ ৰামায়ণ মঞ্জৰী আৰু দশাৱতাৰ চৰিত লিখি প্ৰসিদ্ধি লাভ কৰিছিল।

শ্ৰীকণ্ঠ চৰিত কাব্যৰ লিখক মাংখ। এই কাব্যখন পঞ্চবিংশতি সৰ্গত বিভক্ত। ইয়াত শিৱৰদ্বাৰা ধ্বংস হোৱা তিনিখন নগৰৰ বৰ্ণনা আছে। হেমচন্দ্ৰ ( ১০৮৮-১১৭২ খৃঃ ) এজন বিখ্যাত লিখক আৰু জৈন মনীষী। তেওঁ ত্ৰিষষ্টিচালক পুৰুষ চৰিত আৰু দ্ব্যাশ্ৰয়-কাব্য নামক দুখন কাব্য লিখে। দ্বাদশ শতিকাৰ শেষ ভাগত কবিৰাজ নামক এজন কবিয়ে পাৰিজাত হৰণ কাব্য দহটা সৰ্গত লিখে। শ্ৰীকৃষ্ণই স্বৰ্গৰপৰা মৰ্ত্তলৈ পাৰিজাত অনাৰ বিবৰণ এই কাব্যখনত পোৱা যায়।

**শ্ৰীহৰ্ষ :** দ্বাদশ শতিকাৰ শেষ ভাগত কনৌজৰাজ বিজয়চন্দ্ৰ আৰু জয়চন্দ্ৰৰ পৃষ্ঠপোষকতাত কাব্য লিখিছিল শ্ৰীহৰ্ষই। তেওঁৰ পিতৃৰ নাম হীৰা আৰু মাতৃৰ নাম মমলা দেবী। শ্ৰীহৰ্ষৰ ৰচিত কাব্যখনক মহাকাব্য আখ্যা দিয়া হৈছে। পঞ্চ মহাকাব্যৰ ভিতৰত ইয়ো এখন। এই মহাকাব্যখনৰ নাম হ'ল নৈষধ চৰিত। ইয়াত দ্বাবিংশতি সৰ্গ আছে। এই মহাকাব্যখন কবিৰ দ্বাৰা অসমাপ্ত। নল দময়ন্তীৰ জীৱনীয়ে মহাকাব্যখনৰ বিষয়-বস্তু।

## নৈষধ চৰিতৰ বিষয় বস্তু

**প্ৰথম সৰ্গ :** নৈষধ অধিপতি নলৰ গুণ কীৰ্তন। দময়ন্তীৰ গুণত বিমুগ্ধ নলৰজাৰ মনোবিকাৰ, প্ৰমোদ বনলৈ গমন, তাত তেওঁৰ দ্বাৰা হংস ধাৰণ আৰু তেওঁৰ পৰা হংসৰ পৰিত্যাগ।

**দ্বিতীয় সৰ্গ :** হংসৰ মুখৰপৰা বিদৰ্ভৰাজ-কন্যা দময়ন্তীৰ ৰূপলাৱণ্য নলৰজাৰ শ্ৰৱণ আৰু কুণ্ডিলপুৰলৈ হংসক প্ৰেৰণ।

**তৃতীয় সৰ্গ :** ভৈমী-হংস সম্বাদ, হংসৰপৰা দময়ন্তীৰ নলৰ ৰূপ-গুণ শ্ৰৱণ আৰু পিতৃ ভীমৰ চিন্তা।

**চতুৰ্থ সৰ্গ :** দময়ন্তীৰ বিৰহ বিকাৰ আৰু ভীমৰ দ্বাৰা তাৰ অবলোকন।

**পঞ্চম সৰ্গ :** দময়ন্তীৰ স্বয়ম্বৰ উদ্যোগ, ইন্দ্ৰ-নাৰদ সংবাদ, নাৰদৰ মুখৰপৰা মহেন্দ্ৰৰ স্বয়ম্বৰ সংবাদৰ মনোবিশেষ। স্বয়ম্বৰ দেখাৰ উদ্দেশ্যে ইন্দ্ৰৰ কুণ্ডিলপুৰলৈ যাত্ৰা। বাটত নলৰ লগত পৰিচয়। ইন্দ্ৰৰপৰা তিৰস্কৰণী বিদ্যা গ্ৰহণ।

**ষষ্ঠ সৰ্গ :** নলৰ ভীমৰাজ সদনত প্ৰবেশ, দময়ন্তীৰ প্ৰতি দৃষ্টি।

**সপ্তম সৰ্গ :** ৰাজকন্যাৰ অলৌকিক ৰূপ বৰ্ণনা।

**অষ্টম সৰ্গ :** নলৰ অতিশয় ৰূপ বৰ্ণনা, পুষ্কৰিণীক উদ্দেশ্য কৰি দিয়া তেওঁৰ ভাষণ।

**নৱম সৰ্গ :** নল দময়ন্তী সংবাদ, আৰু ইজনৰ সিজনৰ প্ৰতি অনুৰাগ।

**দশম সৰ্গ :** স্বয়ম্বৰ বৃত্তান্ত বৰ্ণনা, স্বয়ম্বৰ সভা দেখিবলৈ যম, অগ্নি, বৰুণ আদিৰ গমন, আন আন দিগ্‌পতিসকলৰো তাত উপস্থিত হোৱাৰ কাৰণে কথোপকথন। দময়ন্তীৰ বৰ্ণনা।

**একাদশ সৰ্গ :** স্বয়ম্বৰ সভাত উপস্থিত হোৱা ৰজাসকলৰ বৰ্ণনা।

**দ্বাদশ সৰ্গ :** দময়ন্তীৰ অলীকভাবে নলৰ লগত সাক্ষাত হোৱাৰ বৰ্ণনা।

**ত্ৰয়োদশ সৰ্গ :** লোকপালসকলৰ দ্বাৰা নলৰ বৰ্ণনা।

চতুৰ্দশ সৰ্গ : স্বয়ম্বৰ। দিক্‌পালসকলৰপৰা নলৰ বিষয়ে জ্ঞানলাভ কৰাৰ কাৰণে দময়ন্তীৰ একাগ্ৰতা। দেৱতাসকলৰ নলৰজালৈ বৰ প্ৰদান।

পঞ্চদশ সৰ্গ : নলক অনাৰ কাৰণে বিদৰ্ভ ৰজাৰ দূত প্ৰেৰণ। দূতৰপৰা ভীমৰ বচন শুনি তেওঁক দেখা কৰাৰ কাৰণে প্ৰতিশ্ৰুতি, দূতক পাৰিতোষিক দান, নল-দময়ন্তীক দেখা কৰাৰ কাৰণে পিক্কা পুৰনাৰীসকলৰ প্ৰসাধন বৰ্ণনা।

ষোড়শ সৰ্গ : বিদৰ্ভ ৰজাৰ দ্বাৰা নল সম্ভাষণ, নললৈ দময়ন্তীক সম্প্ৰদান, যৌতুক দান আৰু নলৰ নিজ পুৰীলৈ গমন।

সপ্তদশ সৰ্গ : ইন্দ্ৰাদি দেৱতাসকলৰ স্বৰ্গলৈ গমন কৰা সময়ত পথত থকা মেঘাদিৰ বৰ্ণনা ; বাটত ইন্দ্ৰ আৰু কলিৰ সাক্ষাতকাৰ। কলিৰ নৈষধ ৰাজ্যত অৱস্থিতি।

অষ্টাদশ সৰ্গ : নল-দময়ন্তীৰ সম্ভোগ সৌধবিভূতি কীৰ্তন, দুয়োজনৰ বিহাৰ প্ৰকাৰ কথন।

ঊনবিংশ সৰ্গ : প্ৰভাত বৰ্ণনা।

বিংশ সৰ্গ : দময়ন্তী নলৰ অন্যান্য ৰাগ অভিব্যঞ্জক আখ্যান, দময়ন্তী সখী কলাৰ দ্বাৰা নলৰ উক্তি, প্ৰত্যুক্তি। বৈতালিকৰ দ্বাৰা মধ্যাহ্ন সময় বৰ্ণনা।

একবিংশ সৰ্গ : নলৰ পূজাগৃহ বৰ্ণনা, তাত থকা নানা উপচাৰ, সূৰ্য্য, গিৰিজাপতি আৰু বিষ্ণুৰ দ্বাদশ মূৰ্ত্তিৰ বৰ্ণনা। নল-দময়ন্তীৰ অভিভাষণ, সন্ধ্যা সময়ত নলৰ বহিৰ্গমন।

দ্বাবিংশ সৰ্গ : সন্ধ্যাকাল বৰ্ণনা, অন্ধকাৰ বৰ্ণনা ; তাৰ পিচত চন্দ্ৰ উদয়ৰ বৰ্ণনা। এইবোৰ বৰ্ণনাৰ দ্বাৰা উক্ত শেষ সৰ্গ সমাপ্ত কৰা হৈছে।

এই নৈষধ চৰিত মহাকাব্যখনৰ নায়ক নল। তেওঁ ধীৰদত্ত। নায়িকা দময়ন্তী স্বকীয় গুণৰ দ্বাৰা সকলোৰে প্ৰশংসাৰ অধিকাৰিণী।

কবি শ্ৰীহৰ্ষই তেওঁৰ বৰ্ণনাৰ কাৰণে কোনো সীমা লঙ্ঘ্য কৰা

নাই। প্ৰত্যেকটো সৰু ঘটনা সম্পূৰ্ণভাৱে বৰ্ণিত হৈছে। তেওঁ কাব্যৰ ঘটনা সৃষ্টিত, অলঙ্কাৰ প্ৰয়োগত, ৰস অঙ্কনত আৰু কল্পনা সৃষ্টিত দক্ষতা দেখুৱাব পাৰিছে। শ্ৰীহৰ্ষৰ কাব্যসৃষ্টিৰ কৌশল অসীম। বিদ্বানসকলে অভিধানৰ সহায় নোলোৱাকৈ তেওঁৰ দ্বাৰা ৰচিত নৈষধ চৰিত সহজে বুজিব নোৱাৰে। নৈষধ চৰিত মহাকাব্য-খনৰপৰা কেইটামান আমোদজনক খবৰ পোৱা যায়। এইবোৰ হ'ল—কন্যাপক্ষই বিয়াত প্ৰধান অংশ গ্ৰহণ কৰিছে, ভাল লোক-বিলাকে তেওঁলোকৰ নাম নিজে উচ্চাৰণ কৰা নাই। বিয়াৰ উৎসৱ উপলক্ষে ঘৰৰ প্ৰবেশ পথত কলগছৰে শোভা বৰ্দ্ধন কৰা হয়। ইয়াৰ উপৰিও নৈষধ চৰিতৰ শেষৰ কেইটামান সৰ্গত শ্ৰীহৰ্ষই তেওঁৰ গ্ৰন্থৰ উল্লেখ কৰা দেখা যায়। সেইবোৰৰ ভিতৰত কেইখন-মানৰ নাম দিয়া হ'ল; যেনে—বিজয় প্ৰশস্তি, খণ্ডন খণ্ডখাদ্য, গৌদৰবিশকুল প্ৰশস্তি, শিৱশক্তিসাধন, চম্পু নৱসাহশঙ্ক চৰিত। খণ্ডন খণ্ডত বাহিৰে তেওঁৰ দ্বাৰা ৰচিত বাকী গ্ৰন্থ দেখিবলৈ পোৱা নেযায়।

বালচন্দ্ৰ সুৰিয়ে ১২৪০ খৃষ্টাব্দত চতুৰ্দশ সৰ্গত বসন্ত বিলাস নামে এখন কাব্য লিখে। অমৰচন্দ্ৰই মহাভাৰতৰ ওপৰত ভিত্তি কৰি ৪৪টা সৰ্গত বালচৰিত নামক এখন কাব্য ৰচনা কৰে। এই কাব্যখনে ভাষাৰ মাধুৰ্য্যৰ কাৰণে কালিদাসৰ ৰঘুবংশৰ কাষ চাপিব পাৰে।

দেৱপ্ৰভাসুৰি: তেৰ শতিকাৰ মাজভাগত দেৱপ্ৰভাসুৰিয়ে অষ্টাদশ সৰ্গত পাণ্ডৱ চৰিত্ৰ কাব্য প্ৰকাশ কৰে। এই কাব্যখনত পাণ্ডৱসকলৰ জীৱন বৃত্তান্ত অঙ্কন কৰা হৈছে। ধৰ্ম চৰ্চা কৰাৰ আৱশ্যকতা বিষয়ে গ্ৰন্থকাৰে জোৰ দিয়া দেখা গৈছে। জৈন মনীষী প্ৰভাকৰৰ বিষয়ে চন্দ্ৰপ্ৰভাসুৰিয়ে ১২৭৮ খৃষ্টাব্দত প্ৰভাকৰ চৰিত্ৰ কাব্য লিখে। সেই একে সময়তে বীৰনন্দিয়ে অষ্টাদশ সৰ্গত চন্দ্ৰপ্ৰভ চৰিত্ৰ কাব্য প্ৰণয়ন কৰে। এই কাব্যখনত বজা

কনকপ্ৰভ আৰু জৈন মনীষী চন্দ্ৰপ্ৰভৰ জীৱনীৰ আলোচনা কৰা হৈছে।

তেৰ শতিকাৰ শেষ ভাগত কেৰেলাৰ পৰমেশ্বৰৰ ভট্টই শ্ৰীকৃষ্ণৰ গল্পলৈয়ে হৰি চৰিত্ত কাব্য লিখে। এই কাব্যখনত ২৫৩টা শ্লোক পোৱা যায়।

বেদান্ত দেশিক ( ১২৬৮-১৩৬৯ ) এজন কবি আৰু দাৰ্শনিক পণ্ডিত আছিল। তেওঁ কাঞ্চীৰ অধিবাসী। চতুৰ্বিংশতি সৰ্গত তেওঁৰ ৰচিত কাব্য যাদৱ অভ্যুদয়। ইয়াত শ্ৰীকৃষ্ণৰ জীৱনী অঙ্কন কৰা হৈছে। বিজয়নগৰ ৰাজ্যৰ বুক্কৰ দ্বিতীয় পুত্ৰ কম্পনৰ মহিষী গঙ্গাদেৱীয়ে মথুৰা বিজয় নামক এখন কাব্য লিখে। এই কাব্যখন বীৰকম্পন চৰিত্ত বুলিও খ্যাত। মাদুৰাৰ শাসনকৰ্ত্তাৰ নিধন আৰু কম্পনৰ দাক্ষিণাত্য বিজয়ৰ বিৱৰণ এই কাব্যখনত পোৱা যায়। কাব্যখন সাতটা সৰ্গত বিভক্ত। ৰজা হৰিহৰৰ পৃষ্ঠপোষকতাত থকা লোলাম্বৰাজ এজন বিখ্যাত কবি আছিল। তেওঁ পাঁচটা সৰ্গত শ্ৰীকৃষ্ণৰ জীৱনী বৰ্ণনা কৰি হৰিবিলাস কাব্য লিখি উলিয়ায়।

ৰজা চাহাজীৰ (১৬৮৪-১৭১১ খৃঃ ) পৃষ্ঠপোষকতাত থকা ৰামভদ্ৰ দীক্ষিতে আঠটা সৰ্গত পতঞ্জলি চৰিত্ত কাব্য লিখে। ইয়াত বিখ্যাত ব্যাকৰণবিদ পতঞ্জলিৰ জীৱনৰ আলোচনা কৰা হৈছে।

কালিদাসোত্তৰ যুগৰ কাব্য আলোচনাৰ জৰিয়তে খ্যাত অখ্যাত বহু কবিৰ জীৱনী আলোচনা কৰা সম্ভৱ নহয়। কেৱল দুই চাৰি-জনৰ জীৱনীৰ সম্বল পোৱা গৈছে; আৰু তাৰ ওপৰত ভিত্তি কৰিয়েই কাব্য আলোচনাৰ মাজেদি তেওঁলোকৰ জীৱনৰ সংক্ষিপ্ত বিৱৰণ দিয়া হ'ল।

## অষ্টম অধ্যায়

# গীতি-কাব্য

ইংৰাজীত 'লিৰিক' বুলিলে যি জাতীয় ৰচনাক বুজায়, সংস্কৃত সাহিত্যত সেই জাতীয় ৰচনা নাই বুলিয়েই কব পাৰি। সংস্কৃত লিৰিক সাহিত্যৰ ব্যাপকতা আৰু বেচি। লিৰিকক গীতি-কাব্য বুলি ধৰি লব পাৰি। দেহনিষ্ঠ প্ৰেমেই সংস্কৃত লিৰিক সাহিত্যৰ একমাত্ৰ উপজীব্য নহয়। হিন্দুবিলাকে ধৰ্ম, অৰ্থ, কাম, মোক্ষ, এই চতুৰ্বৰ্গ পুৰুষাৰ্থক স্বীকাৰ কৰিছে। হিন্দু সাহিত্যয়ো এই চতুৰ্বৰ্গৰ কীৰ্ত্তন কৰিছে। ফলত সংস্কৃতত ধৰ্মশাস্ত্ৰ, অৰ্থশাস্ত্ৰ, কামশাস্ত্ৰ আৰু মোক্ষশাস্ত্ৰৰ কোনো দিনে অভাৱ হোৱা নাই। সকলো মুমুক্ষু নহয়, সাধাৰণৰ কাৰণে পুৰুষাৰ্থ ত্ৰিবৰ্গ—ধৰ্ম, অৰ্থ, কাম। মানুহৰ জীৱনে এই ত্ৰিবৰ্গৰ সুসমঞ্জস অনুশীলনতেই পৰিপূৰ্ণতা লাভ কৰে। মনুই তাকে কৈছিল :

"ধৰ্মাৰ্থাৱুচ্যতে শ্ৰেয়ঃ কামাৰ্থৌ ধৰ্ম এব চ।
অৰ্থ এবেহ বা শ্ৰেয়স্ত্ৰিবৰ্গ ইতি তু স্থিতিঃ।"

হিন্দু ঋষিসকলে ত্ৰিবৰ্গৰ অনুশীলনত অৰ্থ আৰু কামক সকলো সময়তে ধৰ্মবিৰুদ্ধ কৰি অনুশীলন কৰিছিল। অৰ্থ আৰু কাম ধৰ্মবিৰুদ্ধ হলেও কল্যাণজনক নহয়, ইয়াকেই তেওঁলোকে বিশ্বাস কৰিছিল। দেহনিষ্ঠ ভোগ-বাসনাক লৈ ৰক্তমাংসৰ লোলুপতাৰ সীমা বাদ দি তাৰ ওপৰত প্ৰতিষ্ঠিত কৰি কামৰ সৈতে কামনা-কাৰীৰ আত্মবোধ যেতিয়া ধৰ্মৰ নীতিপথত আবৰ্তিত হয় তেতিয়াই তাৰ নাম হয় 'প্ৰেম'। পানীৰ তলত বোকাত উৎপন্ন মৃণালমূল বোকা আৰু অপৰিষ্কাৰ পানীৰ বন্ধন ভেদ কৰি ওপৰলৈ আহি পদুম বিস্তাৰিত হৈ পূৰ্ণ সৌন্দৰ্য্যত যেতিয়া নিজক সূৰ্য্যৰ অভিমুখে

মেলি ধৰে, তেতিয়াহে সি হয় পূজাৰ সামগ্ৰী। কাম আৰু প্ৰেমৰ এই পাৰ্থক্য হিন্দুসকলে কেতিয়াও বিস্মৃত হোৱা নাই। ধৰ্মবিৰুদ্ধ কামৰ তেওঁলোকে অনুশীলন কৰিছিল, পৰব্ৰহ্মৰ বিভূতিৰূপত তেওঁৰ কল্পনা কৰিছিল, সেই প্ৰকৃত প্ৰেমে পোৱাই দিব পাৰে বুলিয়েই। আত্মাৰপৰা জন্ম পোৱা কাম, কামৰপৰা জন্মা ইচ্ছা, প্ৰেম। কামত ভোগত তৃপ্তি, প্ৰেমত ত্যাগত শান্তি। কামেদি আৰম্ভ নকৰিলে প্ৰেমৰ স্তৰত উন্নীত হোৱা নেযায়। মূলক্ অবহেলা কৰিলে পত্ৰ-পুষ্প-ফলৰ সুষমামণ্ডিত বৃক্ষৰ শোভা আহিব ক'ৰ পৰা? কিন্তু মূল লক্ষ্য নহয়, উপলক্ষ্য; লক্ষ্য প্ৰাপ্তিৰ পথত লৈ যায় বুলিয়েই তাৰ প্ৰয়োজন, সি অপৰিহাৰ্য্য আৰু উপাস্য। মৃত্তিকা-প্ৰোথিত মূল বিশেষ বিকাশক্ৰমত বৃক্ষ সম্পদৰ সৃষ্টি কৰে, ধৰ্মভিত্তিক কামে বিশেষ নীতি অবলম্বন কৰিয়েই প্ৰেমত উত্তীৰ্ণ হয়। ত্যাগ-তিতিক্ষা-ধৈৰ্য্য-সংযম-বৈৰাগ্যৰ শীতল বাৰিত সিঞ্চিত নহলে কাম-মূল প্ৰেম-মহীৰুহত পৰিণত নহয়। কাম আৰু প্ৰেমৰ মাজত এই যে গভীৰ পৰিণতিৰ ভাব তাৰ মাজত ধৰ্ম, শৃঙ্গাৰ নীতি, বৈৰাগ্য, সকলোবিলাকেই অতি স্বাভাৱিক ভাৱে আহি পৰিছে। সংস্কৃত নীতি-সাহিত্যত এই সকলোবিলাকেই আহি এনেভাৱে মিহলি হৈ গৈছে যে তাকে ইংৰাজীৰ "Love-poetry" বুলি মন কৰিলে ভুল কৰা হব।

ঋগ্‌বেদৰ যম-যমীৰ বা উৰ্বশী-পুৰুৰবাৰ সংবাদ সূক্তত আমি কামৰ দাবাগ্নিৰ উগ্ৰ আত্মপ্ৰকাশ দেখিছোঁ। আকৌ বজা ৰথবীতিৰ কন্যাৰ প্ৰতি যুবক শ্যাবাশ্বৰ আসক্তি যি মহিমাময় পবিত্ৰ প্ৰেমত পৰিণত হৈছিল তাৰ শক্তিতে মন্ত্ৰৰাজি তেওঁৰ সন্মুখত আবিৰ্ভূত হৈ যুবক শ্যাবাশ্বক কি কবি মহৰ্ষি শ্যাবাশ্বত পৰিণত কৰাইছিল, তাকো দেখিছোঁ। অশ্বঘোষৰ সৌন্দৰানন্দত গীতি-কাব্য জাতীয় ৰচনাৰ প্ৰথম আবিৰ্ভাৱ দেখিবলৈ পোৱা যায়। পিচৰ কালত কালিদাসৰ মেঘদূত আৰু ঋতুসংহাৰ, আৰু পিচৰ কালত জয়দেৱৰ

গীতগোবিন্দ এই শ্ৰেণীৰ পূৰ্ণাঙ্গ ৰূপ। পিচৰ কালত ভক্তিমূলক আৰু ধৰ্মমূলক গীতি-কাব্যও ৰচিত হৈছিল। ভৰ্তৃহৰিৰ শতকবিলাক, বাণ-ময়ূৰৰ কাব্য আৰু কেইখনমান বৌদ্ধ ৰচনা এই পৰ্য্যায়ত পৰে। প্ৰেমসম্পদক কেন্দ্ৰ কৰি প্ৰেমিক হৃদয়ৰ ভাবাবেগ যেতিয়া স্বাভাবিক ভাবে উচ্ছ্বসিত হৈ ভাষাত ৰূপলাভ কৰে তেতিয়া তাৰ মাজত ৰচনাৰ পাৰিপাট্য আমি দেখিবলৈ নাপালেও প্ৰেমিক হৃদয়ক নিজ ৰূপত প্ৰত্যক্ষ কৰো। প্ৰথম কালৰ গীতিকাব্য ৰচনাত ভাবৰ এই সহজ আৰু স্বচ্ছন্দ অভিব্যক্তি অতি-প্ৰত্যক্ষ। পিচৰ কালৰ গীতি-কাব্যিকসকলে ছন্দ, বিষয়বস্তু আৰু ভাবৰ অনুকৰণ কৰিবলৈ গৈ তেওঁলোকৰ কাব্যত এই হৃদয় আবেগক প্ৰতিষ্ঠিত কৰিবলৈ পৰা নাই। অনেক ক্ষেত্ৰত ভাব হয় যে ভাবতকৈ ৰচনা-পাৰিপাট্যৰ প্ৰতি তেওঁলোকৰ দৃষ্টি অধিকভাবে নিবদ্ধ আছিল।

গীতিকাব্যৰ সূচনা বৈদিক যুগতে হোৱা বুলি পৰিলক্ষিত হৈছে। বাল্মীকিৰ অভিসম্পাতৰ চিঞৰটোক একপ্ৰকাৰ গীতিকাব্য বুলিয়েই কব পাৰি। গীতিকাব্যক দুভাগত বিভক্ত কৰা হৈছে—যেনে, (১) প্ৰেমমূলক; (২) ভক্তিমূলক।

প্ৰেমমূলক গীতিকাব্যৰ ৰচনা নানাপ্ৰকাৰৰ আছে। সেইবিলাকৰ ভিতৰত ব্যৱহৃত হোৱা সন্দেশ প্ৰকাৰটোৱে আটাইতকৈ উত্তম বুলি কব পাৰি। ইয়াত প্ৰেমিকে প্ৰেমিকাৰপৰা পৃথক হৈ প্ৰেমিকালৈ বাতৰি পঠায়। বাতৰি দূতৰ জৰিয়তে পঠোৱা হয়। মাজে সময়ে প্ৰেমিকায়ো প্ৰেমিকালৈ বাতৰি পঠোৱা দেখা যায়।

এই সন্দেশ কাব্যৰ ভিতৰত কালিদাসকৃত মেঘসন্দেশ আটাইতকৈ প্ৰখ্যাত। এই কাব্যখনক মেঘদূত বোলা হয়। এই গীতি-কাব্যখনৰ দুটা অংশ আছে। প্ৰথম অংশত পোৱা যায় কেনেকৈ যক্ষই তেওঁৰ প্ৰিয়তমা পত্নীৰ বাসস্থান অলকাৰপৰা আঁতৰি ৰামগিৰি পৰ্বতত নিৰ্ব্বাসিত হৈ আছিল; আৰু তেওঁ মেঘক দেখা কৰাৰ কাৰণে ইচ্ছা কৰিছিল। যক্ষই মেঘৰ জৰিয়তে

প্ৰেমিকালৈ খবৰ পঠায়। দ্বিতীয় অংশত অলকা নগৰৰ বৰ্ণনা, যক্ষৰ বাসভৱন, যক্ষপত্নীৰ মানসিক অৱস্থা আৰু বাতৰি বৰ্ণনা আছে।

ইয়াৰপৰা অনুমান কৰিব পাৰি যে কালিদাসে ব্যক্তিগত জীৱনৰ আলমত এই কবিতাটো ৰচনা কৰিছিল। ৰজা বিক্ৰমাদিত্যাই তেওঁক কুন্তলেশ ৰাজসভালৈ দূতৰূপে পঠায়। কালিদাসে তেওঁৰ পৰিয়ালৰপৰা পৃথক হোৱাত এই গীতি-কাব্যখনৰ জৰিয়তে ব্যক্তিগত অনুভূতি প্ৰকাশ কৰে। কবিয়ে মেঘদূতত প্ৰাকৃতিক দৃশ্যৰ বৰ্ণনা শক্তি দেখুৱাইছে। মেঘদূতত মন্দাক্ৰান্তা ছন্দ ব্যৱহাৰ কৰিছে—

"প্ৰাবৃট প্ৰবাসব্যয়নে মন্দাক্ৰান্তা বিৰাজতে।" মেঘদূতত ১১৫টা শ্লোক পোৱা যায়।

কালিদাসৰ মেঘদূত বা জয়দেৱৰ গীতগোবিন্দ যে প্ৰণয় কাব্য এইটো ঠিক, তথাপি অবিমিশ্ৰ প্ৰেম ইয়াৰ বিষয়ীভূত নহয়। অবিমিশ্ৰ প্ৰেমক বিষয়ীভূত কৰি প্ৰাকৃত ভাষাত হালৰ সপ্তশতীৰ দৰে সংস্কৃত সাহিত্যত বোধহয় অমৰুশতকেই প্ৰথম কাব্য। কিংবদন্তি আছে, মণ্ডন মিশ্ৰৰ পত্নী ভাৰতীৰ সৈতে বিচাৰত প্ৰবৃত্ত শঙ্কৰাচাৰ্য্য ৰতিশাস্ত্ৰ বিষয়ক প্ৰশ্নৰ উত্তৰ দানত অসমৰ্থ হোৱাত অমৰু (ক) নামক এজন ৰজাৰ মৃতদেহক আশ্ৰয় কৰি ৰজাৰ অন্তঃপুৰত ৰাণীসকলৰ সৈতে বহুদিন কটাই ৰতি সম্বন্ধে যি জ্ঞান লাভ কৰিছিল সিয়ে শতশ্লোকত লিপিবদ্ধ হৈ 'অমৰশতক' বা 'অমৰুশতক' নামত প্ৰসিদ্ধ হৈছে। ইয়াৰ চাৰিটা আঞ্চলিক সংস্কৰণত শ্লোকসংখ্যা ৯৬পৰা ১১৫টা পৰ্য্যন্ত দেখা যায় আৰু মাত্ৰ ৫১টা শ্লোক সেই চাৰিটা আঞ্চলিক সংস্কৰণৰ সাধাৰণ অংশ। কোনবিলাক আৰু কিমানখিনি মূল অমৰুশতকৰ অন্তৰ্ভূত তাক নিৰ্ণয় কৰা কঠিন। খৃষ্টাব্দ অষ্টম শতকত বামনে ইয়াৰপৰা তিনিটা শ্লোক উদ্ধৃত কৰিছিল অথচ গ্ৰন্থৰ নাম উল্লেখ কৰা নাই। খৃষ্টাব্দ ৮৫০ত আনন্দবৰ্দ্ধনে অমৰুক প্ৰথিতযশা কবিৰূপে উল্লেখ কৰিছিল। খুব সম্ভব, খৃষ্টাব্দ সপ্তম শতিকাৰ শেষ ভাগত ই ৰচিত হয়।

ভর্তৃহৰিৰ ৰচিত শৃঙ্গাৰশতক, নীতিশতক আৰু বৈৰাগ্যশতক এই শ্ৰেণীৰ অন্তৰ্গত। বৌদ্ধ পৰিব্ৰাজক I-tsing এজন বৈয়াকৰণ ভর্তৃহৰিৰ কথা কৈ গৈছে আৰু তেওঁৰ ৰচনাৰপৰা এটা শ্লোকো উদ্ধৃত কৰিছে। ইয়াৰপৰা Maxmuller ভাবে যে বাক্যপদীয় নামক ব্যাকৰণ গ্ৰন্থৰ ৰচয়িতা ভর্তৃহৰি। ভর্তৃহৰিয়েই শতকত্ৰয়ৰ ৰচয়িতা আৰু ভট্টিকাব্যৰ ৰচয়িতা এনে মতো বহুতে পোষণ কৰে। অমৰু আৰু ভর্তৃহৰি উভয়েই প্ৰেমক উপজীব্য কৰি তেওঁলোকৰ কাব্য ৰচনা কৰিছিল, তথাপি তেওঁলোকৰ দৃষ্টিভঙ্গী পৃথক। অমৰুৰ ওচৰত প্ৰেম হ'ল জীৱনৰ বৃহত্তৰ সত্তাৰপৰা অসংশ্লিষ্ট, প্ৰেমেই প্ৰেমৰ পৰিচয়। প্ৰেম নিজতেই নিজে বিকশিত আৰু স্বয়ংপূৰ্ণ। ভর্তৃহৰিয়ে জীৱনৰ বাস্তৱতাক সম্পূৰ্ণ মনত ৰাখি প্ৰেমক দেখুৱাইছে; প্ৰেমৰ মধুৰতাতকৈ জীৱনৰ ক্ষমতা তেওঁৰ ওচৰত কম সত্য নহয় নিশ্চয়। অমৰুৰ ৰচনা কাব্য হিচাবে উচ্চস্তৰৰ; ভর্তৃহৰিৰ ৰচনাত ভাৱৰ গভীৰতা আৰু অকৃত্ৰিমতা বেচি।

নীলাম্বৰ সোমযাজীৰ পুত্ৰ গোবৰ্দ্ধন আৰ্য্যসপ্তশতী সাত শ শ্লোকত ৰচিত আৰু এখন গ্ৰন্থ। প্ৰেমক বিষয় কৰি আৰ্য্যা ছন্দত হালৰ সপ্তশতীৰ অনুকৰণত গোবৰ্দ্ধনে এই কাব্য ৰচনা কৰিছিল। তেওঁ জয়দেৱৰ সমসাময়িক আৰু বঙ্গেশ্বৰ লক্ষ্মণসেনৰ সভাকবি। এটা শ্লোকত কবিয়ে দৰ্পেৰে কৈছিল যে প্ৰেমক অৱলম্বন কৰি এই ধৰণৰ কাব্য প্ৰকৃততে প্ৰচলিত আছিল আৰু তেওঁৱে প্ৰথমতে সংস্কৃতত ইয়াৰ প্ৰবৰ্ত্তন কৰিলে। আৰু এটা শ্লোকত তেওঁ তেওঁৰ পৃষ্ঠপোষকক 'সেনকুলতিলক' আৰু 'সকলকলাপাৰঙ্গম' বুলি কৈছিল। এওঁেই বঙ্গেশ্বৰ লক্ষ্মণসেন। আৰ্য্যসপ্তশতী একাদশ খৃষ্টাব্দত ৰচিত।

এই শ্ৰেণীৰ গ্ৰন্থৰ মাজত জয়দেৱৰ গীতগোবিন্দই কালিদাসৰ মেঘদূতৰ পিচতেই উল্লেখযোগ্য স্থান অধিকাৰ কৰি আছে। ভোজদেৱ আৰু ৰামাদেৱীৰ পুত্ৰ জয়দেৱ পশ্চিমবঙ্গৰ বীৰভূম জিলাৰ অন্তৰ্গত অজয় নদীৰ তীৰবৰ্ত্তী কেন্দুবিল্ব নামক গ্ৰামত জন্মগ্ৰহণ কৰিছিল।

জয়দেৱৰ পত্নীৰ নাম পদ্মাৱতী। গীতগোবিন্দ ৰচনাত পত্নীৰ দান জয়দেৱে সশ্রদ্ধভাৱে স্বীকাৰ কৰিছিল। সেয়েহে নিজেই কৈছে:

"বাগদেৱতাচৰিতচিত্রিতচিত্তসদ্মা পদ্মাৱতীচৰণচাৰণচক্রবৰ্ত্তী।
শ্রীবাসুদেৱৰতি কেলিকথাসমেতং কৰোতি জয়দেৱকৱিঃ প্ৰবন্ধম্॥"

আৰু এনে কিম্বদন্তি আছে, জগন্নাথধামত যেতিয়া জয়দেৱে এডাল গছৰ তলত বহি আছিল তেতিয়া এজন ব্ৰাহ্মণে স্বপ্নাদেশ প্ৰাপ্ত হৈ তেওঁৰ একমাত্ৰ কন্যা পদ্মাৱতীক জয়দেৱৰ ওচৰত থৈ আঁতৰি যায়। তাৰ পিচত জয়দেৱে বাধ্য হৈ তেওঁক বিয়া কৰায়। ১১২০ খৃষ্টাব্দত নিজ গাৱঁত জয়দেৱে মৃত্যু বৰণ কৰে। আজিও তাত প্ৰতি বছৰে পুহ মাহৰ শুক্লা সপ্তমীত তেওঁৰ মৃত্যুবাৰ্ষিকী উদযাপিত হৈ থাকে।

ভাগৱতৰ দ্বাদশ স্কন্ধৰ অনুকৰণত দ্বাদশ সৰ্গত আৰু গায়ত্রীৰ চতুৰ্বিংশ অক্ষৰৰ অনুকৰণত চতুৰ্বিংশ অষ্টপদীত ৰাধা-কৃষ্ণৰ শাশ্বত প্ৰেমলীলাক উপজীব্য কৰি গীতগোবিন্দ ৰচিত হৈছে। নানা লোকে গীতগোবিন্দত পৰম দাৰ্শনিক তত্ত্বৰ সন্ধান পাইছিল। এই তত্ত্বৰ বিষয়ে C. R. Srinivasa Iyanger এনেকুৱা বুলি উক্তি কৰিছে:

"There are four aspects in which the Gita-Govindam or Ashtapadi may be viewed : (1) Literary (2) Devotional, (3) Musical, (4) Mystical. The mystical nature is hinted both in the beginning and the end of the work but a full exposition is given in the middle. Radha is not a woman but a thing representing the materialism, and the whole is a gradual story of the pilgrimage of the soul up to the path of glory."

Macdonell ইয়াক Lyrical drama বুলি মত পোষণ কৰিছে। Jonesৰ অনুবাদ পঢ়ি Goethe ইয়াৰ উচ্ছ্বসিত প্ৰশংসা কৰিছে আৰু নিজে ইয়াৰ অনুবাদ কৰাৰ ইচ্ছাও প্ৰকাশ কৰিছিল।

বঙ্গদেশৰ ৰজা লক্ষ্মণসেনৰ ৰাজসভাত প্ৰখ্যাত ৬ জন কবিৰ ভিতৰত ধোয়ী এজন আছিল। বাকী পাঁচ জন হ'ল গীতগোবিন্দৰ ৰচক জয়দেৱ, উমাপতিধৰ, শৰণ, গোবৰ্ধন আৰু শ্ৰুতিধৰ। ধোয়ী বিৰচিত পৱনদূত কালিদাসৰ মেঘদূতৰ অনুকৰণত ৰচিত। ৰজা লক্ষ্মণসেনলৈ প্ৰেৰিত গন্ধৰ্বকুমাৰী কুবলয়াবতীৰ প্ৰণয় কথা ইয়াত বৰ্ণিত হৈছে। এই গীতিকাব্যখনত ১০৪টা শ্লোক পোৱা যায়। এই কাব্যখনে মহানদীৰ পাৰত অৱস্থিত—নগৰখনৰ বৰ্ণনা দাঙি ধৰিছে। আকৌ জনা যায়, সত্যভামা-কৃষ্ণসংবাদ নামে আৰু এখন কাব্য তেওঁ ১২৬৮-১৩৬৯ খৃঃত ৰচনা কৰে। বেদান্তদেশিকে মেঘ সন্দেশ কাব্যৰ অনুকৰণত হংস সন্দেশ নামক এখন গীতি-কাব্য লিখে। ইয়াত বৰ্ণিত আছে যে হনুমান লঙ্কাৰপৰা উভতি অহাৰ পিচত ৰামচন্দ্ৰই এটি হংসৰ মাধ্যমেৰে সীতালৈ বাতৰি পঠায়। প্ৰায় চৈধ্য শতিকাত উদণ্ড উদয় আৰু বামন ভট্টবানে যথাক্ৰমে কোকিল সন্দেশ, ময়ূৰ সন্দেশ আৰু হংস সন্দেশ কাব্য লিখে। পোন্ধৰ শতিকাত কৃষ্ণচৈতন্যৰ শিষ্য ৰূপগোস্বামীয়ে ভক্তিৰ ওপৰত ভিত্তি কৰি হংসদূত আৰু উদ্ধৱ সন্দেশ নামক দুখন গীতি-কাব্য লিখি উলিয়াই প্ৰশংসা লাভ কৰে।

কাশ্মীৰৰাজ জয়াপীড়ৰ সভাকবি দামোদৰগুপ্ত ৰচিত কুট্টিনীমত কাব্য এই শ্ৰেণীৰ অন্তৰ্গত। সেয়েহে বৰ্ণিত আছে:

"স দামোদৰ গুপ্তাখ্যাং কুট্টিনীমতকাৰিণম্।
কৱিং কৱিং বালমিব ধূৰ্য্যং ধীসচিবং ব্যধাৎ॥"

ৰাজতৰঙ্গিণী, ৪, ৪৯৬, মালতী নাম্নী কাশীৰ এক পৰমাসুন্দৰী ব্যৰবনিতাই বিকৰালা নাম্নী এজনী কুৰূপা ৰমণীৰ ওচৰৰপৰা পুৰুষ-চিত্ত জয় কৰাৰ কৌশল কেনেকৈ আয়ত্ত কৰিছিল, সেয়েই ইয়াৰ বিষয়বস্তু।

কাশ্মীৰী কবি বিলহ্নৰ চৌৰপঞ্চাশিকা এখন উল্লেখযোগ্য লিৰিক কাব্য। বিলহ্নৰ পিতৃৰ নাম জ্যেষ্ঠ কলশ আৰু মাতৃৰ

নাম নাগদেৱী। যৌৱনকালত বিল্‌হনে বিভিন্ন দেশ পৰ্যটন কৰিছিল আৰু বুণ্ডেলখণ্ডৰ ৰজা কৃষ্ণৰ ৰাজসভাত সন্মানৰ সৈতে তেওঁ গৃহীত হৈছিল। কল্যাণৰাজ বিক্ৰমাদিত্য ত্ৰিভুবনমল্লৰ (১০৭৬-১১২৭ খৃঃ অঃ) ৰাজসভাত সাদৰে গৃহীত হৈ তেওঁ কিছুদিনৰ কাৰণে সেই ৰাজ্যৰ উচ্চপদত অধিষ্ঠিত আছিল। তেওঁৰ ৰচিত কাব্য বিক্ৰমাঙ্কদেৱচৰিতৰ কেইটামান শ্লোকৰপৰা অনুমিত হয় যে সম্ভৱতঃ শেষৰ কালে তেওঁ ৰজাৰ বিৰাজভাজন হৈছিল আৰু ৰজাৰ আদেশত তেওঁৰ সৰ্বস্ব ৰাজেয়াপ্ত হৈছিল।

পঞ্চাশটি শ্লোকত ৰচিত চৌৰপঞ্চাশিকা প্ৰেমিক-প্ৰেমিকাৰ স্মৃতিৰ কাব্যময় প্ৰকাশ। বহুতে কয় যে ই হৈছে কবিৰ নিজৰ জীৱনৰ কাহিনী। গুজৰাটৰ ৰজা বৈৰিসিংহৰ কন্যা ৰাজকুমাৰী চন্দ্ৰলেখাৰ শিক্ষক আছিল তেওঁ। শিক্ষক আৰু ছাত্ৰীৰ মাজত প্ৰণয়ৰ সঞ্চাৰ হয় আৰু ৰজাই সেইটো জানিব পাৰি কবিক মৃত্যুদণ্ডৰ আদেশ দিয়ে। বধ্যভূমিলৈ নিয়াত কবিয়ে চন্দ্ৰলেখাৰ উদ্দেশ্যে মুখে মুখে পঞ্চাশটি শ্লোক ৰচনা কৰে। কবিয়ে যেতিয়া শেষ শ্লোকটো পাঠ কৰিছিল তেতিয়া ঘাতকসকলে ৰজাৰ ওচৰত ইয়াৰ সংবাদ দিয়ে। ইয়াতে ৰজাই সন্তুষ্টি লাভ কৰি কন্যাক কবিৰ হাতত সমৰ্পণ কৰে। 'চোৰপঞ্চাশৎ' বা চৌৰীসুৰত পঞ্চাশিকা -নামেও ই প্ৰসিদ্ধ। এক সময়ত ভৱা হৈছিল যে 'চোৰ' নামে কোনো কবি ইয়াৰ ৰচয়িতা, কিন্তু Buhluৰে নিঃসংশয়ে বিল্‌হনকেই ইয়াৰ কবি বুলি ভাবি লৈছে।

প্ৰেমমূলক গীতি-কাব্যত প্ৰেমজনিত আবেগ-অনুভূতি, আশা-নিৰাশাৰ প্ৰতিধ্বনি, বিৰহ-বিচ্ছেদৰ হা-হুতাহ, মিলনৰ আনন্দ, প্ৰিয়াৰ ৰূপ-বৈচিত্ৰ্য, প্ৰকৃতিত প্ৰিয়াৰ ৰূপ দৰ্শন আদি বিভিন্ন ভাব প্ৰকাশ কৰা হয়। পৃথিৱীৰ সৰহ সংখ্যক কবিয়ে কম বেছি পৰিমাণে প্ৰেমৰ কবিতা ৰচিছে যদিও আটাইবোৰ উচ্চ পৰ্য্যায়ৰ নহয়।

যিবোৰ গীতি-কাব্য ধৰ্ম বা আধ্যাত্মিক ভাব লৈ ৰচনা কৰা হয়,

সিবিলাকক ভক্তিমূলক ( devotional ) গীতি-কাব্য বোলা হয়। কবিৰ আৰাধ্য দেৱ বা দেৱীক স্তুতি বা প্ৰাৰ্থনা কৰাৰ উদ্দেশ্যে এনে কাব্য ৰচা হয়। এনে কাব্য আবৃত্তি কৰিলে শ্ৰোতাসকলৰ অন্তৰত ভক্তি ভাৱৰ সঞ্চাৰ হয়। সেই হিচাপে ই উদ্দেশ্যমূলক হলেও কাব্যিক গুণ বিবৰ্জিত নহয়; যেনে—বৈদিক, ইহুদী, খৃষ্টান সঙ্গীতসমূহ। এইবোৰত ধৰ্মভাৱ তীব্ৰ হলেও মানৱ জীৱনৰ কথা আৰু বিশ্বৰ সৌন্দৰ্য্যৰ কথাও বিদ্যমান। সেইদৰে পৰৱৰ্ত্তী যুগত সুৰদাস, মীৰাবাঈ, তুকাৰাম আদিৰ ভজন, জয়দেৱৰ পদাৱলী, শঙ্কৰদেৱৰ বৰগীত আদিও ভক্তিমূলক গীতৰ শাৰীত পৰে। এইবোৰত সখ্য, দাম্পত্য, দাস্য, বাৎসল্য আদি প্ৰেমে বিকাশ লাভ কৰিছে।

ধৰ্মৰ পটভূমিকাত ৰচিত সংস্কৃত সাহিত্যত স্তোত্ৰজাতীয় কিছুমান ৰচনাক এই শ্ৰেণীৰ অন্তৰ্ভুক্ত কৰা হৈছে। এই ধৰণৰ গীতি-কাব্যবোৰ দাৰ্শনিক আৰু পঞ্চক, অষ্টক, দশক, পঞ্চশতক আৰু শতক আদি শ্লোকত লিখিত।

ধৰ্মীয় গীতি-কাব্য অনেক পোৱা গৈছে। এইধৰণৰ গীতিকাৰ কিছুমানৰ নাম-ধাম পোৱা টান হৈ পৰিছে।

কালিদাসৰ দ্বাৰা ৰচিত শ্যামলদণ্ডকম্‌ এখন গীতি-কাব্য। সৌন্দৰানন্দ আৰু বুদ্ধচৰিতৰ গ্ৰন্থকাৰ অশ্বঘোষে গাণ্ডিস্তোত্ৰগাথা নামক এখন গীতি-কাব্য লিখে। তীৰ্থঙ্কৰসকলক প্ৰশংসা কৰি জৈন কবি সিদ্ধসেনদিবাকৰে কল্যাণমন্দিৰস্তোত্ৰ নামক এখন ভক্তিমূলক গীতি-কাব্য লিখি প্ৰকাশ কৰে। ময়ূৰ কবিৰ ময়ূৰাষ্টক আৰু সূৰ্য্যশতক এইবিলাকৰ মাজত প্ৰধান। কনৌজেশ্বৰ হৰ্ষবৰ্দ্ধনৰ সভাকবি আছিল বাণ আৰু ময়ূৰ। ইয়াৰ উপৰিও কিংবদন্তি আছে যে বাণ ময়ূৰৰ জোঁৱায়েক আছিল। ময়ূৰাষ্টক নামে আঠটা শ্লোকত ৰচিত এটা কবিতাত ময়ূৰে বাণপত্নীৰ ৰূপ বৰ্ণনা কৰে। বাণৰ পত্নীয়ে তাতে ক্ৰুদ্ধা হৈ ময়ূৰক অভিশাপ দিয়ে; আৰু ময়ূৰ কুষ্ঠৰোগগ্ৰস্ত হয়। তাকে দেখি সূৰ্য্যশতক নামে একশত শ্লোকত

সূৰ্য্যৰ স্তব ৰচনা কৰি ময়ূৰ সেই ৰোগৰপৰা মুক্ত হয়। ময়ূৰাষ্টকৰ তিনিটা শ্লোক স্রগ্‌ধৰা ছন্দত আৰু বাকী পাঁচটা শাৰ্দূলবিক্রীড়িত ছন্দত ৰচিত। সূৰ্য্যশতক বৈয়াকৰণ আৰু আলঙ্কাৰিকসকলৰ ওচৰত আদৃত হৈছে আৰু ইয়াৰ নানা টীকাও ৰচিত হৈছে; কিন্তু কাব্য হিচাবে ই উচ্চস্তৰৰ নহয়।

বাণৰ ৰচিত চণ্ডীশতক মহিষমৰ্দ্দিনীৰূপিনী চণ্ডীৰ বৰ্ণনা। গৌড়ীয় ৰীতিৰ অনুসৰণ কৰি গাঢ়বন্ধ ৰচনাত বাণে ঘন ঘন শ্লেষৰ আশ্ৰয় কৰিছিল। ময়ূৰৰ দৰে বাণে তেওঁৰ কাব্যত ধাৰাবাহিকতা ৰক্ষা কৰিব নোৱাৰিলে আৰু তেওঁ যে ময়ূৰৰ সৈতে শতক ৰচনাত প্ৰতিযোগিতা কৰাৰ কাৰণে চণ্ডীশতক ৰচনা কৰিছিল সেই বিশ্বাস-মূলৰপৰা দৃঢ় হয়।

বাণ আৰু ময়ূৰৰ সম্বন্ধে এজন জৈন টীকাকাৰে এটি কাহিনীৰ উল্লেখ কৰিছিল। জৈন পুৰোহিতসকলৰ ধাৰণা আছিল যে ৰজা হৰ্ষই হিন্দুধৰ্মক শ্ৰেষ্ঠ ধৰ্ম আৰু জৈন ধৰ্মক নিকৃষ্ট বুলি ধাৰণা কৰিছিল। জৈন ধৰ্মৰ মাহাত্ম্য সম্বন্ধে ৰজাৰ মনত বিশ্বাস জন্মাবৰ কাৰণে জৈন পুৰোহিতসকলে মানতুঙ্গসূৰি নামে এক জৈন আচাৰ্য্যক ৪২টি লৌহশৃঙ্খলত বান্ধি ৰাখিছিল। তেতিয়া মানতুঙ্গসূৰিয়ে ভক্তামৰস্তোত্ৰ পাঠ কৰে আৰু শৃঙ্খলবোৰ আপোনা-আপুনি তেওঁৰ শৰীৰৰপৰা স্খলিত হৈ পৰে।

অদ্বৈতবাদ সৃষ্টিকাৰী শঙ্কৰাচাৰ্য্যক ভক্তিমূলক কেইবাখনো গীতি-কাব্যৰ গ্ৰন্থকাৰ বুলি বহুতে কব খোজে। বৰ্ত্তমান যুগৰ সংস্কৃতজ্ঞ পণ্ডিতসকলে তলত উল্লেখ কৰা ভক্তিমূলক গীতি-কাব্য কেইখন শঙ্কৰাচাৰ্য্যৰ দ্বাৰা ৰচিত নহয় বুলি অভিমত দিয়ে, তেওঁলোকে এই-বোৰক অইন গ্ৰন্থকাৰৰ বুলিহে কয়। শঙ্কৰাচাৰ্য্যৰ খ্যাত গীতি-কাব্য কেইখনমান হ'ল—অন্নপূৰ্ণাদশক, কণকধাৰস্তব, দক্ষিণমূৰ্ত্তিস্তব, ৰামভুজঙ্গস্তোত্ৰ, লক্ষ্মীনৃসিংহস্তোত্ৰ, বিষ্ণুপদাদিকেশস্তবৰ্ণন, শিৱ-ভুজঙ্গস্তোত্ৰ, শিৱানন্দলহৰী আৰু সৌন্দৰ্য্যলহৰী।

কেৰেলাৰ ৰজা কুলশেখৰে বিষ্ণুক প্ৰশংসা কৰি মুকুন্দমালা নামক গীতি-কাব্য লিখে। কাশ্মীৰীয় পণ্ডিত পুষ্পদন্তই শিৱৰ প্ৰশংসাৰে মহিম্নস্তব নামে ভক্তিমূলক কবিতা প্ৰকাশ কৰে। প্ৰায় ৮৫০ খৃষ্টাব্দত ৰত্নাকৰে হৰবিজয় নামক এখন গীতিকাব্য লিখে আৰু প্ৰশংসা লাভ কৰে। কাশ্মীৰৰ ৰজা অৱন্তীবৰ্মনৰ পৃষ্ঠপোষকতাত আনন্দবৰ্মণে শব্দালঙ্কাৰত পাৰ্বতীক ভক্তি কৰি দেৱীশতক কাব্য লিখি উলিয়ায়। শিৱক উদ্দেশ্য কৰি ভক্তিমূলক স্তোত্ৰাৱলী লিখি উলিয়ায় উৎপলদেৱে ; এওঁ দাৰ্শনিক আৰু আলঙ্কাৰিক অভিনৱগুপ্তৰ গুৰু আছিল।

বিশিষ্টাদ্বৈতবাদী যমুনাই যথাক্ৰমে লক্ষ্মী আৰু বিষ্ণুক প্ৰশংসা কৰি চতুশ্লোকী আৰু স্তোত্ৰৰত্ন নামক দুখন গীতিকাব্য লিখে। গীতগোবিন্দৰ ৰচক জয়দেৱৰ কাপৰপৰা ভক্তিমূলক গীতি-কাব্য গঙ্গাস্তৱ প্ৰকাশ পায়। কৃষ্ণলীলা শুকে শ্ৰীকৃষ্ণৰ বাল্যকালৰ খেল-ধেমালিলৈয়ে কৃষ্ণকৰ্ণামৃত নামক ভক্তিমূলক কবিতা ৰচনা কৰে। এই গীতিকাব্যখনত ৩১০টা শ্লোক পোৱা যায় আৰু ইয়ে শ্ৰীকৃষ্ণৰ বাল্যকালৰ খেলাধূলাৰ এটি পূৰ্ণ চিত্ৰ ডাঙি ধৰে। বেদান্তদেশিক (১২৬৮-১৩৬৯ খৃঃ অঃ) ২৫খন গীতি-কাব্যৰ গ্ৰন্থকাৰ। সেইবোৰৰ ভিতৰত পাদুকাসহস্ৰ বিখ্যাত। ৰামৰ পাদুকাৰ ওপৰত ভিত্তি কৰি এহেজাৰ শ্লোকত এই গীতি-কাব্যখন তেওঁ ৰচনা কৰে। বেদান্তদেশিকে গৰুদৰ প্ৰশংসাত গৰুড়দণ্ডক, ৰামায়ণৰ মূল ঘটনাক লৈ ৰঘুবীৰগদ্যও লিখি উলিয়ায়।

ষোড়শ শতিকাৰ শেষ ভাগত কেৰেলাৰ বিখ্যাত কবি আছিল নাৰায়ণভট্ট। ১৫৮৫ খৃষ্টাব্দত তেওঁ শ্ৰীকৃষ্ণক প্ৰশংসা কৰি নাৰায়ণীয় নামক গীতিকাব্য লিখে। ভাগৱতপুৰাণৰ সংক্ষিপ্তসাৰ বুলি এইখনক কব পাৰি। এই কাব্যখন দ্বাদশ স্কন্ধত ৰূপায়িত আৰু ইয়াৰ ১০৩৬টা শ্লোক পোৱা যায়।

বিক্ৰমাদিত্যৰ সভাৰ নৱৰত্নৰ এক ৰত্ন ঘটকৰ্পৰ ৰচিত

ঘটকর্পৰকাব্য। মেঘদূতৰ অনুকৰণত দূৰস্থিত প্ৰিয়তমৰ ওচৰত বিৰহ বেদনাৰ বাৰ্ত্তা বহন কৰিবলৈ যোৱাৰ কাৰণে পতিবিৰহ-বিধুৰা ৰমণীয়ে প্ৰাতঃকালীন মেঘক দৌত্য কাৰ্য্যত নিযুক্ত কৰিছিল। যমক কাব্য ৰচনাত সিদ্ধহস্ত আৰু অপ্ৰতিদ্বন্দ্বী কবিৰ কাব্যৰ শেষ শ্লোকৰপৰাই কাব্যৰ নাম ঘটকৰ্পৰ হৈছে। শ্লোকটো এই :

"আত্মস্থ্যা বাম্বুভৃষিতঃ কৰকোশপ্ৰেয়ং
ভাবানুৰক্তবণিতা সুৰতৈঃ শপেয়ম্।
জীয়েয় যেন কৱিনা যমকৈঃ পৰেণ
তস্মৈবহেয়মুদকং ঘটকৰ্পৰেণ॥"

এই শ্লোকত কবিয়ে প্ৰতিজ্ঞা কৰিছিল, যদি কোনোৱে যমক-কাব্য ৰচনাৰ শক্তিত তেওঁক অতিক্ৰম কৰিব পাৰে তেনেহলে ঘটত লৈ তেওঁ সেই ব্যক্তিৰ ভৰি ধুওৱাৰ পানী বহন কৰি আনিব। এয়ে যদি তেওঁৰ দম্ভ হয় তেনেহলে সেই দম্ভ কৰাৰ শক্তি সত্যতঃ তেওঁৰ আছে।

বহু বৌদ্ধ আৰু জৈন কবিয়েও এই শ্ৰেণীৰ কাব্য ৰচনা কৰি গৈছে। সপ্তম খৃষ্টাব্দৰ ধৰ্মকীৰ্ত্তি এওঁলোকৰ ভিতৰত অন্যতম।

মহাকবি কালিদাসৰ অন্যতম লিৰিক বা গীতি-কাব্য হল ঋতুসংহাৰ। ছয়টা সৰ্গত ছয়টা ঋতুৰ বৰ্ণনা এই কাব্যখনত পোৱা যায়। ইয়াত ১৪৪টা শ্লোক আছে।

গীতি-কবিতা বা গীতি-কাব্যত কবিৰ আবেগ অনুভূতি সহজ আৰু সাৱলীল গতিত সঙ্গীত-মধুৰ হৈ প্ৰকাশ পায়। পুৰণি কালত বীণা যন্ত্ৰৰ ( lyre ) সহায়ত এই শ্ৰেণীৰ সঙ্গীত কবিতা গোৱা হৈছিল কাৰণে ইয়াৰ নাম দিয়া হৈছিল 'লিৰিক'। গানত সুৰক প্ৰাধান্য দিয়া হয়। গীতি-কাব্যত ছন্দই প্ৰাধান্য লাভ কৰে। শব্দ চয়নৰ ক্ষেত্ৰত গীতি-কাব্যৰ দৰে গান ৰচকৰ স্বাধীনতা কম। গানত সুৰলৈ লক্ষ্য ৰাখিহে শব্দ প্ৰয়োগ কৰিব লগা হয়। গীতি-

কাব্যত বিচিত্ৰ শব্দৰাজি আৰু বিভিন্ন ছন্দ প্ৰয়োগ কৰিব পাৰি। অৱশ্যে গানৰ দৰে গীতি-কাব্যৰো পৰিসৰ বিস্তৃত নহয়। কিয়নো গীতি-কাব্য হৈছে—আবেগ, অনুভূতিৰ স্বতঃস্ফূৰ্ত প্ৰকাশ আৰু কোনো আবেগ অনুভূতিয়েই বহুত সময়লৈ বৈ নাথাকে। অৱশ্যে গীতি-কাব্যৰ বৰ্ণনা দীঘলীয়া হলেও তাৰ মূল ভাব একেটাই হ'ব লাগিব।

মুঠতে আন্তৰিকতাপূৰ্ণ আবেগ অনুভূতিৰ স্বতঃস্ফূৰ্ত প্ৰকাশ, অৱয়ৱৰ স্বল্পতা, সৰ্বাঙ্গীন সংহতি, সঙ্গীত মাধুৰ্য্য আৰু প্ৰকাশ-ভঙ্গীৰ সাৱলীলতাই গীতি-কাব্যৰ শ্ৰেষ্ঠ সম্পদ।

# নৱম অধ্যায়

## গদ্য কাব্য

কাব্য দুই শ্ৰেণীত বিভক্ত—শ্ৰব্য আৰু দৃশ্য। শ্ৰব্য কাব্য-বিলাকৰ ভিতৰত কিছুমান পদ্যত আৰু কিছুমান গদ্যত ৰচিত। কাব্যৰপৰা গদ্যৰ পাৰ্থক্য কেৱল ছন্দৰ গঠনত নহয়।

"প্ৰপাদঃ পদসংতানো গদ্যম্।"

সংস্কৃত গদ্য কাব্য দুই শ্ৰেণীত বিভক্ত—(ক) কথা, (খ) আখ্যায়িকা। ভামহে তেওঁৰ কাব্যালঙ্কাৰত কথা আৰু আখ্যায়িকাৰ পাৰ্থক্যৰ বিষয়ে এইদৰে নিৰ্দেশ দিছিল :

"প্ৰকৃতানাকুলশ্ৰব্য শব্দাৰ্থ পদবৃত্তিনা।
গদ্যেন যুক্তোদাত্তাৰ্থা মোচ্ছা সাখ্যায়িকা মতা॥
বৃত্তমাখ্যায়তে তস্যাং নায়কেন স্বচেষ্টিতম্।
বক্ত্ৰং চাপৰ বক্ত্ৰং চ কালে ভাব্যৰ্থশংসি চ॥
কবেৰভিপ্ৰায়কৃতৈঃ কথনৈঃ কৈশ্চিদঙ্কিতা।
কন্যাহৰণ সংগ্ৰাম বিপ্ৰলম্ভোদয়ান্বিতা॥
ন বক্ত্ৰাপৰ বক্ত্ৰাভ্যাং যুক্তানোচ্ছাসৱত্যপি।
সংস্কৃতং সংস্কৃতাচেষ্টা কথাপভ্ৰংশভাক্ তথা॥
অন্যৈঃ স্বচৰিতং তস্যাং নায়কেন তু নোচ্যতে।
স্বগুণাবিষ্কৃতিং কুৰ্যাদভিজ্ঞাতঃ কথং জনঃ॥

ভামহৰ মতে আখ্যায়িকাৰ নায়কে স্বীয় অভিজ্ঞতাৰ কাহিনী বৰ্ণনা কৰিব। ই সবল গদ্যত ৰচিত হ'ব, মাজে সময়ে বক্ত্ৰ আৰু অপৰবক্ত্ৰ ছন্দত ৰচিত শ্লোক থাকিব আৰু 'উচ্ছ্বাসত' বিভক্ত হ'ব। কন্যাহৰণ, যুদ্ধ-বিৰহ প্ৰভৃতিৰ মাজেদি শেষলৈকে নায়কক

বিজয়ী কৰা হব। আখ্যায়িকা সংস্কৃততেই ৰচিত হব। 'কথা' সংস্কৃত বা অপভ্ৰংশত ৰচিত হব পাৰে। কল্পিত কাহিনী অবলম্বনত ই ৰচিত হয় আৰু নায়কৰ বাহিৰে আন কোনো ব্যক্তি ইয়াৰ বক্তা হব লাগিব। বক্ত্ৰ বা অপৰবক্ত্ৰ ছন্দত ৰচিত শ্লোক বা উচ্ছ্বাস বিভাগ ইয়াত নাথাকিব। দণ্ডীয়ে কিন্তু এই ভেদ মনা নাই। বাণৰ হৰ্ষচৰিত আৰু কাদম্বৰীক যথাক্ৰমে আখ্যায়িকা আৰু কথাৰ উদাহৰণ ৰূপে দেখুওৱা হলেও ভামহৰ সংজ্ঞাৰ অনুসৰণ এওঁ কৰা নাই। ধৰি লব পাৰি, কথা আৰু আখ্যায়িকা শ্ৰেণীৰ যি ৰচনা দেখি ভামহে সংজ্ঞাৰ যি নিৰ্দেশ কৰিছিল, সি আমাৰ হস্তগত হোৱা নাই। ভামহৰ সংজ্ঞা যে পৰৱৰ্ত্তী কবিসকলে অনুসৰণ কৰা নাই সেইটো বুজা যায়—যিটোক দেখি কাদম্বৰীৰ সৈতে ভামহৰ নিৰ্দিষ্ট কথাৰ সংজ্ঞা নিমিলিলেও বাণে কাদম্বৰীৰ 'কথা'ত কৈ গৈছে। Peterson কয় যে ভামহ নিৰ্দিষ্ট কথাৰ সংজ্ঞা কাদম্বৰী সম্বন্ধে প্ৰযুক্ত হব যে নোৱাৰে সেইটো যশস্তিলক সম্বন্ধে প্ৰযোজ্য। কথাৰ উদাহৰণ সম্বন্ধে জোৰ কৰি কাদম্বৰীক টানি অনা হৈছে, কাৰণ যিসকলে টানি আনিছিল জৈন গ্ৰন্থবিলাক সম্বন্ধে তেওঁ-লোকৰ উদাৰ মনোভাব নাছিল। তেওঁলোকে ভামহৰ সংজ্ঞাকও এৰিব নোৱাৰে, আৰু সেই সংজ্ঞাৰ অনুগামী দ্বিতীয় গ্ৰন্থয়ো ওলোৱা নাই। ফলত বাধ্য হৈ কাদম্বৰীকেই কথা-সাহিত্যৰ উদাহৰণৰূপে উল্লেখ কৰা হৈছে।

দণ্ডী, সুবন্ধু আৰু বাণৰ ৰচনাত বাহিৰে গদ্যকাব্য বুলিবলৈ উল্লেখযোগ্য কোনো গ্ৰন্থ নাই। কালিদাসৰ আগতে পদ্যকাব্যত অশ্বঘোষৰ ৰচনা, দৃশ্য কাব্যত ভাসৰ নাটকচক্ৰ আদিৰ উল্লেখ পোৱা যায়। কিন্তু গদ্যকাব্যত দণ্ডী, সুবন্ধু, বাণৰ পথিকৃৎ বুলি তেওঁ-লোকৰ সন্ধান কোনোৱে এতিয়ালৈকে দিব পৰা নাই। কাত্যায়নৰ বাৰ্ত্তিকত আখ্যায়িকাৰ উল্লেখ আছে। বাসবদত্তা, সুমনোত্তৰা আৰু ভৈমৰথী নামক তিনিখন গদ্যকাব্যৰ উল্লেখ পতঞ্জলিয়ে কৰি গৈছে।

ৰবৰুচিৰ চাৰুমতী, সৌমিলৰ শূদ্ৰক কথা, শ্ৰীপালিতৰ ভৰঙ্গৱতী, ধনপাল উল্লিখিত ত্ৰৈলোক্যসুন্দৰী প্ৰভৃতি গদ্যকাব্য আজি নামে মাত্ৰ পৰ্য্যবসিত। বাণে নিজে ভট্টাৰ হৰিচন্দ্ৰৰ গদ্যকাব্যৰ উল্লেখ কৰিছে: শীলা ভট্টাৰিকা নামে আৰু এজন গদ্য ৰচয়িত্ৰীৰ নাম পোৱা যায়। গতিকে দণ্ডী, সুবন্ধু, বাণ যে গদ্য-কাব্য ৰচনাত সিদ্ধহস্ত তাক স্বীকাৰ কৰিবই লাগিব।

বহুতে অনুমান কৰে, সংস্কৃত গদ্যকাব্যত গ্ৰীক গদ্যকাব্যৰ প্ৰভাব আছে আৰু হিন্দুসকলে গ্ৰীক সাহিত্যৰপৰা ইয়াক গ্ৰহণ কৰে। বিশেষ কৰি Peterson এই মত পোষণ কৰে। Levyৰ মতে সংস্কৃত গদ্যকাব্যৰ সৈতে গ্ৰীক আৰু লেটিন গদ্যকাব্যৰ এটি লক্ষ্যণীয় পাৰ্থক্য আছে। সংস্কৃত গদ্যকাব্যত মূল আখ্যান ভাগৰ প্ৰতি সিমান মনোযোগ দিয়া হোৱা নাই। অলঙ্কাৰ, পাৰিপাট্য, প্ৰাকৃতিক বৰ্ণনা আৰু অন্যান্য খুটিনাটি কাৰ্য্যৰ বৰ্ণনা দিশটিয়েই তাত কবিৰ সৰ্বাধিক মনোযোগ আকৰ্ষণ কৰিছে। গ্ৰীক আৰু লেটিন গদ্যকাব্য ইয়াৰ ঠিক বিপৰীত। আখ্যানভাগে তাত নব-নব বৈচিত্ৰ্য লৈ অগ্ৰসৰ হৈছে; ঘটনা সমাৰোহ তাত প্ৰচুৰ, প্ৰাণবন্ত আৰু দ্ৰুত পট পৰিবৰ্তনশীল। কিন্তু ৰচনাশৈলী আৰু বৰ্ণনাৰ ক্ষেত্ৰত ৰচয়িতা যেন উদাসীন।

## দণ্ডী

দণ্ডীৰ পিতা-মাতা কাঞ্চীৰ অধিবাসী আছিল। বাল্যকালতেই তেওঁৰ পিতা-মাতাৰ মৃত্যু ঘটে। সৰস্বতী আৰু শ্ৰুত নামে দুগৰাকী লোকে তেওঁক লালন-পালন কৰে। সেয়েহে শ্লোকত কোৱা হৈছে—

> “স বাল্য এব মাত্ৰা চ পিত্ৰাচাপি ব্যজুজ্যতে:
> অযুজ্যত গৰীয়স্যা সৰস্বত্যা শ্ৰুতেন চ॥”
>
> —অৱন্তিসুন্দৰী কথা সাৰ।

৬৫৫ খৃষ্টাব্দত চালুক্যৰাজ বিক্রমাদিত্যই কাঞ্চী অধিকাৰ কৰাত দণ্ডীয়ে জন্মস্থান পৰিত্যাগ কৰি ভ্ৰমণৰ কাৰণে বাহিৰ হয়। পিচত পল্লবনৰ পতি নৰসিংহ বৰ্মাৰ দ্বাৰা কাঞ্চী পুনৰ অধিকৃত হোৱাত দণ্ডী নিজ দেশলৈ ফিৰি আহে আৰু ৰাজসভাত উচ্চ পদত নিযুক্ত হয়।

দশকুমাৰ চৰিত ৰচয়িতা দণ্ডী আৰু কাব্যাদৰ্শ ৰচয়িতা দণ্ডী একজন ব্যক্তি হয় নে নহয় এই বিষয়ে মতভেদ আছে। কাব্যাদৰ্শৰ দণ্ডীয়ে কথা আৰু আখ্যায়িকাৰ লক্ষণভেদ স্বীকাৰ কৰা নাই আৰু দশকুমাৰ চৰিতত সেই লক্ষণভেদ সকলো প্ৰকাৰে অনুসৃত হোৱা নাই বুলি বহুতে ভাবে উল্লিখিত দুজন দণ্ডী একজন ব্যক্তি। আকৌ আলঙ্কাৰিক দণ্ডীয়ে যি মত পোষণ কৰে, দশকুমাৰ চৰিতৰ গদ্য ৰচনাৰ ৰচয়িতাই সেইটো মানি চলা নাই। গতিকে এই উভয় দণ্ডী পৃথক ব্যক্তি বুলি বহুতে ভাবে। ইয়াকো বহুতে কয় যে দশকুমাৰ চৰিত লেখকৰ অল্প বয়সৰ ৰচনা আৰু কাব্যাদৰ্শ পৰিণত বয়সৰ ৰচনা, গতিকে উক্ত পাৰ্থক্য থকা বেচি স্বাভাবিক। কিন্তু দশকুমাৰ চৰিতত কোনো প্ৰকাৰ অপৰিপক্ক হাতৰ পৰিচয় পোৱা নাযায়। কাব্যাদৰ্শক অষ্টম শতাব্দীৰ ৰচনা বুলি ধৰি লোৱা হৈছে; আৰু দশকুমাৰ চৰিত যে কাব্যাদৰ্শৰ আগতে ৰচিত হৈছিল—এনেভাবে ভবাৰ কোনো কাৰণ পোৱা নাযায়। দুই দণ্ডীয়ে একে ব্যক্তি হওক বা নহওক, দুয়োজনৰ কাল আমাৰ ওচৰত অজ্ঞাত।

অবন্তিসুন্দৰী কথাৰ লৈতে বাণৰ কাদম্বৰীৰ পূৰ্বভাগৰ ৰচনা-ৰীতিৰ, আনকি আখ্যান অংশৰো মিল আছে। অথচ উত্তৰ ভাগৰ লৈতে অলপমানো সাদৃশ্য নাই। ইয়াৰপৰা বহুতে অনুমান কৰে যে বাণপুত্ৰ পুলিন্দই কাদম্বৰীৰ উত্তৰভাগ ৰচনা কৰাৰ আগতে দণ্ডীয়ে অবন্তিসুন্দৰী কথা প্ৰণয়ন কৰিছিল। দণ্ডী নিজে ভামহৰ কথা সমালোচনা কৰিছিল আৰু বামনে আকৌ দণ্ডীৰ সমালোচনা

কৰিছিল। গতিকে ভাৰৱি আৰু বামনৰ মধ্যবৰ্ত্তী তেওঁ। দশকুমাৰ চৰিতত যি ভৌগোলিক বিৱৰণ পোৱা যায়, তাৰপৰা অনুমান হয়, হৰ্ষবৰ্দ্ধনৰ ৰাজত্ব কালৰ আগতেই দণ্ডীয়ে ইয়াক ৰচনা কৰিছিল। দশকুমাৰ চৰিতৰ ৰচনাশৈলী সহজ আৰু অনাড়ম্বৰ, সেইটো কাদম্বৰীৰ ৰচনা-শৈলীৰ পূৰ্ব-ভাৱহই সূচিত কৰে। বাণৰ আগতে সপ্তম শতাব্দীৰ প্ৰথম দিকত দণ্ডীৰ আবিৰ্ভাৱ হৈছিল বুলি ভবাতো অসঙ্গত নহয়।

দণ্ডীৰ তিনিখন গ্ৰন্থ আছে। সেয়েহে এইদৰে কোৱা আছে—

"ত্ৰয়োঽগ্নয়স্ত্ৰয়ো দেবাস্ত্ৰয়ো বেদাস্ত্ৰয়ো গুণাঃ।
ত্ৰয়ো দণ্ডি প্ৰবন্ধাশ্চ ত্ৰিষু লোকেষু বিশ্ৰুতাঃ॥"

—হাৰৱলী

দশকুমাৰ চৰিত দুই অংশত বিভক্ত—পূৰ্বপীঠিকা আৰু উত্তৰ-পীঠিকা। এই কাব্যৰ পূৰ্বপীঠিকাত ৰাজহংসৰ মানসাৰৰ সৈতে যুদ্ধ, নিৰ্জনত থকা ৰাজহংসৰ বিন্ধ্য অটবীত অৱস্থান; তাত ৰাজবাহনৰ জন্ম আদিৰ বিৱৰণ পোৱা যায়। এই পীঠিকাত আকৌ অন্য ৰাজকুমাৰসকলৰ আগমন বৰ্ণনা আৰু তেওঁলোকৰ সৈতে ৰাজবাহনৰ দিগ্বিজয় কৰাৰ কাৰণে প্ৰয়াসৰো বিৱৰণ আছে। ব্ৰাহ্মণসকলৰ উপকাৰৰ কাৰণে ৰাজবাহনৰ ৰসাতল প্ৰৱেশ, তাত ক্ষুৎপিপাসাহৰ মণি প্ৰাপ্তি, আন আন কুমাৰসকলৰ সেই মণিৰ অন্বেষণত দিগ্‌বিদিকলৈ গমন, পাতাললৈ যোৱা ৰাজ-বাহনৰ সৈতে সোমদত্ত পুষ্পোদ্ভৱৰ লগত সমাগম, তেওঁলোকৰ আত্মচৰিত কীৰ্তন; তাৰ পিচত ৰাজবাহন আৰু অৱন্তিসুন্দৰীৰ পৰিচয় কথন। অইন পীঠিকাৰ প্ৰথম উচ্ছ্বাসত ৰাজবাহনৰ চম্পানগৰলৈ গমন, তাত বন্ধ মোক্ষ, সুচণ্ডমঞ্জৰীশাপ বৃত্তান্তবোৰ নিজ বন্ধ বিৱৰণৰ সমাকৰ্ণি; দশকুমাৰৰ মিলন। দ্বিতীয় উচ্ছ্বাসৰ-পৰা অষ্টম উচ্ছ্বাসলৈকে উপহাৰ বৰ্ম্মা, অপহাৰ বৰ্ম্মা, অৰ্থপাল, প্ৰমতি, মিত্ৰগুপ্ত, মন্ত্ৰগুপ্ত আৰু বিশ্ৰুত ৰাজকুমাৰসকলৰ নিজ নিজ

বৃত্তান্ত বৰ্ণনা; বিশ্ৰুত ৰাজবাহনৰ চৰিত উপসংহাৰ আৰু ৰাজহংসৰ ৰাজ্যপ্ৰাপ্তি ইত্যাদিৰ বৰ্ণনা।

দশকুমাৰ চৰিতৰ পূৰ্বপীঠিকাত পাঁচটা আৰু উত্তৰপীঠিকাত আঠটা উচ্ছ্বাস আছে। উত্তৰপীঠিকাৰ শেষ চাৰিটা উচ্ছ্বাসৰ নাম শেষ। চক্ৰপাণি দীক্ষিত নামে দাক্ষিণাত্যবাসী কোনো লিখকৰ দ্বাৰা ই পৰবৰ্ত্তী কালত ৰচিত হৈছে। দশকুমাৰ চৰিতৰ আৰম্ভ আৰু শেষ দুই অংশ অসংলগ্ন। বোধহয় দণ্ডীয়ে দশকুমাৰ চৰিত সম্পূৰ্ণ কৰিব নোৱাৰিলে। নহলে তেওঁৰ ৰচনাৰ অনেক অংশ নষ্ট হৈ যোৱাৰ পিচত আনৰ দ্বাৰা সেই অংশ ৰচিত হৈছিল।

দশকুমাৰ চৰিতৰ নায়ক ৰাজবাহন। তেওঁ ধীৰোদাত্ত, নায়িকা মালৱ ৰাজকন্যা অৱন্তিসুন্দৰী। গদ্য ৰচয়িতা হিচাবে দণ্ডীৰ ৰচনাত সামঞ্জস্য বোধ আছে; শ্লেষ, অৰ্থহীন শব্দ-সম্ভাৰ বা সুদীৰ্ঘ সমাসবদ্ধ পদৰ দ্বাৰা তেওঁৰ ৰচনা ক'তো ভাৰাক্ৰান্ত হোৱা নাই। গদ্য ৰচনাত দণ্ডিয়ে প্ৰকৃত শক্তিৰ যে পৰিচয় দিছিল ইয়াত সন্দেহ নাই। চৰিত্ৰ চিত্ৰণত তেওঁ সফল হৈছিল। কামমঞ্জৰী, বসুপালিত, মৰীচি প্ৰভৃতি অপ্ৰধান চৰিত্ৰবিলাকেও দণ্ডীৰ ৰচনাত জীৱন্ত হৈ উঠিছে।

## সুবন্ধু

বাসৱদত্তাৰ সৈতে সুবন্ধুৰ নাম জড়িত। হৰ্ষচৰিতত বাণে বাসৱদত্তা নামক এখন গ্ৰন্থৰ উল্লেখ কৰি কৈছে যে ৰচনাৰ উৎকৰ্ষতাত বাসৱদত্তাই কৱিসকলৰ দৰ্প হৰণ কৰিছে। অনুমান, সুবন্ধু ৰচিত বাসৱদত্তাই বাণৰ লক্ষ্য আছিল। বাণে কাদম্বৰীক 'অতিদ্বয়ী কথা' (অৰ্থাৎ দুটা কথাক অতিক্ৰমকাৰী) বুলি কৈছে। গুণাঢ্যৰ বৃহৎকথা আৰু সুবন্ধুৰ বাসৱদত্তাই যে সেই দুখন কথা, ইয়াকো বহুতে অনুমান কৰে। বাসৱদত্তাত সুবন্ধুৱে আৰু কল্প

কৰিছিল যে বিক্রমাদিত্যৰ পিচত কবি আৰু কাব্যৰ পৃষ্ঠপোষকতা চলি গৈ আছে; এইদৰে শ্লোকত কোৱা হৈছে :—

"সা ৰসৱত্তা বিহতা নৱকা বিলসন্তি নো কঙ্কঃ।
সৰসীৱ কীৰ্ত্তিশেষং গতৱতি ভুৱি বিক্রমাদিত্যে॥"

এই আক্ষেপ উক্তিত তেওঁ কালিদাসৰ কালৰ প্ৰতি লক্ষ্য কৰিছিল বুলি অনুমান কৰা যায়। বাকপতিৰাজৰ গৌড়বহত ভাস-কালিদাস-হৰিচন্দ্ৰৰ সৈতে, মাঙখৰ শ্ৰীকণ্ঠ-চৰিতত মেণ্ঠ-ভাৰৰি-বাণৰ সৈতে সুবন্ধুৰ নামৰ উল্লেখ আছে। বামনে কাব্যালঙ্কাৰত সুবন্ধুৰ উল্লেখ কৰিছে। "ন্যায়স্থিতিমিৱ উদ্যোতকাৰস্বৰূপাম্ বৌদ্ধ-সঙ্গতিমিবালঙ্কাৰভূষিতাম্"। সুবন্ধুৰ এই ৰচনাৰ অংশৰপৰা বহুতে অনুমান কৰে যে সুবন্ধুৰপৰা উদ্যোতকাৰ আৰু ৬ষ্ঠ শতাব্দীৰ মাজ-ভাগত ধৰ্ম-কীৰ্তি ৰচিত বুদ্ধ-সঙ্গতি নামক গ্ৰন্থৰ উল্লেখ আছে। এই অনুমান যদি সত্য হয় আৰু সপ্তম শতাব্দীৰ মাজভাগত বাণৰ দ্বাৰা উল্লিখিত বাসৱদত্তাৰ ৰচয়িতা যদি এই সুবন্ধু হয় তেনেহলে সুবন্ধুৰ আবিৰ্ভাৱকাল ষষ্ঠ শতাব্দীৰ শেষ কাল। কন্দৰ্পকেতুক দেখি বাসৱদত্তাৰ অৱস্থা কেনেকুৱা হৈছিল সেই প্ৰসঙ্গত সুবন্ধুই যি বৰ্ণনা দিছিল তাৰ সৈতে ভৱভূতিৰ মালতীমাধৱৰ অংশবিশেষৰ সাদৃশ্য সুবন্ধু আৰু ভৱভূতিৰ পৌৰ্বাপৰ্ব নিৰ্ণয়ত সহায় কৰে। ভৱভূতিৰ ৰচনাত যেনেকৈ কালিদাসৰ প্ৰভাৱ পৰিছে ঠিক তেনেকৈ সুবন্ধুৰ প্ৰভাৱ অহাও বিচিত্ৰ নহয়। ইয়াৰপৰা সপ্তম শতাব্দীৰ মাজভাগৰ কোনো সময়ত সুবন্ধুৰ আবিৰ্ভাৱ হৈছিল বুলি অনুমান কৰা যায়।

বাসৱদত্তাৰ আখ্যান ভাগ এনেকুৱা—ৰজা চিন্তামণিৰ পুত্ৰ কন্দৰ্পকেতুয়ে সপোনত পৰমাসুন্দৰী এজনী কন্যাক দেখি তেওঁৰ অনুসন্ধান কৰিবৰ কাৰণে বন্ধু মকৰন্দক লগত লৈ ঘৰ ত্যাগ কৰে। ৰাতি এডাল গছৰ তলত বহি থকা সময়ত পক্ষী-দম্পতিৰ কথোপ-কথনৰপৰা জানিব পাৰিলে যে কুসুমপুৰৰ ৰজা শৃঙ্গাৰশেখৰৰ কন্যা বাসৱদত্তাই সপোনত এজন অপৰূপ যুৱকক দেখি তেওঁৰ

সন্ধান কৰিবৰ মনেৰে নিজ সখী তমালিকাক প্ৰেৰণ কৰে। ৰাজ-কুমাৰীৰ স্বয়ম্বৰত বহু ৰাজকুমাৰ আহি তেওঁৰ ঘৰত সমাগত। কিন্তু সেই স্বপ্নদৃষ্ট যুবকজনৰ বাহিৰে আন কোনোজনক বাসবদত্তাই পতিৰূপে বৰণ নকৰিব। পিচত কন্দৰ্পকেতু তমালিকাৰ সৈতে মিলিত হ'ল আৰু তেওঁৰ সাহায্যত গোপনে বাসবদত্তাৰ সৈতে মিলিত হ'ল আৰু তেওঁক লৈ পলায়ন কৰে। পথশ্ৰমত ক্লান্ত হৈ কন্দৰ্পকেতু আৰু বাসবদত্তাই এখন ঠাইত টোপনি যায়।

টোপনি ভঙাত ফল আহৰণৰ কাৰণে বাসবদত্তাই বনত প্ৰবেশ কৰে। তাৰ পিচত তেওঁৰ ৰূপত মুগ্ধ হৈ দুজন কিৰাতে তেওঁক স্ত্ৰীৰূপে পোৱাৰ কাৰণে দুয়োজনৰ মাজত যুদ্ধ হয় আৰু সেই যুদ্ধত দুয়োজন নিহত হয়। সেই বনভাগত কোনো এজন ঋষিৰ তপোবন আছিল। ঋষিয়ে যেতিয়া জানিব পাৰিলে যে যুদ্ধৰ ফলত তেওঁৰ তপোবন হতশ্ৰী হৈছে আৰু বাসবদত্তাই এই যুদ্ধৰ কাৰণ, তেতিয়া তেওঁ বাসবদত্তাক প্ৰস্তৰমূৰ্তিত পৰিণত হোৱাৰ কাৰণে অভিশাপ দিয়ে। বাসবদত্তাৰ অনুনয়ত শেষত ঋষিয়ে এটি অনুগ্ৰহ কৰিলে যে প্ৰেমিকৰ কৰস্পৰ্শত তেওঁ পূৰ্বৰূপ ঘূৰাই পাব। আনপিনে কন্দৰ্পকেতুৱে বাসবদত্তাৰ অনুসন্ধানত হতাশ হৈ আত্ম-হত্যাৰ উদ্যোগ কৰাত এটি দৈববাণীয়ে তেওঁক প্ৰিয়াৰ সৈতে মিলনৰ আশ্বাস দিয়ে। আশাত বুকু বান্ধি কন্দৰ্পকেতুয়ে ঘূৰি ফুৰিব ধৰিলে। দৈবক্ৰমে এদিন তেওঁ সেই প্ৰস্তৰমূৰ্তিৰ ওচৰত উপস্থিত হয়। প্ৰস্তৰমূৰ্তিত বাসবদত্তাৰ ৰূপ-সাদৃশ্য দেখি আবেগতে মূৰ্তিটো সাৱটি ধৰে। মূৰ্তি জীৱন্ত হ'ল আৰু কন্দৰ্পকেতুয়ে প্ৰেয়সীক পুনৰ লাভ কৰিলে।

আখ্যান ভাগত নতুন নতুন উন্মেষশালিনী প্ৰতিভাৰ পৰিচয় পোৱা নাযায় আৰু চৰিত্ৰ চিত্ৰণতো সুবন্ধুৱে শক্তিৰ পৰিচয় দিব পৰা নাই। এশ কুৰি পঙক্তিত কন্দৰ্পকেতুৰ স্বপ্নদৃষ্টা প্ৰণয়িনীৰ ৰূপ বৰ্ণনাই কবিৰ গদ্যৰচনাত পাৰদৰ্শিতা প্ৰমাণ কৰিলেও

বিৰক্তিজনক। শ্লেষ আৰু বিৰোধ আভাষৰ প্ৰাচুৰ্য্যৰ সৈতে সমাসবদ্ধ শব্দ-চয়ন নানা সময়ত ভাব প্ৰতীতিৰ বাধা জন্মাইছে। গদ্য কোৱাৰ ৰীতিত বাণ আৰু সুবন্ধুৰ মাজত পাৰ্থক্য নাই বুলি কব পাৰি। শব্দ আৰু ভাবৰ দিকৰপৰাও অনুমান হয়, সুবন্ধু বাণৰ অনুগামী। সুবন্ধুৰ ৰচনা-কৌশল মন কৰিবলগীয়া। তেওঁ অৰ্থ-গৌৰৱৰ প্ৰয়োগত সিদ্ধহস্ত আছিল আৰু তাৰ কাৰণে গৌৰৱো কৰিছিল।

"সৰস্বতীদত্তবৰপ্ৰসাদশ্চকে সুবন্ধুঃ সুজনৈকবন্ধুঃ।
প্ৰত্যক্ষৰশ্লেষময় প্ৰপংচবিন্যাসবৈদগ্ধ্যনিধিং প্ৰবন্ধম্॥"

## বাণ

বাৎস্য গোত্ৰীয় চিত্ৰভানু আৰু ৰাজদেৱীৰ পুত্ৰ বাণ। এওঁ হৰ্ষচৰিত আৰু কাদম্বৰী নামক দুখন গদ্য-কাব্য ৰচনা কৰে। প্ৰথমখন আখ্যায়িকা আৰু দ্বিতীয়খন কথা। হৰ্ষচৰিতৰ প্ৰায় তিনিটা উচ্ছ্বাসত আৰু কাদম্বৰীৰ প্ৰথম কেইটামান শ্লোকত বাণে বিশদভাবে তেওঁৰ জীৱনৰ নানা কথা কৈ গৈছে। অতি বাল্য-কালত তেওঁৰ মাতৃ-বিয়োগ হয়; আৰু ১৪ বছৰ বয়সত তেওঁৰ পিতৃদেৱো স্বৰ্গগামী হয়। পিতাকৰ মৃত্যুৰ পিচত বালক বাণ উচ্ছৃঙ্খল হৈ পৰে আৰু বিভিন্ন ধৰণৰ সঙ্গীৰ সৈতে লগলাগি কাল কটাবলৈ ধৰে। তাৰ পিচত বহুদিন বিদেশ ভ্ৰমণ কৰি তেওঁ ঘৰলৈ ঘূৰি আহে। এদিন হৰ্ষবৰ্দ্ধনৰ ৰাজসভালৈ তেওঁক আহ্বান কৰা হয়। হৰ্ষৰ ভায়েক কৃষ্ণৰ সহায়ত তেওঁ ৰাজসভাত সাদৰে গৃহীত হয় আৰু শীঘ্ৰে ৰজাৰ প্ৰিয়পাত্ৰ হৈ উঠে।

হৰ্ষচৰিতত বাণে মহাৰাজ হৰ্ষৰ যিখিনি ইতিহাস লিপিবদ্ধ কৰি গৈছে তাৰ সৈতে চীনা পৰিব্ৰাজক হিউৱেনচাঙ লিখিত ৰজা হৰ্ষবৰ্ধন শীলাদিত্যৰ বিবৰণৰ তুলনা কৰিলে অনুমান হয়, কনৌজেশ্বৰ

হৰ্ষবৰ্ধন শীলাদিত্য ( ৬১০-৬৪৭ খৃষ্টাব্দ ) আছিল বাণৰ পৃষ্ঠপোষক। অনুমান কৰা হয় হৰ্ষৰ ৰাজত্ব কালৰ প্ৰথম ভাগত বাণ হৰ্ষৰ সংস্পৰ্শত আহে আৰু তেতিয়া বাণৰ বয়স খুউব কম। ৬২০ খৃষ্টাব্দক যি সকলে বাণৰ আবিৰ্ভাব কাল বুলি ভাবে তেওঁলোকেই এনেকুৱা অনুমান কৰা দেখা যায়। ভাতৃঘাতীৰ ওপৰত প্ৰতিশোধ লোৱাৰ পিচত হৰ্ষবৰ্ধনে যে বৌদ্ধ ধৰ্ম গ্ৰহণ কৰিবলৈ মনস্থ কৰে সেইটো বাণে লিখি গৈছে। গতিকে অনুমান হয়, হৰ্ষৰ ৰাজত্বৰ প্ৰথম ভাগত বাণ তেওঁৰ সংস্পৰ্শত আহিলেও হৰ্ষচৰিত যেতিয়া ৰচনা কৰে তেতিয়া হৰ্ষৰ ৰাজত্বৰ শেষ ভাগ। আমি জানো, ৬৪৭ খৃষ্টাব্দত হৰ্ষৰ ৰাজত্বৰ অবসান হয়। গতিকে সেই সময়ৰ অলপ আগতেই বাণে হৰ্ষচৰিত ৰচনা কৰিছিল।

**হৰ্ষচৰিত ঃ** প্ৰথম আঢ়েটা উচ্ছ্বাসত বাণে আত্মচৰিত লিপিবদ্ধ কৰিছিল। তাৰ পিচত আৰম্ভ হৈছে হৰ্ষবৰ্দ্ধনৰ কথা। থানেশ্বৰৰ ৰজা পুষ্পভূতি; সেই বংশত মহাপ্ৰতাপশালী ৰজা প্ৰভাকৰবৰ্দ্ধন। তেওঁৰ দুজন পুতেক ৰাজ্যবৰ্দ্ধন আৰু হৰ্ষবৰ্দ্ধন; এজনী কন্যা, ৰাজ্যশ্ৰী। মৌখৰীৰাজ গ্ৰহবৰ্মাৰ সৈতে ৰাজ্যশ্ৰীৰ বিবাহ হয়। প্ৰভাকৰবৰ্দ্ধনৰ মৃত্যুৰ পিচত ৰাজ্যবৰ্দ্ধনে সিংহাসন গ্ৰহণ কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰে। কিন্তু হৰ্ষক অভিষিক্ত কৰাৰ আগতে মালৱৰাজৰ দ্বাৰা গ্ৰহবৰ্মাৰ নিধন হয় আৰু ৰাজ্যশ্ৰীৰ অপহৰণৰ সংবাদ আহে। ৰাজ্যবৰ্দ্ধনে মালৱৰাজৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰে; কিন্তু গৌড়ৰাজৰ বিশ্বাসঘাতকতাত নিজেই নিহত হয়। প্ৰতিশোধ লোৱাৰ কাৰণে হৰ্ষবৰ্দ্ধনেও যুদ্ধযাত্ৰা কৰিলে; কিন্তু বাটত শুনিলে যে ৰাজ্যশ্ৰীয়ে মালৱৰাজৰ কাৰাগাৰৰপৰা পলাই যেতিয়া আত্মহত্যা কৰিবলৈ ইচ্ছা কৰে তেতিয়া এজন বৌদ্ধ ভিক্ষুয়ে তেওঁক উদ্ধাৰ কৰে। হৰ্ষ আৰু ৰাজ্যশ্ৰীৰ মিলন দেখুৱাই ইয়াতে 'হৰ্ষচৰিত' আখ্যায়িকাখন শেষ হয়। অনুমান কৰিব পাৰি, হঠাৎ এই হৰ্ষচৰিতখন যেন শেষ হৈছে।

**কাদম্বৰী ঃ** সংস্কৃত সাহিত্যত গদ্যত যি দুই তিনিখন উপন্যাস আছে সেইবোৰৰ মাজত কাদম্বৰীয়ে সকলোবোৰতকৈ প্ৰতিষ্ঠা লাভ কৰিছে। কাদম্বৰীয়ে বাণৰ যশস্যাক সুপ্ৰতিষ্ঠিত কৰিছে। কাদম্বৰীৰ পূৰ্বভাগ বাণৰ ৰচনা, উত্তৰ ভাগ ৰচিত হয় বাণৰ পুত্ৰ ভূষণভট্ট বা পুলিন্দৰ দ্বাৰা। বিদিশাধিপতি শূদ্ৰকৰ ওচৰত বৈশম্পায়ন নামে এজন শুকে কথা অংশৰ বক্তা। উজ্জয়িনীৰ চন্দ্ৰাপীড় আৰু গন্ধৰ্ব-ৰাজকুমাৰী কাদম্বৰীৰ প্ৰণয় কাহিনী গ্ৰন্থৰ মুখ্য উপজীব্য; প্ৰসঙ্গক্ৰমে ইয়াৰ সৈতে জড়িত হৈ পৰিছে পুণ্ডৰীক আৰু কাদম্বৰীৰ সখী মহাশ্বেতাৰ প্ৰণয় কাহিনী।

ঐতিহাসিক কাহিনীক অবলম্বন কৰি কাব্য ৰচনাৰ প্ৰচেষ্টা হৰ্ষচৰিতেই প্ৰথম। এই ফালৰপৰা গ্ৰন্থখনৰ গুৰুত্ব আছে। বাণৰ সময়ৰ দেশ, জাতি আৰু সমাজৰ চিত্ৰও এই গ্ৰন্থত পোৱা যায়। তথাপি ইয়াক ঐতিহাসিক কাব্য বুলি ধৰি ললে ভুল কৰা হব। বাণৰ ইতিহাস ৰচনা কৰাৰ উদ্দেশ্য নাছিল। কাব্যাংশত কাদম্বৰী উৎকৃষ্টতৰ। 'কাদম্বৰী' শব্দৰ অৰ্থ 'সুৰা'। সুৰাৰ প্ৰভাবত মানুহ যেনেকৈ আত্মহাৰা হয়, কাদম্বৰী পাঠত সত্যতঃ পাঠকও তেনেকৈ আত্মহাৰা হয়। এই ফালৰপৰা নামাকৰণ সাৰ্থক হৈছে;—

"কাদম্বৰী ৰসজ্ঞানামাহাৰোঽপি ন ৰোচতে।"

কাদম্বৰী যে এসময়ত প্ৰভূত যশ আৰু জনপ্ৰিয়তাৰ অধিকাৰী হৈছিল প্ৰচলিত উক্তিসমূহেই তাৰ প্ৰমাণ—

(১) "বাণীপাণিপৰামৃষ্টবীণানিক্কনহাৰিণীম্।
ভাবয়ন্তি কথং বাণ্যো ভট্টবাণস্য ভাৰতীয়ম্॥"

(২) "শ্লেষে কেচন শব্দগুম্ফবিষয়ে কেচিদ্ৰসে চাপৰেঽলঙ্কাৰে
কতিচিৎ সদৰ্থ বিষয়ে চান্যে কথাবৰ্ণনে।
আসৰ্বত্ৰ গভীৰধীৰ কবিতা বিন্ধ্যাটবী চাতুৰী-
সঞ্চাৰো কবি কুম্ভিকুম্ভভিদুৰো বাণস্তু পঞ্চাননঃ॥"

(৩) "বাগীশ্বৰং হন্ত ভজেঽভিনন্দমৰ্থেশ্বৰং বাকপতিৰাজমীড়ে।
বসেশ্বৰং স্তৌমি চ কালিদাসং বাণং তু সর্বেশ্বৰমানতোঽস্মি॥"

(৪) "হৃদি লগ্নেন বাণেন যন্মন্দেঽপি পদক্রমঃ।
ভবেৎ কবিকুৰঙ্গানাং চাপলং তত্র কাৰণম্॥"

Weber বাণক ৰূঢ়ভাবে সমালোচনা কৰিছে। শ্ৰেষ্ঠ গন্থ-কাব্যকাৰ হিচাবে বাণক সকলো প্ৰকাৰে স্বীকৃতি দান কৰিলেও তেওঁৰ ৰচনাৰ ত্ৰুটিও উপেক্ষণীয় নহয়। সৰ্বপ্ৰধান ত্ৰুটি হ'ল যে বাণে গল্প কওঁতে কওঁতে তৎ হেৰাই গৈছিল। নায়ক-নায়িকাৰ ৰূপ বৰ্ণনা বা প্ৰাকৃতিক শোভা বৰ্ণনাৰ অৱকাশ পালেই তেওঁৰ বৰ্ণনা শক্তি মুক্তপক্ষ বিহঙ্গৰ দৰে উৰি ফুৰে আৰু শেষ হলে দেখা যায়—তৎক্ষণাৎ মূল আখ্যান ভাগ বিস্মৃতিৰ অতল গৰ্ভত ডুব গৈছে। সমাসবদ্ধ সুদীৰ্ঘ পদ, দ্ব্যৰ্থক শব্দচয়ন আৰু ব্যাকৰণ জ্ঞানৰ পৰিচয় দিবৰ কাৰণে অত্যন্ত আগ্ৰহ যেন তেওঁৰ আছিল। শব্দৰ ওপৰত তেওঁৰ আধিপত্য, বৰ্ণনাৰ অফুৰন্ত শক্তি, প্ৰকৃতিক প্ৰাণ ভৰি আৰু চকুমেলি চোৱাৰ ক্ষমতা বাণৰ দৰে অইন কাৰো নাছিল। বাণে এই সকলোবোৰ সীমা অতিক্ৰম কৰি গৈছে; এই সীমাজ্ঞানৰ অভাৱেই তেওঁৰ ৰচনাৰ সকলোতকৈ বেচি ত্ৰুটি।

বাণ পাঞ্চালী ৰীতিৰ অধিকাৰী আছিল। তেওঁৰ নাম মহিলা কবি শীলা ভট্টাৰিকাৰ লগত জড়িত আছে। এই মহিলা কবিজনাৰ গ্ৰন্থ পাবলৈ নাই যদিও তেওঁ লিখনিত পাঞ্চালী ৰীতিকে লৈছিল। যুক্তিমুক্তাবলীত এইদৰে পোৱা যায়—

"শব্দাৰ্থয়োঃ সমো গুম্ফো পাঞ্চালী ৰীতিৰিষ্যতে।
শীলাভট্টাৰিকাবাচি বাণোক্তিষু চ সা যদি॥"

বাণৰ শব্দাভাণ্ডাৰ বৰ বহল আছিল। হৰ্ষচৰিতত যিবোৰ শব্দ পোৱা যায় অভিধানত তাৰ ব্যৱহাৰ বৰ কম বুলিব পাৰি। হৰ্ষ-চৰিতত তলত দিয়া শব্দৰাজিৰ দ্বাৰা গঠিত শ্লোক পোৱা যায়—

"তথাগতে ভ্ৰাতৰি উপৰতে চ পিতৰি প্ৰোষিতজীবিতে চ।
জামাতৰি, মৃতায়াং চ মাতৰি, সংয়তায়াং চ স্বসৰি॥"

ক্ৰিয়াপদৰ দ্বাৰা বাণৰ কাদম্বৰীৰ প্ৰথম বাক্য আৰম্ভ হৈছে আৰু বাক্যৰ সৰ্বশেষত যেতিয়া কৰ্ত্তৃপদৰ আবিৰ্ভাব পোৱা নাযায় তেতিয়া ক্ৰিয়াপদৰ কথা আৰু মনত নেথাকে। বৰ্ণনাৰ কাৰ্য্যত সূক্ষ্মাতিসূক্ষ্ম কোনো একোটা শব্দও বাদ দিবলৈ তেওঁ ইচ্ছা নকৰে। যাদুকৰে যেনেকৈ যাদুৰ প্ৰভাবত এটা বাকচৰ মাজত হাজাৰ হাজাৰ বাকচ দেখুৱাব পাৰে, বাণেও সেইদৰে কাব্যৰ খেলাত যাদুৰেই পৰিচয় দিছিল। অপূৰ্ব কৌশলত মূল আখ্যান ভাগৰ সৈতে সাঙোৰ খাই আছে বিভিন্ন উপাখ্যান। সেই কৌশল অনবদ্য আৰু অনতিক্ৰমণীয় হলেও মূল আখ্যান ভাগৰ সহজ প্ৰতীতিৰ পথত প্ৰধান অন্তৰায়। সোমদেৱৰ কথাসৰিৎ সাগৰত যি কৌশল দেখা গৈছে, বাণে সেই কৌশলকেই শেষ সীমালৈ টানি নিছে। বাণৰ কাব্য-কাননত পুষ্পসম্ভাৰৰ অপ্ৰাচুৰ্য্য নাই, কিন্তু তাতে প্ৰবেশ কৰা দুষ্কৰ।

কাদম্বৰীৰ বিশেষ মাহাত্ম্য এই যে ভাষা আৰু ভাবৰ বিশাল বিস্তাৰ ৰক্ষা কৰাতো তাৰ চিত্ৰবিলাক জাগি উঠিছে; সমস্ত প্লাবিত হৈ একাকাৰ হৈ যোৱা নাই। কাদম্বৰীৰ প্ৰথম আৰম্ভ চিত্ৰটিৱে তাৰ প্ৰমাণ।

সংস্কৃত কবিসকলৰ মাজত চিত্ৰাঙ্কনত বাণভট্টৰ সমতুল্য কোনো নাই, এই কথা আমি দাঠি কৰলৈ আগবাঢ়িব পাৰো। গোটেই কাদম্বৰী কাব্যখন এটি চিত্ৰশালা। সাধাৰণত মানুহে ঘটনা বৰ্ণনা কৰি গল্প কৰে। বাণভট্টই মুহূৰ্তে-মুহূৰ্তে চিত্ৰ সজ্জিত কৰি গল্প কৈছিল; এই কাৰণে তেওঁৰ গল্প গতিশীল নহয়।

বাণক অনুকৰণ কৰি শ্বেতাম্বৰ জৈন ধনপাল ধাৰাৰাজ বাক্‌পতিৰ (৯৭০ খৃষ্টাব্দত) পৃষ্ঠপোষকতাত তেওঁৰ তিলকমঞ্জৰী কাব্য প্ৰণয়ন কৰে। তিলকমঞ্জৰী আৰু সমৰকেতুৰ প্ৰণয়

কাহিনীয়েই এই কাব্যৰ বিষয়-বস্তু। তিলকমঞ্জৰীত কাদম্বৰীৰ নিচিনা চিত্ৰয়ো দেখিবলৈ পোৱা যায়। কিছুমান শ্লোকত ধনপাল পৰমাৰ বংশীয় ৰজাসকলৰ আৰু বাণ, ভৱভূতি, ৰাজশেখৰ, ৰুদ্ৰ, মহেন্দ্ৰ, কৰ্দমৰাজ প্ৰভৃতি কবিসকলৰ উল্লেখ কৰে, আৰু লগতে 'তৰঙ্গবতী' আৰু 'ত্ৰৈলোক্যসুন্দৰী' নামে দুখন কথাৰো উল্লেখ কৰা দেখা যায়।

সোড্‌ঢলৰ **উদয়সুন্দৰী কথা** নাগালোকৰ অধিপতি শিখণ্ডতিলৰ কন্যা উদয়সুন্দৰী আৰু প্ৰতিষ্ঠানৰ ৰজা মলয়বাহনৰ প্ৰণয় কাহিনীক অৱলম্বন কৰি ৰচিত হৈছে। ওডেয়দৰ বাদীৰসিংহৰ গদ্য-চিন্তামণি, বামন ভট্টবাণৰ বেমভূপাল চৰিত প্ৰভৃতি এই শ্ৰেণীৰ ৰচনাৰ উল্লেখ কৰা হ'ল।

---

## দশম অধ্যায়

# চম্পূকাব্য

গদ্য-পদ্যময়ী ভাষাত যি কাব্য ৰচিত হয় সিয়ে 'চম্পূ'। দণ্ডীৰ কাব্যাদৰ্শত চম্পূৰ সূত্ৰ এইদৰে দিয়া হৈছে—

"গদ্য-পদ্যময়ী ভাষা চম্পূৰিত্যভি ধীয়তে।"

বিভিন্ন আলঙ্কাৰিকসকলে চম্পূৰ সংজ্ঞা নিৰ্ধাৰণ কৰিবলৈ গৈ সেই একে কথাকে কৈছে; কিন্তু কাব্যত গদ্য আৰু পদ্যৰ অনুপাতৰ হাৰ সম্বন্ধে কোনেও একো কোৱা নাই। অৰ্থাৎ চম্পূকাব্যত গদ্যাংশই বা কিমানখিনি স্থান গ্ৰহণ কৰিব সেই বিষয়ে কোনো নিয়ম নাই। তথাপিও ধাৰণা হয় গদ্যকাব্যৰ সৈতে ইয়াৰ পাৰ্থক্য এইখিনিয়ে যে গদ্যকাব্যত গদ্যই আখ্যান ভাগৰ মূল বাহন; কিন্তু চম্পূত আখ্যান ভাগ গদ্য আৰু পদ্য উভয়ৰ সহায়তে বৰ্ণিত হয়। গদ্যকাব্যৰ স্বাভাবিক পৰিণতি ৰূপেই চম্পূৰ জন্ম হৈছিল। গদ্যকাব্যৰ গদ্য ৰচনাত এটি নিয়মৰপৰা পাঠকৰ মনত মাজে মাজে ছন্দৰ দোলাত উঠি এটা বৈচিত্ৰ্যৰ আস্বাদ দিয়া আৰু কাহিনীৰ কথন ভঙ্গীতো বৈচিত্ৰ্য অনাৰ উদ্দেশ্যে এটি সময়ত অতি স্বাভাবিক-ভাৱে গদ্যকাব্যত কবিতাই অজ্ঞাতসাৰে স্থান লাভ কৰিছিল। দশম খৃষ্টাব্দলৈকে এই বিশেষ ৰচনাৰ ধাৰাটি তেনেকৈ সম্পূৰ্ণভাৱে আত্ম-প্ৰকাশ কৰা নাই। মহাভাৰত, পুৰাণ, আনকি বেদৰ আখ্যান ভাগতো গদ্যৰ আৰু পদ্যৰ সংমিশ্ৰণ যে একেবাৰে অজ্ঞাত নাছিল ইয়াকে কোৱা হয়। পালি জাতকসমূহত আৰু গল্প-সাহিত্যত গদ্য আৰু পদ্যৰ যি সংমিশ্ৰণ দেখা যায় তাতে পদ্যাংশ হয় উপদেশমূলক; নতুবা আখ্যান ভাগৰ সাৰ-সংক্ষেপিকৰণৰ কাৰণে ব্যৱহৃত হৈছে।

চম্পূকাব্যৰ সৈতে ইয়াৰ কোনো যে যোগাযোগ আছিল এনেকুৱা-ভাৱে ধৰি লবপৰা নেযায়। সাধাৰণতঃ পৌৰাণিক বিষয়ক অৱলম্বন কৰিয়েই চম্পূকাব্য ৰচিত হৈছে। গদ্য ৰচনাৰ ওজস্বিতা আৰু বলিষ্ঠতাও ইয়াত নাই; আকৌ পদ্য ৰচনাৰ মাধুৰ্য্য আৰু সুকুমাৰতা ইয়াত নাই।

শাণ্ডিল্য গোত্ৰীয় শ্ৰীধৰৰ পৌত্ৰ আৰু নেমাদিত্যৰ পুত্ৰ ত্ৰিবিক্ৰম বা সিংহাদিত্য দ্বাৰা উচ্ছ্বাসত ৰচিত নলচম্পূই বোধহয় চম্পূ-সাহিত্যৰ মাজত প্ৰাচীনতম। ৰাষ্ট্ৰকূটৰাজ তৃতীয় ইন্দ্ৰৰ নৌসৰী লিপিৰ (৯১৫ খৃষ্টাব্দ) ৰচয়িতা এৱেঁই। এই তৃতীয় ইন্দ্ৰই কনৌজ আক্ৰমণ কৰি প্ৰতিহাৰ ৰাজবংশৰ উচ্ছেদ সাধন কৰিছিল। ত্ৰিবিক্ৰমে বাণৰ উল্লেখ কৰিছিল এইটো সৰস্বতীকণ্ঠাভৰণত উল্লিখিত হৈছে। এওঁৰ পিতা ৰজাৰ সভাকবি আছিল। এদিন পিতৃৰ অনুপস্থিতিত এজন প্ৰতিস্পৰ্দ্ধী আহি তেওঁৰ পিতৃৰ সৈতে প্ৰতিদ্বন্দ্বিতা কামনা কৰে। সৰস্বতীৰ বৰত ত্ৰিবিক্ৰমে তেতিয়া নলচম্পূ ৰচনা কৰি তেওঁক যোগ্য প্ৰত্যুত্তৰ দিছিল। এনে সময়ত তেওঁৰ পিতৃ আহি পায় আৰু কাব্যখন তেতিয়া অসম্পূৰ্ণ হৈ যায়। কবিয়ে বিশ্বাস কৰে যে সাধাৰণ প্ৰকাশভঙ্গীয়ে কাব্যৰ মৰ্য্যাদা লাভ কৰিব নোৱাৰে। এটা বিচিত্ৰ কল্পনাৰ কাৰণে তেওঁ যমুনা-ত্ৰিবিক্ৰম নামে প্ৰসিদ্ধি অৰ্জন কৰিছিল।

দিগম্বৰ জৈন সোমদেৱৰ দ্বাৰা সাতটি (আশ্বাসত) উচ্ছ্বাসত ৰচিত যশস্তিলক চম্পূ বিশেষ উল্লেখযোগ্য। চালুক্য বংশীয় ৰজা অধিকেশৰীৰ জ্যেষ্ঠপুত্ৰৰ পৃষ্ঠপোষকতাত সোমদেৱে এই কাব্য প্ৰণয়ন কৰে। অৱন্তীৰাজ যশোধৰৰ কাহিনী অৱলম্বনত এই চম্পূখন ৰচিত। ইয়াত তেওঁৰ ৰাজধানী বৰ্ণনা, তেওঁৰ পত্নীসকলৰ বিশ্বাসঘাতকতা আৰু ষড়যন্ত্ৰৰ কথা, শেষত তেওঁৰ জৈন ধৰ্মগ্ৰহণ, তেওঁৰ হত্যা আৰু পুনৰ্জন্ম প্ৰভৃতি বিবৃত হৈছে। ইয়াৰ শেষ তিনি আশ্বাস জৈন ধৰ্মৰ ব্যাখ্যানস্বৰূপ। সোমদেৱে অনেক কবি

আৰু কাব্যৰ নাম উল্লেখ কৰি গৈছে; সংস্কৃত সাহিত্যৰ ইতিহাস নিৰ্ধাৰণত সেইবোৰৰ মূল্য কম নহয়।

গুণভদ্ৰৰ উত্তৰ পুৰাণক অৱলম্বন কৰি হৰিচন্দ্ৰৰ জীৱন্ধৰ চম্পু ৰচিত হয়। ই খৃষ্টাব্দ নৱম শতিকাৰ পিচত ৰচিত। বাণৰ উল্লিখিত ভট্টাৰ হৰিচন্দ্ৰ আৰু ২১টি সৰ্গত ৰচিত ধৰ্মশৰ্মাভ্যুদয়ৰ ৰচয়িতা হৰিচন্দ্ৰ এই একে চম্পূৰ ৰচয়িতা হয়নে নহয় সেইবিষয়ে সংশয়ৰ অৱকাশ আছে।

পৰমাৰ ৰাজবংশীয় ধাৰা-নৰপতি ভোজৰ ৰচিত ৰামায়ণ চম্পু উল্লেখযোগ্য। ১০১৮-১০৬৩ খৃষ্টাব্দলৈকে ভোজে ৰাজত্ব কৰে। তেওঁৰ পিতাৰ নাম সিন্ধুল। তেওঁৰ বাল্যকালত পিতৃৰ বিয়োগ ঘটে। তেওঁ বালক আছিল বুলিয়েই তেওঁৰ পিতৃব্য মুঞ্জই সিংহাসন আৰোহণ কৰে। এজন জ্যোতিষীয়ে ভৱিষ্যৎবাণী কৰে যে ভোজে ৫৫ বছৰ ৰাজত্ব কৰিব। তাকে শুনি মুঞ্জই তেওঁৰ অধীনস্থ ৰজা বৎসৰাজৰ ওপৰত ভোজক অৰ্পণ কৰিলে আৰু কোনো অৰণ্যলৈ লৈ গৈ ভোজক হত্যা কৰিবৰ কাৰণে আদেশ দিয়ে। বৎসৰাজে অনিচ্ছাসত্বেও ভোজক লৈ যায়; কিন্তু শেষত নিজৰ ঘৰত ভোজক লুকাই ৰাখি তৰোৱালত পশুৰ তেজ লগাই মুঞ্জক দেখুৱায়। নিহত হোৱাৰ আগত ভোজে কি কৈছিল মুঞ্জই বৎসৰাজক সুধিলে। তেতিয়া বৎসৰাজে বৃক্ষপত্ৰত ভোজৰ হস্তলিখিত এটা শ্লোক মুঞ্জক দেখুৱায়। শ্লোকটো ইয়াত তুলি দিয়া হ'ল:

"মান্ধাতা চ মহীপতিঃ কৃতযুগালঙ্কাৰভূতো গতঃ।
সেতুৰ্যেন মহোদধৌ বিৰচিতঃ ক্বাসৌ দশাস্যান্তকঃ॥
অন্যে চাপি যুধিষ্ঠিৰে প্ৰভৃতয়ো যাতা দিবং ভূপতে।
নৈকেনাপি সমং গতা বসুমতী নূনং ত্বয়া যাস্যতি॥"

এই শ্লোকটো পাঠ কৰি মুঞ্জই দুখত আৰু অনুতাপত ভুমিত পৰি যায়। তেতিয়া বৎসৰাজে সত্য ঘটনা ব্যক্ত কৰাত ভোজক

ৰাজসভালৈ অনা হয়। পিচত মুঞ্জই ভোজক ৰাজ্যত অভিষিক্ত কৰে।

ভোজ-ৰচিত ৰামায়ণ চম্পু বিশেষ জনপ্রিয় কাব্য। খুব সম্ভব কিষ্কিন্ধ্যা কাণ্ডলৈকে ভোজৰ ৰচিত। অৱশিষ্ট অংশ লক্ষ্মণ কবি নামে কোনো এজনে পৰবৰ্ত্তী কালত ৰচনা কৰি ইয়াৰ সৈতে সংযোজিত কৰে। সেয়েহে শ্লোকত কোৱা হৈছে:

"যঃ কাণ্ডান্নিববন্ধ চম্পুবিধয়া পঞ্চাপি ভোজঃ কবিঃ।
যো বা ষষ্ঠমচষ্ট লক্ষ্মণ কবিস্তাভ্যামুভাভ্যামপি॥"

অভিনব কালিদাসৰ দ্বাৰা ছয়টা তবকত ভাগৱত গল্পটো বৰ্ণিত হৈছে। বিষয়বস্তু ভাগৱতৰপৰা লোৱা কাৰণে ইয়াৰ নামাকৰণ **ভাগৱত চম্পু** কৰা হৈছে। **উদয়সুন্দৰী কথা** নামক এখন চম্পু-কাব্য সোঢ্ঢল নামৰ এজন লিখকে ৰচনা কৰে। ছাটত উচ্ছাসত এই কাব্যখন নাগকুমাৰী উদয়সুন্দৰী আৰু প্ৰতিষ্ঠানৰ ৰজা মলয়বাহনৰ লগত ঘটা বিবাহৰ বৰ্ণনা দিছে। প্ৰথম উচ্ছাসটো আত্মজীৱনীৰে ভৰপূৰ। এটা শুকে এই গল্পটো কাদম্বৰী কাব্যৰ দৰে বৰ্ণনা কৰে। এই চম্পুখনত বাণৰ প্ৰভাব পৰা দেখা যায়। কাব্যখনৰ সূচনাত লিখকে চিত্তৰাজ, নাগাৰ্জুন, মুম্মুনীৰাজ, বৎসৰাজ আদিক তেওঁৰ পৃষ্ঠপোষক বুলি উল্লেখ কৰিছে। কবিয়ে বাল্মীকি, ব্যাস, বাক্‌পতিৰাজ, ময়ুৰাজ, বিশাখদেৱ, গুণাঢ্য, কালিদাস, বাণ, ভবভূতি, অভিনন্দ, ৰাজশেখৰ, কুমাৰদাস আৰু ভাসৰ উল্লেখ কৰে। কবিজনাই উদয়সুন্দৰী কথাত অভিনন্দ, বাক্‌পতিৰাজ, কালিদাস আৰু বাণক এইদৰে উল্লেখ কৰে:

"বাগীশ্বৰং হন্ত ভজে অভিনন্দ
অৰ্থেশ্বৰং বাক্‌পতিৰাজ মীডে।
ৰসেশ্বৰং স্তৌমি চ কালিদাসং
বাণং তু সৰ্ব্বেশ্বৰ মানতো অস্মি॥"

সুৰথ উৎসৱৰ গ্ৰন্থকাৰ সোমেশ্বৰদেৱে (১২৪০ খৃষ্টাব্দত) কীৰ্ত্তি-কৌমুদীত বিবাধ বলবজাৰ মন্ত্ৰী বস্তুপালৰ জীৱনী লিখি উলিয়ায়। এইখনতো চম্পূ কাব্যৰ সকলোখিনি বৈশিষ্ট্য বৰ্ত্তমান। কলিঙ্গত ৰাজত্ব কৰা গঙ্গা নামক বংশটোক অৱলম্বন কৰি বসুদেৱৰমে গঙ্গাবংশানুচৰিত্ত কাব্য লিখে। বিশিষ্টাদ্বৈতবাদী ৰামানুজে তেওঁৰ ৰামানুজ চম্পূত নিজৰ জীৱনী বৰ্ণনা কৰে। মহাভাৰতৰ গল্পক কেন্দ্ৰ কৰি অনন্ত ভট্টই দ্বাদশ স্তৱবাত ভাৰত চম্পু ৰচনা কৰে। যোড়শ শতিকাত বিজয়নগৰৰ ৰজা অচ্যুতৰায়ৰ ৰাণী তিৰুম সম্বাই ৰৰদা-অম্বিকা পৰিণয় চম্পূ ৰচনা কৰে। এই চম্পুখনত ৰজা অচ্যুতৰায়ৰ সৈতে ৰাজকুমাৰী ৰবদাম্বিকাৰ পৰিণয়ৰ এটি বৰ্ণনা পোৱা যায়। এই কাব্যখনৰ ৰচনাৰীতি ধুনীয়া আৰু মনোমুগ্ধকৰ। নাৰায়ণ ভট্ট (১৬০০ খৃষ্টাব্দ) নাৰায়ণীয় গ্ৰন্থৰ ৰচয়িতা। তেওঁ দ্ৰৌপদীৰ স্বয়ম্বৰক অৱলম্বন কৰি পাঞ্চালী স্বয়ম্বৰ চম্পূ ৰচনা কৰে। কাব্যখনৰ ৰচনাৰীতি সৰল। এই কাব্যত দীঘল সমাস আৰু অৰ্থগৌৰৱৰ ব্যৱহাৰ কম।

শ্ৰীকৃষ্ণৰ জন্ম আৰু বাল্যকালৰ কাৰ্য্যৰ ওপৰত ভেটি কৰি বীৰ-মিত্ৰোদয় গ্ৰন্থৰ ৰচক মিত্ৰমিশ্ৰই আনন্দকান্দ চম্পু প্ৰকাশ কৰে। ঠিক একে সময়তে চিদাম্বৰে ভাগৱতক অৱলম্বন কৰি ভাগৱত চম্পু ৰচনা কৰে। নৃসিংহসুৰিৰ পুত্ৰ শেষ কৃষ্ণই স্বৰ্গৰ পাৰিজাত মৰ্ত্তলৈ অনা ঘটনাৰ ওপৰত নিৰ্ভৰ কৰি পাঁচটা অধ্যায়ত পাৰিজাত হৰণ চম্পূ ৰচনা কৰে।

নীলকণ্ঠ দীক্ষিতে (১৬৫০ খৃষ্টাব্দ) নীলকণ্ঠ বিজয় চম্পূ প্ৰকাশ কৰে। ইয়াত পাঁচটা অধ্যায়ত শিৱৰ ক্ষমতা আৰু শক্তি বৰ্ণিত হৈছে। প্ৰায় একে সময়তে ৰাজচূড়ামণি দীক্ষিতৰ ভাৰত চম্পু প্ৰকাশ পায়। নীলকণ্ঠ দীক্ষিতৰ সমসাময়িক চক্ৰকবিয়ে ছয়টা উচ্ছাসত দ্ৰৌপদী পৰিণয় চম্পু লিখে। সেই একে সময়ৰে বেনকতাধ্বৰিন চাৰিখন চম্পূৰ গ্ৰন্থকাৰ বুলি জনাজাত। চম্পু

কেইখন হ'ল— বিশ্বগুণদর্শ, বৰদাভ্যুদয়, উত্তৰ চম্পূ আৰু শ্ৰীনিবাস চম্পূ। প্ৰথমখনে জীৱনৰ ভাল-বেয়া কাৰ্য্যবিলাকৰ চিত্ৰ দাঙি ধৰিছে। বিশ্ববসু আৰু কৃষ্ণসু বুলি দুজন গন্ধৰ্বৰ মাজত হোৱা কথোপকথনৰ দ্বাৰা বিশ্বগুণদৰ্শ চম্পূখনৰ ঘটনা ব্যক্ত কৰা হৈছে। দ্বিতীয় গ্ৰন্থখন কাঞ্চিৰ কোনো এজন বিগ্ৰহক প্ৰশংসা কৰি ৰচিত হৈছে। এই গ্ৰন্থ দুখন হাস্তীগিৰি চম্পু নামেৰেও সৰ্বজনবিদিত। তৃতীয় চম্পূখন উত্তৰ ৰামায়ণৰ ঘটনাক ভিত্তি কৰি ৰচিত যদিও অসম্পূৰ্ণ। চতুৰ্থ গ্ৰন্থ চম্পূখনত দুটা বিভাগ আছে; আৰু প্ৰত্যেকটো বিভাগত পাঁচটাকৈ উচ্ছ্বাস পোৱা যায়। তিৰুমল্লাই পাহাৰত থকা বিগ্ৰহটোৰ প্ৰশংসাত এই গ্ৰন্থখন ৰচিত। গ্ৰন্থকাৰে চম্পূখনৰ প্ৰথম ভাগত শ্লেষ, অৰ্থগৌৰৱ আদি অলঙ্কাৰ ব্যৱহাৰ কৰে। গ্ৰন্থখনৰ দ্বিতীয় ভাগত কবিয়ে কিছুমান কবিৰ নাম উল্লেখ কৰে। উল্লিখিত কবিসকলৰ ভিতৰত সোমনাথ কবি, কহোদা, নীলকণ্ঠ আদিয়েই প্ৰখ্যাত।

## বাণেশ্বৰ বিদ্যালঙ্কাৰ

বঙ্গালী বৈষ্ণৱ ধৰ্মৰ মতানুসাৰে বাণেশ্বৰ বিদ্যালঙ্কাৰে (১৭০০ খৃষ্টাব্দত) আত্মাৰ যাত্ৰা 'চিত্ৰ চম্পূ'ত বৰ্ণনা কৰে। ইয়াত বৃন্দাবনৰ পবিত্ৰ ঠাইৰ বৰ্ণনা দেখুওৱা হৈছে। গ্ৰন্থকাৰে বৰ্দ্ধমানৰ ৰজা মহাৰাজ চিত্ৰসেনৰ লগত ঘটা এটা তীৰ্থযাত্ৰাও ইয়াত বৰ্ণনা কৰে। পণ্ডিতে এইখনত ঐতিহাসিক তাৎপৰ্য্য কিছু পোৱা যায়। ১৭০৯ খৃষ্টাব্দত কৃষ্ণকবিয়ে অন্ধ্ৰত বাস কৰা ভেঙ্কৰ পৰিয়াল আৰু পৃষ্ঠপোষকতাক 'ৰঘুনাথবিজয় চম্পু' ৰচনাৰে মহিমান্বিত কৰিছিল। শ্ৰীকৃষ্ণ কবিৰ 'মন্দাৰমৰন্দা চম্পু' অজ্ঞাত সময়ত ৰচিত এখন গ্ৰন্থ। [illegible]ৰূপ গদ্যত লিখিত বৰ্ণনাৰ উপৰিও শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰৰ বৰ্ণনা আছে। শ্ৰীনিবাস কবিয়ে আঠোটা অধ্যায়ত

আনন্দৰঙ্গম পিলাইৰ জীৱনী বৰ্ণনাই "আনন্দৰঙ্গ বিজয় চম্পু" ৰচনা কৰে। আনন্দৰঙ্গম পিলাই গ্ৰন্থকাৰৰ পৃষ্ঠপোষক আছিল। সেইকাৰণে লিখক শ্ৰীনিবাস কবিয়ে পিলাইক প্ৰশংসা কৰি তেওঁৰ সমসাময়িক ঘটনাৰ উল্লেখ কৰে। এই চম্পুখনত ঐতিহাসিক মূল্য বৰ্ত্তমান। ওঠৰ শতিকাত ইয়াৰ ৰচনা কাল বুলি নিৰ্ধাৰণ কৰা হৈছে। উনৈশ শতিকাৰ প্ৰথম ভাগত তাঞ্জোৰৰ ৰজা দ্বিতীয় চাৰফোজীয়ে কালিদাসৰ কুমাৰসম্ভৱৰ ঘটনাৱলীৰ ওপৰত নিৰ্ভৰ কৰি "কুমাৰসম্ভৱ চম্পু" ৰচনা কৰে। "সৰ্বদেৱবিলাস চম্পু"ৰ গ্ৰন্থকাৰ অজ্ঞাত। এই চম্পুখনত মাদ্ৰাজ নগৰ আৰু ইয়াৰ বণিক-সকলৰ বৰ্ণনা গ্ৰন্থকাৰে দিছে। অষ্টাদশ শতিকাৰ এই নগৰৰ বিভিন্ন অংশৰ বৰ্ণনাৰ কাৰণে এই কাব্যখনৰ মূল্য যথেষ্ট আছে। তামিলত উৎপত্তি আৰু ব্যৱহৃত বহুত প্ৰবচন এই গ্ৰন্থখনত পোৱা যায়। ইয়াত ছয়টা উচ্ছ্বাস আছে আৰু ই সম্পূৰ্ণ। ওপৰত উল্লিখিত খ্যাত, অখ্যাত বহু কাব্যই এই সাহিত্য-ধাৰাৰ পুষ্টিসাধন কৰিছে।

## একাদশ অধ্যায়

# গল্প সাহিত্য

গল্প শুনাৰ আকৰ্ষণ মানুহৰ চিৰন্তন। গল্প কোৱাৰ ভঙ্গীয়ে সেই আকৰ্ষণক আৰু বঢ়াই তোলে। একে কাহিনীকে নানা যুগত নানা প্ৰকাৰে কোৱা হৈছে; তথাপিও মানুহৰ কাহিনী ঋগ্‌বেদত শুনিছো, পুৰাণত শুনিছো, মহাভাৰতত শুনিছো, কালিদাসৰ নাটকতো শুনিছো। কাহিনী একে হলেও বৰ্ণনাৰ নতুন নতুন ভঙ্গীৰ কাৰণে সদায় নতুন আৰু উপাদেয় লাগি আছে। মানুহৰ এই সহজাত প্ৰবৃত্তিৰপৰা গল্প সাহিত্যৰ সৃষ্টি হৈছে। বাণ-সুবন্ধু-দণ্ডীও গল্প কৈছিল। সেই কোৱাৰ ভঙ্গীটো অৱশ্যে ভাল লাগিছিল যে সি সত্য। কিন্তু একে ভঙ্গীৰ প্ৰতি আকৰ্ষণ চিৰদিনে বিৰাজ নকৰে। চম্পূ কাব্যত সেই ভঙ্গীয়ে নতুন ৰূপ গ্ৰহণ কৰিলে। তাৰ পিচত সেই ভঙ্গীও পুৰণি হ'ল। তাৰ পিচত আহি পৰিল গল্প সাহিত্য।

সংস্কৃত সাহিত্যৰ কাৰণে ৰাজশক্তিৰ পৃষ্ঠপোষকতা সদায় আছিল, কিন্তু ৰজাসকলৰ কোনো বিশেষ প্ৰয়োজনক সিদ্ধ কৰা সাহিত্য ৰচনাৰ মুখ্য উদ্দেশ্য নাছিল। গল্প সাহিত্য সৃষ্টিৰ মূলত তিনিটা কাৰণ বুলি কব পাৰি—(ক) অবসৰ যাপন, (খ) নিছক চিত্ত বিনোদন, (গ) ৰাজকুমাৰসকলৰ শিক্ষাদান। ৰাজ-দৰবাৰত কোমলমতি ৰাজকুমাৰসকলক অৰ্থশাস্ত্ৰত আৰু নীতিশাস্ত্ৰত ব্যুৎপত্তি জন্মোৱাৰ কাৰণে এসময়ত ৰজাসকলেই ব্ৰাহ্মণ পণ্ডিতসকলক নিযুক্ত কৰিছিল। সুকুমাৰ চিত্তত অৰ্থ আৰু নীতিশাস্ত্ৰৰ জটিল তত্ত্বসমূহে যাতে অতি সহজভাবে গভীৰ প্ৰভাৱ বিস্তাৰ কৰে তাৰ

কাৰণে সেই ব্ৰাহ্মণ পণ্ডিতসকলে গল্পক মাধ্যমৰূপে নিৰ্বাচন কৰিছিল। শিশুশিক্ষাৰ বাহনৰূপে গল্পক নিৰ্বাচন কৰাৰ কৃতিত্ব ব্ৰাহ্মণসকলৰেই। গল্প সাহিত্যৰ লগত অৰ্থ আৰু নীতিশাস্ত্ৰৰ এটা ঘনিষ্ঠ যোগাযোগ আছে। গল্পৰ চৰিত্ৰৰূপত পশুপক্ষীবিলাকক নিৰ্বাচন কৰি শিশুশিক্ষাৰ পণ্ডিতসকলে শিশুসকলক এটি সময়ত জীৱন আৰু প্ৰকৃতিৰ বৃহত্তৰ পৰিবেশৰ সৈতে পৰিচয় কৰাবৰ চেষ্টা কৰিছিল। গল্প সাহিত্যৰ অন্তৰ্গত গল্পবিলাকৰ দুটা সুনিৰ্দিষ্ট ভাগ আছে—এটি ভাগৰ চৰিত্ৰবিলাক মানুহ আৰু আন ভাগৰ চৰিত্ৰ পশুপক্ষী। ব্যাপকভাবে উভয় শ্ৰেণীয়েই গল্প সাহিত্যৰ ( popular tales ) অন্তৰ্গত আৰু দ্বিতীয় শ্ৰেণীৰ গল্পবিলাকৰ এটা স্বাতন্ত্ৰ্য সৰ্বদা দেখুৱাবৰ কাৰণে ইংৰাজীত কোৱা হয় ফেবল্‌স্ ( fables )। গল্পৰ আখ্যান ভাগক শিশুসকলৰ বোধগম্য কৰাৰ কাৰণে সহজ আৰু অনাড়ম্বৰ ভাষাৰ ব্যৱহাৰ কৰা হৈছে; আৰু গোটেই গল্পটো পঢ়ি শিশুই যাতে তাৰ নীতিটো অক্লেশে মনত ৰাখিব পাৰে সেই উদ্দেশ্যে গল্পত ইমানবোৰ শ্লোক সন্নিবিষ্ট কৰা হৈছে যিবোৰ একেধাৰে চুম্বকাকাৰত গল্প আৰু তৎসংশ্লিষ্ট নীতিৰ স্মাৰক।

গল্প সাহিত্যৰ মাজত পঞ্চতন্ত্ৰৰ নাম সকলোৰে আগত উল্লেখযোগ্য। বাইবেলৰ পিচত পৃথিৱীত ইমান বহুল-প্ৰচাৰিত গ্ৰন্থ আৰু নাই। প্ৰায় ৫০টি ভাষাত দুইশৰো বেছি সংস্কৰণত পঞ্চতন্ত্ৰ প্ৰকাশিত হৈছে। ষষ্ঠ শতকৰ প্ৰথম অৰ্ধত পহ্‌লবী ভাষাত ইয়াৰ এটি অনুবাদ হয়। যি মূল সংস্কৃত গ্ৰন্থৰপৰা সেই অনুবাদ কৰা হৈছিল তাৰ সৈতে সেই অনুবাদো আজি লুপ্ত। ৫৭০ খৃষ্টাব্দত এটি সিৰিয়াক সংস্কৰণ আৰু ৭৫০ খৃষ্টাব্দত এটি আৰবী সংস্কৰণো প্ৰকাশিত হৈছিল।

পঞ্চতন্ত্ৰৰ ৰচনা কাল সম্বন্ধে Hertel বিশদ আলোচনা কৰিছিল। খৃঃ পূঃ ২য় শতিকাৰ পিচত যে ই ৰচিত তাত কোনো সন্দেহ

নাই। পঞ্চতন্ত্ৰ মহাভাৰতৰ সৈতে পৰিচিত আৰু ইয়াত 'দীনাৰ' শব্দৰ ব্যৱহাৰ খৃষ্টাব্দৰ প্ৰথম ভাগতেই ৰচনাৰ সময় বুলি নিৰ্দেশ কৰে। মহিলাৰোপ্য নগৰত ৰজা অমৰশক্তিৰ জড়ধী পুত্ৰসকলৰ শিক্ষাৰ কাৰণে বিষ্ণুশৰ্মা নামে কোনো এজন ব্ৰাহ্মণে যে ইয়াক ৰচনা কৰে সেইটো কোৱা হৈছে। অমৰশক্তি আৰু বিষ্ণুশৰ্মা নামৰ ঐতিহাসিকত্ব আজিও' নিৰ্ণীত হোৱা নাই। মহিলাৰোপ্য দাক্ষিণাত্যৰ অন্তৰ্গত; গতিকে ভাবিব পাৰি যে দাক্ষিণাত্যই পঞ্চতন্ত্ৰৰ ৰচনা স্থান।

মূল গ্ৰন্থ পাঁচটা খণ্ডত বিভক্ত আছিল বুলি 'পঞ্চতন্ত্ৰ' নাম হৈছিল। এই পাঁচটি খণ্ড বা তন্ত্ৰৰ নাম—(ক) মিত্ৰলাভ (খ) মিত্ৰভেদ (গ) কাকোলূকীয় (ঘ) লব্ধপ্ৰণাশ (ঙ) অপৰীক্ষিত কাৰক।

"সকলাৰ্থশাস্ত্ৰসাৰং জগতি সমালোক্য বিষ্ণুশৰ্মেনম্।
তন্ত্ৰৈঃ পঞ্চভিৰেতচ্চকাৰ সুমনোহৰং কাব্যম্॥"

১১৯৯ খৃষ্টাব্দত জিনপতি সূৰিৰ শিষ্য শ্বেতাম্বৰ জৈন ভিক্ষু পূৰ্ণভদ্ৰই পঞ্চতন্ত্ৰৰ এটা নতুন সংস্কৰণ কৰে। এই সংস্কৰণত ২১টা নতুন গল্প সংযোজিত হৈছিল। ই পঞ্চাখ্যানক নামে পৰিচিত। ইয়াৰ আগেয়ো তন্ত্ৰাখ্যায়িকা নামে মূল পঞ্চতন্ত্ৰৰ ভাষাক তন্ত্ৰাখ্যায়িকাই যিমানখিনি অনুসৰণ কৰিছে, পঞ্চতন্ত্ৰৰ কোনো পৰৱৰ্তী সংস্কৰণে সিমানখিনি কৰা নাই। পঞ্চতন্ত্ৰৰ এখন দক্ষিণ ভাৰতীয় সংস্কৰণো প্ৰকাশিত হৈছিল। ভাৰবিৰ পিচত ই ৰচিত হয়। মূল পঞ্চতন্ত্ৰৰ ভাষাক ই তন্ত্ৰাখ্যায়িকাতকৈয়ো ঘনিষ্ঠভাৱে অনুসৰণ কৰিছে। উত্তৰ-পশ্চিম ভাৰতত পঞ্চতন্ত্ৰৰ যি সংস্কৰণ প্ৰচলিত আছিল তাক অৱলম্বন কৰি পিচৰকালত বৃহৎকথা-মঞ্জৰী আৰু কথাসৰিৎ-সাগৰ ৰচিত হয়।

পঞ্চতন্ত্ৰৰ পিচত হিতোপদেশ প্ৰকাশিত হয়। বঙ্গদেশতেই ই ৰচিত আৰু এই দেশতেই ইয়াৰ জনপ্ৰিয়তা সৰ্বাধিক। হিতো-

পদেশৰ ৰচক নাৰায়ণৰ পৃষ্ঠপোষক আছিল ধৱলচন্দ্ৰ। এই গ্ৰন্থৰ পৃষ্ঠপোষকতাৰ সময় ১৩৭৩ খৃষ্টাব্দ বুলি এখন কিতাপত পোৱা যায়। গতিকে ইয়াৰ ৰচনা কাল তাৰ আগতে।

গ্ৰন্থত ৰবিবাৰক কোৱা হৈছে ভট্টাৰকবাৰ; ৯০০ খৃষ্টাব্দৰ আগতে সেই শব্দটোৰ প্ৰচলন নাছিল। নাৰায়ণক মাঘৰ পৰবৰ্তী বুলি ধৰি লব পাৰি। পঞ্চতন্ত্ৰ, কামন্দকীয় নীতিসাৰ আৰু অন্যান্য গ্ৰন্থৰপৰা নাৰায়ণে ৰচনাৰ উপাদান সংগ্ৰহ কৰিছিল। হিতোপ-দেশৰ চাৰিটা খণ্ড আছে; আৰু ইয়াৰ তৃতীয় খণ্ড পঞ্চতন্ত্ৰৰ চতুৰ্থ খণ্ডৰেই ছায়া মাত্ৰ। অন্যান্য বিষয়তো ইয়াৰ ওপৰত পঞ্চতন্ত্ৰৰ অশেষ প্ৰভাৱ পৰিলক্ষিত হয়।

গুণাঢ্য ৰচিত বৃহৎকথা আজি নামমাত্ৰ প্ৰচলিত। বৃহৎকথা নষ্ট হোৱাত ভাৰতীয় গল্প সাহিত্যৰ অপৰিমেয় ক্ষতি হৈছে। আজি গুণাঢ্যৰ নাম আৰু ৰচনাকাহিনী গল্পৰ বিষয় হৈ থিয় দিছে। 'বৃহৎকথা' নামে যি এখন গ্ৰন্থ আছিল তাক পোন প্ৰথমে খৃঃ সপ্তম শতকত সুবন্ধু, বাণ আৰু দণ্ডীৰ উক্তিৰপৰা আমি জানিব পাৰোঁ। ব্যাস-বাল্মীকিৰ সৈতে এসময়ত গুণাঢ্যৰ নাম উল্লেখ কৰা হৈছিল। নবম খৃষ্টাব্দৰ এখন কম্বোডীয় লিপিত গুণাঢ্যৰ উল্লেখ আছে। ইয়াৰপৰা খৃঃ ষষ্ঠ শতকৰ আগত যে গুণাঢ্যৰ বৃহৎকথাৰ অস্তিত্ব আছিল সেইটো প্ৰমাণিত হয়।

"পাৰদঃ স্থিৰকল্যাণো গুণাঢ্যঃ প্ৰাকৃতপ্ৰিয়।
অনীতিৰ্যো বিশালাক্ষঃ শূৰোণ্যককৃত ভীমকঃ॥"

ক্ষেমেন্দ্ৰৰ বৃহৎকথা-মঞ্জৰী, সোমদেৱৰ কথাসৰিৎ-সাগৰ আৰু জয়ৰথৰ হৰচৰিত চিন্তামণিৰপৰা গুণাঢ্য সম্বন্ধে কিছু কথা জনা যায়। প্ৰতিষ্ঠানপুৰ অন্ধ্ৰ বংশীয় ৰজাসকলৰ ৰাজধানী আছিল আৰু হাল সাতবাহন ( শালিবাহন ? ) এই বংশৰেই ৰজা আছিল। সাতবাহনৰ কাল সম্বন্ধে সঠিক কথা জনা নাযায়; ফলত গুণাঢ্যৰ কাল সম্বন্ধেও মতভেদ আছে। Keith গুণাঢ্যক খৃঃ পঞ্চম শতকৰ

পিচত আনিবলৈ কোনোমতে সম্ভৱ নহয় আৰু খৃষ্টাব্দ প্ৰথম শতিকা তেওঁৰ মতে অযৌক্তিক অনুমান মাত্ৰ।

বৃহৎকথাৰ গল্পটো সোমদেৱৰ মতে এনেকুৱা : পাৰ্বতীৰ অনুৰোধত মহাদেৱে এদিন পাৰ্বতীৰ ওচৰত সাতজন বিদ্যাধৰ চক্ৰবৰ্তীৰ কাহিনী বৰ্ণনা কৰিলে। মহাদেৱৰ পুষ্পদন্ত নামে এজন অনুচৰে গোপনে সেই কাহিনী শুনি নিজৰ পত্নী জয়াৰ ওচৰত বৰ্ণনা কৰে। জয়াৰ মুখৰপৰা গল্পবিলাক প্ৰচাৰ হয়। পাৰ্বতীয়ে সকলো জানিব পাৰি মানুহ হৈ জন্মিবৰ কাৰণে পুষ্পদন্তক অভিশাপ দিয়ে। পুষ্পদন্তৰ ভায়েক মলয়বানে পুষ্পদন্তৰ শাপ-মোচনৰ কাৰণে পাৰ্বতীৰ ওচৰত অনেক অনুনয় কৰিলে। ফলত তেওঁকো ঠিক তেনেকৈ অভিশাপ দিয়ে। জয়া আছিল পাৰ্বতীৰ পৰিচাৰিকা। জয়াৰ পৰিচৰ্য্যাত বৰ সন্তুষ্ট হৈ পাৰ্বতীয়ে নিজে এদিন অনুগ্ৰহ কৰিলে ; আৰু কলে, কণভূতি নামৰ এজন পিশাচক দেখা পাই পুষ্পদন্তই যিদিনা তেওঁৰ পূৰ্বজন্মৰ সকলো কথা স্মৰণ কৰি কণভূতিৰ ওচৰত ব্যক্ত কৰিব, সেইদিনা পুষ্পদন্তই নৰদেহৰ-পৰা মুক্তি পাব। কণভূতিৰ ওচৰৰপৰা সেই সকলো কাহিনী শুনি মলয়বানে যিদিনা তাক পৃথিৱীত প্ৰচাৰ কৰিব সেইদিনাই হব মলয়বানৰ মুক্তি।

পুষ্পদন্তই কৌশাম্বীত বৰৰুচি-কাত্যায়ণৰূপে আৰু মলয়বানে প্ৰতিষ্ঠানপুৰত গুণাঢ্যৰূপে জন্মগ্ৰহণ কৰিলে। ৰজা সাতবাহনৰ প্ৰিয়পাত্ৰ গুণাঢ্য। এদিন সাতবাহন ৰাণীসকলৰ সৈতে জলক্ৰিয়া কৰি ৰাণীসকলৰ গালৈ পানী নিক্ষেপ কৰিলে। এজনী মহিষীয়ে তেতিয়া ৰজাক কলে, 'মোদকৈঃ, (মা+উদকৈঃ, অৰ্থাৎ আৰু পানী নিক্ষেপ নকৰিব)। সন্ধিৰ জ্ঞান নথকাত ৰজাই সেই শব্দৰ অৰ্থ বুজিব নোৱাৰিলে। তেওঁ ভাবিলে, পানীৰ পৰিবৰ্তে ৰাণীয়ে তেওঁক মিঠাইৰ দ্বাৰা আঘাত কৰিবলৈ কৈছে। নিজৰ অজ্ঞতাৰ কাৰণে ৰজাৰ লাজ লাগিল আৰু সেইদিনাই তেওঁ

প্ৰতিজ্ঞা কৰিলে যে যেনেকৈ হওক তেওঁ সংস্কৃত শিক্ষা গ্ৰহণ কৰিব। তাকে শুনি গুণাঢ্যই ৰজাক আশ্বাস দিলে যে ছয় বছৰৰ ভিতৰত তেওঁ ৰজাক সংস্কৃত ভাষাত ব্যুৎপত্তি দান কৰিব। আনহাতে বৈয়াকৰণ শৰবৰ্মাই কলে যে তেওঁ ছয় মাহৰ ভিতৰত ৰজাক সংস্কৃতত জ্ঞান জন্মাই দিব পাৰে। তেতিয়া গুণাঢ্যই শপত কৰিলে, শৰবৰ্মাই যদি ছয় মাহৰ ভিতৰত ৰজাক সংস্কৃতত পাৰদৰ্শী কৰিব পাৰে তেনেহলে তেওঁ (গুণাঢ্যই) জীৱনত আৰু কোনোদিনে সংস্কৃত, প্ৰাকৃত বা কোনো দেশজ ভাষাৰ ব্যৱহাৰ নকৰিব। শৰবৰ্মাই নিজৰ কথা ৰক্ষা কৰিলে। গুণাঢ্যই মৌনতা অৱলম্বন কৰি বিন্ধ্য পৰ্বতলৈ প্ৰস্থান কৰিলে।

আনফালে কাত্যায়নৰূপী পুষ্পদন্তই আজীৱন নন্দ ৰাজবংশৰ সেবা কৰি বৃদ্ধ বয়সত তীৰ্থ ভ্ৰমণৰ কাৰণে বাহিৰ ওলাল। বিন্ধ্যবাসিনী পাৰ্বতীৰ মন্দিৰলৈ আহি তেওঁ দেখিবলৈ পালে পিশাচ কণভূতিক। লগে লগে মনত পৰিল পূৰ্বজন্মৰ কথা। স্মৰণ হ'ল সেই সাত বিদ্যাধৰ চক্ৰবৰ্তীৰ কাহিনী যিটো তেওঁ গোপনে মহাদেৱৰ মুখৰপৰা শুনিছিল। সকলো কাহিনী তেওঁ ব্যক্ত কৰিলে কণভূতিৰ ওচৰত। পাৰ্বতীৰ বৰ সফল হ'ল, কাত্যায়নে স্বদেহ ত্যাগ কৰি স্বৰ্গলৈ গমন কৰিলে।

বিন্ধ্য পৰ্বতত ভ্ৰমণ কৰোঁতে কৰোঁতে কণভূতিৰ সৈতে গুণাঢ্যৰ সাক্ষাত হ'ল। গুণাঢ্যৰ লগত গুণদেৱ আৰু নন্দিদেৱ নামে দুজন শিষ্য আছিল। কণভূতিৰপৰা গুণাঢ্যই সেই কাহিনী শুনিলে আৰু সকলোখিনি লিপিবদ্ধ কৰিবলৈ ইচ্ছা কৰিলে। পূৰ্ব প্ৰতিজ্ঞা অনুসৰি সংস্কৃত, প্ৰাকৃত বা কোনো দেশজ ভাষাৰ ব্যৱহাৰ নকৰি ৭ লক্ষ শ্লোকত পৈশাচী ভাষাত নিজৰ তেজৰ দ্বাৰা গুণাঢ্যই সেই কাহিনী লিপিবদ্ধ কৰিলে। শিষ্য দুজনৰ পৰামৰ্শমতে গুণাঢ্যই ৰজা সাতবাহনৰ ওচৰলৈ সেই লিপিবদ্ধ কাহিনী প্ৰেৰণ কৰিলে। ৰক্তাক্ষৰত আৰু পৈশাচী ভাষাত

লিখিত গ্ৰন্থৰ সমাদৰ ৰজাই নকৰিলে! শিষ্য দুজন গুণাঢ্যৰ ওচৰলৈ ফিৰি আহিল। মৰ্মাহত গুণাঢ্যই দিনৰ পিচত দিন ধৰি সেই ৰচনা পঢ়ি বনৰ পশু পক্ষীক শুনায়। পঢ়া শেষ হলে সেই ৰচনা জুইত পুৰি পেলায়। সেই ৰচনা শুনি পশু-পক্ষীৰ চকুৰ পানী ওলায়, আহাৰ-নিদ্ৰা ত্যাগ কৰি সিহঁতে গুণাঢ্যৰ ৰচনা শুনি থাকে। ৰজাঘৰলৈ চিকাৰ কৰা পশু-পক্ষী অনা হয়; কিন্তু সেইবোৰ আৰু আগৰদৰে হৃষ্টপুষ্ট নহয়। ৰান্ধনীয়ে পশু মাংস ৰান্ধে, কিন্তু সেই মাংসৰ আগৰদৰে স্বাদ নাই। ইয়াতে ৰজাৰ মনৰ পৰিবৰ্ত্তন আহিল। অনুসন্ধান কৰি সকলোবোৰ জানিব পাৰি তেওঁ অনুতপ্ত হ'ল। কিন্তু ৰজাৰ ভুল বুজিব পঢ়াত কিছু পলম হ'ল। এইখিনি সময়ৰ ভিতৰত গুণাঢ্যই ছয়টি গল্প অগ্নিদগ্ধ কৰি পেলাইছে। ১ লক্ষ শ্লোকত ৰচিত এটি মাত্ৰ কাহিনী ৰজাই উদ্ধাৰ কৰিলে। এই কাহিনীটোৱেই পৃথিবীত 'বৃহৎকথা' নামে পৰিচিত হ'ল।

গুণাঢ্যই লিখা 'বৃহৎকথা'ৰ বিষয়বস্তুৰ চুটি সংস্কৰণ পোৱা যায়। গুণাঢ্যৰ গল্পত কৌশাম্বীৰ ৰজা উদয়নৰ পুত্ৰ, নৰবাহনদত্তৰ দুঃসাহসিক কাৰ্য্যৰ উল্লেখ আছে। দুঃসাহসিক কাৰ্য্য কৰাৰ কাৰণে বন্ধু গোমুখৰ সৈতে নৰবাহনদত্তই বনলৈ গমন কৰিছিল। সেই সময়ৰ ভিতৰতে মদনমঞ্জুকা নামৰ এজনী বিদ্যাধৰী ৰাজ-কুমাৰীক নৰবাহনদত্তই দিয়া কৰায়। ইতিমধ্যে মানসবেগ নামক এজন দুৰ্দান্তই মদনমঞ্জুকাক হৰণ কৰি নিয়ে। নৰবাহনদত্তই সেই দুৰ্মতিৰ ভনীয়েক বেগবতীৰ সহায়ত তেওঁৰ প্ৰেয়সীৰ অন্বেষণ কৰে আৰু কিছুদিন অনুসন্ধান কৰাৰ ফলত মদনমঞ্জুকাক উদ্ধাৰ কৰি আনে। তাৰ পিচত নৰবাহনদত্ত বিদ্যাধৰসকলৰ সম্ৰাট হয়। গুণাঢ্যৰ 'বৃহৎকথা'ত নানাবিধ গল্পৰ সূচনা কৰা দেখা যায়।

গুণাঢ্যৰ 'বৃহৎকথা'ক অবলম্বন কৰি পিচৰ কালত যি তিনিখন গ্ৰন্থ ৰচিত হৈছে, বহুতে অনুমান কৰে সেইবোৰৰ ভিতৰত বুদ্ধস্বামী

ৰচিত বৃহৎ কথা শ্লোক সংগ্ৰহ সকলোতকৈ প্ৰধান। এই গ্ৰন্থখন নেপালত ৰচিত হৈছিল। অসমাপ্ত অৱস্থাত ২৮টা সৰ্গত ইয়াৰ ৪৫৩৯টি শ্লোক পোৱা যায়। তাৰ পিচত ক্ষেমেন্দ্ৰৰ ৰচিত বৃহৎকথা মঞ্জৰী। কাশ্মীৰ-ৰাজ অনন্তৰ (১০২৯-১০৬৪ খৃঃ অঃ) সভাকবি আছিল ক্ষেমেন্দ্ৰ। ক্ষেমেন্দ্ৰৰ পিচত ১০৬৩-১০৮১ খৃষ্টাব্দৰ মাজত কাশ্মীৰী ব্ৰাহ্মণ সোমদেৱে ৰচনা কৰে কথাসৰিৎ সাগৰ। সোমদেৱো কাশ্মীৰৰাজ অনন্তৰ সভাকবি আছিল। অনন্তৰ পুত্ৰ কলশ, কলশৰ পুত্ৰ হৰ্ষ। মহাৰাজ অনন্তৰ মহিষী সূৰ্য্যমতী আছিল জলন্ধৰ ৰজাৰ দুহিতা। তেওঁৰেই চিত্তবিনোদন কাৰণে ১৮ লম্বকত, ১২৪ তৰঙ্গত আৰু ২৪,০০০ শ্লোকত কথাসৰিত সাগৰ ৰচিত হয়। পৃথিবীৰ প্ৰাচীনতম আৰু বৃহত্তম গল্প সঞ্চয়ন এই কথাসৰিৎ সাগৰ। সোমদেৱে নিজেই কৈছে যে পৈশাচী ভাষাত ৰচিত গুণাঢ্যৰ বৃহৎকথাৰ সাৰ সংক্ষেপ কৰি তেওঁ সংস্কৃতত কথাসৰিৎ সাগৰ ৰচনা কৰে। মূল বৃহৎকথাৰ যথাসাধ্য অনুসৰণ কৰি ইয়াক সহজে বোধগম্য কৰিবৰ কাৰণে সোমদেৱৰ এই প্ৰচেষ্টা।

আৰ্য্যশূৰৰ 'জাতকমালা' জাতকসমূহৰ এটা সমষ্টি; এই জাতক-মালাত বোধিসত্বৰ পূৰ্বজন্মৰ জীৱনী বৰ্ণনা কৰা হৈছে। পালি জাতকসমূহ আৰু চৰ্য্যাপিঠকৰপৰা সংগৃহীত চৌত্ৰিশটি কাহিনী সংস্কৃত গদ্য আৰু পদ্যত অনুবাদ কৰা হৈছে। ধৰ্মালোচনাৰ মাজে মাজে দৃষ্টান্ত দিবৰ কাৰণেই এই কাহিনীবিলাক এসময়ত একেলগে সন্নিবেশিত হয়। অশ্বঘোষৰ ৰচনাশৈলীৰ ছাপ ইয়াত সুস্পষ্ট। বহুতে অনুমান কৰে, আৰ্য্যশূৰ অশ্বঘোষৰেই নামান্তৰ। আৰ্য্যশূৰৰ আৰু নানা ৰচনা আছে; সেই ৰচনাবোৰৰ ভিতৰত ৪৩৪ খৃষ্টাব্দত এটি ৰচনা চীন ভাষাত অনুবাদিত হৈছে। গতিকে অনুমান হয় আৰ্য্যশূৰ খৃষ্টাব্দ চতুৰ্থ শতিকাত আবিৰ্ভূত হৈছিল। জাতকমালাৰ নানা ঘটনাই অজন্তাৰ গুহাত প্ৰাচীৰ-চিত্ৰত স্থানলাভ কৰিছে।

অৱদান সাহিত্যৰ এশটা গল্পৰ সমষ্টিয়ে হ'ল 'অৱদান শতক'।

এই গল্পত বৌদ্ধ সাহিত্যৰ বীৰত্বপূৰ্ণ কাৰ্য্যবোৰৰ বৰ্ণনা আছে। এই গল্পবোৰত প্ৰোৱা যায়, মানুহে পূৰ্বজন্মৰ কাৰ্য্যাৱলীৰ দ্বাৰা এই জন্মত জীৱনৰ ফল ভোগ কৰে। এই গল্পসমূহৰ গল্পকাৰৰ নাম জনা নাযায়। তৃতীয় শতিকাৰ মাজ ভাগত চীন ভাষাত 'অবদানশতক'ত গল্পবোৰ অনুবাদ কৰা হয়। জাতকমালাৰ সৈতে ঘনিষ্ঠভাবে যুক্ত অথচ অবদান সাহিত্যৰ অন্তৰ্গত গ্ৰন্থ দুখন হ'ল অবদানশতক আৰু দিব্যাবদান। বিনয়পিটকৰ নানা কাহিনীক অবলম্বন কৰি এই দুখন ৰচিত। প্ৰথমতে 'দীনাৰ' শব্দৰ উল্লেখ থকাৰপৰা ইয়াক খৃষ্টাব্দ প্ৰথম শতিকাৰ ৰচনা বুলি অনুমান কৰা হয়; আৰু দ্বিতীয়খনো সেই সময়ৰ পূৰ্ববৰ্তী নহয়। দিব্যাবদানৰ সংস্কৃত ভাষা প্ৰাকৃত ভাষাৰ দ্বাৰা প্ৰভাবিত আৰু অমাৰ্জিত। সাহিত্য হিচাবে ইয়াৰ মূল্য কম, তথাপি সম্ৰাট অশোকৰ সম্বন্ধে কিছুমান কাহিনীৰ কাৰণে ইয়াৰ কিছু মূল্য আছে।

অবদান সাহিত্যৰ মূল সুৰ সম্বন্ধে অধ্যক্ষ গৌৰীনাথ শাস্ত্ৰীয়ে কৈছে: "The word 'Avadana' signifies a great religious or moral achievement as well as the history of a great achievement. Such a great act may consist in the sacrifices of one's own life or the founding of an institution for the supply of incence, flowers, gold and jewels to or the building of sanctuaries. Avadana stories are designed to inculcate that dark ( ignoble ) deeds bear dark ( ignoble ) fruits while white ( noble ) acts beget white ( noble ) fruits. Thus they are also tales of 'Karmans' "

অবদান সাহিত্যৰ মাজত অবদানশতক দশটা খণ্ডত বিভক্ত আৰু প্ৰত্যেক খণ্ডৰ বিষয়-বস্তু স্বতন্ত্ৰ। কৰ্মশতক নামে আৰু এখন এই শ্ৰেণীৰ গ্ৰন্থ কেৱল তিব্বতীয় অনুবাদত ৰক্ষিত আছে। দিব্যাবদান মূলত হীনযান বৌদ্ধসকলৰ গ্ৰন্থ হলেও ইয়াত মহাযান

মতৰ প্ৰভাৱ পৰিলক্ষিত হয়। ভাষাৰ কিছু বিভিন্নতা থকা সত্ত্বেও সি প্ৰাঞ্জল; আৰু প্ৰকৃত কাব্যধৰ্মী অংশও এই গ্ৰন্থত বিৰল নহয়। সেই সময়ৰ ভাৰতৰ সামাজিক ইতিহাসৰ নানা উপাদান ইয়াত সুৰক্ষিত হৈছে। সম্ৰাট অশোকৰ জীৱনক অৱলম্বন কৰি **অশোকাৱাদন** ৰচিত হ'লেও ইতিহাস হিচাবে ই বেছি নিৰ্ভৰযোগ্য নহয়। তৃতীয় শতকত এই গ্ৰন্থখন চীনভাষাত অনুদিত হৈছিল। **কল্পদ্ৰুমাৱদানমালা, ৰত্নাৱদানমালা, ব্ৰতাৱদানমালা** প্ৰভৃতি গ্ৰন্থবিলাক এই শ্ৰেণীত পৰে। একাদশ শতকত ৰচিত ক্ষেমেন্দ্ৰৰ অৱদানকল্পলতাত পৰৱৰ্তী কালৰ ৰচনাৰীতি অনুসৃত হৈছে।

বত্ৰিশটা গল্পৰ সঙ্কলন **সিংহাসনদ্বাত্ৰিংশিকা** বা **বিক্ৰমাৰ্কচৰিত**। মহাৰাজ বিক্ৰমাদিত্যই ইন্দ্ৰৰ ওচৰৰপৰা এখন সিংহাসন উপহাৰ পায়। শালিবাহনৰ দ্বাৰা বিক্ৰমাদিত্য পৰাজিত আৰু নিহত হোৱাৰ পিচত সেই সিংহাসন কালক্ৰমত ভূগৰ্ভত অন্তৰ্হিত হৈ পৰে। ধাৰাধিপতি ভোজে সেই সিংহাসনৰ উদ্ধাৰ সাধন কৰিবলৈ সমৰ্থ হয় আৰু যেতিয়া তেওঁ তাতে বহিবলৈ ইচ্ছা কৰে তেতিয়া সিংহাসনৰ গাত ক্ষোদিত ৩২টা পুত্তলিকা জীৱন্ত হৈ উঠে। এই পুত্তলিকাবোৰে একোটাকৈ মহাৰাজ বিক্ৰমাদিত্য সম্বন্ধে গল্প কৈ প্ৰস্থান কৰে। সেই ৩২টা গল্পই ইয়াত স্থান পাইছে। খৃষ্টাব্দ ১৪শ শতিকাত ক্ষেমঙ্কৰ নামে এজন জৈন লিখকে গদ্যত এই কাহিনীবোৰৰ এটি সংক্ষেপ সংস্কৰণ কৰিছিল।

৭০টা গল্পৰ সঙ্কলন ৰূপত **চিন্তামণিভট্ট** ৰচিত **শুক-সপ্ততিকথাই** গল্প-সাহিত্যত বিশেষ স্থান অধিকাৰ কৰিছে। খৃষ্টাব্দ দ্বাদশ শতিকাৰ পিচত ইয়াৰ ৰচনা কাল। দেৱদাস নামে কোনো ব্যক্তিৰ এটা শুক আছিল। দেৱদাসৰ পত্নী আছিল পৰমাসুন্দৰী। তেওঁক অপহৰণ কৰাৰ নিমিত্তে ৰজাই কোনো কাৰ্য্যৰ কাৰণে দেৱদাসক দূৰ দেশলৈ পঠিয়ায়। যাত্ৰা কালত দেৱদাসে শুকৰ ওপৰত সকলো ভাৰ অৰ্পণ কৰি বিদেশলৈ গমন কৰে। শুকে গৃহকৰ্ত্ৰীৰ মনোভাৱ

বুজিব পাৰিলে। প্ৰতিদিন ৰাতি গৃহকৰ্ত্ৰীয়ে গৃহত্যাগ কৰাত শুকে তেওঁক তেওঁৰ কৃতকৰ্মৰ ভীষণ ফলৰ কথা স্মৰণ কৰাই দিয়ে আৰু অতীতত তেনেকুৱা অৱস্থাত কোনে কেনেকুৱা আচৰণ কৰিছিল সেইটো সি গল্প কৰে। গল্পৰ আকৰ্ষণত গৃহকৰ্ত্ৰীৰ আৰু সেই ৰাতি গৃহত্যাগ কৰা নহ'ল। এনেকৈ সত্তৰ ৰজনী অতিবাহিত হ'ল। ইতিমধ্যে দেবদাস ঘৰলৈ উভতি আহিল আৰু এইদৰে শুকৰ দ্বাৰা গল্পৰ আকৰ্ষণৰ সৃষ্টি কৰি দেৱদাস-পত্নীৰ চৰিত্ৰৰ পবিত্ৰতা ৰক্ষা কৰা হ'ল।

২৫টা গল্প লৈ ৰচিত **বেতাল-পঞ্চবিংশতি** গল্প সাহিত্যৰ এটা অমূল্য সম্পদ। গল্পবিলাক বেছি প্ৰাচীন। সোমদেব আৰু ক্ষেমেন্দ্ৰই এই গল্পবিলাক তেওঁলোকৰ ৰচনাত গ্ৰহণ কৰিছিল। ইয়াৰ ৰচক শিবদাস। ৰজা বিক্ৰমাদিত্যক এজন সন্ন্যাসীয়ে প্ৰতিদিনে এটাকৈ ফল উপহাৰ দিয়ে আৰু সেই ফলৰ মাজত এটি কৰি ৰত্ন পোৱা যায়। সন্ন্যাসীৰ প্ৰয়োজনৰ কাৰণে সন্ন্যাসীৰ অনুৰোধত বিক্ৰমাদিত্যই শ্মশানত থকা কোনো গছৰ উপৰিভাগৰ-পৰা এটা শৱক আনিবলৈ গমন কৰে। শৱটোক আশ্ৰয় কৰি এজন বেতাল বাস কৰে। বিক্ৰমাদিত্যই যিমানবাৰ সেই মৰাশৱক তললৈ লৈ আহে, বেতাল সিমানবাৰেই তেওঁক একোটাকৈ গল্প কৈ গল্পত বৰ্ণিত সমস্যাৰ সমাধান দিবলৈ কয়। বিক্ৰমাদিত্যই যথাযথ উত্তৰ দিয়ে আৰু এনেকৈ তেওঁৰ মৌনতা ভঙ্গৰ সুযোগ লৈ শৱ আকৌ গছত উঠি যায়। এই ভাবত বেতালে ২৫টা গল্প বিক্ৰমাদিত্যক কৈছিল। সেই ২৫টা গল্পই ইয়াতে স্থান পাইছে।

উল্লিখিত ৰচনা বাদ দিয়ো বিদ্যাপতিৰ **পুৰুষ-পৰীক্ষা**, ৰাজশেখৰৰ **প্ৰবন্ধকোষ**, মেৰুতুঙ্গৰ **প্ৰবন্ধচিন্তামণি** প্ৰভৃতি বহু গল্প-সঙ্কলনে সংস্কৃত গল্প সাহিত্যৰ ভাণ্ডাৰক সমৃদ্ধ কৰি আছে।

## দ্বাদশ অধ্যায়

# দৃশ্য কাব্য

### নাট্য শাস্ত্ৰৰ উৎপত্তি আৰু তাৰ ওপৰত গ্ৰীক প্ৰভাৱ

**নাট্য শাস্ত্ৰৰ সৃষ্টি সম্বন্ধে উপাখ্যান :** নাট্য শাস্ত্ৰত নাট্য সাহিত্যৰ জন্ম সম্বন্ধে এনেকুৱা উপাখ্যান আছে—সৃষ্টিৰ পিচত ইন্দ্ৰই চকু আৰু কাণক আনন্দ দিয়াৰ কাৰণে এখন পঞ্চম বেদ সৃষ্টি কৰিবলৈ ব্ৰহ্মাৰ ওচৰত আবেদন জনালে। চাৰিখন বেদ ইয়াৰ আগতে প্ৰচলিত হৈছিল। এই বেদ চাৰিখনত ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য এই জাতি তিনিটাৰ অধিকাৰ আছিল ; কিন্তু এই বেদ কেইখনত শূদ্ৰৰ কোনো অধিকাৰ নাছিল। ইন্দ্ৰই চিন্তা কৰিলে যে নতুনকৈ সৃষ্টি কৰিবপৰা হলে এই পঞ্চম বেদখনত শূদ্ৰৰ অধিকাৰ থাকিব। ইন্দ্ৰৰ এই আবেদন ব্যৰ্থ নহ'ল। ব্ৰহ্মাই ঋগ্‌বেদৰপৰা বাণী, সামবেদৰপৰা গীতি, যজুৰ্বেদৰপৰা অভিনয় আৰু অথৰ্ববেদৰপৰা অনুভূতি আৰু ৰস গ্ৰহণ কৰি এখন পঞ্চম বেদৰ সৃষ্টি কৰিলে। দেব-শিল্পী বিশ্বকৰ্মাই ব্ৰহ্মাৰ আদেশত এখন নাট্যশালা নিৰ্মাণ কৰিলে। ভৰত আৰু তেওঁৰ এশ শিষ্যৰ তত্ত্বাৱধানত সেই নাট্য শাস্ত্ৰৰ প্ৰথম নাটক অভিনীত হ'ল। এই নাটকৰ বিষয়বস্তু আছিল দেৱতাসকলৰ পৰাভৱ। ইতিমধ্যে নহুষে ইন্দ্ৰপদ লাভ কৰিলে ; তেওঁৰ ইচ্ছা হ'ল– স্বৰ্গৰ এই নাট্যবেদৰ প্ৰচাৰ পৃথিবীতো হওক। ভৰতৰ সন্তানসকল পৃথিবীলৈ প্ৰেৰিত হ'ল আৰু তেওঁলোকৰপৰা সমাজত নাট্যশাস্ত্ৰ-বিশাৰদ বুলি এটি বিশেষ শ্ৰেণীৰ সৃষ্টি হ'ল। সেই সময়ৰপৰা এই শ্ৰেণীৰ কাৰ্য্য হ'ল ইতিহাসৰ মাজেদি জনসাধাৰণক শিক্ষাদান দিয়াৰ কাৰণে নাট্যবেদৰ প্ৰচাৰ কৰা।

**বেদৰ সংবাদসূক্ত নাট্য সাহিত্যৰ প্ৰথম ৰূপ :** ঋগ্‌বেদত যি কেইটা সূক্ত আছে সেই কেইটাক 'সংবাদ-সূক্ত' বা dialogue hymns বোলা হয়। কম হলেও এই শ্ৰেণীৰ সূক্তৰ সংখ্যা কুৰিটা। যম-যমী, পণি-সৰমা প্ৰভৃতি কথোপকথনাত্মক সূক্তবিলাকৰ এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। সংহিতোত্তৰ কালত ঋগ্‌বেদৰ মন্ত্ৰ-বিলাকে কোনো কোনো শ্ৰৌত অনুষ্ঠানত বিনিযুক্ত কৰাৰ যি এটা প্ৰবল প্ৰচেষ্টাই আত্মপ্ৰকাশ কৰিছে, তাৰ হাতৰপৰা এই সংবাদ-সূক্তবিলাকেও নিষ্কৃতি পোৱা নাই। ফলত এই হৈছে যে এই সংবাদ-সূক্তবিলাকেই যে নাট্য সাহিত্যৰ প্ৰথম ৰূপ এই মূল্যবান তথ্যটি পিচৰ যজ্ঞ সাহিত্যত ( ritual literature ) কাৰো ওচৰত ধৰা পৰা নাই।

ঋগ্‌বেদ আৰু অথৰ্ববেদৰ সময়তেই যে স্ত্ৰী আৰু পুৰুষসকলে উত্তম পোছাকত সজ্জিত হৈ নাচ-গান কৰিছিল তাৰ প্ৰমাণ পোৱা যায়। সামবেদৰ সময়ত যে সমাজ সঙ্গীত শাস্ত্ৰত ভালেখিনি অগ্ৰসৰ হৈছিল সেই কথাও অস্বীকাৰ কৰাৰ উপায় নাই। Keithৰ মতে সংবাদ-সূক্তবিলাকতেই নাট্য সাহিত্যৰ প্ৰথম বীজ বপণ হয়। Hertel এই বিষয়ত Keithৰ সৈতে একমত, আনকি তেওঁ **সুপৰ্ণাধ্যায়** নামক এখন পিচৰ বৈদিক গ্ৰন্থত পৰিপূৰ্ণ নাটকৰ মূল্য দিছিল। কিন্তু পিচৰ কালত জানিবপৰা যায় যে যজ্ঞশাস্ত্ৰকাৰ-সকলে অজ্ঞাতসাৰে নাট্য সাহিত্যৰ অগ্ৰগতিৰ পথত বাধাৰো সৃষ্টি কৰিছিল।

**বেদৰ কৰ্মকাণ্ডত নাটকৰ বীজ :** বৈদিক কৰ্মকাণ্ডৰ অন্তৰ্গত কিছুমান অনুষ্ঠানত নাটকীয় আচৰণ দেখা যায়। পাশ্চাত্য পণ্ডিত-সকলৰ বহুতে এই আচৰণবিলাকক 'ritual drama' নামে অভিহিত কৰিছিল। সোমযাগত সোমবিক্ৰয়ীৰ ওচৰৰপৰা সোম কিনি তাৰ মূল্য নিদি ক্ৰেতাসকল গুচি যায় আৰু সোমবিক্ৰয়ীক প্ৰহাৰ কৰে। এনেকুৱা কৰাটো অনুষ্ঠানৰ অঙ্গ বুলিয়ে বিবেচিত

হয়। অবশ্যে এনেকুৱা অনুষ্ঠানত সোম-ক্রেতা আৰু সোম-বিক্রেতাৰ ভূমিকাত দুইজনক অনুৰূপ অভিনয় কৰা দেখা যায়। মহাব্রত নামক অনুষ্ঠান বিশেষত একখণ্ড চৰ্ম লৈ শ্বেতকায় বৈশ্য আৰু কৃষ্ণকায় শূদ্ৰৰ মাজত বিবাদ আৰু শেষ পৰ্যন্ত বৈশ্যৰ দ্বাৰা সেই চৰ্মখণ্ডৰ অধিকাৰ লাভো এটি নাটকীয় ঘটনাৰ চৰিত্ৰ ৰূপায়ণ ভিন্ন আৰু অন্য একো নহয়।

**ৰামায়ণ আৰু মহাভাৰতত নাট্য সাহিত্য:** যজুৰ্বেদত প্ৰায় প্ৰত্যেক বৃত্তিজীৱীৰ উল্লেখ আছে, কিন্তু নাটৰ উল্লেখ নাই। অবশ্যে 'শৈলূষ' শব্দটো পোৱা যায় আৰু নট শব্দৰ সমাৰ্থকৰূপেই তাত ই ব্যৱহৃত হৈছে। গোটেই মহাভাৰত সূত আৰু সেই শিষ্য-সমূহৰ কথোপকথনৰ আকাৰত ৰচিত আৰু মহাভাৰতত 'নট' শব্দৰ উল্লেখ আছে, কিন্তু 'অভিনেতা' অৰ্থতেই যে নট শব্দ তাত ব্যৱহৃত হৈছে এনেকুৱাকৈ ভবাৰ কোনো সঙ্গত কাৰণ নাই। হৰিবংশত দেখা যায় যে একশ্ৰেণীৰ মানুহে ৰামোপাখ্যানকে নাট্যৰূপ দান কৰিছে। হৰিবংশ অন্ততঃ দ্বিতীয় খৃষ্টাব্দৰ; গতিকে ইয়াৰ আগতে নাটকৰ অস্তিত্ব প্ৰমাণ কৰা একপ্ৰকাৰ অসম্ভৱ হৈ পৰিছে। ৰামায়ণৰপৰাও এই বিষয়ত কোনো সুস্পষ্ট প্ৰমাণ পোৱা নাযায়। তথাপি এই কথা সত্য যে অন্তৱৰ্তীকালীন সাহিত্যত ৰামায়ণ আৰু মহাভাৰতৰ প্ৰভাৱ অপৰিসীম। ভবভূতিয়ে তেওঁৰ উত্তৰ ৰামচৰিতত ইয়াক স্বীকাৰ কৰিছে আৰু ভাসৰ নাটক-চক্ৰৰপৰাও এই সত্যই দৃঢ় প্ৰতিষ্ঠা লাভ কৰিছে। নাটকৰ অভিনয়ত যি সকল পাত্ৰ-পাত্ৰীয়ে অংশ গ্ৰহণ কৰে তেওঁলোকক 'কুশীলৱ' বোলা হয়। বিশ্বমিত্ৰই ৰামৰ পুত্ৰ কুশ আৰু লৱক ৰামায়ণ শিক্ষা দিছিল আৰু তেওঁলোকৰ নামৰপৰাই 'কুশীলৱ' শব্দৰ সৃষ্টি হৈছে।

**নাটকৰ উৎপত্তি ধৰ্মীয় অনুষ্ঠানৰ লগত সংশ্লিষ্ট মতবাদ:** Hillebrandt আৰু Konow উভয়ে প্ৰথমে এই মত প্ৰকাশ কৰে

যে ধৰ্ম বা ধৰ্মানুষ্ঠানৰ সৈতে নাট্য সাহিত্যৰ উৎপত্তি যে জড়িত এনেকুৱা বুলি ভবাটো ভুল। ধৰ্মসাহিত্য বা ধৰ্মানুষ্ঠানৰ মাজত যে নাটকৰ বীজ বৰ্ত্তমান আছে এইটো তেওঁলোকে স্বীকাৰ কৰে; কিন্তু নাট্যাংশখিনি ধৰ্মৰ ক্ষেত্ৰত আগন্তুক মাত্ৰ, ইয়াৰ প্ৰকৃত উৎস নিহিত হৈ ৰৈছে মানুহৰ জীৱন-যাত্ৰাৰ বাস্তৱ দিশত। Hillebrandtৰ মতে ৰসবোধ আৰু আনন্দ অনুভূতি হৈছে মানুহৰ জীৱনৰ আদিম প্ৰবৃত্তি আৰু নাট্য সাহিত্য সেই প্ৰবৃত্তিৰপৰা উদ্ভূত। প্ৰথমতে নাট্যশাস্ত্ৰত নাট্য সাহিত্যৰ উৎপত্তি সম্বন্ধে যি উপাখ্যানৰ কথা কোৱা হৈছে তাকো Hillebrandtৰ মতকেই সমৰ্থন কৰে। Keith অনুমান কৰে যে সংস্কৃত নাটকৰ বিদূষক চৰিত্ৰটোৱে বৈদিক সাহিত্যত পূৰ্বেই ছায়াপাত কৰিছে আৰু ইয়াক একেবাৰে ধৰ্মৰপৰা বিচ্ছিন্ন কৰি দিয়া দেখা নেযায়। Hillebrandt নিজেও আন ঠাইত কৈছে যে ভাৰতীয় নাটকৰ বিদূষকৰ চৰিত্ৰৰ অনুৰূপ চৰিত্ৰ যিটো পাশ্চাত্য নাটকত দেখা যায়, তাৰ উৎপত্তিয়ো ধৰ্মানুষ্ঠানৰ সৈতে জড়িত। গতিকে পৰোক্ষভাবে Hillebrandt Keithৰ মতকেই সমৰ্থন কৰিছিল। নাটকৰ উৎপত্তিৰ সৈতে যে ধৰ্ম বা অনুষ্ঠানৰ কোনো যোগ নাই তাক প্ৰতিপন্ন কৰিবলৈ গৈ Konow যাত্ৰাবিলাকক তেওঁৰ স্বপক্ষে প্ৰমাণৰূপে উপস্থাপিত কৰিছিল, কিন্তু তেওঁ ভুলি গৈছিল যে মূলত যাত্ৰাবিলাক কৃষ্ণ-উপাসনাৰ সৈতে জড়িত। Pischelৰ মতে পুতুলা নাচ ( puppet-play ) আৰু Luderৰ মতে ছায়ানৃত্য ( Shadow-play ) সংস্কৃত নাটকৰ আদিম ৰূপ।

**সংস্কৃত নাটকত গ্ৰীক প্ৰভাৱ:** Weberই প্ৰথমে কৈছিল যে গ্ৰীকৰ সংস্পৰ্শত অহাৰ পিচৰপৰাই ভাৰতৰ নাট্য সাহিত্যই পৰিণতি লাভ কৰি থাকে। পঞ্জাব, গুজৰাট প্ৰভৃতি অঞ্চলৰ ৰজাসকলে তেওঁলোকৰ সৈতে গ্ৰীক সংস্কৃতি আৰু গ্ৰীক সৈন্য লৈ আহিছিল আৰু তেওঁলোকৰ ৰাজসভাত গ্ৰীক নাটকৰ অভিনয়ো

হৈছিল। ইয়াৰপৰাই গ্ৰীক প্ৰভাৱ লাহে লাহে ভাৰতীয় নাট্য সাহিত্যত সংক্ৰমিত হয়। ইয়াৰ আগতে ভাৰতীয় সাহিত্যত নাট্য সাহিত্যৰ যিমানখিনি উপাদান লক্ষিত হয় সি ইমান কম আৰু ইমান বিক্ষিপ্ত যে তাক ভিত্তি কৰি সংস্কৃত নাটক গঢ়ি উঠিব পাৰে বুলি বিশ্বাস কৰা কঠিন। Weber যি পৰিমাণত সংস্কৃত নাটকৰ ওপৰত গ্ৰীক প্ৰভাৱ আছে বুলি অনুমান কৰিছিল, সিমানখিনি সমৰ্থনযোগ্য নহলেও কিছু প্ৰভাৱ যে পৰিছিল সেইটো অনস্বীকাৰ্য্য। Weberৰ মতক অভ্ৰান্ত বুলি ধৰি লৈ বিভিন্ন তথ্যৰ সাহায্যত Brandes ইয়াৰ সাৰৱত্তা প্ৰমাণ কৰাৰ চেষ্টা কৰিছিল। Pischel বলবান যুক্তিৰ সাহায্যত ১৮৮২ খৃষ্টাব্দত Berlin-ত অনুষ্ঠিত Congress of Orientalistত Weberৰ এই মত খণ্ডন কৰিছিল। ইয়াৰ পিচত Brundesৰ পূৰ্ব সংগৃহীত তথ্যৰ ওপৰত ভিত্তি কৰি Windisch আৰু অধিক দূৰ অগ্ৰসৰ হয় আৰু আলেকজান্দ্ৰিয়া নগৰৰ সৈতে ভাৰতবৰ্ষৰ যোগাযোগ স্থাপিত হোৱাৰ ফলতেই যে সংস্কৃত নাট্য সাহিত্যই পুষ্টিলাভ কৰিছিল তাক ঘোষণা কৰিছিল। Windischৰ মতৰ প্ৰবলতম বিৰোধী আছিল Levy; কিন্তু তেওঁ ভাৰতৰ ওপৰত গ্ৰীক প্ৰভাৱক একেবাৰে স্বীকাৰ নকৰাকৈ থকা নাই। ভাৰতবৰ্ষত গ্ৰীক আধিপত্যৰ সময়তেই সংস্কৃত নাটকৰ জন্ম হয় আৰু খৃঃ পূঃ ১ম শতাব্দীৰ মাজভাগত Menanderৰ শাসনকালতেই গ্ৰীক প্ৰভাৱ ভাৰতৰ ওপৰত পৰিপূৰ্ণভাৱে অনুভূত হয়। অশ্বঘোষৰ ৰচনাৱলী খৃঃ পূঃ ১ম শতাব্দীত কনিষ্কৰ ৰাজত্বকালত ৰচিত। Levyয়ে উক্ত ৰচনাৱলীৰপৰা দেখুৱাইছিল যে গ্ৰীক প্ৰভাৱ বৌদ্ধ ধৰ্মৰ মূল সুৰৰ ওপৰতো ভালেখিনি ছাপ ৰাখি গৈছিল।

ভাৰতত অৱস্থানকালত গ্ৰীক ৰজাসকলে যি গ্ৰীক নাটকৰ অভিনয় কৰাইছিল সেই সম্বন্ধে তথ্য কম হলেও নিৰ্ভৰযোগ্য। আলেকজেণ্ডাৰ নিজেও অত্যন্ত অভিনয়প্ৰিয় আছিল; আৰু

বিজয়োল্লাসৰ মাজে মাজে অভিনয়ৰ দ্বাৰাই চিত্তবিনোদন কৰিছিল। গ্ৰীচবপৰা বহু কেইজন কুশলী শিল্পী আলেকজেণ্ডাৰৰ সৈতে ভাৰতবৰ্ষলৈ আহিছিল আৰু এক Ekbatanaতেই কম হলেও তিনি হাজাৰ শিল্পীয়ে অৱস্থান কৰিছিল বুলি জনা যায়। আলেকজেণ্ডাৰে ভাৰতৰ যিমানখিনি অংশ অধিকাৰ কৰিছিল, সেই অধিকৃত অঞ্চলৰ সকলোতে গ্ৰীক নাটক অভিনীত হৈছিল। আলেকজেন্দ্ৰিয়া নগৰী তেতিয়া গ্ৰীক শিক্ষাৰ এটা বিশিষ্ট কেন্দ্ৰ হিচাবে প্ৰসিদ্ধি অৰ্জন কৰিছিল; আকৌ উজ্জয়িনী আৰু আলেকজেন্দ্ৰিয়াৰ মাজত বাণিজ্যিক যোগসূত্ৰও প্ৰতিষ্ঠিত হৈছিল।

যৱনী আৰু যৱনিকা: Weber যেতিয়া সংস্কৃত নাটকত গ্ৰীক প্ৰভাৱ সম্বন্ধে সৰ্বপ্ৰথম তেওঁৰ মত প্ৰকাশ কৰিছিল তেতিয়া সংস্কৃত নাটকত 'যৱনী' আৰু 'যৱনিকা' এই দুটা শব্দৰ ব্যৱহাৰকেই তেওঁ গ্ৰীক প্ৰভাৱৰ প্ৰধান প্ৰমাণৰূপে উপস্থাপিত কৰিছিল। অভিনয় মঞ্চৰ পশ্চাদ্‌ভাগত প্ৰসাধন কক্ষ আৰু মঞ্চৰ মধ্যস্থলত প্ৰলম্বিত পৰ্দাই 'যৱনিকা'। Keith অনুমান কৰে যে 'যৱনিকা' শব্দ যে গ্ৰীক সম্বন্ধীয় কোনো বস্তুকেই বুজাইছে এনেকুৱা বুলি ভবাৰ কোনো সঙ্গত কাৰণ নাই—ইজিপ্ত, চিৰিয়া, ব্যাকট্ৰিয়া প্ৰভৃতিৰ সৈতে সংশ্লিষ্ট যি কোনো দ্ৰব্যকেই ই বুজাব পাৰে। তাক বাদে গ্ৰীক নাটকৰ অভিনয়ত মঞ্চৰ পশ্চাদ্‌ভাগত এনেকুৱা কোনো পৰ্দা ব্যৱহাৰ কৰা ৰীতি আছিল বুলি জনা নাযায়। সংস্কৃত নাটকত যিবিলাক ঠাইত ৰজাক যৱনী পৰিবৃত অৱস্থাত চিত্ৰিত কৰা হৈছে তাৰপৰা নানাজনে অনুমান কৰে যে ইয়ো গ্ৰীক প্ৰভাৱৰেই স্মাৰক আৰু 'যৱনী' শব্দই গ্ৰীক তিৰোতাসকলকেই বুজাইছে। গ্ৰীক নাটকত কিন্তু কোনো ৰজাক যুৱতীদ্বাৰা পৰিবেষ্টিত কৰা হোৱা নাই। Keithৰ মতে সংস্কৃত নাটকত এনেকুৱা ব্যৱহাৰৰপৰা ইয়ে প্ৰমাণিত হয় যে ভাৰতৰ ৰজাসকল গ্ৰীক যুৱতীসকলৰ পক্ষপাতী আছিল আৰু গ্ৰীক বণিকসকলেও উচ্চ-

লাভৰ আশাত বাণিজ্যৰ অন্যতম পণ্য হিচাবে বহুকেইজনী গ্ৰীক যুৱতীক ভাৰতৰ ৰজাসকলৰ ওচৰলৈ উপঢৌকন হিচাবে দিবলৈও প্ৰস্তুত আছিল।

গ্ৰীক আৰু সংস্কৃত নাটকৰ সাদৃশ্য : নাটকীয় ঘটনা সংস্থানৰ কালেদি দুয়ো প্ৰকাৰ নাটকৰ মাজত বহুল আৰু চিত্তাকৰ্ষক সাদৃশ্য পৰিলক্ষিত হয়। কোনো অজ্ঞাতকুলশীলা যুৱতীৰ প্ৰতি কোনো ৰজাৰ আসক্তি, মিলনৰ পথত বহু বাধা, বিচিত্ৰ আৰু বিবিধ ঘটনাৰ মাজেদি শেষলৈকে উক্ত যুৱতীৰ সত্যকাৰ পৰিচয় প্ৰকাশ প্ৰভৃতি আখ্যানগত সাদৃশ্য তুচ্ছ কৰা নহয়। পৰিচয় উদ্‌ঘাটনৰ মাধ্যম হিচাবে উভয় নাটকতেই কোনো বিশেষ দ্ৰব্য বিশেষভাৱে সহায়ক হৈছে। 'অভিজ্ঞান শকুন্তলম্'ত শকুন্তলাৰ অঙ্গুৰীয়ক, 'বিক্ৰমোৰ্বশী'ত সঙ্গমণি আৰু পুৰুৰবাৰ পুত্ৰ আয়ুৰদ্বাৰা ব্যৱহৃত শৰ, ৰত্নাৱলীৰ কণ্ঠহাৰ, মালতী-মাধৱৰ মাল্য, মুদ্ৰাৰাক্ষসৰ মুদ্ৰা প্ৰভৃতিৰ ব্যৱহাৰ সংস্কৃত নাটকৰ ওপৰত গ্ৰীক নাটকৰ প্ৰভাৱকেই সূচনা কৰে। 'মালবিকাগ্নিমিত্ৰ'ৰ তস্কৰ-অপহৃতা মালবিকা আৰু 'ৰত্নাবলী'ত অৰ্ণৱনিমজ্জিতা ৰত্নাবলীক উদ্ধাৰ সাধন আমাক Rudens নাটকৰ নায়িকাৰ কথাই মনত পেলাই দিয়ে।

এই সকলো সাদৃশ্যক উপেক্ষা নকৰিলে সংস্কৃত নাটকৰ ওপৰত গ্ৰীক প্ৰভাৱক অস্বীকাৰ কৰা নাযায়। আমি কব পাৰো যে সাদৃশ্য সকলো সময়তেই ঋণৰ প্ৰমাণ নহয়। এনে ধৰণৰ সাদৃশ্যৰ কাৰণে ভাৰতবৰ্ষক গ্ৰীচৰ দাবন্ধ হোৱা বুলি এনেকুৱা অনুমান নকৰাই ভাল। ৰাজ-অন্তঃপুৰত ছদ্মবেশত কোনো যুৱতীৰ অৱস্থানৰ চিত্ৰ আমাৰ মহাভাৰতত অজ্ঞাত নহয়। দ্ৰৌপদী বিৰাট ৰাজ-মহিষী সুদেষ্ণাৰ অন্তঃপুৰত ছদ্মবেশত দাসীবৃত্তি কৰি কাল কটাইছিল; বিৰাটৰাজে পিছত দ্ৰৌপদীৰ প্ৰতি আসক্ত যে হৈছিল সেই শঙ্কাও সুদেষ্ণাৰ অন্তৰত জন্মিছিল; কীচক দ্ৰৌপদীৰ প্ৰণয়াকাঙ্ক্ষীও হৈছিল। পৰিচয় উদ্‌ঘাটনৰ কাৰণে দি বিশেষ কোনো চিহ্নৰ ব্যৱহাৰ পদ্ধতি

আগে তাকো ৰামায়ণত দেখা গৈছে। ৰাৱণৰদ্বাৰা অপহৃতা হোৱাৰ সময়ত সীতাই তেওঁৰ গাৰ আভৰণ খণ্ড খণ্ড কৰি মাটিত পেলাই গৈছিল যাতে তেওঁক অন্বেষণ কৰাৰ কাৰণে ৰামৰ পক্ষে সহজ-সাধ্য হয়; ৰামৰদ্বাৰা প্ৰেৰিত হনুমানে সীতাৰ সন্মুখত ৰামৰ ব্যৱহৃত আঙুঠি নিজৰ পৰিচয়ৰ কাৰণে উপস্থাপিত কৰিছিল।

গ্ৰীক আৰু সংস্কৃত নাটকৰ চৰিত্ৰ চিত্ৰণত যি সাদৃশ্য পৰিলক্ষিত হয় সিয়ো উপেক্ষণীয় নহয়। সংস্কৃত নাটকত য'ত ৰজাই পৰিণীতা পত্নীক বাদেও দ্বিতীয়া যুৱতীৰ প্ৰতি আকৃষ্ট হৈছিল আৰু ৰজাৰ সৈতে নতুন প্ৰণয়িনীৰ মিলনত মহিষীয়ে বাধাৰ সৃষ্টি কৰিছিল, তাতো গ্ৰীক নাটকৰ সৈতে যদি কিছু সাদৃশ্য থাকে তাক ভাৰতবৰ্ষই গ্ৰীচৰপৰা গ্ৰহণ কৰা বুলি অনুমান কৰাটো যুক্তিযুক্ত নহয়। যি যুগত বহু-বিবাহ প্ৰথা প্ৰচলিত আছিল, সেই যুগত ৰাজ-অন্তঃপুৰত ৰজাৰ পক্ষে অন্য প্ৰণয়িনীৰ প্ৰতি আসক্ত হোৱা ঘটনা অত্যন্ত স্বাভাৱিক বুলি ধৰি লব পাৰি। এনেকুৱা ঘটনা সংস্থানে নাট্যকাৰক চৰিত্ৰসৃষ্টি আৰু চৰিত্ৰ ৰূপায়ণৰ সুযোগ দিয়ে; গতিকে ই নাট্যকাৰৰ স্বকীয় উদ্ভাৱনো হব পাৰে। সংস্কৃত নাটকৰ বিট, বিদূষক, শকাৰ, সূত্ৰধাৰ আৰু তেওঁলোকৰ সহকাৰী চৰিত্ৰৰ অনুৰূপ চৰিত্ৰ গ্ৰীক নাটকত পৰিলক্ষিত হয় সঁচা, কিন্তু এই সাদৃশ্যয়ো গ্ৰীচৰ ওচৰত ভাৰতৰ ঋণ প্ৰতিপন্ন কৰাৰ পক্ষে যথেষ্ট নহয়।

মুঠতে ইয়াকে কব পাৰি যে আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ পিচৰপৰাই ভাৰতবৰ্ষই গ্ৰীক সভ্যতা আৰু সংস্কৃতিৰ সংস্পৰ্শ লৈ আছে। আলেকজেণ্ড্ৰিয়াৰ সৈতে বাণিজ্যিক যোগসূত্ৰৰ ফলত এই উভয় সংস্কৃতিৰ মাজত ঘনিষ্ঠতৰ যোগাযোগ স্থাপিত হয়। এনেকুৱা অৱস্থাত এটাৰ ওপৰত আনটোৰ প্ৰভাব পৰা অলপো বিচিত্ৰ নহয়, বৰং স্বাভাৱিক বুলিয়েই কব পাৰি। এনেকুৱা প্ৰভাৱ কোনো সভ্যতা আৰু সংস্কৃতিৰ জীৱনীশক্তি আৰু গতিময়তাৰেই পৰিচায়ক।

দান আৰু গ্ৰহণ—এই দুয়োটাই জীৱনৰ লক্ষণ। যিয়ে প্ৰভাবিত কৰে আৰু যি প্ৰভাৱিত হয়, সেইবোৰ উভয়েই বাচি আছে বুলি বুজিব লাগিব। ইয়াৰ কাৰণে ভাৰতবৰ্ষই গ্ৰীচৰ ওচৰত অলপ ঋণী বুলিবই পাৰি। ভাৰতৰ চিৰন্তন বৈশিষ্ট্য হ'ল আনৰ বস্তু গ্ৰহণ কৰি তাক নিজৰ মৌলিকত্বৰদ্বাৰা নতুন ৰূপ দি একান্ত নিজস্ব কৰি লোৱা। ইয়াক ঋণ বুলি কলে ইয়াৰ অপব্যাখ্যা বুলিব পাৰি। যদি গ্ৰীক প্ৰভাব অলপ পৰিছে, সেইটো স্বাভাবিক। ভাৰতবৰ্ষৰ এইটো স্বভাৱ যে কোনো অংশত গ্ৰীকৰ প্ৰভাব থাকিলেও সেইখিনিক একান্তভাৱে ভাৰতীয় কৰি তুলিছে।

**দৃশ্যকাব্য : পৰিচয় :** কাব্যেষু নাটকং ৰম্যং। কাব্যৰ ভিতৰত নাটক ৰম্য। এই নাটককে দৃশ্যকাব্য বোলে। কালিদাসৰ পূৰ্বে নাট্যকাৰ হিচাবে ভাসৰ আৰু তেওঁৰ নাটক চক্ৰৰ উল্লেখ কৰা হৈছে। কালিদাস-পূৰ্ব যুগত অশ্বঘোষৰ শাৰিপুত্ত প্ৰকৰণো উল্লেখযোগ্য। বিনয়পিটকত উল্লিখিত শাৰিপুত্ত আৰু তেওঁৰ বন্ধু মৌদ্‌গল্যায়নৰ কাহিনী অবলম্বনত ই ৰচিত। ১৯১১ খৃষ্টাব্দত Luder এই নাটকখন আবিষ্কাৰ কৰে। যি পুথিত এই নাটকখন পোৱা যায় তাতে আৰু এখন নাটক আছিল। ছিন্ন অৱস্থাৰ কাৰণে তাৰ নাম জনা নাযায়। এইখিনি মাত্ৰ কব পাৰি যে কীৰ্ত্তি, ধৃতি আৰু বুদ্ধিক নাটকীয় চৰিত্ৰৰূপে গ্ৰহণ কৰি ই ৰচিত হৈছিল। দুয়োখন নাটক প্ৰথম খৃষ্টাব্দত ৰচিত।

সংস্কৃত সাহিত্যত ভাসকেই প্ৰথম নাট্যকাৰ বুলি কব পাৰি। বৌদ্ধ সাহিত্যত প্ৰথম নাট্যকাৰ হিচাবে অশ্বঘোষৰ নাম লব পাৰি। ভাসকৃত নাটক হ'ল ১৩ খন। বিষয়বস্তু অনুসাৰে এই নাটক কেইখনক চাৰি ভাগত ভাগ কৰা যায়:

(ক) প্ৰতিমা নাটক, অভিষেক নাটক—ৰামায়ণৰ কাহিনী অবলম্বনত ৰচিত।

(খ) পঞ্চৰাত্ৰ, মধ্যম ব্যায়োগ, দূতকাব্য, দূতঘটোৎকচ,

কৰ্ণভাৰ, ঊৰুভঙ্গ—মহাভাৰতৰ কাহিনী অৱলম্বনত ৰচিত একাঙ্ক নাটক।

(গ) বালচৰিত—হৰিবংশৰ কৃষ্ণ-উপাখ্যান অৱলম্বনত ৰচিত।

(ঘ) স্বপ্নবাসবদত্তা, প্ৰতিজ্ঞাযৌগন্ধৰায়ণ, অবিমাৰক, চাৰুদত্ত —নাট্যকাৰৰ কল্পিত আৰু প্ৰাচীন কাহিনী অৱলম্বনত ৰচিত।

প্ৰথম তিনি শ্ৰেণীৰ ৰচনাবিলাক 'নাটক' আৰু চতুৰ্থ শ্ৰেণীৰ ৰচনাবিলাক 'প্ৰকৰণ'। এই কালৰপৰা ৰচনাবিলাক মুঠ দুই শ্ৰেণীত বিভক্ত—(ক) নাটক আৰু (খ) প্ৰকৰণ। ভাস এজন প্ৰথিতযশা নাট্যকাৰ আছিল আৰু তেওঁৰ নাটকবিলাকত আমি নাট্য-কৌশলৰ পৰিচয় পাওঁ। তেওঁ কালিদাসৰ পূৰ্ববৰ্তী; কালিদাসৰ ৰচনাশৈলীতকৈ এই নাটকবিলাকৰ ৰচনাশৈলীত প্ৰাচীনত্বৰ ছাপ অধিক আৰু কালিদাসৰ ওপৰত ভাসৰ প্ৰভাৱ পৰা দেখা যায়।

নাট্যকাৰ হিচাবে কালিদাসে সকলোতকৈ শ্ৰেষ্ঠ। তেওঁৰ কাপৰপৰা তিনিখন নাটক ওলাইছে। নাটক তিনিখন হ'ল মালবিকাগ্নিমিত্ৰ, বিক্ৰমোৰ্বশী আৰু অভিজ্ঞানশকুন্তলম্। মালবিকাগ্নি-মিত্ৰ পঞ্চাঙ্ক নাটক। বিদিশাৰাজ অগ্নিমিত্ৰৰ অন্তঃপুৰৰ ষড়যন্ত্ৰৰ কাহিনীক অৱলম্বন কৰি ই ৰচিত। অপূৰ্ব-সুন্দৰী মালবিকা ৰাজ-অন্তঃপুৰৰ পৰিচাৰিকা। অগ্নিমিত্ৰৰ মহিষীয়ে সকলো সময়তেই মালবিকাক অগ্নিমিত্ৰৰ চকুৰ আড়ালত ৰাখিবৰ চেষ্টা কৰিছিল; কাৰণ মালবিকাৰ অসাধাৰণ সৌন্দৰ্য্যক তেওঁ ভয় কৰিছিল। শেষত দেখা গ'ল যে মালবিকা আছিল ৰাজকন্যা, দস্যুৰ হাতত পৰি ঘটনা চক্ৰত বিদিশাৰাজৰ অন্তঃপুৰ আহি পালে। শেষত মিলনৰ যিখিনি বাধা আছিল সকলোখিনি নোহোৱা হ'ল আৰু অগ্নিমিত্ৰ মালবিকাৰ মিলন হ'ল।

কালিদাসৰ দ্বিতীয় নাটক বিক্ৰমোৰ্বশী পাঁচটা অঙ্কত ৰচিত। ৰজা পুৰুৰবাৰ সৈতে উৰ্বশীৰ প্ৰণয়ৰ কাহিনী ঋগ্বেদৰ সময়ৰপৰা

চলি আহিছে। মহাকাব্য আৰু পুৰাণৰ যুগতো বিভিন্ন ৰূপত এই কাহিনী প্ৰচলিত হৈছে। পুৰুৰবাই অসুৰসকলৰ হাতৰপৰা উৰ্বশীৰ উদ্ধাৰ সাধন কৰি তেওঁৰ প্ৰতি আসক্ত হয়। ইন্দ্ৰৰ আহ্বানত উৰ্বশী স্বৰ্গলৈ যায় আৰু এই বিচ্ছেদত পুৰুৰবা মৰ্মাহত হৈ পৰে। স্বৰ্গত লক্ষ্মী-স্বয়ম্বৰ নাটকৰ অভিনয়ত উৰ্বশীক লক্ষ্মীৰ ভূমিকাত অভিনয় কৰিবলৈ দিয়া হয়। পুৰুৰবাৰ চিন্তাত মগ্ন উৰ্বশীৰ মন। অভিনয় কালত তেওঁ 'পুৰুষোত্তম'ৰ ঠাইত কৈ পেলালে 'পুৰুৰবা'। ইয়াতে ভৰতৰ অভিশাপত উৰ্বশীক পৃথিবীলৈ পঠোৱা হ'ল আৰু ইন্দ্ৰৰ কৃপাত তেওঁৰ অভিশাপ অলপ মাত্ৰ লঘু হ'ল যে পুৰুৰবাৰ ঔৰসত সন্তানৰ জন্মদান কৰি এবছৰৰ পিচত উৰ্বশী আকৌ স্বৰ্গলৈ আহিব পাৰিব। শেষত কণ্বৰ আশ্ৰমত উৰ্বশীৰ লতাৰূপ গ্ৰহণ, পুৰুৰবাৰ প্ৰেমোন্মত্ততা আৰু উৰ্বশীৰ পূৰ্ব অৱস্থা প্ৰাপ্তি নাটকৰ সকলোতকৈ আকৰ্ষণীয় অংশ। পুত্ৰ আয়ুৰ জন্মৰ পিচত উৰ্বশীৰ স্বৰ্গলৈ প্ৰত্যাগমনৰ দিন আহি পৰিল। দৈত্য-সকলৰ বিৰুদ্ধে কৰা যুদ্ধত পুৰুৰবাই ইন্দ্ৰক যি সাহায্য কৰিছিল তাৰ পুৰস্কাৰ স্বৰূপে ইন্দ্ৰই উৰ্বশীক পুৰুৰবাৰ সৈতে থাকিবলৈ অনুমতি দিছিল। চতুৰ্থ অঙ্কত উৰ্বশীৰ বিৰহত প্ৰেমোন্মত্ত পুৰুৰবাৰ মৰ্মস্পৰ্শী বিলাপৰ যি কাব্যৰূপ কালিদাসে দি গৈছে সেইটো পৃথিবীৰ যি কোনো সাহিত্যৰ অমূল্য সম্পদ বুলি বিবেচিত হব পাৰে।

নাট্য-কৌশল আৰু কাব্যসম্পদৰ অপূৰ্ব সমন্বয় দেখা যায় কালিদাসৰ সাত অঙ্কৰ নাটক অভিজ্ঞানশকুন্তলমত। দুষ্মন্ত-শকুন্তলাৰ বহুল প্ৰচাৰিত কাহিনীক অৱলম্বন কৰি ৰচিত হলেও কালিদাসে ইয়াত নিজস্ব প্ৰতিভাৰ স্পষ্ট স্বাক্ষৰ ৰাখি গৈছে; আৰু কালিদাসে যদি আন কোনো কাব্য বা নাটকো ৰচনা নকৰিলেহেঁতেন, তথাপি এই শকুন্তলা নাটকেই তেওঁক একেধাৰে সৰ্বকালৰ শ্ৰেষ্ঠ কবি আৰু নাট্যকাৰৰূপে যশোমণ্ডিত কৰি ৰাখিলেহেঁতেন। সেয়েহে কোৱা হয়:

(১) "কাব্যেষু নাটকং ৰম্যং তত্র ৰম্যা শকুন্তলা।
তত্রাপি চ চতুৰ্থোঽঙ্কঃ যত্র যাতি শকুন্তলা॥"

(২) "কালিদাসস্য সৰ্বস্বমভিজ্ঞানশকুন্তলম্।
তত্রাপি চ চতুৰ্থোঽঙ্কঃ তত্র শ্লোকচতুষ্টয়ম্॥"

বিশেষ কৰি চতুৰ্থ অঙ্কত আমি প্ৰকৃতিৰ কবি কালিদাসৰ পূৰ্ণ পৰিচয় পাওঁ। তাত কৰিয়ে প্ৰকৃতিৰ ৰূপ বৰ্ণনাত আৰু প্ৰকৃতিক প্ৰকৃতি কৰি ৰাখি মানুহৰ সমধৰ্মীৰূপে চিত্ৰিত কৰি মানুহৰেই সুখ-দুখৰ সমান অংশীদাৰ কৰিছিল। প্ৰকৃতি তাত অনসূয়া প্ৰিয়ম্বদাৰ দৰে এটি স্বতন্ত্ৰ চৰিত্ৰ—যিটোৱেই শকুন্তলাৰ সুখ-দুখক সমানভাৱে হৃদয় দি গ্ৰহণ কৰিছে। চতুৰ্থ অঙ্কই শ্ৰেষ্ঠ অঙ্ক বুলি কোৱাৰ তাৎপৰ্য্য এই যে তাত কালিদাস কবিৰূপে নিজ মহিমাত সমাসীন হৈছে। নাটকীয় ধাৰাৰে উৎকৰ্ষ বিচাৰত কিন্তু পঞ্চম অঙ্কই শ্ৰেষ্ঠ। কুশলী নাট্যকাৰৰূপে কালিদাসৰ পৰিচয় তাত পোৱা যায়। তৃতীয় আৰু পঞ্চম অঙ্কৰ মাজত মাত্ৰ শকুন্তলাৰ বিদায়ক কেন্দ্ৰ কৰি এটি পূৰ্ণ অঙ্ক নিদিলেও নাটকৰ পৰিণতি সম্পাদনাত আংশিক ভাৱেও ইতৰ-বিশেষ হোৱা নাই। চতুৰ্থ অঙ্কটোৰ কাৰণে অভিজ্ঞান শকুন্তলাত শাশ্বত মানবচিত্তৰ ওচৰত এটি শাশ্বতী বৃত্তিক অবলম্বন কৰি কালিদাসে যে এটি কালজয়ী আবেদন কৰিছিল, দুষ্যন্ত-শকুন্তলাৰ প্ৰেম-কাহিনী ভুলি গলেও সেইটো চিৰ-উপভোগ্য হৈ থাকিব। কন্যাৰ পতিগৃহত যোৱাৰ সময়ত তেওঁৰ বাল্যকালৰপৰা পৰিচিত আত্মীয়, সঙ্গী আৰু পৰিবেশৰ লৈতে অন্তৰৰ যোগসূত্ৰ বিচ্ছিন্ন হোৱাৰ যি শাশ্বত বেদনা, তাক কেন্দ্ৰ কৰি মানুহ আৰু প্ৰকৃতিৰ যি অন্তৰঙ্গতাৰ চিত্ৰ কালিদাসে অঙ্কিত কৰিছিল সেইটো অনবদ্য। নাটকৰ নায়ক-নায়িকাক মুখামুখীকৈ থিয় কৰাই, উভয়কে দুৰ্বোধ্য কৰি উভয়ৰ মাজত যি গভীৰ অন্তৰ্দ্বন্দ্বৰ সৃষ্টি কালিদাসে কৰিছিল, সেইটো হ'ল নাটকৰ চৰম মুহূৰ্ত্ত। নাট্যকাৰ কালিদাসৰ পূৰ্ণ

পৰিচয় নাটকৰ পঞ্চম অঙ্কত। মহাভাৰতৰ আদি পৰ্ব আৰু পদ্মপুৰাণৰপৰা যদিও কালিদাসে নাটকীয় আখ্যানভাগ গ্ৰহণ কৰিছিল, তথাপি অভিজ্ঞানশকুন্তলম্ কালিদাসৰ কবি-কল্পনাৰ অপৰূপ সৃষ্টি। দুষ্যন্ত-শকুন্তলাৰ প্ৰণয় কাহিনী বৰ্ণনা কৰাই কালিদাসৰ উদ্দেশ্য নহয়। তপস্যা, সংযম আৰু নিষ্ঠা নাথাকিলে যি দেহনিষ্ঠ কাম দেহাতীত প্ৰেমত পৰিণত হব নোৱাৰে, তাকে কালিদাসে এই শকুন্তলা নাটকত প্ৰতিপন্ন কৰিবলৈ চাইছে।

কালিদাসোত্তৰ যুগত শ্ৰব্যকাব্যৰ ক্ষেত্ৰত সেই দুৰ্ভাগ্যই বৰ্তমান। তথাপি কাব্যৰ ক্ষেত্ৰত অমৰু আৰু ভৰ্তৃহৰিক বাদে কোনেও যেনেকৈ মৌলিকতাৰ পৰিচয় দিব পৰা নাই, নাটকৰ ক্ষেত্ৰত সেইটো নহয়। কালিদাসোত্তৰ যুগত উল্লেখযোগ্য নাটকৰ সংখ্যা আশানুৰূপ নহলেও বিষয়-বৈচিত্ৰ্যত, ৰচনাশৈলীৰ মৌলিকতাত, চৰিত্ৰ ৰূপায়ণত আৰু চৰিত্ৰ নিৰ্বাচনত এই সময়ত প্ৰত্যেকখন নাটকে গতানুগতিকতাৰ সীমা লঙ্ঘন কৰি সাহিত্যক্ষেত্ৰত এটা নিজস্বতাৰ ছাপ ৰাখি গৈছে।

শূদ্ৰকৰ ৰচিত মৃচ্ছকটিকৰপৰা তেওঁৰ জীৱনী সম্বন্ধে কিছু কথা জনা যায়। শূদ্ৰক ব্ৰাহ্মণ আৰু অশ্মক দেশৰ অধিবাসী আছিল। বাল্যকালত স্বাতী নামক ৰাজকুমাৰৰ সৈতে তেওঁ লালিত-পালিত হৈছিল আৰু খেলাৰ সময়ত স্বাতীৰ সৈতে কোনো কাৰণত তেওঁৰ বিবাদ লাগে। সেই বিবাদৰপৰা যি মনোমালিন্যৰ সৃষ্টি হয় পৰিণত বয়সতো সি দূৰ নহ'ল। ভানুদত্ত নামে শূদ্ৰকৰ এজন বন্ধু আছিল। এসময়ত সঙ্ঘালিকা নামে এজন বৌদ্ধ ভিক্ষুৱে তেওঁক বধ কৰিবলৈ চেষ্টা কৰিছিল; কিন্তু শেষত শূদ্ৰকেই তেওঁক হত্যা কৰি পলাই যায়। পৰবৰ্তী কালত শূদ্ৰকে উজ্জয়িনী অধিকাৰ কৰি তাৰ ৰজা হয়; কিন্তু বাল্যকালৰ কথা স্মৰণ কৰি ৰজা স্বাতীৰ জীৱন নাশ নকৰিলে।

কথাসৰিৎ সাগৰত কোৱা হৈছে যে শূদ্ৰক শোভাৱতীৰ ৰজা

আছিল আৰু এজন ব্ৰাহ্মণে নিজৰ জীৱনৰ বিনিময়ত তেওঁৰ জীৱন ৰক্ষা কৰিছিল। বেতাল পঞ্চবিংশতিৰ মতে তেওঁ আছিল বৰ্ধমানৰ ৰজা, কাদম্বৰীৰ মতে বিদিশাৰ। তেওঁক চকোৰৰ ৰাজকুমাৰ চন্দ্ৰকেতুৰ শত্ৰু বুলিও কোৱা হয়। ৰাজশেখৰৰ দ্বাৰা ৰচিত কাব্য-মীমাংসাত সাতবাহন সাহসাঙ্কৰ সৈতে তেওঁৰ নাম উল্লেখ আছে। ৰাজতৰঙ্গিনীয়ে শূদ্ৰকক ৰজা বিক্ৰমাদিত্যৰ অব্যবহিত পূৰ্ববৰ্ত্তী ৰজা বুলি কৈছে। বামনে ( অষ্টম শতাব্দী ) শূদ্ৰকৰ এখন ৰচনাৰ উল্লেখ কৰিছে। বীৰ চৰিত, শূদ্ৰক চৰিত, শূদ্ৰক কথা প্ৰভৃতি গ্ৰন্থ শূদ্ৰক সম্বন্ধে ৰচিত।

স্কন্দ পুৰাণত শূদ্ৰকক অন্ধ্ৰবংশীয় ৰজা বোলা হৈছে। Pargiterৰ মতে অন্ধ্ৰবংশীয় ৰজাসকলৰ ৰাজত্বকাল খৃঃ পূঃ ২৩৫-২৩০ অব্দ। পুৰাণত অন্ধ্ৰবংশীয় ৰজাসকলৰ নামৰ তালিকা সপ্তবিংশতিতম ৰজা 'স্বাতী' নহলেও 'শিবস্বাতী'। মৃচ্ছকটিকৰ নবম অঙ্কত সেই সময়ৰ প্ৰচলিত যি বিচাৰ-পদ্ধতিৰ চিত্ৰ পোৱা যায়, ষষ্ঠ আৰু সপ্তম খৃষ্টাব্দৰ স্মৃতি-গ্ৰন্থসমূহত তেনেকুৱা বিচাৰ-পদ্ধতি বিধিবদ্ধ হৈছে। ইয়াৰপৰা Jolly শূদ্ৰকক ষষ্ঠ বা সপ্তম খৃষ্টাব্দৰ বুলি অনুমান কৰে। মৃচ্ছকটিকৰ চতুৰ্থ অঙ্কত জ্যোতিষ সম্বন্ধীয় যি তথ্য পোৱা যায় তাৰপৰা Jacobi সিদ্ধান্ত কৰিছে যে ই চতুৰ্থ খৃষ্টাব্দৰ আগতে ৰচিত হব নোৱাৰে। শকাৰ, বিট, গণিকা বসন্তসেনাক যি সামাজিক মৰ্য্যাদা দিয়া হৈছে সেইটো বাৎস্যায়নৰ কামসূত্ৰৰ যুগৰ কথাই মনত পেলাই দিয়ে।

মৃচ্ছকটিক দশটা অঙ্কত ৰচিত নাটক। ইয়াত ব্ৰাহ্মণ চাৰুদত্ত আৰু গণিকা বসন্তসেনাৰ প্ৰণয়কাহিনী পোৱা যায়। বসন্তসেনাই চাৰুদত্তক ভাল পাইছিল। ৰজা পালকৰ খুলশালীয়েক শকাৰ বসন্তসেনাৰ প্ৰণয়প্ৰাৰ্থী ; কিন্তু বসন্তসেনাই তেওঁক ঘৃণা কৰিছিল। শকাৰে এদিন বসন্তসেনাক আঘাত কৰে। ইয়াতে বসন্তসেনা মূৰ্ছিতা হৈ পৰি যায়। শকাৰে প্ৰতিহিংসা চৰিতাৰ্থ কৰিবৰ কাৰণে হত্যাৰ অভিযোগত চাৰুদত্তক অভিযুক্ত কৰে। বিচাৰত চাৰুদত্তৰ

প্রাণদণ্ডৰ আদেশ হয়। ইতিমধ্যে বসন্তসেনাই সংজ্ঞা লাভ কৰি চাৰুদত্তক ৰক্ষা কৰিবৰ কাৰণে বিচাৰ-কক্ষত প্ৰৱেশ কৰে। ইফালে ৰাজ্যত এটা বিদ্ৰোহৰ সৃষ্টি হয়। আৰ্য্যকে উজ্জয়িনী অধিকাৰ কৰি পালকক সিংহাসনচ্যুত কৰে আৰু ৰাজপাট দখল কৰে। এই আৰ্য্যকক এসময়ত চাৰুদত্তই কাৰাগাৰৰপৰা উদ্ধাৰ কৰিছিল। চাৰুদত্তৰ প্ৰতি কৃতজ্ঞতা ৰাখি আৰ্য্যকে চাৰুদত্তক নিজৰ প্ৰধান কৰ্মচাৰীৰ পদত নিযুক্ত কৰে। এই কথা অনস্বীকাৰ্য্য যে শূদ্ৰকে মৃচ্ছকটিকত নাটক ৰচনাৰ গতানুগতিকতাক অতি কম কৰি এটা নতুন ধাৰাৰ প্ৰবৰ্ত্তন কৰে। তেওঁৰ আগতে নাটকীয় চৰিত্ৰত ৰজা বা বিত্তশালী পৰিয়ালৰ কাহিনীয়ে স্থান পাইছিল। সমাজৰ সৰ্বস্তৰৰ কথা কৈ, মধ্যবিত্ত শ্ৰেণীৰ মাজৰপৰা বিভিন্ন ধৰণৰ চৰিত্ৰ নিৰ্বাচন কৰি নাটকীয় চৰিত্ৰত এটা ব্যাপকতাৰ সৃষ্টি কৰি শূদ্ৰকে নিশ্চয় সাহসৰ পৰিচয় দিছিল। ভাস-কালিদাস-ভৱভূতিৰ নাটকত আমি যেনেকৈ নিজক দেখিবলৈ নাপাওঁ, কল্পনা আৰু আদৰ্শৰ ৰঙীন পৰিবেশত সেইসময়ৰ সকলোখিনি ভাল লাগিলেও, সেইবোৰ আমাৰ ঘৰৰ কথা নহয়। শূদ্ৰকে ওপৰ তলাৰপৰা তলৰ তলালৈ নাটকীয় চৰিত্ৰবোৰক নমাই আনিলে। দুষ্মন্ত-শকুন্তলাৰ প্ৰেম বা ৰাম-সীতাৰ প্ৰেমক আমি শ্ৰদ্ধা কৰো, কিন্তু চাৰুদত্ত আৰু বসন্তসেনাৰ প্ৰেমত আমি জীৱনৰ আৰু এটা দিশৰ সন্ধান পাওঁ। সমাজ যে কেৱল ৰজা আৰু ৰাজকুমাৰক লৈ নহয়, কল্পনা আৰু আদৰ্শক বাদ দি জীৱনৰ যি এটা বাস্তব দিশ আছে, বহুমুখিণতা আৰু বৈচিত্ৰ্যই যে মানব-চৰিত্ৰৰ বৈশিষ্ট্য এই পৰম সত্যৰ প্ৰতি শূদ্ৰকেই প্ৰথম দৃষ্টি আকৰ্ষণ কৰিছিল।

১৯২২ খৃষ্টাব্দত চাৰিখন ভাণ (একাঙ্ক নাটিকা) চতুৰ্ভাণী নাম দি প্ৰকাশিত হয়। এই কেইখনৰ নাম—(ক) উভয়াভিসাৰিকা, (খ) পদ্মপ্ৰাভৃতক, (গ) ধূৰ্ত্তবিটসংবাদ আৰু (ঘ) পাদ-তাড়িতক আৰু এইকেইখন যথাক্ৰমে বৰৰুচি, শূদ্ৰক, ঈশ্বৰদত্ত আৰু শ্যামিলকৰ

ৰচিত। তলত দিয়া প্ৰচলিত শ্লোকটোত এই চাৰিখন গ্ৰন্থক কালিদাসৰ পিচৰ ৰচনা বুলি কোৱা হৈছে :

"ৱৰৰুচিৰীশ্বৰদত্তঃ শ্যামিলকঃ শূদ্ৰকশ্চ চত্বাৰঃ।
এতে ভাণান্ ৰভণুঃ কা শক্তিঃ কালিদাসস্য॥"

Bhandarkarৰ মতে ১৮৮-১৯০ খৃঃ ঈশ্বৰদত্তৰ কাল। W. Thomasৰ মতে উভয়াভিসাৰিকা অন্ততঃ কনৌজ অধিপতি হৰ্ষবৰ্দ্ধনৰ সময়ৰ ৰচনা। কোনো কোনোৱে অনুমান কৰে এই ভাণ কেইখন খৃঃ ১০ম শতকৰ শেষভাগত ৰচিত হৈছিল। বিষয়-বৈচিত্ৰ্য, সৰলতা, হাস্যৰস আৰু ব্যঙ্গৰ প্ৰাচুৰ্য্যত ভাণ কেইখনৰ প্ৰত্যেকটো চৰিত্ৰ স্বতন্ত্ৰ আৰু প্ৰাণবন্ত। কোলাহল মুখৰিত ৰাজধানীৰ জনগণৰ সৰ্বস্তৰৰ চৰিত্ৰক সন্নিবেশিত কৰি এটা ব্যাপক সমাজচিত্ৰ এইবোৰত অঙ্কিত হৈছে। পদ্মপ্ৰাভৃতক ৰচয়িতা শূদ্ৰকৰ দ্বাৰা যে মৃচ্ছকটিক ৰচনা কৰা সম্ভৱ ই উভয় গ্ৰন্থৰ সাদৃশ্যৰপৰা প্ৰমাণিত হয়।

প্ৰভাকৰবৰ্দ্ধন আৰু যশোবতীৰ পুত্ৰ হৰ্ষবৰ্দ্ধন শিলাদিত্য ৬০৬-৬৪৭ খৃষ্টাব্দলৈকে থানেশ্বৰ আৰু কনৌজৰ ৰজা আছিল। ৰত্নাৱলী, নাগানন্দ আৰু প্ৰিয়দৰ্শিকা নামক তিনিখন নাটকৰ তেওঁৱেই ৰচয়িতা। হৰ্ষ এই তিনিখনৰ ৰচক হয় নে নহয় এই বিষয়ে এসময়ত মতভেদ আছিল আৰু বিভিন্ন পক্ষৰপৰা বিভিন্ন যুক্তি-তৰ্কৰো অৱতাৰণা কৰা হৈছিল। মম্মটৰ কাব্য প্ৰকাশৰ এটা উক্তিৰপৰা নানাজনে অনুমান কৰিছিল যে বাণ বা ধাৱক নামে কোনো নাট্যকাৰে এই নাটক কেইখন ৰচনা কৰি অৰ্থৰ বিনিময়ত হৰ্ষবৰ্দ্ধনৰ নাম প্ৰচলিত কৰে। পিচৰ কালত বহু প্ৰামাণ্য তথ্য পোৱা গৈছে যিটো নিঃসংশয়ে হৰ্ষবৰ্দ্ধনকেই এই তিনিখন নাটকৰ ৰচক বুলি প্ৰমাণ কৰাৰ যথেষ্ট থল আছে।

ৰজা হৰ্ষবৰ্দ্ধনৰ কবিত্ব শক্তিৰ খ্যাতিও আছিল। বাণে হৰ্ষচৰিতত তেওঁৰ প্ৰশংসা কৰিছিল। I-tsingৰ বিৱৰণৰপৰা জনা যায় যে হৰ্ষবৰ্দ্ধনে বোধিসত্ত্ব জীমূতবাহনৰ কাহিনীক কবিতাত ৰূপ দিছিল।

সোড্‌লে তেওঁৰ উদয়সুন্দৰী কাব্যত হৰ্ষবৰ্দ্ধনক 'কবীন্দ্ৰ' বুলিছিল। দামোদৰগুপ্তই ( খৃঃ ৯ম শতক ) তেওঁৰ কুট্টনিমতত ৰত্নাবলীক হৰ্ষৰদ্বাৰা ৰচিত বুলি কৈছিল। I-tsing ( খৃঃ ৭ম শতক ) নাগানন্দক হৰ্ষৰ ৰচনা বুলিছিল ; যাৰ ৰচনাশক্তি বিভিন্ন ব্যক্তিৰ দ্বাৰা এবাৰ প্ৰশংসিত হৈছে, তেওঁ অৰ্থৰ বিনিময়ত আনৰ লিখিত নাটক নিজৰ নামত চলাইছিল এইটো অনুমান কৰা অযৌক্তিক আৰু অশোভন। তিনিখন নাটকেই যে এজন ব্যক্তিৰ ৰচিত সেই বিষয়ত কোনো সন্দেহ নাই। বিষয়বস্তু, ঘটনা আৰু পৰিবেশ, ভাব আৰু ভাষাৰ সাদৃশ্য, নাট্যকাৰৰ প্ৰশংসাসূচক শ্লোকে ইত্যাদিয়ে প্ৰমাণ কৰিছে যে তিনিখন নাটক এজন নাট্যকাৰৰেই ৰচনা।

ৰজা উদয়নৰ সৈতে ৰাণী বাসবদত্তাৰ পৰিচাৰিকা সাগৰিকাৰ প্ৰণয় কাহিনী অবলম্বনত চাৰিটা অঙ্কত ৰচিত নাটক ৰত্নাবলী। সিংহল-ৰাজকুমাৰী ৰত্নাবলীক জাহাজ ডুবাৰ ফলত উদয়নৰ ৰাজসভালৈ অনা হয় আৰু সাগৰিকা নাম গ্ৰহণ কৰি তাত বাস কৰিবলৈ ধৰে। উদয়ন সাগৰিকাৰ প্ৰতি আসক্ত হয়। বহু বাধা-বিঘ্নৰ মাজেদি শেষলৈকে সাগৰিকাৰ আচল পৰিচয় প্ৰকাশ পায় আৰু উদয়নৰ সৈতে তেওঁৰ মিলন হয়।

প্ৰিয়দৰ্শিকাও চাৰি অঙ্কত ৰচিত নাটক। অঙ্গৰাজ দৃঢ়বৰ্মাই ৰজা উদয়নৰ লগত কন্যা প্ৰিয়দৰ্শিকাক বিয়া দিবলৈ আশা কৰি কন্যাক উদয়নৰ ওচৰলৈ লৈ যোৱাৰ কাৰণে প্ৰস্তুত হ'ল। ইতিমধ্যে কলিঙ্গৰাজে তেওঁক পৰাজিত কৰি বন্দী কৰিলে ; ঘটনা-চক্ৰত উদয়নৰ সেনাপতিৰ সহায়ত প্ৰিয়দৰ্শিকা উদয়নৰ অন্তঃপুৰলৈ আহে আৰু আৰণ্যকা নাম লৈ তাত বাস কৰিবলৈ ধৰে। ফলত উদয়ন আৰু আৰণ্যকাৰ প্ৰণয় জন্মে। ৰাণী বাসবদত্তাই এইটো বুজিব পাৰি আৰণ্যকাক কাৰাগাৰত নিক্ষেপ কৰে। তাৰ পিচত সোনকালে প্ৰকাশ পায় যে আৰণ্যকা বাসবদত্তাৰ মোমায়েকৰ কন্যা—অঙ্গৰাজ-দুহিতা। শেষত উদয়ন আৰু আৰণ্যকাৰ মিলন হয়। ৰত্নাবলী

আৰু প্ৰিয়দৰ্শিকাৰ মাজত ঘটনা-বিন্যাসত নাটকীয় আখ্যান ভাগৰ পৰিণতি সম্পাদনাত চৰিত্ৰ ৰূপায়ণত যথেষ্ট সাদৃশ্য আছে।

নাগানন্দ এখন পঞ্চাঙ্ক নাটক। কথাসৰিৎ-সাগৰৰ দ্বাদশ তৰঙ্গত বিদ্যাধৰৰাজ জীমূতবাহনৰ যি অপূৰ্ব আত্মহত্যাৰ কাহিনী বিবৃত হৈছে, সিয়ে ইয়াৰ বিষয়-বস্তু। বিশ্বপ্ৰেমত উদ্বুদ্ধ জীমূত-বাহনে ৰাজ্য ত্যাগ কৰি অৰণ্যবাসী পিতা-মাতাক সেৱা কৰাৰ কাৰণে বনলৈ গৈছিল। মলয় পৰ্বতত গন্ধৰ্বৰাজ-দুহিতাৰ সৈতে তেওঁৰ প্ৰণয় জন্মে। এদিন তেওঁ শুনিবলৈ পালে যে নাগৰাজে গৰুড়ৰ সৈতে সন্ধি কৰি সন্ধিৰ চৰ্ত্তমতে প্ৰতিদিনে এটি কৰি সাপক গৰুড়ৰ আহাৰৰ কাৰণে বধ্যশিলালৈ পঠাইছিল। জীমূহবাহনে স্থিৰ কৰিলে সেইদিন যিটো সাপ আহিব, তেওঁ তাৰ প্ৰাণ ৰক্ষা কৰিব। সেইটোৱে হ'ল; গৰুড়ে সৰ্পভ্ৰমত জীমূতবাহনক ভক্ষণ কৰিবলৈ ধৰিলে। পিচত নিজৰ ভুল বুজিব পাৰি অনুতপ্ত হ'ল আৰু জীমূতবাহনে অহিংসা সম্বন্ধে গৰুড়ক উপদেশ দিলে। গৌৰী আবিৰ্ভূতা হৈ জীমূতবাহনক নতুন দেহ দান কৰিলে।

ৰত্নাৱলী আৰু প্ৰিয়দৰ্শিকাৰপৰা নাগানন্দ স্বতন্ত্ৰ। সম্পূৰ্ণ নহলেও এই নাটকখনত বৌদ্ধ ৰচনাৰ ছাপ কিছু পৰিমাণে পৰিছে। নান্দীশ্লোকত বুদ্ধৰ উল্লেখ কৰা হৈছে। নাটকখনক দুই ভাগত ভাগ কৰা যায়—প্ৰথম তিনি অঙ্ক আৰু শেষ দুই অঙ্ক। প্ৰমাণিত হয়, প্ৰথম তিনি অঙ্কত যদি নাটকখন শেষ হৈয়ো যায় তথাপি কোনোৰূপ অসঙ্গতি বোধ নহয়। প্ৰথম তিনি অঙ্কৰ জীমূতবাহন আৰু পিচৰ দুই অঙ্কৰ জীমূতবাহনৰ মাজত কোনো যোগাযোগ আছে বুলি অনুমান কৰিবপৰা নাযায়।

হৰ্ষবৰ্দ্ধন শক্তিশালী নাট্যকাৰ। তেওঁৰ তিনিখন নাটকৰ মাজত ৰত্নাৱলীয়েই সকলোতকৈ বেচি প্ৰসিদ্ধি অৰ্জন - . যদিও ৰাজ-অন্তঃপুৰৰ সেই পুৰাতন প্ৰণয় কাহিনীক লৈ ৰত্নাৱলী আৰু প্ৰিয়দৰ্শিকা ৰচিত, তথাপি এই দুখন চিত্তাকৰ্ষক। ৰত্নাৱলী পঢ়াৰ পাচত

প্রিয়দর্শিকা পঢ়িলেও পাঠকে মনত ক্লান্তিবোধ কৰা দেখা নাযায়। কালিদাসৰ নাটকতো ৰাজ-অন্তঃপুৰৰ গোপন প্ৰণয় স্থান পাইছে সত্য কিন্তু ইয়াক মুখ্য নাটকীয় বিষয়ৰ মৰ্য্যাদাত প্ৰতিষ্ঠিত কৰি নাট্যধাৰাৰ এটি স্বাতন্ত্ৰ্যৰ ছাপ হৰ্ষই ৰাখি গৈছে।

মুদ্ৰাৰাক্ষসৰ ৰচক বিশাখাদত্তই নিজৰ বিষয়ে সামান্য কৈ গৈছে। তেওঁ মহাৰাজ পৃথুৰ পুত্ৰ আৰু সামন্ত বটেশ্বৰদত্তৰ নাতিয়েক। বিশাখাদত্তৰ কালনিৰ্ণয়ত তেওঁৰ নাটকৰ ভৰত-বাক্যক কেন্দ্ৰ কৰি বহু আলোচনা হৈছে। ভৰত-বাক্যত ৰজা চন্দ্ৰগুপ্তৰ উল্লেখ আছে। কেবাখনো গ্ৰন্থত অবন্তীবৰ্মা আৰু দন্তীবৰ্মাৰ নামো পোৱা যায়। বহুতৰ মতে উল্লিখিত চন্দ্ৰগুপ্ত হ'ল কালিদাসৰ নামৰ সৈতে জড়িত দ্বিতীয় চন্দ্ৰগুপ্ত ( ৩৭৫-৪১৬ খৃঃ অঃ )। এজন পল্লব ৰজা দন্তীবৰ্মাৰ নাম জনা যায় ( ৭৭৯-৮৩০ খৃঃ অঃ )। দুজন অবন্তীবৰ্মাৰ কথাও জনা যায়। এজন মৌখৰীৰাজ অবন্তীবৰ্মা ( ৭ম শতক ) যাৰ পুত্ৰ গ্ৰহবৰ্মাৰ সৈতে হৰ্ষৰ ভনীয়েক ৰাজ্যশ্ৰীৰ বিবাহ হৈছিল; আৰু আনজন কাশ্মীৰৰাজ অৱন্তীবৰ্মা, যি জন ৯ম শতাব্দীৰ মাজভাগত ৰাজত্ব কৰিছিল। ভৰত-বাক্যৰপৰা জনা যায় যে সেই সময়ত ম্লেচ্ছসকলে ৰাজ্যত উপদ্ৰৱ কৰিছিল। Wilson অনুমান কৰে 'ম্লেচ্ছ' শব্দই পঠ্ৰন ৰজাসকলক বুজাইছে আৰু নাটকত জৈন জীবসিদ্ধিৰ প্ৰতি যে 'ক্ষপণক' শব্দৰ প্ৰয়োগ কৰা হৈছে সেইটোও ভাৰতবৰ্ষৰপৰা বৌদ্ধধৰ্মৰ তিৰোধানৰ পৰবৰ্তীকালৰ প্ৰতি ইঙ্গিত কৰে। ইয়াৰপৰা তেওঁ একাদশ বা দ্বাদশ খৃষ্টাব্দকেই মুদ্ৰাৰাক্ষস নাটকৰ ৰচনাকাল বুলি অনুমান কৰে। Telangৰ মতে অষ্টম শতকত ভাৰতবৰ্ষত যি সকল মুছলমানৰ আক্ৰমণ হৈছিল তেওঁ-লোককেই ম্লেচ্ছসকলৰ উদ্বেগ বোলা হৈছে। 'ক্ষপণক' শব্দই যে বৌদ্ধসকলকেই বুজাইছে তাক তেওঁ অনুমান নকৰে। ভৰত-বাক্যত 'পাৰ্থিবোঽবন্তীবৰ্মা' পাঠ গ্ৰহণ কৰি তেওঁ ঘোষণা কৰিছিল যে সপ্তম শতিকাত মৌখৰীৰাজ অবন্তীবৰ্মাৰ সময়ত নাটখন ৰচিত।

নাটকত বৰ্ণিত ঘটনাৰ স্থান হ'ল কুসুমপুৰ বা পাটলিপুত্ৰ। নাটকত প্ৰদত্ত ভৌগোলিক তথ্যই পাটলিপুত্ৰৰ সমৃদ্ধিৰ যুগকেই সূচিত কৰে। ফা-হিয়ানে তেওঁৰ বিবৰণত পাটলিপুত্ৰক মগধৰ ৰাজধানী বুলিছিল, কিন্তু পিচৰকালত হিউয়েন-চাঙে পাটলিপুত্ৰৰ ধ্বংসাৱশেষকেই দেখিছিল। নাটখনৰ শেষ অঙ্কত বৌদ্ধধৰ্ম আৰু ধৰ্মীয় নীতিৰ সম্বন্ধে যিবিলাক কথা কোৱা হৈছে তাৰপৰা সেইকালত বৌদ্ধধৰ্মই যে চৰম উন্নতি লাভ কৰিছিল তাক বুজা যায়। এই সকলো কালৰপৰা খৃষ্টাব্দ ৫ম শতকক ইয়াৰ ৰচনা কাল বুলি ধৰ পাৰি।

মুদ্ৰাৰাক্ষস সাত অঙ্কৰ নাটক। নন্দবংশৰ বিশ্বাসভাজন মন্ত্ৰী ৰাক্ষস। তেওঁৰ ওপৰত মৌৰ্য্যৰাজ চন্দ্ৰগুপ্তৰ মন্ত্ৰী চাণক্যৰ অসীম বিশ্বাস। চাণক্যই বিচাৰে ৰাক্ষসক চন্দ্ৰগুপ্তৰ ৰাজকাৰ্য্যত লগাবলৈ। তাৰ নিমিত্তে চাণক্যই চেষ্টাৰ ক্ৰুটি কৰা নাই। কূটনীতি, ছল, কৌশল, সাম-দান-ভেদ-দণ্ড প্ৰভৃতি যিমান উপায় চাণক্যৰ জনা আছিল সকলোখিনি তেওঁ প্ৰয়োগ কৰিছিল। ৰাক্ষসো বুদ্ধি আৰু চাতুৰ্য্যত কম নহয়। চাণক্যৰ সকলো প্ৰচেষ্টাক ব্যৰ্থ কৰাৰ কাৰণে তেওঁৱো বিপৰীত চাতুৰী চলাবলৈ ধৰিলে। দুয়োজন ৰাজনৈতিক ধুৰন্ধৰৰ সূক্ষ্মবুদ্ধিৰ দ্বন্দ্বযুদ্ধৰ শেষত চাণক্যই জয়লাভ কৰিলে।

বিশাখাদত্তই নাটক ৰচনাৰ ক্ষেত্ৰত এটি নতুন ধাৰাৰ প্ৰবৰ্তন কৰিছিল। গতানুগতিক প্ৰণয়-কাহিনীক উপেক্ষা কৰি মুদ্ৰাৰাক্ষসে পাঠকক যথেষ্ট পৰিমাণে ৰুচি দিব পাৰিছিল। প্ৰণয়ৰ নাম-গন্ধ ৰাবাধি, স্ত্ৰী-চৰিত্ৰ বৰ্জন কৰি নায়িকাবিহীন নাটকো যে ৰচিত হ'ব পাৰে তাক পাঠকসকলে মুদ্ৰাৰাক্ষসত সৰ্বপ্ৰথম দেখিলে। নিঃসংশয়ে কব পাৰি যে এইটো নাট্যকাৰৰ দুঃসাহস। ৰাজনীতিৰ জটিলতাকে বিষয়বস্তুৰূপে গ্ৰহণ কৰি মুদ্ৰাৰাক্ষস ৰচিত হৈছে; আৰু যি ঘটনাৰ সমাবেশত এই জটিলতাৰ সৃষ্টি কৰা হৈছে

সেইটো পাঠকৰ অন্তৰত সকলোতকৈ বেচি আকৰ্ষণ। এটা চৰিত্ৰক আন এটা চৰিত্ৰৰ প্ৰতিযোগীৰূপে চিত্ৰিত কৰি বিশাখা-দত্তই উভয়ৰেই স্বাতন্ত্ৰ্য ফুটাই তুলিছে আৰু এই বিষয়ত অতি অপ্ৰধান চৰিত্ৰবিলাকো বিশাখাদত্তৰ মনোযোগৰপৰা বঞ্চিত হোৱা নাই। চাণক্যৰ প্ৰতিযোগী ৰাক্ষস, চন্দ্ৰগুপ্তৰ প্ৰতিযোগী মলয়কেতু। আনফালে চাণক্যৰ গুপ্তচৰ ভাগুৰায়ণ আৰু সিদ্ধাৰ্থক, আনহাতে ৰাক্ষসৰ গুপ্তচৰ বিৰাধগুপ্ত আৰু শকটদাস। ভাল-বেয়াৰ মিশ্ৰণত সৃষ্ট চৰিত্ৰবিলাক জীৱন্ত।

শাণ্ডিল্য তেওঁৰ সুভাষিতাবলীত বিশাখাদত্তৰ ৰচিত বুলি দুটি শ্লোক উদ্ধৃত কৰিছে। মুদ্ৰাৰাক্ষসত সেই শ্লোক দুটা পোৱা নাযায়।

শাণ্ডিল্য গোত্ৰীয় ভট্টনাৰায়ণে ছয় অঙ্কত বেণী-সংহাৰ নাটক ৰচনা কৰে। বঙ্গৰ অধিপতি আদিশূৰৰ আমন্ত্ৰণত কনৌজৰপৰা যি কেইজন ব্ৰাহ্মণ বঙ্গদেশলৈ আহিছিল, ভট্টনাৰায়ণ তেওঁলোকৰ ভিতৰৰে এজন বুলি কিংবদন্তী আছে। দণ্ডীয়ে তেওঁৰ অৱন্তী-সুন্দৰী কথাত নাৰায়ণ নামে এজন লেখকৰ তিনিখন ৰচনাৰ কথা উল্লেখ কৰিছে:

"ব্যাপ্তং পদত্ৰয়েনাপি যঃ শক্তো ভুবনত্ৰয়ম্।
তস্য কাব্যত্ৰয়ব্যাপ্তৌ চিত্ৰং নাৰায়ণস্য কিম্॥"

বামনে কাব্যালঙ্কাৰত আৰু আনন্দবৰ্দ্ধনে ধ্বন্যালোকত বেণী-সংহাৰৰ শ্লোক উদ্ধৃত কৰিছে। গতিকে ভট্টনাৰায়ণ নিশ্চয় ৮০০ খৃষ্টাব্দৰ আগৰ নাট্যকাৰ হব। M. Krishnamachariar কয় যে ধৰ্মকীৰ্ত্তি ৰচিত ৰূপাৱতাৰ নামক এখন গ্ৰন্থৰ টীকাত কোৱা হৈছে যে বাণভট্টৰ অনুৰোধত ভট্টনাৰায়ণে এজন বৌদ্ধ ভিক্ষুৰ শিষ্যত্ব গ্ৰহণ কৰে আৰু তেওঁৰ ওচৰত বৌদ্ধ দৰ্শন শিক্ষা কৰি ধৰ্মকীৰ্ত্তিক পৰাজিত কৰে। ৰূপাৱতাৰ ধৰ্মকীৰ্ত্তি আৰু ভট্টনাৰায়ণৰ দ্বাৰা ৰচিত। গতিকে ভট্টনাৰায়ণ সপ্তম শতিকাৰ ব্যক্তি হব।

মহাভাৰতৰ সভাপৰ্বত দুৰ্য্যোধনৰ সভাৰ মাজত দুঃশাসনৰ দ্বাৰা দ্ৰৌপদীৰ কেশাকৰ্ষণ দেখি ভীমে প্ৰতিজ্ঞা কৰিছিল যে দুঃশাসনৰ ৰুধিৰৰ দ্বাৰা হাত ৰাঙলি কৰি তেওঁ দ্ৰৌপদীৰ বেণী বন্ধন কৰি দিব। এই উপাখ্যান লৈ বেণীসংহাৰ ৰচিত আৰু নাটকৰ এই নামাকৰণ উপযুক্ত হৈছে। বীৰৰসাত্মক এই নাটকত ভট্টনাৰায়ণ নাটক ৰচনাৰ ক্ষেত্ৰত এটা নতুন ৰীতিৰ প্ৰবৰ্তন কৰিছিল। নাট্যাংশতকৈ কাব্যাংশৰ উৎকৰ্ষ সাধন কৰাৰ দিশত কবিৰ মনোযোগ অপেক্ষাকৃতভাৱে বেছি আছিল। সামগ্ৰিক ভাৱে বিচাৰ কৰিলে ভট্টনাৰায়ণক প্ৰথম শ্ৰেণীৰ কবি বুলিব নোৱাৰি। নাট্যকাৰ হিচাবে তেওঁক প্ৰথম শ্ৰেণীত ৰাখিলেও ভুল কৰা হব। কেৱল এইটো কব পাৰি যে তেওঁৰ বেণীসংহাৰ দৃশ্য-কাব্যৰ ক্ষেত্ৰত স্বতন্ত্ৰ।

ভৱভূতিয়ে নিজৰ কথা তেওঁৰ ৰচনাত কিছু পৰিমাণে কৈছিল; কিন্তু নিজৰ সময়ৰ কোনো তথ্য আমাক দি যোৱা নাই। তেওঁৰ পূৰ্বপুৰুষসকল কাশ্যপগোত্ৰীয় ব্ৰাহ্মণ আছিল আৰু তেওঁৰ বংশৰ উপাধি আছিল 'উদুম্বৰ'। তেওঁৰ পিতা ভট্টগোপালে বাজপেয় যজ্ঞৰ অনুষ্ঠান কৰিছিল। ভৱভূতি যে এজন বেদজ্ঞ আছিল তাৰ পৰিচয় তেওঁৰ ৰচনাৰ অ'ত ত'ত পোৱা যায়। সাংখ্য আৰু যোগদৰ্শন সম্বন্ধেও তেওঁৰ ব্যুৎপত্তি আছিল।

ভৱভূতি কোনো দিন কোনো ৰজাৰ পৃষ্ঠপোষকতা লাভ কৰিছিল নে নাই কৰা সেই কথা কৈ যোৱা নাই। ৰাজ-দৰবাৰৰ ৰীতি-নীতিৰ সৈতে যে তেওঁৰ পৰিচয় আছিল সেইটো বুজা যায়। তেওঁৰ ৰচনা যে এসময়ত সমালোচকসকলৰ প্ৰতিকূল সমালোচনাৰ সন্মুখীন হৈছিল সেই ইঙ্গিতো ভৱভূতিয়ে দিছিল। তেওঁ কৈছিল যে কাব্য আৰু নাৰী—এই দুয়োটাৰে সাধুতা সম্বন্ধে দুষ্টসকল সদায় সন্দিহান। উত্তৰৰামচৰিতত তেওঁ কৈছে:

"যথা স্ত্ৰীণাং তথা বাচাং সাধুত্বে দুৰ্জনোজনঃ।"

এঠাইত ভৱভূতিয়ে কৈছে যে যিসকলে কাব্যৰ প্ৰতি অৱজ্ঞা প্ৰকাশ কৰে তেওঁলোকৰ কাৰণে তেওঁৰ কাব্য নহয়। নিৰবধি কাল আৰু বিপুলা পৃথিবীত তেওঁৰ সমৰুচিসম্পন্ন কোনো লোক জন্মিব যিসকলে তেওঁৰ ৰচনাত তৃপ্তি পাব। নিজৰ শক্তিৰ ওপৰত যে তেওঁৰ প্ৰগাঢ় আস্থা আছিল সেইটো প্ৰমাণিত হয়। তেওঁ কৈছিল যে বাগ্‌দেবীয়ে যেনেকৈ ব্ৰহ্মাৰ অনুবৰ্তন কৰে তেনেকৈ তেওঁৰো অনুবৰ্তন কৰিছিল।

ৰাজশেখৰে তেওঁৰ বাল-ৰামায়ণত সৰ্বপ্ৰথমে ভৱভূতিৰ উল্লেখ কৰিছিল। বামনৰ কাব্যালঙ্কাৰত সৰ্বপ্ৰথম ভৱভূতিৰ ৰচনাংশ উদ্ধৃত হৈছে। ভৱভূতিৰ ওপৰত কালিদাসৰ প্ৰভাৱ নিঃসংশয়ে পৰিছে। প্ৰেমত কাতৰ মাধৱ যেতিয়া মালতীৰ অনুসন্ধানত ৰত, নতুবা মেঘক দূত নিযুক্ত কৰি মালতীৰ ওচৰলৈ পঠাবলৈ উদ্যত, তেতিয়া তাতে কালিদাসৰ ওপৰত পুৰুৰবাৰ প্ৰভাৱ দেখা যায়। কল্‌হনৰ মতে কনৌজেশ্বৰ যশোবৰ্মন ভৱভূতিৰ পৃষ্ঠপোষক আছিল আৰু ভৱভূতি, বাক্‌পতি উভয়েই তেওঁৰ সভাকবি আছিল। কাশ্মীৰ-ৰাজ ললিতাদিত্যৰ দ্বাৰা ( ৬৯৯-৭৩৫ খৃঃ অঃ ) যশোবৰ্মন পৰাভূত হয়। বাক্‌পতিৰাজে তেওঁৰ গৌড়বহত যশোবৰ্মনৰ প্ৰশংসা কৰিছিল আৰু ভৱভূতিৰ ওচৰত নিজৰ ঋণ স্বীকাৰ কৰিছিল। গৌড়বহৰ ৰচনাকাল ধৰা হয় ৭৩৬ খৃষ্টাব্দ; তেতিয়াও ললিতাদিত্যৰ ওচৰত যশোবৰ্মনৰ পৰাজয় ঘটা নাই। গতিকে ভৱভূতিক ৭ম শতিকাৰ শেষভাগত বা ৮ম শতিকাৰ প্ৰথম ভাগত পেলাব পাৰি।

ভৱভূতিৰ ৰচিত নাটক তিনিখন—(ক) মালতী-মাধৱ, (খ) মহাবীৰ চৰিত, (গ) উত্তৰৰাম চৰিত। মহাবীৰ চৰিত আৰু উত্তৰৰাম চৰিতত যথাক্ৰমে ৰামচন্দ্ৰৰ পূৰ্ব আৰু উত্তৰ জীৱন বৰ্ণিত হৈছে। গতানুগতিক প্ৰণয়কাহিনী হ'ল মালতী-মাধৱৰ বিষয়বস্তু। উজ্জয়িনী-ৰাজৰ মন্ত্ৰীৰ কন্যা মালতী মাধৱনগৰৰ এজন শিক্ষাৰ্থীৰ প্ৰণয়াসক্তা। মাধৱো আন এখন ৰাজ্যৰ মন্ত্ৰীৰ পুত্ৰেক। ৰজাৰ

ইচ্ছা যাতে তেওঁৰ এজন প্ৰিয়পাত্ৰৰ সৈতে মালতীৰ বিবাহ হয়। মাধৱৰ বন্ধু মকৰন্দই কি কৌশলেৰে ৰজাৰ ইচ্ছাৰ পথত বাধাৰ সৃষ্টি কৰিছিল আৰু শেষত বৌদ্ধ ভিক্ষুণীৰ সাহায্যত মালতী আৰু মাধৱৰ মিলন কেনেকৈ হয় তাকেই এই নাটকত বৰ্ণনা কৰা হৈছে। এই নাটকখন দশ অঙ্কত ৰচিত।

মহাবীৰ চৰিত আৰু উত্তৰৰাম চৰিত দুয়োখন সাত অঙ্কৰ নাটক। প্ৰথমখনত ৰামৰ জীৱনৰ আগভাগ, দ্বিতীয়খনত সীতা-বিসৰ্জনৰ পিচৰপৰা আৰম্ভ কৰি লব-কুশৰ জন্ম আৰু শেষত ৰাম-সীতাৰ মিলন দেখুওৱা হৈছে। মহাবীৰ চৰিতৰ ৬ষ্ঠ আৰু ৭ম অঙ্ক বহুদিনলৈকে অনাবিষ্কৃত হৈ আছিল। তাৰ পিচত সুব্ৰহ্মণ্য নামক কোনো এজন লোকে ৰচনা কৰি এই অংশ পূৰ্ণ কৰিছিল। ভৱভূতিৰ ৰচনা পিচত আবিষ্কৃত হয়।

মালতী-মাধৱত মালতী আৰু মাধৱৰ প্ৰণয় কাহিনীৰ সৈতে আৰু এটা প্ৰণয় কাহিনী লগে লগে চলি আছে মকৰন্দ আৰু মদয়ন্তিকাৰ মাজত। অপূৰ্ব কৌশলত ভৱভূতিয়ে এই দুয়োটা কাহিনীক নাটকীয় ৰূপ দিছে। মাধৱ আৰু মালতী যথাক্ৰমে নায়ক আৰু নায়িকা। কিন্তু এই মুখ্য কাহিনীটো অত্যন্ত ম্লান হৈ পৰিছে মকৰন্দ আৰু মদয়ন্তিকাৰ গৌণ কাহিনীৰ কাৰণে। মুখ্য আখ্যানাংশৰ নায়ক-নায়িকা গৌণ আখ্যানাংশৰ প্ৰধান চৰিত্ৰ দুটাৰ দ্বাৰা ৰাহুগ্ৰস্ত। এইটো নাটকৰ এটা ত্ৰুটি বুলি কব পাৰি। অষ্টম অঙ্কত নাটকখন প্ৰকৃততে শেষ হৈ গৈছে। তাৰ পিচত নাটকখন জোৰ কৰি টানি লৈ যোৱা হৈছে বুলি অনুমান কৰা হয়। নাটকখনত সংযম আৰু সঙ্গতিৰ অভাৱেও মাজে মাজে দেখা দিছে। নায়ক-নায়িকা স্বকীয়ভাৱৰ্জিত। ভৱভূতিৰ যি ত্ৰুটি এই নাটকত লক্ষিত হয়, মহাবীৰ চৰিতত ভৱভূতিয়ে সেইটোক অতিক্ৰম কৰিছে। মহাবীৰ চৰিতত তেওঁক অধিক কৌশলী নাট্যকাৰ বুলি কোৱা হৈছে। আকৌ উত্তৰৰাম চৰিতৰ ভৱভূতি নাট্যকাৰ

হিচাবে সম্পূর্ণ। কালিদাসৰ ৰচনাত যেনেকৈ ৰচয়িতাৰ দক্ষতাৰ ইতৰ-বিশেষ লক্ষিত হোৱা নাই বুলি ৰচনাবিলাকৰ পৌৰ্বাপৰ্য নিৰ্ণয় কৰা কঠিন, ভৱভূতিৰ ক্ষেত্ৰত সেইটো নহয়। মালতী-মাধৱ—মহাবীৰ চৰিত—উত্তৰৰাম চৰিত—এই ক্ৰমত ভৱভূতিৰ প্ৰতিভা ক্ৰমবিকাশৰ পথত অগ্ৰসৰ হৈছে।

কালিদাসৰ পিচত নাট্যকাৰ হিচাবে ভৱভূতিৰ নাম আমাৰ মনলৈ আগেয়ে আহে। প্ৰকৃতিৰ ৰুদ্ৰ আৰু কমনীয় ৰূপৰ বৰ্ণনাত ভৱভূতিয়ে সমান দক্ষতা দেখুৱাইছিল। মানুহৰ মনৰ গভীৰতাত প্ৰবেশ কৰি কোমল বৃত্তিবিলাকৰ সূক্ষ্মাতিসূক্ষ্ম ৰূপ আৰু যেথাৰ এনে বৰ্ণনা ক'তো দেখা নাপায়। ভৱভূতিৰ সকলোতকৈ বেচি ত্ৰুটি এই যে পাঠকৰ মনক তেওঁ সহজ-সৰলভাৱে ৰস-বৈচিত্ৰ্যৰ আস্বাদ দিবপৰা নাই। মাজে মাজে সমাসবদ্ধ সুদীৰ্ঘ বাক্যৰ তেওঁ অৱতাৰণা কৰিছে, যাৰ ফলত পাঠকৰ মন আৰু চকুৱে হঠাৎ বাধা পায়। কালিদাসৰ উপমা বস্তুগত—অৰ্থাৎ এটা বস্তুৰ লৈতে আৰু এটা বস্তুৰ তুলনা; ভৱভূতিৰ উপমা বস্তু আৰু ভাবনিষ্ঠ—অৰ্থাৎ এটা বস্তুৰ সৈতে আন এটা ভাবৰ তুলনা। এই ফালেদি Shelly-ৰ ৰচনাৰ সৈতে ভৱভূতিৰ ৰচনাৰ এটা সাদৃশ্য আছে। বিশেষ কৰি উত্তৰৰাম চৰিতত ঘটনা-বৈচিত্ৰ্যৰ অভাৱ বৰ বেচি অনুভূত হয়। প্ৰথম অঙ্কত বৰ্ণিত ঘটনাৰপৰা দ্বিতীয় অঙ্কত বৰ্ণিত ঘটনাৰ মাজত স্থান আৰু কালৰ ব্যৱধান খুব বেচি হোৱাত অসম্ভৱতাৰ বোধ জন্মায়। কৰুণ ৰস চিত্ৰণত ভৱভূতিয়ে কালিদাসক অতিক্ৰম কৰিছে। ভৱভূতিয়ে কালিদাসতকৈ বহুখিনি কৰ পাৰিছিল।

দুৰ্হক আৰু শীলাৱতীৰ পুতেক ৰাজশেখৰ সম্ভৱ মহাৰাষ্ট্ৰৰ অধিবাসী আছিল। তেওঁ নিজে কৈছিল যে তেওঁ ৰজা মহেন্দ্ৰপালৰ গুৰু আছিল আৰু মহেন্দ্ৰপালৰ পুতেক মহীপাল তেওঁৰ পৃষ্ঠপোষক আছিল। মহীপালৰ ৰাজত্বকাল ১০ম শতিকাৰ প্ৰথম ভাগ।

ৰাজশেখৰে ভৱভূতিক বাল্মীকিৰ অৱতাৰ বুলি কৈছিল। বাক্পতিৰাজ, উদ্ভট আৰু আনন্দবৰ্দ্ধনৰ সম্বন্ধেও তেওঁ উল্লেখ কৰিছিল। বাল-ৰামায়ণত ৰাজশেখৰে নিজে কৈছিল যে তেওঁৰ ৰচিত ছয়খন গ্ৰন্থ আছে। তাৰ ভিতৰত চাৰিখন নাটক পোৱা যায়। নাটক কেইখন হ'ল—(ক) বাল-ৰামায়ণ, (খ) বাল-ভাৰত, (গ) বিদ্ধশালভঞ্জিকম্, (ঘ) কৰ্পূৰমঞ্জৰী। ৰাজশেখৰে নিজক বাল্মীকি, মেণ্ঠ আৰু ভৱভূতিৰ অৱতাৰ বুলি কৈছে :

"বভূব বাল্মীকিভবঃ কবিঃ পুৰা ততঃ প্ৰপেদে ভুবিভৰ্তৃমেণ্ঠতাম্।
স্থিত পুনৰ্যো ভৱভূতি ৰেখয়া সে বৰ্ততে সম্প্ৰতি ৰাজশেখৰঃ॥"

প্ৰাকৃত ভাষাত চাৰি অঙ্কত ৰচিত কৰ্পূৰমঞ্জৰীত ৰজা চন্দ্ৰপালৰ লৈতে এগৰাকী ৰাজকুমাৰীৰ প্ৰণয়-কাহিনী, ৰাণীৰ ক্ৰোধ, প্ৰণয়ী আৰু প্ৰণয়িনীৰ গোপন সাক্ষাৎ আৰু শেষত মিলনৰ কাহিনী বৰ্ণিত হৈছে। ৰাজশেখৰৰ পৃষ্ঠপোষক ৰজাৰ মহিষী অৱন্তীৰ চিত্তবিনোদনৰ কাৰণে নাটকখন ৰচিত হৈছিল।

## ত্ৰয়োদশ অধ্যায়

# ঐতিহাসিক কাব্য

কাব্য, নাটক, কথা, আখ্যায়িকা, চম্পূ, গীতিকাব্য, ছন্দ, অলঙ্কাৰ, ব্যাকৰণ, দৰ্শন, তন্ত্ৰ, জ্যোতিষ প্ৰভৃতি বিভিন্ন বিষয়ত সংস্কৃত কবি আৰু লিখকসকলে তেওঁলোকৰ প্ৰতিভা দেখুৱাইছিল; কিন্তু ইতিহাসক ৰচনাৰ বিষয়বস্তুৰূপে কোনো দিনে গ্ৰহণ কৰা নাই। ভাবিবলৈ বিস্ময় লাগে যে যি দেশত ব্যাস-বাল্মীকিৰ নিচিনা মহাকবি, কালিদাস-শূদ্ৰক-ভবভূতিৰ নিচিনা নাট্যকাৰ, বাণ-সুবন্ধু-দণ্ডীৰ নিচিনা গল্পকথক, কপিল-কণাদৰ নিচিনা দাৰ্শনিক আৰু পানিনি-বৰৰুচি-পতঞ্জলিৰ নিচিনা বৈয়াকৰণৰ সৃষ্টি হব পাৰে সেই দেশত এই সুদীৰ্ঘকালৰ মাজত ভাৰতৰ ইতিহাসক ধৰি ৰাখিবৰ কাৰণে প্ৰচেষ্টা কৰা এজনো ব্যক্তিৰ আবিৰ্ভাৱ নহল। কোনো বিশেষ ব্যক্তি, কোনো বিশেষ বস্তু বা কোনো বিশেষ ঘটনাক ডাঙৰ কৰি দেখুৱাবৰ কাৰণে যি প্ৰবৃত্তিৰ আবশ্যক, সংস্কৃত কবিসকলৰ মাজত পোন প্ৰথম সেইটো নাছিল বুলি কব পাৰি। বাণক বাদে সংস্কৃত কবিসকলে তেওঁলোকৰ কালজয়ী ৰচনাত নিজৰ সম্বন্ধে একো কৈ যোৱা নাই, যাৰ ফলত ভাৰতবৰ্ষৰ ইতিহাসতো দূৰৰ কথা, আমি আমাৰ কবিসকলৰ জীৱনী সম্বন্ধেও একো নাজানো।

কিন্তু কিয়? ভাৰতবৰ্ষৰ কি ইতিহাস নাছিল? কোনো যুগত ভাৰতবৰ্ষত কি উল্লেখযোগ্য কোনো ব্যক্তিৰ, কোনো বস্তুৰ বা কোনো ঘটনাৰ জন্ম হোৱা নাই? নহলে সংস্কৃত কবিসকলৰ ইতিহাস ৰচনা কৰিবপৰা শক্তি নাছিল নে? এই প্ৰশ্নবোৰৰ উত্তৰৰ মাজত ঐতিহাসিক কাব্যৰ অভাৱৰ কাৰণ বিচাৰি পোৱা যাব।

ভাৰতবৰ্ষৰ ইহসৰ্বস্ব ভাব নাথাকিলেও কোনো বস্তুকে চিৰস্থায়ী কৰি ৰাখিবৰ চেষ্টা নকৰে। বৈদিক যুগৰপৰা আৰম্ভ কৰি ধৰ্মক্ষেত্ৰ ভাৰতভূমিত পিচৰ যি কেইটা ধৰ্মৰ স্ৰোত ভাৰতবাসীৰ চিন্তা, বুদ্ধি আৰু বোধক আচ্ছন্ন কৰিছিল সেইবোৰ সকলোৰেই মূল বাণী হৈছে 'ইহ'-ক ত্যাগ কৰা, 'পৰ'-ক অৱলম্বন কৰা, 'পৰ'-ক কাৰণে প্ৰস্তুত হোৱা। 'ব্ৰহ্ম সত্য জগৎ মিথ্যা,' 'তেন ত্যক্তেন ভুঞ্জীথাঃ', 'ত্যাগাচ্ছান্তিৰ্নিৰন্তৰম্', 'কৌপীনৱন্তঃ খলু ভাগ্যবন্তঃ' প্ৰভৃতি এই শ্ৰেণীৰ কথাই ভাৰতৰ ধৰ্ম আৰু ধৰ্মপ্ৰচাৰকসকলে প্ৰচাৰ কৰিছিল। ভাৰতৰ ধৰ্মৰ সৈতে ভাৰতৰ দৰ্শন শাস্ত্ৰ ওতঃপ্ৰোতভাবে জড়িত। ভাৰতৰ ঋষিসকলে চিন্তাত যি তত্ত্ব দেখিছিল, ধৰ্মপ্ৰচাৰকসকলে তাক প্ৰচাৰ কৰি জীৱনত সেইভাবে আচৰণ কৰিছিল। ধৰ্ম আৰু দৰ্শনৰ প্ৰভাবত আচ্ছন্ন ভাৰতবাসীৰ জ্ঞান, বুদ্ধি, মন, চিন্তা, কৰ্ম, সকলোবিলাকে ইহকাল আৰু ইহজগতক অৱজ্ঞা কৰিবলৈ শিকাইছে, দেশ-কাল-পাত্ৰৰ সঙ্কীৰ্ণতাক তুচ্ছ কৰি ভূমাৰ মহানন্দ-লাভৰ কাৰণে প্ৰস্তুত হৈছে।

ৰাজনৈতিক কাৰণ বা ৰাষ্ট্ৰনৈতিক পৰিস্থিতিও ইতিহাস ৰচনাৰ অনুকূল নাছিল। খৃষ্টজন্মৰ আগতে প্ৰথম কেইশমান বছৰৰ মাজত ভাৰতবাসীৰ জাতীয়তাবোধ একৰকম নাছিল বুলিলেই হয়। আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ সময়ত একমাত্ৰ পুৰুৰ বাদে আন কোনেও বাধা দিয়া নাই। খৃষ্টাব্দ একাদশ শতিকালৈকে ভাৰতবৰ্ষত যুদ্ধ-বিগ্ৰহ হৈছে; কিন্তু এইবোৰ এনেকুৱা অন্তৰ্যুদ্ধ,—এটা ৰাজবংশৰ সৈতে আৰু আন এটা ৰাজবংশৰ, ভাৰতৰ এক অংশৰ সৈতে অন্য এক অংশৰ। এই সকলো যুদ্ধ-বিগ্ৰহক ভাৰত-বাসীয়ে জাতীয় সৰ্বনাশ বুলি গ্ৰহণ কৰা নাই। দেশ আৰু জাতিৰ ইতিহাস ৰচনা কৰাৰ প্ৰেৰণা আহে জাতীয়তা-বোধৰপৰা। জাতীয় সৰ্বনাশৰ সমুপস্থিতিতেই হয় জাতীয়তাবোধৰ উন্মেষ। তাতে হয় ইয়াৰ অগ্নি-পৰীক্ষা। বিশাল পাৰস্য বাহিনীৰ

আক্ৰমণত ক্ষুদ্ৰ ক্ষুদ্ৰ গ্ৰীক ৰাষ্ট্ৰসমূহে তেওঁলোকৰ সকলো দলাদলি ভুলি গৈ যে ঐক্যবদ্ধ হব পাৰিছিল, তাৰ মূলতেই আছিল গ্ৰীক জাতিৰ এই জাতীয়তাবোধ। সেই জাতীয়তাবোধৰ উন্মেষ হৈছিল পাৰস্য বাহিনীৰ আক্ৰমণত, আৰু তাৰ দ্বাৰা গ্ৰীক জাতি উদ্বুদ্ধ হৈছিল বুলিয়েই পাৰস্য বাহিনীক পৰাজিত কৰিব পাৰিছিল। জাতিৰ সৰ্বনাশৰ উপস্থিতিতে ভাৰতবাসীৰ জাতীয়তাবোধৰ উন্মেষ হোৱা নাই, আলেকজেণ্ডাৰৰ বিৰুদ্ধে একমাত্ৰ পুৰুৰ বাধাদানেই ইয়াক প্ৰমাণ কৰে। ভাৰতবাসীৰ এই জাতীয়তাবোধৰ অভাৱৰ সুযোগ লৈ মুছলমান আক্ৰমণকাৰীসকলেও ভাৰতবৰ্ষত সাম্ৰাজ্য বিস্তাৰ কৰাত সফলতা লাভ কৰিছিল—আকবৰ-প্ৰতাপসিংহ, ঘোৰী-পৃথ্বীৰাজৰ কাহিনীয়েই তাৰ প্ৰমাণ। জাতিৰ কাৰণে কোনো বোধ নাছিল বুলিয়েই ভাৰতবৰ্ষত প্ৰথমতে ইতিহাস ৰচিত হোৱা নাছিল।

কেৱল কিছুমান ঘটনাৰ বিৱৰণ আৰু সেইবোৰৰ চন-তাৰিখৰ সংৰক্ষণেই ইতিহাস নহয়; ঘটনাবিলাকৰ কাৰ্য্য-কাৰণ সম্পৰ্ক নিৰ্ণয় কৰাও বুৰঞ্জীবিদৰ কাম। সমাজ, ৰাষ্ট্ৰনীতি আৰু অৰ্থনীতিৰ পটভূমিকাত এটি ঘটনা আৰু এটি ঘটনাৰ লৈতে কিদৰে আৰু কিমানখিনি সংশ্লিষ্ট তাকো বুৰঞ্জীবিদসকলে দেখুৱাই থাকে। ভাৰতবাসীয়ে ব্ৰহ্মকে বিশ্বৰ কাৰণ বুলি ধৰিছে; জন্মান্তৰবাদ আৰু কৰ্মফলবাদক স্বীকাৰ কৰি যিখিনি ঘটিছে তাৰ মূলত এটা দৈৱী আৰু অতিপ্ৰাকৃত শক্তিক কৰ্ত্তাৰ আসনত বহুৱাইছে। ভাৰতবাসীয়ে বুজিছে, মহা প্ৰলয়, প্ৰলয়, খণ্ডপ্ৰলয়ৰ চক্ৰবৎ আৱৰ্তনৰ মাজেদি চলি আছে সমগ্ৰ সৃষ্টি-প্ৰবাহ; যিবোৰ ঘটিছে তাৰ কাৰণ মনুষ্যবুদ্ধিৰ অগম্য, যে ঘটি আছে সেয়েই ঘটিছিল আৰু সেইদৰেই ভৱিষ্যতে ঘটি থাকিব। ব্যক্তি-ধৰ্মৰ উপৰিও ভাৰত-বাসীয়ে বিশ্বধৰ্মৰ স্থান দিছে। সৃষ্টিয়ে সেই ধৰ্ম পালন কৰিবই; কেতিয়া কৰিব, কেনেকৈ কৰিব, কোন পথত কৰিব এই সকলোবোৰ ভাৰতবাসীয়ে ধৰি লৈছিল বাক্য-মন বুদ্ধিৰ অগম্য

এক ৰহস্যৰূপে। ব্যষ্টি-সত্তাই ভাৰতবাসীৰ ওচৰত শেষ কথা নহয়; তথাপি ব্যক্তি বা বস্তুৰ সম্বন্ধে কোনো তথ্যক ধৰি ৰাখিবৰো আগ্ৰহ তেওঁলোকৰ নাছিল। বেদ, উপনিষদ, পুৰাণৰ ঋষিসকলৰ ইতিবৃত্ত আজিও আমাৰ ওচৰত অজ্ঞাত।

সংহিতাৰ যুগৰপৰা আৰম্ভ কৰি সূত্ৰ-সাহিত্যৰ যুগলৈকে যে সাহিত্য ধাৰা প্ৰবাহিত হৈছে, সি মূলত ব্ৰাহ্মণ্য সাহিত্য। ব্ৰাহ্মণসকল তাৰ ৰচক, ব্ৰাহ্মণ্য ধৰ্মই তাৰ উপজীব্য। যি ভাৰত-ভূমিত বৈদিক আৰ্য্যসকলে তেওঁলোকৰ প্ৰথম কাব্য ৰচনা কৰিছিল, সেই ভাৰতভূমিৰ প্ৰাকৃতিক অৱস্থাক তেওঁলোকৰ অনুকূলত কাৰ্য্যকৰী কৰি নিজৰ অস্তিত্ব জীয়াই ৰখাৰ চিন্তাই প্ৰধানভাবে তেওঁলোকৰ চিত্তক অধিকাৰ কৰিছিল। তেওঁলোকে প্ৰাকৃতিক শক্তিৰ স্তৱ কৰিছিল, আৰু ইয়াৰ ওচৰত প্ৰাৰ্থনা জনাইছিল, যজ্ঞৰ দ্বাৰা প্ৰতিকূল শক্তিক অনুকূল কৰিবলৈ চেষ্টা কৰিছিল; আকৌ অনুকূল শক্তিক আৰু অনুকূল কৰিবলৈ চেষ্টা চলাইছিল। যজ্ঞৰ সুসমঞ্জস সম্পূৰ্তিৰ কাৰণে বিধিনিষেধ লিপিবদ্ধ কৰিছিল। জীয়াই থকাই আছিল তেতিয়া তেওঁলোকৰ ওচৰত সকলোতকৈ ডাঙৰ কথা। সেই কালৰ সাহিত্যত ঐতিহাসিক তথ্য যে নাই এনে নহয়; তথাপি সাহিত্যৰ কলেবৰৰ বিপুলতাৰ তুলনাত সেই তথ্য নিতান্ত গৌণ আৰু তুচ্ছ, দুই এটা ক্ষেত্ৰত মাত্ৰ প্ৰসঙ্গক্ৰমেই আহি পৰিছে। ব্ৰাহ্মণ্য সাহিত্যত কোনো উপাখ্যান কৈ তাৰ শেষত কোৱা হৈছে 'ইতি হ আস' অৰ্থাৎ 'এনেকুৱাই আছিল' কিন্তু তাত ইতিহাস কোৱাটো ঋষিৰ মুখ্য উদ্দেশ্য নহয়।

তথাপি এই কথা একেবাৰে সত্য নহয় যে সংস্কৃত সাহিত্যত জাতিৰ ইতিহাস ৰক্ষা কৰিবৰ কোনো চেষ্টা কৰা হোৱা নাই। সংস্কৃত কবিসকলৰ ইতিহাস ৰচনাৰ অক্ষমতাই একমাত্ৰ কাৰণ নহয়। নিৰ্ভুল ঐতিহাসিক তথ্যৰ অভাৱো ইতিহাস ৰচনাৰ পথত প্ৰবল অন্তৰায় আছিল।

ব্ৰাহ্মণ্য ধৰ্মৰ সীমা অতিক্ৰম কৰি ভাৰতবাসীৰ প্ৰতিভা ব্যাপকতৰ ক্ষেত্ৰত নিযুক্ত হৈছিল প্ৰথম পুৰাণ সাহিত্যত। পুৰাণ সাহিত্যতেই প্ৰথম দেখা যায় জাতিৰ সৰ্বস্তৰৰ কথা, প্ৰথম দেখা যায় ধৰ্মক বাদে অন্যান্য দিশত জাতীয় প্ৰতিভাৰ স্ফুৰণ। পুৰাণত যি পঞ্চলক্ষণ বিদিত হৈছে, তাৰ মাজত ৰাজবংশৰ বিভিন্ন ৰজাৰ নামৰ তালিকা পূৰ্বাপৰ সংৰক্ষণ কৰাও এটা। ব্ৰাহ্মণ্য প্ৰতিভা ইয়াত প্ৰথম নিযুক্ত হ'ল জাতিৰ ইতিহাস সংৰক্ষণ কৰিবৰ ক্ষেত্ৰত। তথাপিও এইবিলাক নিৰ্ভৰযোগ্য নহয়, কাৰণ একে ৰাজবংশৰ তালিকা বিভিন্ন পুৰাণত বিভিন্ন ৰূপত পোৱা যায়। শেষৰ ফালে ৰচিত পুৰাণবিলাক পঞ্চলক্ষণৰ সীমা অতিক্ৰম কৰি আৰু ব্যাপক ক্ষেত্ৰত আত্মপ্ৰসাৰ কৰিছে; আৰু ভাৰতবাসীৰ ইতিহাসৰ বিভিন্ন দিশৰ চিত্ৰ উপস্থাপিত হৈছে। ভাৰতবৰ্ষৰ ইতিহাস ৰচনাত পুৰাণবিলাক এই ফালৰপৰা অমূল্য সম্পদ।

ৰামায়ণ আৰু মহাভাৰত মূলত ক্ষত্ৰিয় জাতিৰ ইতিহাস। অতিশয়োক্তি আৰু অসঙ্গতিক বিচক্ষণাৰ সৈতে বাদ দি যদি নিৰপেক্ষ বিচাৰকৰ দৃষ্টিত ইয়াৰ আলোচনা কৰা যায় তেনেহলে সেই সময়ৰ ভাৰতৰ ভৌগোলিক তথ্য আৰু ৰাজ্য, ৰাজবংশৰ নানা কথা জানিব পৰা যায়।

ইতিহাস সংৰক্ষণৰ কাৰ্য্যত বৌদ্ধসকল বোধহয় হিন্দুসকলতকৈ বেচি মনোযোগী আছিল। ৫ম শতকত মহানামন্ দ্বাৰা ৰচিত মহাবংশ বিশেষ উল্লেখযোগ্য। তথাপি কব লাগিব, নিৰপেক্ষ ঐতিহাসিকসকলৰ দৃষ্টিত এই গ্ৰন্থ ৰচিত হোৱা নাই। জৈন-সকলৰ পট্টাবলীও নিৰপেক্ষ ইতিহাস নহয়। মহাবংশ, পট্টাবলী বা অৱদান সাহিত্যৰ ৰচকসকলে তথ্যতকৈয়ো ধৰ্ম প্ৰচাৰৰ ফালে অধিক দৃষ্টি ৰাখিছিল। য'ত ঐতিহাসিক তথ্য আছে, তাতে সেইৰোৰ ধৰ্মৰ ৰঙত ৰঞ্জিত হৈ পৰিছে। তথ্য কিমানখিনি সত্য আৰু কিমানখিনি ধৰ্মানুৰাগীৰ অতিশয়োক্তি সেইটো নিৰ্ণয় কৰা সহজ নহয়।

ঐতিহাসিক তথ্য সংগ্ৰহৰ ক্ষেত্ৰত পৰৱৰ্তী কালৰ লিপি-সাহিত্যবিলাকে সকলোতকৈ সহায় কৰিছে। ৰজাসকলৰ দানপত্ৰ, প্ৰশস্তিপত্ৰ বা ধৰ্মৰ বাণী বুকুত বান্ধি যিবিলাক ক্ষোদিত লিপি পিচৰ কালত আবিষ্কৃত হৈছে সেইবিলাক ভাৰতবৰ্ষৰ অজ্ঞাতকালৰ ওপৰত যথেষ্ট আলোকসম্পাত কৰিছে।

কাব্য-সাহিত্যৰ যুগত বাণভট্টৰ হৰ্ষচৰিতখন ঐতিহাসিক পট-ভূমিকাত ৰচিত। গ্ৰন্থৰ নামাকৰণৰপৰা অনুমান হয় যে বাণে তেওঁৰ পৃষ্ঠপোষক মহাৰাজ হৰ্ষবৰ্দ্ধনৰ জীৱনী ৰচনা কৰিবলৈ চেষ্টা চলাইছিল। কিন্তু এই কথা পাহৰিলে নচলিব যে বাণে ইয়াক গ্ৰন্থকাব্য হিচাবেই ৰচনা কৰিছিল; ইতিহাস ৰচনা কৰা তেওঁৰ উদ্দেশ্য নাছিল।

বাক্‌পতি-ৰাজৰ দ্বাৰা মহাৰাষ্ট্ৰী প্ৰাকৃতত ৰচিত গৌড়বহ এই প্ৰসঙ্গত উল্লেখযোগ্য। কবিৰ পৃষ্ঠপোষক কনৌজেশ্বৰ যশোবৰ্মনৰ দ্বাৰা গৌড়েশ্বৰৰ পৰাজয়েই কাব্যৰ বিষয়বস্তু। পিচত এই যশোবৰ্মন কাশ্মীৰৰাজ ললিতাদিত্যৰ দ্বাৰা সিংহাসনচ্যুত আৰু নিহত হয়। মুঠ ১২০৯টা শ্লোকত ৰচিত এই কাব্যত কবিয়ে নিজৰ কথা কিছু লিপিবদ্ধ কৰিছিল। আচৰিত হোৱা যায় যে গোটেই কাব্যখনত ক'তো গৌড়েশ্বৰৰ নামৰ উল্লেখ নাই। খৃষ্টাব্দ ৮ম শতিকাৰ প্ৰথম ভাগত ই ৰচিত হয়।

পদ্মগুপ্ত ৰচিত নৱসাহসাঙ্ক চৰিত ইতিহাসৰ পটভূমিকাত ৰচিত আৰু এখন কাব্য। পদ্মগুপ্তৰ পিতৃ মৃগাঙ্কগুপ্ত। পৰমাৰ ৰাজ-বংশীয় নৰপতি মুঞ্জৰ সভাকবি আছিল তেওঁ, আৰু এই মুঞ্জৰ আন এটা নাম আছিল নৱসাহসাঙ্ক। ১৮টি সৰ্গত লিখিত এই কাব্যত (১০০৫ খৃষ্টাব্দ) নাগ ৰাজকুমাৰী শশীপ্ৰভাৰ সৈতে সিন্ধুৰাজৰ বিবাহৰ বৰ্ণনা কৰা হৈছে। মৃগয়াৰ কাৰণে যোৱা ৰজাই গলদেশত স্বৰ্ণশৃঙ্খলযুক্ত এটি মৃগক বাণবিদ্ধ কৰে। ইয়াতে মৃগ পলাই যায়। শশীপ্ৰভাবেই প্ৰিয় মৃগ শশীপ্ৰভাৰ ওচৰত উপস্থিত হয়। মৃগৰ

গাত্ৰবিদ্ধ বাণৰপৰা শশীপ্ৰভাই ৰজাৰ নাম জানিব পাৰিলে। ইফালে মৃগৰ সন্ধানত ঘূৰি ঘূৰি ৰজাও আহি উপস্থিত হ'ল এটা সৰোবৰৰ তীৰত। তাতে ৰজাই দেখা পালে এটা ময়ূৰ, তাৰ চক্ষুত ওলমি আছে এডাল মুক্তাহাৰ। মুক্তাত ক্ষোদিত নামৰপৰা ৰজাই জানিব পাৰিলে শশীপ্ৰভাৰ কথা। শশীপ্ৰভাৰ দ্বাৰা মুক্তাহাৰৰ অন্বেষণত প্ৰেৰিতা পৰিচাৰিকাৰ সৈতে ৰজাৰ সাক্ষাত হ'ল। বজ্ৰাঙ্কুশে শশীপ্ৰভাক আক্ৰমণ কৰিলে আৰু ৰজাই বজ্ৰাঙ্কুশক নিহত কৰি শশীপ্ৰভাৰ পাণিগ্ৰহণ কৰিলে।

অষ্টাদশ সৰ্গত বিল্হনৰ ( ১১শ খৃঃ প্ৰথম ভাগত ) বিক্ৰমাঙ্কদেৱ চৰিত ঐতিহাসিক ঘটনাক অৱলম্বন কৰি ৰচিত। কবিৰ নামৰ পৰা অনুমান হয় তেওঁ কাশ্মীৰী। ৰাজবংশৰ যুদ্ধ আৰু বিবাহ লৈ ৰচিত এই কাব্যত বিল্হনে কল্যাণৰাজ বিক্ৰমাদিত্য ত্ৰিভুবন-মল্লৰ যশোগান গাইছিল। কাব্যৰ প্ৰথম ফালে চালুক্য ৰাজবংশৰ সম্বন্ধে বহু জ্ঞাতব্য বিষয় আছে। সিংহাসনত আৰোহন কৰাৰ আগতে বিক্ৰমাদিত্যৰ দিগ্বিজয়ৰ কাহিনী, বিক্ৰমাদিত্যৰ দ্বাৰা জ্যেষ্ঠ ভ্ৰাতা দ্বিতীয় সোমেশ্বৰৰ সিংহাসনচ্যুতি, চোলসকলৰ সৈতে বিক্ৰমাদিত্যৰ যুদ্ধ প্ৰভৃতি ইতিহাসৰ বহু সংবাদ এই কাব্যত পোৱা যায়। বিল্হনে কবিৰূপেই অধিক শক্তিৰ পৰিচয় দিছিল। পঞ্চম অঙ্কত বৰ্ণিত আহৱমল্লৰ মৃত্যুদৃশ্য কাব্যাংশত অতি উৎকৃষ্ট।

ঐতিহাসিক কাব্য হিচাবে কল্হনৰ ৰাজতৰঙ্গিনী সকলোতকৈ উল্লেখযোগ্য। সংস্কৃত সাহিত্যত কোনো কবিক যদি ঐতিহাসিকৰ মৰ্য্যাদা দিব লাগে তেনেহলে সেইজন কল্হন। আগতে আলোচিত গ্ৰন্থবিলাক ইতিহাসৰ পটভূমিকাত ৰচিত হৈছিল মাত্ৰ, ৰচকসকলৰ ইতিহাস ৰচনা কৰাৰ কোনো উদ্দেশ্য নাছিল আৰু ইতিহাস লিখিবলৈ হলে যি বিশ্লেষণক্ষমতা, নিৰপেক্ষতা আৰু নিৰ্ভুল তথ্যৰ প্ৰয়োজন হয় সেইবিলাকো তেওঁলোকৰ নাছিল। কিন্তু কল্হনে ইতিহাস ৰচনা কৰাৰ সুনিৰ্দিষ্ট পৰিকল্পনা লৈ ৰাজতৰঙ্গিনী ৰচনা

কৰিছিল। আগতে আলোচনা কৰা গ্ৰন্থবিলাক ইতিহাসৰ ঘটনাক অবলম্বন কৰি ৰচিত হলেও যি সকলে ৰচনা কৰিছিল তেওঁলোকে নিজৰ পৃষ্ঠপোষক ৰজাৰ কাহিনী আৰু কীৰ্তিক বিষয়বস্তুৰূপে গ্ৰহণ কৰিছিল। বেছিভাগ ক্ষেত্ৰত আকৌ তেওঁলোকে যি ৰজাৰ কাহিনী অবলম্বন কৰিছিল তেওঁলোকৰে সভাকবি আছিল। পৃষ্ঠপোষক যদি ৰজা হয় আৰু তেওঁৰ ওপৰত নিৰ্ভৰ কৰি যদি তেওঁ জীবিকা অৰ্জন কৰে তেনেহলে ৰজাৰ সভাকবিৰ দ্বাৰা উৎকৃষ্ট কাব্য ৰচিত হব নোৱাৰে। ঐতিহাসিকৰ পক্ষে প্ৰয়োজন ইতিহাস ৰচনা কৰাৰ সুনিৰ্দিষ্ট পৰিকল্পনা, ঐতিহাসিকৰ গুৰু-দায়িত্ব আৰু কৰ্তব্য সম্বন্ধে সচেতনতা আৰু সকলোতকৈ নিৰপেক্ষতা থাকিব লাগে। অতি স্বাভাৱিক ভাৱেই সভাকবিসকলৰ নিৰপেক্ষতা নাছিল। ফলত, তেওঁলোকৰ ৰচনা ইতিহাস নহৈ ৰাজপ্ৰশস্তি হৈছে বুলি কব পাৰি।

ৰাজতৰঙ্গিনীৰ ক্ষেত্ৰত এটা বিশেষ অৱস্থাৰ সৃষ্টি হৈছিল। কল্‌হন কাশ্মীৰৰাজ হৰ্ষৰ ( ১০৮৯—১১০১ খৃষ্টাব্দ ) মন্ত্ৰী আছিল। কল্‌হনৰ পৃষ্ঠপোষক আছিল অলকদত্ত আৰু অলকদত্তৰ উৎসাহতেই তেওঁ কাশ্মীৰৰ ইতিহাস প্ৰণয়নত উদ্বুদ্ধ হয়। জয়সিংহ ( ১১২৭-১১৫৯ খৃষ্টাব্দ ) কাশ্মীৰৰ সিংহাসনত আৰোহণ কৰিছিল। কল্‌হন তেওঁৰো সভাকবি আছিল। ১১৪৯ খৃষ্টাব্দত কল্‌হনে ৰাজতৰঙ্গিনী ৰচনা কৰিবলৈ আৰম্ভ কৰে; আৰু অলপ দিনৰ ভিতৰতে ই সম্পূৰ্ণ হৈ উঠে।

নিৰপেক্ষ বিচাৰ-বুদ্ধি, তথ্যবিন্যাস, দেশ আৰু জাতিৰ সম্বন্ধে জ্ঞাতব্য তথ্যসমূহৰ সৈতে নিবিড় পৰিচয়েই ঐতিহাসিকক প্ৰকৃত ইতিহাস ৰচনাত সহায় কৰে। এই সকলোবিলাক গুণৰ অধিকাৰী আছিল কল্‌হন। কাশ্মীৰ সম্বন্ধে যিমানখিনি জানিবৰ সম্ভাৱনা থাকে সেই সকলোখিনি কল্‌হনে জানিছিল। কল্‌হনে তেওঁৰ পূৰ্ববৰ্তীসকলৰ ৰচনাৰ সম্পূৰ্ণ সদ্‌-ব্যৱহাৰ কৰিছিল। পূৰ্ববৰ্তী-

সকলৰ ১১খন গ্ৰন্থক কলহ্ণনে কাৰ্য্যত খটুৱাইছিল; আৰু নীলমত-পুৰাণ, ক্ষেমেন্দ্ৰ ৰচিত নৃপাৱলী, পদ্মমিহিৰ আৰু ছবিল্লাকৰৰ ৰচনা-সমূহ, ক্ষোদিত লিপি আৰু প্ৰশস্তি, কুলপঞ্জী, লোকমুখত প্ৰচলিত কাহিনী আদি সকলোবিলাক তন্নতন্নকৈ আলোচনা কৰি কলহ্ণনে এই ৰাজতৰঙ্গিনী ঐতিহাসিক কাব্য ৰচনা কৰিছিল। ৰাজবংশীয় ৰজাসকলৰ পূৰ্বপুৰুষ আৰু সময়ৰ কিছু অসঙ্গতি ৰাজতৰঙ্গিনীত পোৱা যায়; তথাপি চৰিত্ৰ অঙ্কনত আৰু সেই সময় কাশ্মীৰৰ সকলো পৰ্য্যায়ৰ জনগণৰ নিখুঁত চিত্ৰাঙ্কনত কলহ্ণনে অপূৰ্ব শক্তি-মত্তাৰ পৰিচয় দিছিল। শান্তৰস-প্ৰধান এই ৰচনা একেধাৰে ইতিহাস আৰু মহাকাব্যৰ দ্বৈত মৰ্য্যাদাৰ অধিকাৰী হোৱাৰ যোগ্য।

ঐতিহাসিক কাব্য হিচাবে জৈন আচাৰ্য্য হেমচন্দ্ৰৰ কুমাৰপাল চৰিত বিশেষ উল্লেখযোগ্য। ১০৮৮ খৃষ্টাব্দত এটি ব্ৰাহ্মণ পৰিয়ালত হেমচন্দ্ৰই জন্মগ্ৰহণ কৰে। হেমচন্দ্ৰৰ বাল্যকালত পিতৃ নিৰুদ্দেশ হয়। তেতিয়া মাতৃদেবীয়ে তেওঁক কোনো এজন জৈন ভিক্ষুৰ ওচৰত সমৰ্পণ কৰে; আৰু সেই সময়ৰপৰাই হেমচন্দ্ৰ জৈন ধৰ্মত দীক্ষিত হয়। সংস্কৃত আৰু প্ৰাকৃত সাহিত্যৰ সকলো বিষয়তে তেওঁৰ অৱদান অসামান্য। তেওঁ এটা নতুন বৈয়াকৰণ সম্প্ৰদায়ৰ প্ৰবৰ্তন কৰে। হেমচন্দ্ৰৰ প্ৰাকৃত ভাষাৰ ব্যাকৰণ জনসমাজত সুপ্ৰসিদ্ধ। সাধক হিচাবেও তেওঁ অসাধাৰণ শক্তি অৰ্জন কৰিছিল আৰু 'সৰ্বজ্ঞ' বুলি সকলোৰে মাজত পৰিচিত হৈছিল। গুজৰাটৰ অন্তৰ্গত আনহিলৱিদৰ ৰজা জয়সিংহ সিদ্ধৰাজ (১১২৪—১১৪৩ খৃষ্টাব্দ) আৰু তেওঁৰ উত্তৰাধিকাৰী ৰজা কুমাৰপালৰ প্ৰধান মন্ত্ৰীৰ পদত হেমচন্দ্ৰ বহুদিন অধিষ্ঠিত আছিল। তেওঁৰ সময়ত ৰাজ্যত জৈন ধৰ্মই প্ৰভূত বিস্তৃতি লাভ কৰিছিল বুলি জনা যায়।

২৮টা সৰ্গত ৰচিত কুমাৰপাল চৰিতত ৰজা কুমাৰপালৰ জীৱনী বৰ্ণিত হৈছে। প্ৰথম ২০টা সৰ্গ সংস্কৃতত আৰু শেষৰ ৮টা সৰ্গ প্ৰাকৃত ভাষাত ৰচিত। দুটা ভাষাক আশ্ৰয় কৰি ৰচিত

হোৱাৰ কাৰণে কুমাৰপাল চৰিতক 'দ্ব্যাশ্ৰয় কাব্য' বুলি কোৱা হয়। প্ৰাকৃত অংশত ষড়্‌বিধ প্ৰাকৃত ভাষাৰ ব্যৱহাৰ কৰা হৈছে আৰু প্ৰাকৃত-ব্যাকৰণৰ সূত্ৰসমূহ বুজাবৰ কাৰণে হেমচন্দ্ৰই এই অংশ ৰচনা কৰিছিল।

সোমেশ্বৰদত্তৰ কীৰ্ত্তিকৌমুদী (১১৭৯—১২৬২ খৃষ্টাব্দ), অৰিসিংহৰ সুকৃত সংকীৰ্ত্তন, সন্ধ্যাকৰনন্দীৰ ৰামপাল চৰিত, শম্ভুৰ ৰাজেন্দ্ৰকৰ্ণপুৰ প্ৰভৃতি বহু ৰচনাই এই শ্ৰেণীৰ কাব্য কলেৱৰৰ পুষ্টিসাধন কৰিছে।

## চতুৰ্দশ অধ্যায়

# অলঙ্কাৰ

**সূত্ৰপাত :** ৰচনাৰ উৎকৰ্ষ সাধন আৰু বাচ্যাৰ্থক বিশেষ ভঙ্গীত প্ৰকাশ কৰাৰ ধাৰাৰ পৰিচয় বৈদিক যুগতেই কিছু দেখা গৈছিল। ঋগ্‌বেদৰ যিবোৰ সূক্তত প্ৰকৃতি বৰ্ণনা দেখা যায় সেই সকলোবোৰ আৰু সেইবোৰক বাদেও ইফালে সিফালে বিক্ষিপ্ত হৈ থকা কিছুমান সূক্তৰ মাজত প্ৰকৃত কাব্যৰ আস্বাদ দুৰ্লভ নহয়। শতপথ ব্ৰাহ্মণ, উপনিষদ্ আৰু মহাভাষ্যতো এই শ্ৰেণীৰ ৰচনা আছে। যাস্কই তেওঁৰ 'নিৰুক্ত' গ্ৰন্থত 'অলঙ্কাৰ' শব্দৰ ব্যৱহাৰ কৰিছিল আৰু ভূতোপমা,'সিদ্ধোপমা ৰূপোপমা আৰু লুপ্তোপমা—এই চতুৰ্বিধ উপমা অলঙ্কাৰৰ উল্লেখ কৰিছিল। অলঙ্কাৰ হিচাবে উপমা অলঙ্কাৰৰ প্ৰসিদ্ধি যে পাণিনিৰো আগৰ, সেইটো পাণিনিৰ সূত্ৰৰপৰা বুজা যায়।

**ভৰতৰ নাট্যশাস্ত্ৰ প্ৰথম প্ৰামাণ্য গ্ৰন্থ :** অলঙ্কাৰ শাস্ত্ৰৰ ওপৰত প্ৰাচীনতম প্ৰামাণ্য গ্ৰন্থ হ'ল ভৰতৰ নাট্যশাস্ত্ৰ। কালিদাসে (বিক্ৰমোৰ্বশীয় ২-১৭) নাট্যশাস্ত্ৰৰ উল্লেখ কৰিছিল। নাট্যশাস্ত্ৰত বহু অংশ প্ৰক্ষিপ্ত বুলি অনুমান কৰা হৈছে আৰু কিছুমান যে মূল নাট্যশাস্ত্ৰৰ অঙ্গ তাক নিশ্চিতভাবে জনাৰ উপায় নাই। ভৰতৰ পূৰ্বৰ্ত্ত নন্দিকেশ্বৰ 'আৰু নাৰদ অলঙ্কাৰ সাহিত্যত বিশেষ পাৰ্গত আছিল। ভৰতে দহোটা গুণ আৰু ৰূপক, উপমা, দীপক আৰু যমক, এই চাৰিটা অলঙ্কাৰৰ ওপৰত বিশেষ জোৰ দিছিল। ৰচনাত যিসকল দোষ পৰিহাৰ কৰা উচিত নাটশাস্ত্ৰত তাৰো উল্লেখ আছে। খৃঃ পূঃ ২য় শতিকাৰপৰা খৃষ্টাব্দ ৩য় শতিকাৰ মাজত নাট্যশাস্ত্ৰৰ ৰচনাকাল বুলি সাধাৰণতঃ স্বীকৃত হৈছে। পৰবৰ্তী আলঙ্কাৰিক-সকলে অলঙ্কাৰ শাস্ত্ৰৰ আলোচনাত ভৰতক বিশেষভাবে অনুসৰণ

কৰিছিল। থানেশ্বৰৰ অধিপতি হৰ্ষ, উদ্‌ভট, শঙ্কুক, মাতৃগুপ্ত, ভট্টনায়ক প্ৰভৃতি বহু আলঙ্কাৰিকে নাট্যশাস্ত্ৰৰ ওপৰত টীকা ৰচনা কৰিছিল বুলি প্ৰসিদ্ধি আছে।

**অলঙ্কাৰ সাহিত্যত বিভিন্ন চিন্তাধাৰা** ঃ কাব্যৰ উৎকৰ্ষ কিদৰে সাধন কৰা যায় আৰু কি বিশেষ উপাদানে কাব্যক সুষমামণ্ডিত কৰে ইয়াক লৈয়ে বিভিন্ন সময়ত কাব্যৰসিকসকলে চিন্তা কৰিছিল আৰু তাৰ ফলত তেওঁলোকে সময়ে সময়ে যি বিভিন্ন সিদ্ধান্তত উপনীত হৈছিল তাৰপৰাই অলঙ্কাৰ শাস্ত্ৰত বিভিন্ন মতবাদ সৃষ্টি হৈছে। এই মতবিলাকৰ মাজত চাৰিটা প্ৰধান—(১) অলঙ্কাৰ ( figure ), (২) ৰীতি ( style ), (৩) ৰস ( aesthetic pleasure) আৰু (৪) ধ্বনি ( suggestion )। ইয়াৰ বাহিৰেও আৰু চাৰিটা মতৰ নাম উল্লেখ কৰিব পাৰি। যেনে,—(১) বক্ৰোক্তি, (২) গুণ, (৩) অনুমান, (৪) ঔচিত্য।

**অলঙ্কাৰ—ভামহ, উদ্‌ভট, ৰুদ্ৰট** ঃ এই সম্প্ৰদায়ৰ মত হ'ল অলঙ্কাৰেই কাব্যমাধুৰ্য্যৰ জনক। ৰসে তাত এটা বিশেষ স্থান অধিকাৰ কৰিলেও সেইটো গৌণ। ৰচনাত এই অলঙ্কৰণ শব্দ আৰু অৰ্থ উভয়ৰ দ্বাৰাই সাধিত হৈ থাকে আৰু এই কাৰণে অলঙ্কাৰ দুইভাগত বিভক্ত—(১) শব্দালঙ্কাৰ আৰু (২) অৰ্থালঙ্কাৰ। ভামহ প্ৰাচীন আলঙ্কাৰিকসকলৰ মাজত অন্যতম আৰু ৭ম শতাব্দীত তেওঁ জীবিত আছিল। ছয় অধ্যায়ত বিভক্ত তেওঁৰ কাব্যালঙ্কাৰ অলঙ্কাৰশাস্ত্ৰৰ এখন উৎকৃষ্ট গ্ৰন্থ। অলঙ্কাৰৰ উৎকৰ্ষ সাধনত শব্দ আৰু অৰ্থৰ সমান প্ৰাধান্য তেওঁ স্বীকাৰ কৰিছিল। ভামহৰ পিতৃৰ নাম ৰক্ৰিল গোমিন আৰু তেওঁৰ গ্ৰন্থই কালত ভামহালঙ্কাৰ নামে প্ৰসিদ্ধি লাভ কৰিছিল।

অষ্টম শতাব্দীৰ শেষাৰ্দ্ধত উদ্‌ভটে তেওঁৰ অলঙ্কাৰ সংগ্ৰহ ৰচনা কৰে। ছয় অধ্যায়ত বিভক্ত এই গ্ৰন্থত উদ্‌ভটে ভামহকেই প্ৰধানকৈ অনুসৰণ কৰিছিল আৰু ৪১টা অলঙ্কাৰৰ আলোচনা

কৰিছিল। উদ্‌ভট কাশ্মীৰৰাজ জয়াপীড়ৰ সভাসদ আছিল। তেওঁৰ ৰচিত এখন টীকাৰ নাম ভামহালঙ্কাৰ বিবৰণ। এই গ্ৰন্থখন বৰ্তমান পোৱা নাযায়। উদ্‌ভটৰ মতে ৰচনাশৈলী তিনি প্ৰকাৰৰ— উপনাগৰিকা ( elegant ), গ্ৰাম্যা ( ordinary ), পৰুষা (harsh)। ভৰতৰ পিচত উদ্‌ভটেই ৰসৰ ওপৰত বিশেষ জোৰ দিছিল আৰু শান্তৰসকে নবম ৰস হিচাবে তেওঁ প্ৰথম উল্লেখ কৰিছিল।

ভামহ আৰু উদ্‌ভটৰপৰা স্বতন্ত্ৰ থাকি অলঙ্কাৰৰ আলোচনা কৰিছিল ৰুদ্ৰটে। খৃঃ নৱম শতকৰ প্ৰথম ভাগত ৰুদ্ৰটে তেওঁৰ কাব্যালঙ্কাৰ গ্ৰন্থ ৰচনা কৰে। গ্ৰন্থখনত ১৬টা অধ্যায় আছে। ৰুদ্ৰটৰ তিনিজন টীকাকাৰৰ মাজত নমি সাধু বিশেষ উল্লেখযোগ্য।

**ৰীতি—দণ্ডী, বামন :** ৰীতিবাদী সম্প্ৰদায়ৰ পিচৰ ভাগত দণ্ডীৰ নাম উল্লেখযোগ্য। তেওঁক কাব্যাদৰ্শ আৰু দশকুমাৰ চৰিতৰ ৰচক বুলি অনুমান কৰা হয়। তেৱেঁই অৱন্তীসুন্দৰী কথাৰ ৰচক হয়নে নহয় এই বিষয়ে সন্দেহ আছে। সাধাৰণতঃ খৃঃ ৭ম শতক তেওঁৰ ৰচনাকাল বুলি ধৰা হলেও ভামহ আৰু দণ্ডীৰ মাজত কোনজন পূৰ্ববৰ্তী এই বিষয়ত সংশয় আছে। তেওঁৰ ৰচনাত দণ্ডীয়ে তেওঁৰ পূৰ্ববৰ্তী আলঙ্কাৰিকসকলৰ নাম উল্লেখ নকৰিলেও তেওঁলোকৰ প্ৰতি ইঙ্গিত কৰিছিল। সেতুবন্ধ আৰু বৃহৎকথাৰ তেওঁ উল্লেখ কৰিছিল। তেওঁৰ কাব্যাদৰ্শ অলঙ্কাৰশাস্ত্ৰৰ উৎকৃষ্ট গ্ৰন্থ। তিনিটা পৰিচ্ছেদত বিভক্ত এই গ্ৰন্থত তেওঁ কথা আৰু আখ্যায়িকাৰ পাৰ্থক্য স্বীকাৰ কৰা নাই আৰু বিশেষ কৰি বৈদৰ্ভী আৰু গৌড়ী এই দুই প্ৰকাৰ ৰীতিৰ বিশদ আলোচনা কৰিছিল। তেওঁ নিজে বৈদৰ্ভী ৰীতি অনুসৰণ কৰিছিল বুলি অনুমান হয়। কাব্যাদৰ্শৰ দ্বিতীয় পৰিচ্ছেদত অৰ্থালঙ্কাৰ আৰু তৃতীয় পৰিচ্ছেদত শব্দালঙ্কাৰ আৰু বিশেষ কৰি যমকৰ আলোচনা কৰা হৈছে। কাব্যাদৰ্শৰ সকলোতকৈ উল্লেখযোগ্য টীকাকাৰ হ'ল তৰুণ বাচস্পতি।

বামন দণ্ডীৰ সমৰ্থক, আৰু দণ্ডীকেই তেওঁ অনুসৰণ কৰিছিল।

তেওঁ কাশ্মীৰৰাজ জয়াপীড়ৰ সভাকবি আছিল আৰু ভৱভূতিৰ ৰচনাও উদ্ধৃত কৰিছিল। অষ্টম খৃষ্টাব্দ তেওঁৰ ৰচনাকাল বুলি অনুমান কৰা যায়। তেওঁৰ গ্ৰন্থৰ নাম কাব্যালঙ্কাৰ সূত্ৰ।

পাঁচ অধ্যায়ত আৰু দ্বাদশ অধিকৰণত বিভক্ত এই গ্ৰন্থত ৩১৯টা সূত্ৰ আছে। সূত্ৰবিলাকৰ বৃত্তিও বামনৰেই ৰচিত আৰু নানা উদাহৰণো তেওঁ নিজৰ ৰচনাৰপৰা দিছিল। বামনৰ মতে ৰীতি তিনি প্ৰকাৰৰ—বৈদৰ্ভী, গৌড়ী আৰু পাঞ্চালী ; আৰু এই ৰীতিয়েই হ'ল কাব্যৰ আত্মা। দশবিধ গুণে ৰীতিৰ পোষকতা কৰে বুলিয়েই সেইবোৰৰ প্ৰয়োজনীয়তা আছে। বামনৰ পিচত ৰীতিবাদী সম্প্ৰদায়ে কাৰোপৰা সমৰ্থন লাভ কৰা নাই। সময়ত আৰু তিনিটা ৰীতিৰ নাম ৰখা হৈছে—লাটী, অৱন্তী আৰু মাগধী।

ৰস—লোল্লট, শঙ্কুক, ভট্টনায়ক : এই মতবাদীসকলৰ মতে ৰসেই কাব্য সৌন্দৰ্য্যৰ জনক। কীথে কয়—"Sentiment is a condition in the mind of the spectator of a drama, or, we may add, the hearer or reader of a poem produced by the emotions of the characters, and the emotions. Bhāvas are excited by factors which may either be the object of the emotion, as the loved one in the case of love, or serve to heighten it, as does the spring season. ৰসোপলব্ধি কিভাবে হৈ থাকে সেই বিষয়েও মতভেদ আছে। লোল্লটৰ মতে ৰসে অভিনেতাকেই অৱলম্বন কৰি অৱস্থান কৰে। শঙ্কুকৰ মতে অনুমানৰ দ্বাৰা দৰ্শকৰ হৃদয়ত ৰসোপলব্ধি হৈ থাকে। ভট্টনায়কে কয়, ৰস প্ৰত্যক্ষৰ বিষয় নহয়, ইয়াক সৃষ্টিও কৰা নেযায়। শব্দৰ মাধ্যমত আৰু অভিনেতাৰ অভিনয়-দক্ষতাৰ গুণত ই আনৰ হৃদয়ত সঞ্চাৰিত হয়। লোল্লট, শঙ্কুক, ভট্টনায়ক, ৰুদ্ৰভট্ট, ভোজ, শাৰদাতনয় আদি আলঙ্কাৰিক-সকল ৰসৰ সমৰ্থক।

লোল্লট খৃঃ অষ্টম শতৰুৰ লোক। তেওঁৰ মূল গ্ৰন্থ লুপ্ত হৈছে। তথাপিও তেওঁৰ বিষয়বস্তুৰ সাধাৰণ বিবৰণ আমি পাওঁ অভিনৱ-গুপ্তৰ অভিনৱভাৰতী আৰু মম্মটৰ কাব্যপ্ৰকাশত। শঙ্কুকে লোল্লটৰ নানা মতৰ সমালোচনা কৰিছিল। তেওঁৰো কোনো গ্ৰন্থ পোৱা নাযায়। নবম শতকৰ শেষ ভাগত ভট্টনায়কে হৃদয়দৰ্পণ নামক এখন গ্ৰন্থ ৰচনা কৰিছিল বুলি জনা যায়। লোল্লট আৰু শঙ্কুকৰ বহু মত তেওঁ প্ৰত্যাখ্যান কৰিছিল।

ধ্বনি—আনন্দবৰ্দ্ধন, অভিনৱগুপ্ত: শব্দই অৰ্থক প্ৰকাশ কৰে। অৰ্থ প্ৰকাশৰ শক্তি তিনি প্ৰকাৰ—অভিধা ( primary ), লক্ষণা ( secondary ) আৰু ব্যঞ্জনা ( suggested )। য'ত অভিধা-শক্তিৰ দ্বাৰা কোনো অৰ্থ প্ৰকাশ নাপায়, তাত লক্ষণাশক্তিৰ দ্বাৰা অৰ্থবোধ হৈ থাকে। যেতিয়া কোনো শব্দ উচ্চাৰিত হৈ অভিধা-শক্তিৰ দ্বাৰা যি অৰ্থৰ বোধ জন্মায় তাক বাদে অন্য অৰ্থৰ আৰু বোধৰ সৃষ্টি কৰে তেতিয়া শব্দৰ ব্যঞ্জনা-শক্তিক স্বীকাৰ কৰা হৈ থাকে। ইয়াৰ নাম ধ্বনি। বৈয়াকৰণসকলৰ স্ফোটবাদৰ সৈতে ইয়াৰ সাদৃশ্য আছে। ধ্বনিবাদী সম্প্ৰদায়ে এই ধ্বনিকেই কাব্যৰ সকলোখিনি বুলি অনুমান কৰে। আনন্দবৰ্দ্ধন আৰু অভিনৱগুপ্ত এই মতবাদৰ প্ৰধান সমৰ্থক। কাব্যৰ উৎকৰ্ষ বিচাৰত ধ্বনিৰ স্থান যিমানখিনি দিয়া হৈ থাকে সেই অনুপাতে এই সম্প্ৰদায়ে কাব্যক তিনি শ্ৰেণীত বিভক্ত কৰিছিল—(১) ধ্বনিকাব্য ( য'ত ধ্বনিৰ প্ৰাধান্য সৰ্বাধিক ), (২) গুণীভূত ব্যঙ্গ ( য'ত ধ্বনিয়ে গৌণস্থান অধিকাৰ কৰিছে ) আৰু (৩) চিত্ৰ ( য'ত ধ্বনি মুঠেই নাই )। নবম শতাব্দীৰ মাজভাগত আনন্দবৰ্দ্ধনে তেওঁৰ ধ্বন্যালোক ৰচনা কৰে। তেওঁৰ মতে ধ্বনিবাদ এটা প্ৰাচীন মতবাদ। ধ্বন্যালোক আনন্দবৰ্দ্ধনৰ পূৰ্ববৰ্ত্তী কোন লোকৰ দ্বাৰা ৰচিত ১২০টি কাৰিকাৰ টীকা গ্ৰন্থ। ইয়াত মূল কাৰিকা, আনন্দবৰ্দ্ধনৰ স্বৰচিত বৃত্তি, নিজৰ আৰু অন্যান্য ৰচনাৰপৰা উদাহৰণ উদ্ধৃত হৈছে। মূল

কাৰিকাবিলাক কাৰ ৰচিত সেই বিষয়ত সংশয় আছে। বহুতে ভাবে যে ইয়াৰ কিছু অংশ আনন্দবৰ্দ্ধনৰ স্বৰচিত হলেও হব পাৰে। **অৰ্জুনচৰিত মহাকাব্য, বিষমবাণ লীলা** আৰু **হৰবিজয়** গ্ৰন্থবপৰা ধ্বন্যালোকত অংশ বিশেষ উদ্ধৃত হৈছে আৰু এই তিনিখনেই আনন্দবৰ্দ্ধনৰ ৰচিত।

অনুমান খৃঃ দশম শতকৰ শেষ ভাগত অভিনবগুপ্তই আনন্দবৰ্দ্ধনৰ ধ্বন্যালোকৰ ওপৰত এখন টীকা ৰচনা কৰে। টীকা হলেও ই মূল গ্ৰন্থৰ নিচিনা মৰ্য্যাদা লাভ কৰিছে। ইয়াৰ নাম **লোচন** বা **ধ্বন্যালোকলোচন**। ইয়াক বাদেও নাট্যশাস্ত্ৰৰ ওপৰত তাৰ টীকা **অভিনবভাৰতী** আৰু ভট্ট তৌতৰ ৰচিত **কাব্যকৌতুকৰ** ওপৰত তাৰ টীকা **কাব্যকৌতুক বিবৰণ** বিশেষ উল্লেখযোগ্য। **চন্দ্ৰিকা** নামে ধ্বন্যালোকৰ আৰু এখন টীকাৰ কথা অভিনবগুপ্তই কৈছিল, কিন্তু ই কাৰ ৰচিত জনা নাযায়।

**বক্ৰোক্তি—কুণ্ডক :** বক্ৰোক্তিবাদী সম্প্ৰদায়ৰ মতে বক্ৰোক্তিয়ে ( Turn of expression ) হ'ল কাব্যৰ আত্মা। এই বক্ৰোক্তি শেষলৈকে এটা স্বতন্ত্ৰ অলঙ্কাৰ বুলি বিবেচিত হয় আৰু সকলো অলঙ্কাৰক স্বভাবোক্তি আৰু বক্ৰোক্তি এই দুই শ্ৰেণীত আলঙ্কাৰিক-সকলে বিভক্ত কৰে। কণ্ডক বা কণ্তল ( অনুমান দশম শতাব্দী ) এই মতৰ বিশেষ সমৰ্থক আছিল আৰু ধ্বনিবাদৰ তীব্ৰ সমালোচনা কৰিছিল। তেওঁৰ মতে ৰস বা ধ্বনি স্বভাবোক্তি আৰু বক্ৰোক্তি এই দুই বিধ অলঙ্কাৰৰ অধীন। তেওঁৰ ৰচিত **বক্ৰোক্তি-জীবিত** তিনিটা অধ্যায়ত অসম্পূৰ্ণ অৱস্থাত পোৱা যায়।

**অনুমান—শঙ্কুক, মহিমভট্ট :** শঙ্কুকৰ মতে ( প্ৰায় ৮ম শতক ) ৰসোপলব্ধি অনুমানৰ সাহায্যত হৈ থাকে। লোল্লটৰ নিচিনা শঙ্কুকে ৰসৰ প্ৰত্যক্ষ উপলব্ধি স্বীকাৰ কৰা নাই। শঙ্কুক আনন্দবৰ্দ্ধনৰ সমসাময়িক। তেওঁৰ ৰচিত নাট্যশাস্ত্ৰৰ টীকা লুপ্ত হৈ গৈছে। **ভুবনাভ্যুদয়** নামক তেওঁৰ এখন কাব্যগ্ৰন্থও এতিয়া পোৱা নেযায়।

শঙ্কুকক অনুসবণ কবি মহিমভট্টই ( খৃঃ ১১শ শতক ) ধ্বনিবাদব তীব্র সমালোচনা কবিছিল আক অনুমানকেই বসোপলব্ধিব উপায় বুলি ঘোষণা কবিছিল। তেওঁব বচিত ব্যক্তিবিবেক গ্রন্থত তেওঁব মত বিশদীকৃত হৈছে।

## পঞ্চদশ অধ্যায়

# ব্যাকৰণ

**ব্যাকৰণ বেদাঙ্গ—বেদ ব্যাখ্যাৰ সহায়ক :** বেদক পুৰুষাকাৰ কল্পনা কৰি ব্যাকৰণক সেই বেদপুৰুষৰ মুখ স্বৰূপ বুলি কোৱা হৈছে। (মুখং ব্যাকৰণং স্মৃতম্)। শিক্ষা, কল্প, ব্যাকৰণ, ছন্দঃ, নিৰুক্ত, জ্যোতিষ—এই ছয়টি শাস্ত্ৰ বেদপুৰুষৰ ষড়ঙ্গ। ইয়াক আয়ত্ত কৰিলে বেদাৰ্থৰ বোধ হয় আৰু সেয়েহে এইবোৰক সাঙ্গ-বেদাধ্যয়ন বুলি কোৱা হয়। এই সাঙ্গ-বেদাধ্যয়ন প্ৰাচীন কালত প্ৰত্যেক ব্ৰাহ্মণ-সন্তানৰ অৱশ্য-কৰ্তব্যৰূপে পৰিগণিত হৈছিল। পতঞ্জলিয়ে তেওঁৰ মহাভাষ্যত কৈছিল যে ব্ৰাহ্মণে কোনো কাৰণৰ অপেক্ষা নকৰি সাঙ্গ-বেদাধ্যয়ন কৰিব আৰু মহাভাষ্যৰ প্ৰথম দিশত তেওঁ ব্যাকৰণ শাস্ত্ৰ পাঠৰ উপযোগিতা বিশদভাবে বিবৃত কৰিছিল। শিক্ষা, প্ৰাতিশাখ্য, নিৰুক্ত—এইবিলাকো নানা অংশত ব্যাকৰণৰ বিষয়বস্তুৰ আলোচনা কৰিছে। বস্তুতঃ, বেদমন্ত্ৰৰ ব্যাখ্যাত যি বিভিন্ন সম্প্ৰদায়ে প্ৰাচীনকালত আত্মনিয়োগ কৰিছিল তেওঁলোকৰ মাজত নৈৰুক্ত আৰু বৈয়াকৰণ সম্প্ৰদায় অন্যতম।

ভাষাৰ বিশুদ্ধতা সংৰক্ষণেই ব্যাকৰণ-শাস্ত্ৰৰ উদ্দেশ্য। ভাৰতবৰ্ষত ব্যাকৰণ শাস্ত্ৰৰ প্ৰচাৰ আৰু প্ৰসাৰ খুব বেচি পৰিমাণেই হৈছে আৰু শেষলৈকে ইয়াক দৰ্শনশাস্ত্ৰৰ পৰ্য্যায়ত উন্নীত কৰা হৈছে।

**পাণিনি-পূৰ্ব বৈয়াকৰণসকল :** বিভিন্ন বৈয়াকৰণ সম্প্ৰদায়ৰ মাজত পাণিনি আৰু তৎপ্ৰবৰ্তিত সম্প্ৰদায়েই সৰ্বাধিক প্ৰতিষ্ঠা লাভ কৰিছিল। পাণিনিৰ আগতে ব্যাকৰণ শাস্ত্ৰৰ নিষ্ণাত বহু আচাৰ্য্য আছিল। শাকটায়ন, সেনক, গালৱ, গাৰ্গ্য, আপিশলি, কাশ্যপ, স্ফোটায়ন প্ৰভৃতি তেওঁলোকৰ মাজত বিশেষ উল্লেখযোগ্য।

তৈত্তিৰীয় সংহিতাত কোৱা হৈছে যে ইন্দ্ৰ আছিল বৈয়াকৰণ-সকলৰ মাজত প্ৰথম। গতিকে পাণিনিৰ আগৰ আচাৰ্য্যসকলৰ ৰচিত গ্ৰন্থ পোৱা নগলেও শাস্ত্ৰ হিচাবে যে ব্যাকৰণে বহুদিন আগতে স্বতন্ত্ৰ প্ৰতিষ্ঠা লাভ কৰিছিল সেই বিষয়ত কোনো সন্দেহ নাই। প্ৰাক্-পাণিনীয় আৰ্য্যসকলে ব্যাকৰণ ৰচনা কৰিছিল নে কেবল ইপিনে সিপিনে বিক্ষিপ্ত হৈ থকা ব্যাকৰণৰ আলোচনা কৰিছিল তাকো সঠিক ভাবে কোৱাৰ উপায় নাই। যদি তেওঁলোকৰ ৰচিত গ্ৰন্থ আছিল বুলি ধৰি লোৱা হয় তেনেহলে সেইবোৰ একেবাৰে লুপ্ত হ'ল কিয় সিয়ো নিতান্ত অনুমান-সাপেক্ষ।

**পাণিনি : ব্যাড়ি—সংগ্ৰহ : কাত্যায়ন—বাৰ্তিক :** আটকৰ ওচৰত শালাতুৰ নামক স্থানত পাণিনি জন্মগ্ৰহণ কৰে। তেওঁ দাক্ষীৰ পুত্ৰ। গোল্ডষ্টুকাৰৰ মতে তেওঁ খৃঃ পূঃ ৮ম শতিকাত আৰু ম্যাক্স্‌মূলাৰ আৰু ওয়েবাৰৰ মতে খৃঃ পূঃ ৪ৰ্থ শতিকাত জীবিত আছিল। কথা-সৰিৎসাগৰ অনুসাৰে পাণিনি বৰ্ষ নামক আচাৰ্য্যৰ ওচৰত ব্যাকৰণ শিক্ষা কৰিছিল আৰু কাত্যায়ন, ইন্দ্ৰদত্ত আৰু ব্যাড়ি আছিল তেওঁৰ সহপাঠী। পাণিনিৰ ৰচিত অষ্টাধ্যায়ী সংস্কৃত ব্যাকৰণৰ অপূৰ্ব গ্ৰন্থ। পাণিনিৰ প্ৰবৰ্তিত ৰীতিৰ সমালোচনা কৰি ব্যাড়িয়ে এক লক্ষ শ্লোকত সংগ্ৰহ নামক গ্ৰন্থ ৰচনা কৰিছিল বুলি জনা যায়। কাত্যায়নেও ( খৃঃ পূঃ ৩য় শতক ) পাণিনীৰ সূত্ৰবিলাকৰ ত্ৰুটি আৰু অসম্পূৰ্ণতা সংশোধন কৰি বাৰ্ত্তিক ৰচনা কৰিছিল আৰু নানা স্থানত নিজে নানান সূত্ৰৰ অপ্ৰয়োজনীয়তা দেখুৱাইছিল। লিঙ্গানুশাসন আৰু পুষ্পসূত্ৰৰ ৰচক ৰৰুচিকেই এই কাত্যায়ন বুলি অনুমান কৰা হয়।

পাণিনি ৰচিত ব্যাকৰণ পতঞ্জলিৰ হাতত পৰি সম্পূৰ্ণতা লাভ কৰে। পাণিনি-কাত্যায়ন-পতঞ্জলি, এই ক্ৰমত কোৱা হয় 'ত্ৰিমুনি ব্যাকৰণ'। সংস্কৃত সাহিত্যত যি কেইজনৰ আবিৰ্ভাৱ কাল সন্দেহাতীত ৰূপত জনা যায়, পতঞ্জলি তেওঁলোকৰ অন্যতম।

খৃঃ পূঃ ১৫০ অব্দত শুঙ্গ ৰাজবংশৰ বজা পুষ্যমিত্র বা পুষ্পমিত্রৰ ৰাজত্ব কালত পতঞ্জলি জীবিত আছিল। তেওঁৰ ৰচিত মহাভাষ্য ব্যাড়িৰ 'সংগ্রহ'ৰ ওপৰত প্রতিষ্ঠিত। পতঞ্জলিয়ে নানা স্থানত পাণিনিৰ নানা সূত্ৰৰ বৈযর্থ্য দেখুৱাইছিল, নানা ক্ষেত্ৰত আকৌ কাত্যায়নে পাণিনিৰ যি সকল ত্রুটি দেখুৱাইছিল তাক সার্থক-ভাবে খণ্ডনো কৰিছিল। ব্যাকৰণ গ্রন্থ হিচাবে মহাভাষ্যৰ মূল্য যিয়ে হওক, সংস্কৃত সাহিত্যত এক বিশেষ অনমুকৰণীয় ৰচনাশৈলীৰ অদ্বিতীয় গ্রন্থৰূপে মহাভাষ্য বিস্মৃত হোৱা নাই। নানাজনে ভাবে যে পতঞ্জলি আদিশেষৰ অৱতাৰ। অনুমান কৰা যায় পতঞ্জলিৰ জন্মস্থান গোনৰ্দ প্রদেশ।

ভর্তৃহৰি—বাক্যপদীয়ঃ মহাভাষ্যৰ পিচত ব্যাকৰণ হিচাবে মৌলিক কোনো গ্রন্থ বহুদিন ৰচিত হোৱা নাই। পঞ্চম শতিকাত ভর্তৃহৰি নামক এজন বৈয়াকৰণৰ কথা জনা যায়। কবি বৈয়াকৰণ ভট্টিৰপৰা এওঁ স্বতন্ত্র আৰু সম্ভৱ চীনদেশীয় পৰিব্রাজক ৎ-চিং ৬৫১ খৃষ্টাব্দত যি এজন বৈয়াকৰণৰ মৃত্যু সম্বন্ধে উল্লেখ কৰিছিল, এই ভর্তৃহৰিয়েই সেই বৈয়াকৰণ।

এওঁৰ ৰচিত বাক্যপদীয় আৰু প্রকীর্ণক নামক দুখন গ্রন্থ আছে। মহাভাষ্যৰ ওপৰত ইয়াৰ স্বৰচিত টীকা মহাভাষ্য-দীপ্তিও বিশেষ উল্লেখযোগ্য। ব্যাকৰণক নানা দর্শন হিচাবে গ্রহণ কৰি বাক্যপদীয় ৰচিত হৈছে আৰু প্রথম অধ্যায় এই আলোচনাতেই পূর্ণ। দ্বিতীয় অধ্যায়ত আৰু প্রকীর্ণকত সংস্কৃত ব্যাকৰণৰ অন্যান্য দিশৰ আলোচনা কৰা হৈছে। ভর্তৃহৰি নিজে স্ফোটবাদৰ সমর্থক।

বামণ, জয়াদিত্য—কাশিকা: জিনেন্দ্রবুদ্ধি—ন্যাস : বামন আৰু জয়াদিত্য দুয়োজনেই বৌদ্ধ বৈয়াকৰণ। পানিনিৰ অষ্টাধ্যায়ীৰ ওপৰত এওঁলোকে যি টীকা প্রণয়ন কৰিছিল সিয়েই কাশিকা নামে প্রসিদ্ধি অর্জন কৰি আছে। ৎ-চিং সংস্কৃত শিকাৰ কাৰণে কাশিকা অধ্যয়ন কৰিছিল আৰু তেওঁৰ সময়ত কাশিকাৰ পঠন-

পাঠন যে বেছি জনপ্ৰিয় আছিল এই বিষয়ত উল্লেখো কৰিছিল। বহুতে অনুমান কৰে যে প্ৰথম পাঁচ অধ্যায় জয়াদিত্যৰ ৰচনা আৰু শেষ অংশটো বামনৰ। ই-চিংৰ উক্তিৰপৰা জনা যায় যে খৃষ্টাব্দ ৬৬০ জয়াদিত্যৰ মৃত্যুকাল। কাশিকাৰ নামান্তৰ 'বৃত্তি'।

জিনেন্দ্ৰবুদ্ধি এজন বঙালী জৈন বৈয়াকৰণ। কাশিকাৰ ওপৰত এওঁৰ ৰচিত টীকাৰ নাম কাশিকা বিবৰণ পঞ্জিকা। ন্যাস নামে ই পিচত অত্যন্ত খ্যাতি অৰ্জন কৰিছে। আলঙ্কাৰিক ভামহে জিনেন্দ্ৰ-বুদ্ধিৰ উল্লেখ কৰিছিল। গতিকে খৃঃ ৮ম শতিকাৰ আগতে তেওঁৰ আৰ্বিৰ্ভাৱ কাল বুলি অনুমান কৰা হয়।

**অন্যান্য বৈয়াকৰণসকলৰ ৰচনা:** খৃষ্টীয় একাদশ শতিকাত কাশিকাৰ ওপৰত এখন টীকা ৰচনা কৰা হয়। ইয়াৰ নাম পদমঞ্জৰী। মতবাদৰ ফালেদি হৰদত্ত বহুখিনি স্বতন্ত্ৰ আৰু পতঞ্জলিৰ নানা উক্তিৰো তেওঁ পোষকতা কৰা নাই। মল্লিনাথে হৰদত্তৰ উল্লেখ কৰিছিল আৰু হৰদত্তই নিজে মাঘৰ নাম জানিছিল। এই একাদশ শতিকাতেই জৈয়টৰ পুত্ৰ কৈয়টে মহাভাষ্যৰ ওপৰত প্ৰদীপ নামে এখন মূল্যবান টীকা ৰচনা কৰিছিল। নাগেশ ভট্টৰ (খৃঃ ১৭ শতিকা) দ্বাৰা প্ৰদীপৰ ওপৰত টীকা ৰচিত হয়; আৰু এই টীকাৰ নাম উদ্যোত। প্ৰদীপ আৰু উদ্যোতে মহাভাষ্যৰ ব্যাখ্যাক সম্পূৰ্ণ কৰিছে বুলি কোৱা হয়। দ্বাদশ শতিকাত বৌদ্ধ ভিক্ষু ধৰ্মকীৰ্তিয়ে ৰূপাৱতাৰ নামক গ্ৰন্থত পানিনিৰ সূত্ৰবোৰক সহজে বুজি পোৱাৰ কাৰণে নতুনভাৱে বিন্যস্ত কৰিছিল। এই সময়তেই আৰু এজন বৌদ্ধ বৈয়াকৰণ শৰণদেৱ প্ৰসিদ্ধ কবিসকলৰ ৰচনাত যিসকল প্ৰয়োগ ব্যাকৰণ-সম্মত হোৱা নাই সেইবোৰক সমৰ্থন কৰাৰ উদ্দেশ্যে দুৰ্ঘটবৃত্তি প্ৰণয়ন কৰিছিল। পঞ্চদশ শতিকাত ৰামচন্দ্ৰ ৰচিত প্ৰক্ৰিয়া কৌমুদী বিশেষ উল্লেখযোগ্য। ষোড়শ শতিকাৰ প্ৰথম ভাগত বিট্‌ঠলাচাৰ্য্য নামক এজন বৈয়াকৰণে প্ৰসাদ নামে প্ৰক্ৰিয়া কৌমুদীৰ ওপৰত এখন বিশেষ মূল্যবান টীকা ৰচনা কৰিছিল।

**ভট্টোজি দীক্ষিত—সিদ্ধান্ত কৌমুদী :** পতঞ্জলিৰ মহাভাষ্যৰ পিচত সপ্তদশ শতিকালৈকে ব্যাকৰণ শাস্ত্ৰত কোনো মৌলিক গ্ৰন্থ ৰচিত হোৱা যে নাই এই কথা আগতে কোৱা হৈছে। এই সুদীৰ্ঘ সময় ধৰি মহাভাষ্যৰেই পঠন-পাঠন প্ৰচলিত আছিল আৰু বৈয়াকৰণ সম্প্ৰদায়ে এই মহাভাষ্যক কেন্দ্ৰ কৰি আলোচনাৰ যথেষ্ট অৱকাশ পাইছিল। মৌলিক গ্ৰন্থ ৰচিত নহলেও বিভিন্ন সময়ত বিভিন্ন বৈয়াকৰণসকলে যিবোৰ টীকা ৰচনা কৰি গৈছিল, নিঃসংশয়ে ব্যাকৰণৰ ক্ষেত্ৰত আলোচিত হোৱাত সেইবোৰে নতুন ৰূপ দান কৰিছে আৰু ব্যাকৰণ শাস্ত্ৰৰ বিষয়-বস্তুকো সমৃদ্ধ কৰিছে।

সপ্তদশ শতিকাত আবিৰ্ভাৱ হ'ল প্ৰতিভাধৰ ভট্টোজি দীক্ষিতৰ। কথিত আছে, তেওঁৰ গুৰুৰ নাম অপ্‌্যয় দীক্ষিত আৰু গুৰুৰ ওচৰত তেওঁ বেদান্ত অধ্যয়ন কৰিছিল। ভট্টোজি দীক্ষিতৰ পৰিয়ালৰ নানাজনে আৰু ছাত্ৰ সম্প্ৰদায়েও ব্যাকৰণৰ চৰ্চাত আত্মনিয়োগ কৰিছিল আৰু আজিও এই বিশেষ শাস্ত্ৰৰ ক্ষেত্ৰত তেওঁলোকৰ দান মলিন হৈ যোৱা নাই। পূৰ্বোল্লিখিত ৰামচন্দ্ৰৰ প্ৰক্ৰিয়া কৌমুদীৰ অনুসৰণ কৰি ভট্টোজি দীক্ষিতে সিদ্ধান্ত কৌমুদী ৰচনা কৰিছিল। ভট্টোজিৰ হাতত পাণিনিৰ সূত্ৰবোৰ যি উদ্দেশ্যত নতুন বিন্যাস লাভ কৰিছে সেইবোৰ সম্পূৰ্ণ সিদ্ধ হৈছে। পিচৰ কালত ব্যাকৰণৰ ক্ষেত্ৰত সিদ্ধান্ত কৌমুদী আগৰকালৰ সকলো গ্ৰন্থৰ, আনকি কাশিকাৰ গৌৰৱময় স্থান স্বয়ং অধিকাৰ কৰিছে। সিদ্ধান্ত কৌমুদীৰ ওপৰত ভট্টোজিৰ স্বৰচিত টীকাৰ নাম প্ৰৌঢ় মনোৰমা আৰু পাণিনিৰ অষ্টাধ্যায়ীৰ ওপৰত তেওঁৰ ৰচিত টীকাৰ নাম শব্দকৌস্তুভ। অষ্টাদশ শতিকাত জ্ঞানেন্দ্ৰ সৰস্বতীৰ তত্ত্ববোধিনী টীকা সিদ্ধান্ত কৌমুদীৰ প্ৰামাণ্য টীকা হিচাবে প্ৰসিদ্ধি অৰ্জন কৰিছে।

**অন্যান্য বৈয়াকৰণ সম্প্ৰদায় :** পাণিনিয়ে তেওঁৰ অষ্টাধ্যায়ী ৰচনা কৰি ব্যাকৰণৰ ক্ষেত্ৰত এটা যুগান্তৰ সৃষ্টি কৰিছিল। তেওঁৰ পিচৰ পৰাই কোনো কোনো বৈয়াকৰণে সময়ে সময়ে স্বতন্ত্ৰভাবে ব্যাকৰণৰ

অনুশীলন কৰিলেও অষ্টাধ্যায়ীৰ প্ৰভাৱ আৰু জনপ্ৰিয়তা খৰ্ব কৰিব পৰা নাই। সপ্তদশ শতিকাৰপৰা অষ্টাদশ শতিকালৈকে পাণিনি প্ৰবৰ্তিত এই ব্যাকৰণ ধাৰাই নিৰঙ্কুশ ৰাজত্ব কৰিছে আৰু আজিও ৰাজত্ব কৰি আছে। মাজে মাজে যি কেইজন বৈয়াকৰণে স্বাধীন-ভাবে ধৰ্মীয় আৰু সাম্প্ৰদায়িক বুদ্ধিৰ দ্বাৰা প্ৰবুদ্ধ হৈ ব্যাকৰণ ৰচনা কৰিছিল, সঙ্কীৰ্ণতাৰ কাৰণে তেওঁলোকৰ সেই সকলো ৰচনাই স্থায়িত্ব লাভ কৰিবপৰা নাই। এই সকলোবোৰ ব্যাকৰণ-পণ্ডিত বৈদিক ধৰ্মৰ বিৰোধী আছিল আৰু সেইকাৰণে নিজ নিজ গ্ৰন্থত বৈদিক ব্যাকৰণৰ একেবাৰেই চৰ্চা কৰা নাই; এনে কি পাণিনি প্ৰবৰ্তিত ধাতুপাঠ, গণপাঠ, উনাদি সূত্ৰ আৰু লিঙ্গানুশাসনলৈকে গ্ৰহণ নকৰি নিজে নিজৰ ব্যৱহাৰৰ কাৰণে সেইবিলাকৰ সৃষ্টি কৰি লৈছিল। জনসাধাৰণে এই সকলো ব্যাকৰণৰ বিশেষ মূল্য দিয়া নাই। এইবিলাকৰ বেছি ভাগেই এতিয়া লুপ্ত হৈ গৈছে; যি দুই এটি এতিয়ালৈকে বৰ্ত্তি আছে সেইবোৰৰ প্ৰাণস্পন্দন ক্ষীণ। এইসকল বৈয়াকৰণ সম্প্ৰদায়ৰ মাজত—(১) চন্দ্ৰগোমিন প্ৰবৰ্তিত চান্দ্ৰ সম্প্ৰদায় ( খৃঃ ৫ম শতিকা ), (২) জিনেন্দ্ৰ প্ৰবৰ্তিত জিনেন্দ্ৰ সম্প্ৰদায় ( খৃঃ ৫ম শতিকা ), (৩) শাকটায়ন প্ৰবৰ্তিত শাকটায়ন সম্প্ৰদায় ( খৃঃ ৯ম শতিকা ), (৪) হেমচন্দ্ৰ প্ৰবৰ্তিত সম্প্ৰদায় ( খৃঃ একাদশ শতিকা ), (৫) শৰবৰ্মা প্ৰবৰ্তিত কাতন্ত্ৰ সম্প্ৰদায়, (৬) বোপদেৱৰ মুগ্ধবোধ সম্প্ৰদায় ( খৃঃ ত্ৰয়োদশ শতিকা ), (৭) অনুভূতিস্বৰূপাচাৰ্য্যৰ সাৰস্বত সম্প্ৰদায়, (৮) পদ্মনাভৰ সৌপদ্ম সম্প্ৰদায়ৰ ( খৃঃ চতুৰ্দশ শতিকা ) উল্লেখ কৰা হয়।

আকৌ পৰৱৰ্তীকালত ধৰ্ম আৰু ধৰ্মশাস্ত্ৰৰ সৈতে ব্যাকৰণক যুক্ত কৰাৰ প্ৰচেষ্টা পৰিলক্ষিত হয়। বোপদেৱৰ ভিতৰতে এই প্ৰচেষ্টাৰ অঙ্কুৰ দেখা গৈছিল। পিচত বৈষ্ণৱ দাৰ্শনিকসকলে বিশেষভাৱে এই ক্ষেত্ৰত আত্মনিয়োগ কৰিছিল। ৰূপগোস্বামীৰ হৰিনামামৃত এই বিষয়ত বিশেষ উল্লেখযোগ্য। ৰাধা আৰু কৃষ্ণৰ নাম দুয়োটাকে ব্যাকৰণৰ দুটা পাৰিভাষিক শব্দৰূপে গ্ৰহণ কৰি এওঁ ব্যাকৰণ ৰচনা কৰিছিল।

## ষোড়শ অধ্যায়

# জ্যোতিষ

সংস্কৃত সাহিত্যত জ্যোতিষ শাস্ত্ৰৰ স্থান বৰ উচ্চ বুলি কব পাৰি। পুৰণি কালৰপৰাই গ্ৰহ-নক্ষত্ৰৰ গতি আৰু মানুহৰ জীৱনত সেইবোৰৰ প্ৰভাৱ পৰাটো স্বীকাৰ কৰি অহা হৈছে। মানুহৰ জীৱনৰ ভৱিষ্যত বাণী জ্যোতিষ শাস্ত্ৰই কব পাৰে। সেই কাৰণে জ্যোতিষীসকলক পুৰণি কালৰপৰাই সন্মান দেখুৱাই আহিছে। জ্যোতিষীসকলৰ সেৱা অপৰিহাৰ্য্য বুলি বিবেচিত হয়। প্ৰাচীন কালত ৰজা-মহাৰজাসকলৰ ৰাজধানীত থাকি জ্যোতিষীসকলে যুদ্ধ আৰু শান্তিৰ সময়ত জ্যোতিষ গণনাৰ দ্বাৰা অভয়বাণী প্ৰদান কৰিছিল। প্ৰাগ্‌ঐতিহাসিক যুগত অশিতদেবল, গৰ্গ, বৃদ্ধ গৰ্গ, নাৰদ আৰু পৰাশৰ আদিৰ জ্যোতিষগ্ৰন্থ খণ্ড-খণ্ডকৈ দুই এখন পোৱা গৈছে। জ্যোতিষ সম্পৰ্কে গ্ৰীকসকলে এৰি যোৱা নথি-পত্ৰৰ দ্বাৰা জানিব পাৰি যে গৰ্গসংহিতা আৰু বৃদ্ধ গৰ্গসংহিতা যিশুখৃষ্ট জন্মৰ আগতে ভাৰতভূমিত প্ৰচাৰিত হৈছিল।

বৰ্তমান প্ৰত্নতত্ত্বৰ তত্ত্বাৱধানত থকা পাঁচ হেজাৰ বছৰ আগৰ নগৰ মহেঞ্জোদাৰো আৰু তাৰ কাৰুকাৰ্য্যৰ লগত গঁথা বহুত পুৰণি ইতিবৃত্ত আছে; সেয়ে আজিলৈকে দিব সেইসময়ৰ হিন্দুজাতিৰ অঙ্ক-জ্যোতিষ শাস্ত্ৰত থকা ব্যুৎপত্তিৰ কথা। পুৰণিকালৰ গণিতকাৰ আৰু জ্যোতিষীসকলৰ গণনাৰ জোখ-মাখ আৰু ওজন লোৱাৰ জ্ঞান অসীম আছিল। লিপি প্ৰথাও আছিল। জলসিঞ্চনৰ বাবে যি নলা নিৰ্মাণ কৰিছিল সিও হিন্দুৰ অঙ্ক-জ্যোতিষ আৰু কাৰিকৰী বিদ্যাৰ চৰম্ নিদৰ্শন।

খৃঃ পূঃ তৃতীয় শতিকাৰ কালছোৱা ভাৰতৰ বুকুত মৌৰ্য্য

শাসকসকলৰ সুবৰ্ণ কাৰ্য্যাৱলীৰে উজ্জ্বল। এনেকি মধ্য এচিয়াৰ আকাশতে মৌৰ্য্য বীৰ্য্যৰ কীৰ্তি-ধ্বজা উৰিছিল। মহাৰাজ অশোকৰ স্তম্ভবোৰো তাহানিৰ গণিতজ্ঞ-জ্যোতিষীৰ নিৰ্ধাট প্ৰমাণ। তাৰ কিছুমান অভেদ ৰহস্য আজিও প্ৰহেলিকা হৈয়ে আছে। সংখ্যা-গণনা প্ৰথা, ভাৰতীয় গণিতজ্ঞৰ এটা মৌলিক অবদান। ইয়েই শেষত চতুৰ্দিশে বিয়পি পৰে। এই সংখ্যা গণনাৰ আৰ্হি অশোকে সজোৱা স্তম্ভবোৰৰপৰা উদ্ধাৰ কৰা হৈছে। এনেকৈ গণনা প্ৰণালীও তাৰেপৰাই লোৱা। অৱশ্যে খৃঃ পূঃ প্ৰথম শতিকাত কাটি থোৱা শিলালিপি কিছুমান পুনাৰ ওচৰৰ এটি গুহাৰপৰা উদ্ধাৰ কৰা হৈছে। নাচিকতো তেনে বহুত সংখ্যা-লিপি পোৱা গৈছে। পুৰণি লিপিবোৰৰ বিশেষত্ব এই যে তাত শূন্যৰ উল্লেখ নাই। স্থানীয় সংকেতৰ উল্লেখো পোৱা নাযায়। কিন্তু তথাপি এইটো ঠিক যে শূন্যৰ কল্পনা ভাৰতীয় গণিতজ্ঞৰ। সম্ভৱ অষ্টম শতিকাত ভাৰতীয় গণিতজ্ঞৰ মূৰত স্থানীয় মানৰ চিন্তাই খলক লগাইছিল।

অশোকৰ পিচত ভাৰতৰ ওপৰেদি বহু আক্ৰমন চলি যায়। মৌৰ্য্যবংশৰ পতনৰপৰা গুপ্তসকলৰ অভ্যুদয়ৰ আগলৈকে এই কালছোৱা দোদুল্যমান অৱস্থাতেই গ'ল। সংস্কৃত সাহিত্যৰ নবজাগৰণৰ সোণালী যুগ এটি সৃষ্টি কৰিলে গুপ্তসম্ৰাটসকলৰ বিদ্যোৎসাহী মনবোৰে। এই সময়খিনিতেই চাৰিওপিনৰপৰা ভাৰত হৈ পৰিল কলাবিদ্যাৰ আৰু ঔষধীয় তত্ত্বান্বেষণৰ কেন্দ্ৰস্থল। ধনী মহানগৰীৰ বুকুত বহুতো বিশ্ববিদ্যালয় গঢ়ি উঠিল। এই যুগৰ অবিস্মৰণীয় অবদান হ'ল 'সূৰ্য্যসিদ্ধান্ত'। এইখনেই খুব সম্ভৱ ভাৰতীয় জ্যোতিষ শাস্ত্ৰৰ প্ৰথম পুথি। ই পঞ্চম শতিকাৰ সৃষ্টি। ইয়াৰপৰাই হিন্দু শাস্ত্ৰই মোট সলালে। ধৰ্মৰপৰা কান বাগৰি পুৰাদমে অঙ্কৰ মাজত সোমাই পৰিল। ষষ্ঠ শতিকাত সূৰ্য্য-সিদ্ধান্তৰ ওপৰত ভিত্তি কৰিয়ে জ্যোতিষ-বিশাৰদ বৰাহমিহিৰে পঞ্চসিদ্ধান্তিকা (Pancha Sidhantika) ৰচনা কৰে। এই

পুথিত পুৰণি হিন্দু গণিতজ্ঞসকলৰ 'ট্ৰিগোণমিট্ৰি'ৰ জ্ঞানৰ সম্যক পৰিচয় পোৱা যায়।

বৰাহমিহিৰৰ পঞ্চসিদ্ধান্তিকাৰপৰা এইটো জানিব পাৰি যে জ্যোতিষ বিষয়টোক লৈ পাঁচটা সম্প্ৰদায় গঢ়ি উঠিছে; আৰু এই কেইটা হৈছে—(১) পৈতমহ, (২) ৰমক, (৩) পৈলিশ, (৪) সূৰ্য্য আৰু (৫) বশিষ্ঠ। এই সম্প্ৰদায়বিলাকৰ ভিতৰত সূৰ্য্যসিদ্ধান্তটোৱে আটাইতকৈ নিখুঁত বুলি ধৰি লোৱা হৈছে। এই সম্প্ৰদায় কেইটা গঢ়ি উঠিছিল বৰাহমিহিৰৰ আগতে।

জ্যোতিষ বিদ্যাৰ আটাইতকৈ পুৰণি গ্ৰন্থ হ'ল 'যৱনজাতক'। নেপালী ভাষাত লিখা এই পাণ্ডুলিপিখন ভালদৰে সংৰক্ষিত হৈছে। বৰাহমিহিৰে জ্যোতিষ শাস্ত্ৰক তিনিটা ভাগত বিভক্ত কৰিছে। বিভাগ কেইটা হ'ল—তন্ত্ৰ, হোৰ আৰু সংহিতা। তন্ত্ৰই অঙ্ক আৰু গ্ৰহ-নক্ষত্ৰ গণনাৰ আলোচনা কৰে। হোৰৰপৰা জন্ম-পত্ৰিকাৰ বিষয়ে জানিব পাৰি আৰু সংহিতাই জ্যোতিষৰ আলোচনা কৰে। বৰাহমিহিৰৰ বৃহৎ-সংহিতাত ১০৬টা অধ্যায় আছে।

বৰাহ আৰু তেওঁৰ পুত্ৰ মিহিৰক লৈয়ে নাম হৈছে বৰাহমিহিৰ। ওপৰত আলোচনা কৰা জ্যোতিষ শাস্ত্ৰৰ গ্ৰন্থ পিতা-পুত্ৰৰ সহযোগত ৰচিত আৰু প্ৰচাৰিত হয়। বৰাহাচাৰ্য্যৰ পুত্ৰবধূ আৰু মিহিৰাচাৰ্য্যৰ পত্নী খনাও জ্যোতিষ শাস্ত্ৰত পাৰদৰ্শিনী হৈ উঠিছিল। পৃথিৱীত নাৰীজাতিৰ মাজত জ্যোতিষ শাস্ত্ৰত খনাৰদৰে প্ৰতিভাসম্পন্ন আৰু বিদুষী কামিনী দেখা নাযায়। সংস্কৃত গণিত আৰু ফলিত জ্যোতিষ শাস্ত্ৰৰ সাৰ সংকলন কৰি গাৰ্হস্থ্য জীৱনৰ নিত্য প্ৰয়োজনীয় ক্ষুদ্ৰ আৰু সামান্য অসংখ্য বিভিন্ন প্ৰকৃতিৰ জ্যোতি-গণনা খনাই সৰল আৰু সুমধুৰ কবিতাত জনসাধাৰণৰ মাজত প্ৰচাৰ কৰিছিল।

বৰাহমিহিৰ আৰু তেওঁৰ পুতেকৰ জ্যোতিষশাস্ত্ৰৰ গ্ৰন্থবোৰৰ উল্লেখ 'ভট্টোৎপল' নামৰ এজন জ্যোতিষীয়ে কৰা দেখা যায়।

তেওঁ ‘হোৰশাস্ত্ৰ’ গ্ৰন্থখন লিখি জ্যোতিষত থকা তেওঁৰ পাণ্ডিত্য প্ৰকাশ কৰে।

হস্তৰেখা নিৰ্ণয় ‘সামুদ্ৰিক তিলক’ত বৰ্ণিত হৈছে। এই গ্ৰন্থখন লিখিবলৈ আৰম্ভ কৰে দুৰ্লভৰাজে; কিন্তু তেওঁৰ পুত্ৰেক জগৎদেৱেহে তাক সম্পুৰ্ণ কৰি প্ৰকাশ কৰে। ইয়াৰ উপৰি জগৎদেৱে ‘স্বপ্ন-চিন্তামণি’ নামক এখন জ্যোতিষশাস্ত্ৰৰ গ্ৰন্থ লিখি অশেষ কীৰ্তি ৰাখি যায়।

বহুতে কব খোজে যে হিন্দুসকলে গণিতৰ বহু কথা গ্ৰীচ, বেবিলন আৰু চীনৰ গণিতজ্ঞৰপৰা ধাৰ কৰে। আন এদলে, ভাৰতীয় গণিতজ্ঞৰ সৃষ্টিবোৰকেই প্ৰথম সৃষ্টি বুলি কয়। যিয়েই সত্য নহওক, এইটো সঁচা যে, প্ৰাচ্য-প্ৰতীচ্যৰ জ্ঞানৰ মহলা সদায় তাহানিৰপৰাই চলি আহিছে।

এইটো মন কৰিবলগীয়া যে পঞ্চম শতিকাৰ মাজ ভাগৰপৰা পোন্ধৰ শতিকালৈকে ভাৰতৰ বুকুত এক খেলিমেলিৰ সৃষ্টি হয়। হুণ, আৰব আৰু পাৰস্যৰ আক্ৰমণকাৰীসকলে লানি নিছিগাকৈ জাউৰিয়ে জাউৰিয়ে আক্ৰমণ চলালে—একেখন দেশৰ ওপৰতেই। এই সময়ছোৱাৰ ভিতৰত কেবাজনো হিন্দু গণিতজ্ঞৰ উদ্ভৱ হৈছিল। তাৰ ভিতৰত আৰ্য্যভট্ট, ব্ৰহ্মগুপ্ত, মহাবীৰ আৰু ভাস্কৰৰ নাম উল্লেখযোগ্য।

আৰ্য্যভট্ট ষষ্ঠ শতিকাৰ প্ৰসিদ্ধ গণিতজ্ঞ। গঙ্গাৰ পাৰত পাটনাৰ ওচৰত এইজনা পণ্ডিতৰ জন্ম। জ্যোতিষৰ ওপৰত তেওঁৰ এখন সুন্দৰ পুথি পোৱা যায়। কিন্তু দুজন আৰ্য্যভট্ট আছিল বাবে, কোনজনৰ কি ৰবঙণি সঠিককৈ কোৱা টান।

সপ্তম শতিকাত ব্ৰহ্মগুপ্ত প্ৰখ্যাত হিন্দু গণিতজ্ঞসকলৰ ভিতৰত অন্যতম। উজ্জয়িনীৰ জ্যোতিষ আলোচনাৰ মূৰব্বী আছিল এইজন পণ্ডিত। তেওঁ জ্যোতিষ সম্বন্ধে বহুত তথ্য দি গৈছে। ৬২৮ খৃঃত তেওঁ ‘ব্ৰহ্মস্ফুট সিদ্ধান্ত’ লিখি উলিয়ায়। পুথিখন ২১ অধ্যায়ত

বিভক্ত—যদিও ইয়াৰ দ্বাদশ আৰু অষ্টাদশ অধ্যায়হে অঙ্কশাস্ত্ৰৰ বিশেষ সহায়ক।

মহাবীৰ আছিল দাক্ষিণাত্যৰ লোক। এওঁ নৱম শতিকাৰ মাজভাগৰ গণিতজ্ঞ। অঙ্কশাস্ত্ৰৰ প্ৰাথমিক জ্ঞানৰ পুথি কিছুমান এওঁ ভালকৈ লিখি উলিয়ায়।

ইয়াৰ পিচতে, ভাস্কৰক বিখ্যাত কৰি তোলে তেওঁৰ 'সিদ্ধান্ত শিৰোমণি' নামৰ পুথিখনে। ১১৫০ চনত এইখন লিখা হৈছিল। এই পুথিখন আগৰ সকলোবোৰতকৈ শ্ৰেষ্ঠ বুলি পৰিগণিত হৈছিল। তাতোকৈ লেখত লবলগীয়া বৰঙণি হ'ল ভাস্কৰৰ 'লীলাৱতী' আৰু 'বীজগণিত' নামৰ গ্ৰন্থ দুখন। 'লীলাৱতী'ত গণিতৰ কথা সুন্দৰৰূপে বিশ্লেষণ কৰা আছে, আৰু আনখনত বীজগণিতৰ। কিছুমানৰ মতে এই গ্ৰন্থ দুখন বেলেগ নহয়—তেওঁৰ সিদ্ধান্ত শিৰোমণিৰেই অংশ বিশেষ। অৱশ্যে এই মত তৰ্ক-সাপেক্ষ। ১৮১৭ চনত ব্ৰহ্মগুপ্ত আৰু ভাস্কৰৰ সকলোবোৰ লিপিকা ইংৰাজীলৈ অনূদিত হয়। মহাবীৰৰ কামবোৰ ১৯১২ চনত প্ৰকাশ পায়। সকলোতকৈ বেচি খবৰ দিছে ভাস্কৰৰ 'লীলাৱতী' নামৰ পুথিখনে। ইয়াৰ বিষয়ে এটা সাধুও আছে।

জ্যোতিষ মতে ভাস্কৰে পালে, জীয়েক লীলাৱতীৰ বৈধব্য যোগ। কিন্তু তেওঁ হিচাপ কৰি উলিয়ালে যে কোনো এক শুভ দিনৰ (তেওঁৰ গণনাত পোৱা মতে) কোনো নিৰ্দিষ্ট সময়ত লগ্ন হলে, দোষটো কটা যায়। সেইমতে সকলো দিহা কৰালে। সময় গণনাৰ বাবে এক অভিনৱ নিয়ম বৰ্ণালে। এটা বিশেষ পাত্ৰত মুখলৈকে পানী লৈ তাত নিৰ্দিষ্ট দাগ কাটি দিলে। পাত্ৰটোত এটা সূক্ষ্ম ফুটা আছে, তাৰে পানী যায়। পানী গৈ গৈ পানীৰ পৰিমাণ কমি আহিব আৰু যেতিয়াই পানীৰ সমতাই দিয়া দাগটো চুব, তেতিয়াই হব বিয়াৰ শুভলগ্ন। কথামতে, শুভদিনৰ দিনা সেই পাত্ৰটো (ইংৰাজীত hour cup চাই

আছে। কপালৰ ফেৰ খণ্ডায় কেনেকৈ ? আনন্দত আত্মহাৰা হৈ চাই থাকোঁতে হঠাতে কপালৰপৰা মুকুতা খহি পৰিল পানীপূৰ্ণ পাত্ৰৰ ওপৰত। ফুটা বন্ধ হৈ গ'ল। ভাস্কৰৰ সকলো গণনাৰ মূৰত দেও দি দৈৱই প্ৰাধান্য লভিলে। কিন্তু তথাপি অপত্য-স্নেহৰ সাৰ্থক পাৰিশ্ৰমিক হিচাপে হিন্দুজাতিয়ে পালে এখন অক্ষৰ মৌলিক পুথি। সেয়ে শোকাকুল পিতাকে, নিজৰ কন্যাক সান্ত্বনা দিবলৈ পুথিৰ নাম ৰাখিলে 'লীলাৱতী'।

অনিৰ্ণেয় বিশ্লেষণ ( Indeterminate Analysis ) কৰাত হিন্দু গণিতজ্ঞ জ্যোতিষী পৃথিবীৰ ভিতৰত সৰ্বপ্ৰথম। ডায়োফেন্টাচে মাথো এটা মূল নিৰ্ণয় কৰাতহে জোৰ দিছিল; কিন্তু হিন্দুসকলে সকলো সম্ভৱপৰ গোটা অখণ্ড ( Integral ) সমাধানৰ ব্যৱস্থা কৰিছিল। এই বিষয়ত আৰ্য্যভট্ট, ব্ৰহ্মগুপ্ত আৰু ভাস্কৰৰ ৰৱগুণি উল্লেখযোগ্য।

সিদ্ধান্ত শিৰোমণি আৰু লীলাৱতীৰ উপৰিও ভাস্কৰাচাৰ্য্যই 'গ্ৰহগণিত' আৰু 'গোল' নামক আৰো দুখন জ্যোতিষৰ কিতাপ লিখে। 'গ্ৰহগণিত'ত গ্ৰহ-নক্ষত্ৰৰ গণনা আৰু 'গোল'ত গ্ৰহ-নক্ষত্ৰ, জ্যোতিষ আদিৰ সমস্যা আৰু সমাধানৰ উপায়ৰ নিৰ্দেশ পোৱা যায়।

১৪৪২ খৃষ্টাব্দত জন্মগ্ৰহণ কৰা কেৰেলাৰ অধিবাসী নীলকণ্ঠ সোমায়জীয়ে জ্যোতিষ আলোচনা কৰি 'সিদ্ধান্ত দৰ্পণ' গ্ৰন্থ লিখে। ইয়াৰ উপৰিও ভেওঁ জ্যোতিষ শাস্ত্ৰক অৱলম্বন কৰি ৯ খন গ্ৰন্থ লিখে। সেইবোৰৰ ভিতৰত সিদ্ধান্ত দৰ্পণৰ ওপৰত কৰা ব্যাখ্যা সিদ্ধান্তদৰ্পণ ব্যাখ্যা, আৰ্য্যভট্টৰ ৰচিত আৰ্য্যভটীয় গ্ৰন্থৰ ব্যাখ্যা, আৰ্য্যভটীয় ভাষ্য আৰু গ্ৰহণ নিৰ্ণয় উল্লেখযোগ্য।

১৫ শতিকাৰ আৰম্ভণিত কেৰেলাৰ অধিবাসী পৰমেশ্বৰে গোল-দীপিকা গ্ৰন্থ লিখে। ইয়াৰোপৰি জ্যোতিষ আৰু এষ্ট্ৰোনমিৰ ওপৰত ভেটি কৰি লিখা ভেওঁৰ দহখনতকৈ অধিক গ্ৰন্থ আছে।

এইবোৰৰ ভিতৰত "আৰ্য্যভটীয়', সূৰ্য্যসিদ্ধান্ত' আৰু লীলাৱতীৰ ভাষ্যসমূহ লেখত লবলগীয়া।

কিছুমান ক্ষেত্ৰত গ্ৰীক আৰু ভাৰতীয় জ্যোতিষ শাস্ত্ৰৰ মিল দেখা যায়। পাশ্চাত্যদেশৰ পণ্ডিতসকলে কয় যে ভাৰতীয় জ্যোতিষৰ উৎপত্তিত আৰু ক্ৰমোন্নতিত গ্ৰীচৰ প্ৰভাৱ পৰিছে। চিকিৎসা বিদ্যা, জ্যোতিষ বিদ্যা আৰু অন্যান্য কলাবিদ্যাৰ অসংখ্য ভাষ্য গ্ৰীক পণ্ডিতসকলে ভাৰতবৰ্ষৰ পৰা লৈ যায়। এইবোৰ বিষয়ৰ বহু ভাষ্য গ্ৰীক ভাষালৈ অনূদিত হয়। গতিকে ভাৰতীয় জ্যোতিষ শাস্ত্ৰত গ্ৰীচ দেশৰ জ্যোতিষ শাস্ত্ৰৰ প্ৰভাৱ পোণপটিয়াভাৱে পৰিব নোৱাৰে বুলি ধাৰণা কৰিব পাৰি। ভাৰতবৰ্ষত আবিষ্কৃত 'শূন্য সংখ্যা' আৰবলৈ যায়; তাৰ পিচত ইউৰোপৰ বহুদেশে ইয়াক গ্ৰহণ কৰে। পিচত আকৌ ইংৰাজসকলে ইয়াক ভাৰতবৰ্ষত পুনৰ সূচনা কৰে। এইদৰে শূন্যসংখ্যাই ভাৰতীয় জ্যোতিষীৰ জ্ঞান প্ৰাচীন কালৰপৰাই প্ৰচাৰ কৰিছে।

জীৱনত গ্ৰহবোৰৰ প্ৰভাৱ অখণ্ডনীয়। ৰাহু আৰু কেতুক বাদ দিলে জ্যোতিষৰ মতে গ্ৰহ সাতটা ধৰা হয়। এই গ্ৰহবোৰ হ'ল, —ৰবি, চন্দ্ৰ, বুধ, মঙ্গল, বৃহস্পতি, শনি আৰু শুক্ৰ। কোনোৱেই গ্ৰহবোৰৰ অমোঘ প্ৰভাৱৰপৰা হাত সাৰিব নোৱাৰে। মানৱ জীৱনত ৰাহু আৰু কেতুৰ প্ৰভাৱ কেনেকুৱা আৰু তাৰ প্ৰতিকাৰৰ উপায় জ্যোতিষ শাস্ত্ৰত বৰ্ণনা কৰা হৈছে।

ৰাহু আৰু কেতুক গ্ৰহ পৰ্য্যায়ত স্থান দিবপৰা যায় নে নাযায় এই সম্বন্ধে প্ৰাচীন ভাৰতীয় জ্যোতিৰ্বিদসকল একমত হ'বপৰা নাই। ৱৰাহ, আৰ্য্যভট্ট প্ৰমুখ্যে অনেক জ্যোতিৰ্বিদৰ মতে ৰাহু আৰু কেতুক গ্ৰহ পৰ্য্যায়ত স্থান দিব নোৱাৰি। সেই কাৰণেই ৱৰাহে বৃহৎসংহিতা আৰু বৃহৎজাতক প্ৰভৃত ৰাহু আৰু কেতুৰ কোনো ফল বৰ্ণনা কৰা নাই। ৱৰাহ আৰু আৰ্য্যভট্টই ৰাহুক চন্দ্ৰপাত আৰু কেতুক ধূমকেতু বুলি কৈছে। কিন্তু পৰাশৰ,

জৈমিনি আৰু অনেকে ৰাহু-কেতুক গ্ৰহ পৰ্য্যায়ত স্থান দিছে আৰু মানৱ জীৱনত এই দুই গ্ৰহৰ প্ৰভাৱ বৰ্ণনা কৰিছে। প্ৰাচীন যুগত এনে মতভেদ থাকিলেও পৰৱৰ্তী কালত ভাৰতীয় জ্যোতিষী-সকলে ৰাহু আৰু কেতুক নৱগ্ৰহৰ অন্তৰ্ভুক্ত কৰিছে। গতিকে জাতক ফল বৰ্ণনাত ৰাহু-কেতুৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি।

**প্ৰাচীন কামৰূপত জ্যোতিষ চৰ্চা:** ডাক এজন জ্যোতিষী আছিল। বঙালী আৰু অসমীয়াৰ মাজত ডাকক লৈ টনা-আজোৰা লাগিছে। অসমীয়া মতে ডাকে "উত্তম কুমাৰ কুলে জনম লভিলা" আৰু বঙালী মতে "ভাষে ডাক গোৱাল"। ডাক-চৰিত অনুসাৰে বৰাহমিহিৰৰ বৰত ডাকৰ জন্ম, আৰু ডাকক নিবলৈ আহি তৰ্কত ঘাটি তেওঁ উভতি যায়। ডাকৰ বচন বেদৰ বাণী। লাখ লাখ অসমীয়া নিৰক্ষৰ জনগণৰ বাবে ডাকৰ বচন সঁচাকৈয়ে অলিখিত বেদ, আৰু ডাক তেওঁলোকৰ অখ্যাত ব্যাস। ডাক প্ৰাক্-ঐতিহাসিক যুগৰ ব্যক্তি। বৈষ্ণৱ যুগৰ আন এজন জ্যোতিষ শাস্ত্ৰৰ পণ্ডিত হ'ল কবিৰত্ন। এওঁ লীলাৱতী ভাঙোতা। অসমৰ মজিন্দাৰ বংশৰ এজন দুৰ্গাৰাম কায়স্থই প্ৰাচীন ভাৰতৰ অঙ্কশাস্ত্ৰ বিশাৰদা লীলাৱতীৰ মূল সংস্কৃত পুথি ১৪৬৮ খৃঃ মানত অসমলৈ আনে বুলি জনা হয়। প্ৰাচীন কালত অসমৰ জ্যোতিষী চূড়ামণিয়ে 'জ্যোতিষ চূড়ামণি' বোলা পদপুথিত জ্যোতিষৰ বাহিৰেও গণিত বিষয়ৰ কথা লিখিছিল। চূড়ামণিয়ে আত্মপৰিচয় সম্পৰ্কে এইদৰে কৈছে:

"জ্যোতিষ যে আৰু, চূড়ামণি কহে, বালকসৱক প্ৰতি।
কায়স্থসকলে, নিন্দা নকৰিবা, মহাশয়ে অল্পমতি।"

উত্তৰ-বৈষ্ণৱ যুগত জ্যোতিষ শাস্ত্ৰৰ পণ্ডিত কবিৰাজ চক্ৰবৰ্ত্তী। তেওঁ ভাস্বতী নামৰ সংস্কৃত জ্যোতিষ গ্ৰন্থৰ কথা ভাঙনিত এই বুলি এটি শ্লোকৰে আত্মপৰিচয় দিছে—"ৰবিপদকমলম্ প্ৰণম্য মূৰ্দ্ধা সুমতিকৰম্ খণ্ডে ভাস্বতী প্ৰবন্ধে। ৰচয়তি কবিৰাজ চক্ৰবৰ্ত্তী

নিজসূত্ত মহাভিদে কথাম জিজগ্রে ॥" সামৰণিত কথাৰে লিখিছে "শ্ৰীমন্ত ডাকসৰস্বতী আত্মজ শ্ৰীকবিৰাজ চক্ৰবৰ্ত্তী বিৰচিত ভাস্বতী শাস্ত্ৰৰ কথা সমাপ্ত হুইল." ইয়াৰপৰা বুজিব পাৰি, পুত্তেক পিতাক দুয়ো পৰম পণ্ডিত আছিল; অসমীয়া ভাস্বতীও সংস্কৃতৰ আথকৰা ভাঙনি মাত্ৰ নহয়, আৰু য'তে তেওঁ মূলৰপৰা ফালৰি কাটিছে ত'তে সূৰ্যসিদ্ধান্ত আৰু মহাজ্যোতিষৰ গুৰুগিৰি উদ্ধৃত কৰিছে।

ইয়াৰপৰা বুজা যায় প্ৰাচীন অসম কামৰূপত জ্যোতিষ শাস্ত্ৰৰ বহুল প্ৰচাৰ আছিল।

অতি প্ৰাচীন ৰাজ্য বুলি কামৰূপৰ খ্যাতি আছে। প্ৰাগ্-জ্যোতিষপুৰ এই ৰাজ্যৰ ৰাজধানী। ৰামায়ণৰ দিনৰপৰা প্ৰাগ্-জ্যোতিষপুৰৰ নাম প্ৰসিদ্ধ। মহাভাৰতৰ যুগত কুৰুক্ষেত্ৰ মহাসমৰত প্ৰাগ্‌জ্যোতিষৰ ৰজা ভগদত্তই বুঢ়া বয়সত কৌৰৱৰ পক্ষ লৈ যুদ্ধ কৰাৰ কাহিনী সকলোৰে সুবিদিত। যোগিনীতন্ত্ৰৰ দিনত কামৰূপ ৰাজ্য ৰত্নপীঠ, কামপীঠ, স্বৰ্ণপীঠ আৰু সৌমাৰপীঠ এই চাৰিটা খণ্ডত বিভক্ত আছিল। প্ৰাগৈতিহাসিক যুগৰ কামৰূপ মানমন্দিৰ চিত্ৰাচল পাহাৰত নৱগ্ৰহ মন্দিৰ নিৰ্মিত হৈছিল। সূৰ্য্যক কেন্দ্ৰ কৰি মৎস্য মন্ত্ৰেৰে অঙ্কিত দিগ্‌বৃত্তৰ আঠোটা দিশৰ চিনত গ্ৰহবেদী মণ্ডলমতে শিৱলিঙ্গময় গ্ৰহ-বিগ্ৰহ স্থাপন কামৰূপীয় জ্যোতিষীসকলৰ এক চমকপ্ৰদ আবিষ্কাৰ। দিন-ৰাতি সমান হবৰ দিনা দেৱালয়ত পোৱা শঙ্কুচ্ছায়া (পলভা)-ৰে প্ৰাচীন কামৰূপীয় লগ্নমান জানিব পাৰি। কামৰূপৰ প্ৰামাণ্য গ্ৰন্থ 'হৰগৌৰী সম্বাদ'ত চিত্ৰাচলৰ উল্লেখ আছে; কিন্তু কৰ্ণাচলৰ কোনো উল্লেখ পোৱা নাযায়। কালিকা পুৰাণৰ কোনো এটা শ্লোকত চিত্ৰকূট (চিত্ৰাচল)-ৰ পূবে 'কজ্জলাচল' নামেৰে এখন পাহাৰৰ উল্লেখ আছে। তাত সকলো বিদ্যাধৰ আৰু দেৱতা থকা কথাও পোৱা যায়।

নৱগ্ৰহ দেৱালয়ত থকা শিলৰ ফলিৰপৰা জনা যায় মহাৰাজ

ৰাজেশ্বৰ সিংহৰ মতে তৰুণ দুৱৰা বৰফুকনে নবগ্ৰহৰ ওপৰত মঠ নিৰ্মাণ কৰাই দিছিল। কিন্তু এই মঠৰ ওপৰটো আবৃত থকাৰ কোনো প্ৰমাণ নাই। বৰ্তমান যুগত কৰ্ণাচল পাহাৰত প্ৰাচীন আৰু আধুনিক যন্ত্ৰপাতিৰে সুসজ্জিত মানমন্দিৰ নিৰ্মাণ, জ্যোতিষ গৱেষণা কেন্দ্ৰ স্থাপন আদি আঠদফীয়া আঁচনি চৰকাৰৰ ওচৰত দাঙি ধৰা হৈছে যদিও অষ্টশিৱ ওলোৱা ঠাইখিনি সংৰক্ষিত কৰাৰ বাহিৰে কোনো কামত চৰকাৰে হাত দিয়া নাই।

প্ৰাচীন কালৰেপৰা কামৰূপত গণিত আৰু ফলিত জ্যোতিষৰ সুসমৃদ্ধ চৰ্চা চলি আছে। গণিত জ্যোতিষৰ ভিতৰত ভাস্কৰাচাৰ্য্যৰ ১১৫০ খৃষ্টাব্দত ৰচিত 'লীলাৱতী'ৰ সাঁচিপতীয়া হাতে লিখা পুথি; ৬৬৫ খৃষ্টাব্দত ৰচিত আৰু ১৫১৫ খৃষ্টাব্দত শ্ৰীধৰৰ দ্বাৰা সম্পাদিত কামৰূপ নিবন্ধনীয় খণ্ডসাধ্য দশাৰ আৰ্য্যা, বিষ্ণুগণনা পদ্ধতি, গ্ৰহণ গণনা আদি প্ৰাচীন হাতে-লিখা সাঁচিপতীয়া পুথি কামৰূপ জিলাৰ অন্তৰ্গত গন্ধিয়া গাৱঁত অৱস্থিত এটি গ্ৰন্থাগাৰত এতিয়ালৈকে সংৰক্ষিত হৈ আছে। উক্ত গাৱঁৰ এই গ্ৰন্থাগাৰত জ্যোতিষ ৰত্নমালা, জ্যোতিমুক্তাৱলী, সময়ামৃত ৰাজৰাজমাৰ্তণ্ড, হৰনাথ-কৃত সামুদ্ৰিক, স্বৰোদয়, যুদ্ধজয়াৰ্ণৱ, প্ৰশ্নকেৰালী, ৰাক্ষসী কেৰালী, বিষ্ট্যাধ্যাভাৱ দীপিকা প্ৰভৃতি হাতে-লিখা পুথি পোৱা যায়।

প্ৰাচীন কালৰেপৰা 'কামৰূপ নিবন্ধনীয় খণ্ডসাধ্য' কামৰূপ পঞ্জিকা গণিত হৈ আহিছিল বিংশ শতাব্দীৰ প্ৰায় চতুৰ্থ-দশকলৈকে। খণ্ডসাধ্য মতে হাতে-লিখা কেবাশ বছৰৰ পঞ্জিকা আজিও গন্ধিয়া গাৱঁৰ গ্ৰন্থাগাৰটোত দেখা যায়। খণ্ডসাধ্যমতে পঞ্জিকা গণিব লাগিলে আগতে যোগ, বিয়োগ, পূৰণ, হৰণ মচি মচি আৰ্য্যাৰ সহায়ত একে শাৰীতে যে কৰিব লাগে সেইটো জানিব লাগে। বিভিন্ন জাতীয় কেবাটাও সংখ্যা স্বজাতীয় সংখ্যাৰপৰা বিয়োগ বা যোগ কৰা পদ্ধতি আৰু আধা লোৱা পদ্ধতি সৰ্বভাৰতীয় পদ্ধতিতকৈ স্বতন্ত্ৰীয়া। খণ্ডসাধ্যৰ নিয়মবোৰ সিদ্ধান্তৰ প্ৰমাণেৰে উৎপন্ন কৰিব

পাৰি ; সময় বাগৰাৰ লগত হয়াৰ ধ্ৰুবাঙ্কবোৰৰ সালসলনি কৰিব লগীয়া নহয়। খণ্ডসাধ্যেৰে পঞ্জিকা গণনাত তিথি-নক্ষত্ৰাদিৰ ভোগ্য-দণ্ডৰ ঠাইত কোনো কোনো ঠাইত বাওঁহাতে দশমিক বিন্দু নোহোৱাকৈ সংখ্যাৰ বাওঁপিনে শূন্য পোৱা যায়। তাক 'গন্তব্য' বোলা হয়।

ফলিত জ্যোতিষ বিষয়েও আমাৰ বঙালী বা আন আন দেশীয় জ্যোতিষৰ পাৰ্থক্য আছে। ত্ৰিপাপ চক্ৰ গণনা ( বিষ্টকাল নিৰূপণৰ বাবে ) জ্যোতিষ ৰত্নমালাৰ মতে বেলেগ ; আৰু জাতক চন্দ্ৰিকা আদি বঙালী পুথিৰ লগত নিমিলে। ৰত্নমালাৰ লেটন বিচাৰ সৰ্বভাৰতীয় জ্যোতিষৰ লগত বৈশিষ্ট্যপূৰ্ণ। ছোৱালী প্ৰথম ৰজঃস্বলা হলে শুভাশুভ সকলো দেশতে গণনা হয় যদিও কামৰূপত তাক পুষ্পোৎসৱ বোলে। ই সঁচাকৈয়ে এটা উৎসৱ, ইয়াৰ গণনাও বৰ প্ৰাঞ্জল আৰু স্ত্ৰীআচাৰ আদিও বিশদ। বিয়া-সবাহ, যাগ-যজ্ঞত অগ্নি-নাবদ বিচাৰ, গছ বা বাঁহ ৰোৱাৰ সময়ত শৰ, গণ্ডবিচাৰ, তুল-ধূনা নিষেধ ব্যৱস্থা আদি কামৰূপীয় জ্যোতিষৰ স্বতন্ত্ৰীয়া পদ্ধতি দেখা যায়। ল'ৰা জন্মৰ সময়তে ব্যক্ত নামৰ সহায়ত বৰ্গ নিৰূপণ, চক্ৰৰ বৰ্ণ গণনা আদিও কামৰূপীয় জ্যোতিষৰ নিজস্ব প্ৰথা। পূজা-যাগ-যজ্ঞাদিত দিয়া মণ্ডলবোৰে যেনেদৰে পূজাদিৰ সৌষ্ঠব বঢ়ায়, তেনেদৰে কামৰূপীয় জ্যোতিষ বিদ্যাৰ জ্যামিতিক সমৃদ্ধি সূচনা কৰে।

আহোম ৰজাসকলৰ দিনত জ্যোতিষ চৰ্চাকাৰী ব্ৰাহ্মণসকলক ভূমিদান কৰা হৈছিল। জ্যোতিষ চৰ্চাকাৰীসকলক গণক, দৈৱজ্ঞ সংজ্ঞাৰে অভিহিত কৰা হয়। অসম বুৰঞ্জীৰ প্ৰায় ঠাইতে গণক বা দৈৱজ্ঞৰ সংজ্ঞা পোৱা যায়। কামৰূপৰ বিশ্বেশ্বৰ দেৱালয়ত থকা এখন কাকতত পোৱা যায় যে বাৰজন ব্ৰাহ্মণৰ ভিতৰত যি দুজন তিথিকৰ আছিল তেওঁলোকো ব্ৰাহ্মণ বুলি অভিহিত হৈছিল। জ্যোতিষ চৰ্চা কৰা কাৰণে তেওঁলাকক গণক, দৈৱজ্ঞ বোলা

হৈছিল। আন আন দেৱালয়ৰ তিথিকৰসকলকো উক্ত উপাধি দিয়া হৈছিল। তেওঁলোকে জ্যোতিষ চৰ্চা কৰি পোৱা ব্ৰহ্মোত্তৰ ভূমিদান-পত্ৰবোৰো ব্ৰাহ্মণ-পণ্ডিতসকলে শুদ্ধ সংস্কৃত ভাষাত ৰচনা কৰি দিছিল।

কালিকা পুৰাণৰ গৌৰৱমণ্ডিত শ্লোকটো হ'ল—"অস্য মধ্যে স্থিতো ব্ৰহ্মা প্ৰাঙ নক্ষত্ৰাণ সমৰ্জ্জহ, ততঃ প্ৰাগ্‌জ্যোতিষ নাম পুৰিঃ শক্ৰপুৰোপমঃ"—ইন্দ্ৰৰ অমৰাৱতীৰ দৰে এয়া প্ৰাগ্‌জ্যোতিষপুৰ, য'ত ব্ৰহ্মাই পুৰণি কালত নক্ষত্ৰমণ্ডলীৰ সৃষ্টি কৰিছিল। ওপৰত উদ্ধৃত কৰা শ্লোকটোৰপৰা আমি সগৌৰৱে কওঁ যে প্ৰাক্ (পুৰা-কালত) জ্যোতিষৰ উৎপত্তি হৈছিল যি পুৰত তাৰ নাম 'প্ৰাগ্‌-জ্যোতিষপুৰ'।

প্ৰাগ্ ঐতিহাসিক যুগৰপৰা জ্যোতিষ চৰ্চাত সুসমৃদ্ধ অসমত আজি এই বিদ্যাৰ চৰম অৱনতি দেখা যায়। কামৰূপীয় জ্যোতিষৰ সমাধি যাতে নহয় তাৰ কাৰণে এতিয়া পণ্ডিতসকলে চেষ্টা চলাব লাগে। অভিজ্ঞ গুৰুৰ ওচৰত বহি অধ্যয়ন আৰু চৰ্চা নকৰিলে কামৰূপীয় জ্যোতিষ শিকা অসম্ভৱ। আধুনিক যুগত আমাৰ সুশিক্ষিত ডেকাসকলে কামৰূপীয় জ্যোতিষৰ তথ্যবোৰ আহৰণ কৰি দেশৰ অতীত গৌৰৱক মহীয়ান কৰক। তেনেকুৱা চেষ্টা চলালে জ্যোতিষ বিদ্যাটো সুৰক্ষিত হ'ব বুলি ন দি কৰপৰা যায়।

# সপ্তদশ অধ্যায়

## ধৰ্মশাস্ত্ৰ

ধৰ্ম শব্দটো আটাইতকৈ বহল দৃষ্টিত ধৰি লব পাৰি। প্ৰধানভাবে ধৰ্মৰ অৰ্থ এয়ে—যিটোৱে পৃথিবীক ৰক্ষা কৰি থাকে। ধৰ্মই আচৰণ, কৰ্তব্য, আইন, ন্যায়, নৈতিকতা আদিকো বুজায়। মীমাংসা দৰ্শনে ধৰ্মক সেই অৰ্থত গ্ৰহণ কৰে যি ধৰ্মৰ ফলত আত্মাত অপূৰ্ব থকা বুলি অনুমেয় হয়। কৰ্তব্যৰ ক্ষেত্ৰতহে ধৰ্ম-শাস্ত্ৰ ব্যৱহৃত হয়। ভাৰতীয় ধৰ্মৰ ব্যৱহাৰিক দিশটো লক্ষ্য কৰিব পাৰি স্মৃতি বা অনুশাসনবিলাকত। বৰ্তমান যুগৰ আইন প্ৰচলিত নোহোৱালৈকে ভাৰতীয় পাৰিবাৰিক জীৱন, সামাজিক জীৱন আৰু আৰু আন কি ৰাজনৈতিক জীৱনো স্মৃতিবিলাকে নিৰ্দেশিত কৰি ৰাখিছিল। ভাৰতীয় আধুনিক আইনো কিছু পৰিমানে স্মৃতিৰ ওচৰত ঋণী।

ধৰ্মশাস্ত্ৰ পাঁচ প্ৰকাৰ বুলি ধৰি লোৱা হয়—যেনে (১) বৰ্ণ ধৰ্ম, (২) আশ্ৰম ধৰ্ম, (৩) বৰ্ণাশ্ৰম ধৰ্ম, (৪) নৈমিত্তিক ধৰ্ম, (৫) গুণ ধৰ্ম। এইবোৰ বেদাঙ্গ, স্মৃতি আদিৰ ওপৰত ভেটি কৰি গঢ়ি উঠিছে। ধৰ্মশাস্ত্ৰক স্মৃতি বোলাও হয়। মনু-স্মৃতিত এইদৰে কোৱা হৈছে,—

"শ্ৰুতিস্তু বেদো বিজ্ঞেয়ো ধৰ্মশাস্ত্ৰং তু বৈ স্মৃতিঃ॥"

ধৰ্মশাস্ত্ৰ কপিল সূত্ৰৰ ওপৰত ভেটি কৰি গঢ়ি উঠিছে। ই কৰ্তব্য আচৰণৰ নিয়মৰ ভেটি ধাৰণ কৰিছে। ধৰ্মশাস্ত্ৰবোৰৰ গঠনত মহাকাব্য আৰু পুৰাণৰ অবদান আছে। মহাভাৰতও কৰ্তব্য আচৰণৰ বিষয়-বস্তুৰে পৰিপূৰ্ণ।

প্ৰত্যেক ধৰ্মশাস্ত্ৰৰ গ্ৰন্থই ধৰ্মৰ চাৰিটা বিষয়ক লৈ আলোচনা

কৰিছে। এই চাৰিটা বিষয় হ'ল—আচাৰ, ব্যৱহাৰ, প্ৰায়শ্চিত্ত আৰু কৰ্মফল। আচাৰে ব্যক্তিৰ গুণানুসাৰে মানুহৰ কৰ্তব্য ধাৰণ কৰে। ঘৰুৱা-ঘৰৰ নিয়ম আৰু আইনক বুজায় ব্যৱহাৰে। আগতে কাম কৰা ফল অনুসাৰে প্ৰায়শ্চিত্ত আৰু কৰ্মফল মানুহৰ জীৱনত ঘটে। ব্যৱহাৰ হ'ল ধৰ্মৰ এটি আভ্যন্তৰীণ অংশ।

এই শাখাৰ আগৰ কালৰ সূত্ৰবিলাকেই হ'ল গৌতমৰ ধৰ্মশাস্ত্ৰ। ইয়াৰ উপৰিও বোধায়ন, অপস্তম্ভ, বশিষ্ঠ, বিষ্ণু, হৰিত, শঙ্খ লিখিত বিখানস, পৈথিনসি, উসনস, কাশ্যপ আৰু বৃহস্পতি আদি ধৰ্মশাস্ত্ৰকাৰ আদিৰ সূত্ৰও পোৱা যায়।

মনুস্মৃতি বা মানব ধৰ্মশাস্ত্ৰই হ'ল পুৰণা প্ৰাপ্ত ধৰ্মশাস্ত্ৰ। এই ধৰ্মশাস্ত্ৰখন সৃষ্টিৰ দ্বাৰা আৰম্ভ কৰি বেদান্ত দৰ্শনৰ আলোচনাৰে সমাপ্তি ঘটোৱা হৈছে। এতিয়া পোৱা এই মনুস্মৃতিখনত দ্বাদশ অধ্যায় আছে। ভৃগুমুনিৰ দ্বাৰা এই শাস্ত্ৰক ব্যক্ত কৰাও হৈছে। ইয়াৰপৰা বুজা যায় যে ভৃগুৱে মনুৰ কথাখিনি প্ৰকাশ কৰিছিল। মনুস্মৃতি বোলে মূলত আছিল একলাখ শ্লোকৰ, পিছে নাৰদে তাক বাৰহেজাৰ শ্লোকলৈ সংক্ষেপিত কৰিলে, তাৰ পিছত মাৰ্কণ্ডেয়ই আনিলে আঠহেজাৰ শ্লোকলৈ আৰু ভৃগুপুত্ৰ সুমতিয়ে চাৰিহেজাৰ শ্লোকত সামৰি থলে। বৰ্তমান সময়ত পোৱা ভৃগুপ্ৰোক্ত মনুস্মৃতিত শ্লোকৰ সংখ্যা আঢ়ৈহেজাৰৰ ওপৰ হ'ব। বৰ্তমানৰ মনুস্মৃতিয়ে খৃষ্টীয় প্ৰথম-দ্বিতীয় শতক মানত গঢ় লোৱা বুলি ধৰা হ'লেও এই ধৰ্মশাস্ত্ৰৰ পৰম্পৰা তাতকৈ অলপ আগৰ। কাশীপ্ৰসাদ জয়সৱাল বিশেষ প্ৰমাণেৰে সৈতে দেখুৱাইছে যে পুথিখনৰ নাম আছিল 'মানৱ ধৰ্মশাস্ত্ৰ' আৰু ইয়াক সুমতি ভাৰ্গৱে ৰচনা কৰিছিল শুঙ্গ ব্ৰাহ্মণ নৃপতিসকলৰ অভ্যুদয়ৰ কালত, খৃঃ পূঃ দ্বিতীয় শতকত। স্বয়ম্ভুৱ মনুৰ লগত ইয়াৰ কোনো সম্বন্ধ নাই। সুমতি আছিল মানৱ বৈদিক শাখাৰ লোক; কাণ্বযুগৰ ভাসই মানৱীয় ধৰ্মশাস্ত্ৰৰ উল্লেখ কৰিছে; তেতিয়াও মনুস্মৃতিৰ স্বকীয়া নাম সৃষ্টি হোৱাই নাই।

যস্কৰ নিৰুক্ত আৰু মহাভাৰততেও মনুৰ বিষয়ে উল্লেখ কৰে। এই গ্ৰন্থখনৰ সময় সঠিকভাবে নিৰ্ণয় কৰিব নোৱাৰি। এই শাস্ত্ৰখনৰ প্ৰভাৱ বৰ্মা, শ্যাম আৰু জাভা দ্বীপতো পৰে বুলি অনুমান কৰা হৈছে। মনুস্মৃতিৰ ওপৰত লিখা টীকাকাৰবিলাকৰ ভিতৰত আমি দুজনৰ নাম পাওঁ। তেওঁলোক হ'ল মেধতিথি আৰু কুল্লুকভট্ট।

মনুস্মৃতিৰ পিচতে আৱশ্যকীয় আন এখন ধৰ্ম-গ্ৰন্থ হ'ল যাজ্ঞবল্ক্যস্মৃতি। এই গ্ৰন্থখনৰ আবিৰ্ভাৱ কাল খৃঃ পূঃ ১০০ পৰা খৃষ্টাব্দ ৩০০ ভিতৰত ধৰি লব পাৰি। এই স্মৃতিখনৰ তিনিটা বিভাগ আছে। বিভাগ কেইটা হ'ল আচাৰ, ব্যৱহাৰ আৰু প্ৰায়শ্চিত্ত। বেদান্ত দৰ্শনৰ মূলনীতিবিলাকৰ আলোচনা ইয়াত কৰা হৈছে।

নাৰদস্মৃতি বৃহৎ আৰু ক্ষুদ্ৰ পদ্যাংশত পোৱা যায়। গদ্যলিখক বাণভট্টই এই স্মৃতিশাস্ত্ৰৰ অস্তিত্ব সম্পৰ্কে মত প্ৰকাশ কৰি গৈছে। নাৰদস্মৃতিৰ বোলে দুটা ৰূপ আছে—এটা দীঘলীয়া আৰু আনটো চুটি। কলিকতাৰপৰা ভাৰত চৰকাৰৰ নিৰ্দেশত ছপোৱা নাৰদস্মৃতিত এহেজাৰৰ অলপ ওপৰ শ্লোক আছে। এই স্মৃতিৰ ভূমিকাত মনুস্মৃতি সম্পৰ্কীয় পৰম্পৰা এটিৰ আভাস পায়। নাৰদস্মৃতি মনুস্মৃতিৰ ওপৰত নিৰ্ভৰশীল হলে ইয়াত সাধাৰণ ধৰ্মীয় কৰ্তব্যাকৰ্তব্যতকৈ আইনসংক্ৰান্ত কথাহে সৰহ পোৱা যায়। ইয়াৰ মুখ্য বিষয় হ'ল 'ব্যৱহাৰ' অৰ্থাৎ আইন ; আচাৰ আৰু প্ৰায়শ্চিত্তৰ কথা ইয়াত নাই। আনহাতে আইন সম্পৰ্কত থকা আলোচনা মনুস্মৃতিত থকাতকৈ নাৰদস্মৃতিত অধিক উন্নত আৰু যুক্তিপূৰ্ণ। কিতাপখনৰ শুৰিতে আছে—

> "নষ্টে ধৰ্মে মনুষ্যানাং ব্যৱহাৰঃ প্ৰৱৰ্ত্ততে।
> দৃষ্টা চ ব্যৱহাৰাণাং ৰাজা দণ্ডধৰঃ স্মৃতঃ॥" ( ১/১/২ )

অৰ্থাৎ এসময়ত যেনিবা আছিল এটি সুবৰ্ণ যুগ। সেই সময়ত সমাজত অনাচাৰ, অত্যাচাৰ, অসত্য, বিদ্বেষ আদি নাছিল। পিচত

যেতিয়া এই অৱস্থাৰ ব্যতিক্ৰম হ'ল তেতিয়াই বিচাৰ বা মকৰ্দমাৰ সৃষ্টি হ'ল আৰু ৰজায়ো দণ্ডধৰ ৰূপ লৈ বিচাৰ কৰিবলৈ ধৰিলে।

গ্ৰন্থখনৰ এঠাইত ধনৰ প্ৰয়োগ আৰু স্বৰূপ সম্বন্ধে কেইটামান শ্লোক আছে। এইখিনি কথাই প্ৰাচীন সমাজৰ ছবি এটা দাঙি ধৰে।

ধৰ্ম, উপাৰ্জন আৰু সৃষ্টি, নাইবা ভোগমূলক যিয়ে কৰ্ম নাথাকক, তাৰ গুৰিতে আছে ধন। নাৰদস্মৃতিত ধনভেদৰ উল্লেখ স্পষ্টভাবে থকা দেখা যায়। ধনৰ ৰক্ষা, কৃষি-বাণিজ্য আদিৰ দ্বাৰা তাৰ সংবৰ্ধন আৰু সেই ধনৰ সহায়ত ঐহিক আৰু পাৰলৌকিক সুখৰ ভোগ—এইয়ে হ'ল ধনৰ ত্ৰিবিধ নিৰ্দেশ। নাৰদস্মৃতিৰ মতে ধন তিনি প্ৰকাৰ—শুক্ল, মিশ্ৰিত আৰু কৃষ্ণ। এই তিনি প্ৰকাৰ ধনৰ প্ৰত্যেকৰ সাতটাকৈ পৃথক পৃথক ভাগ আছে।

বিদ্যালব্ধ ধন, পুৰুষকাৰৰ দ্বাৰা প্ৰাপ্ত ধন, ধৰ্মাচৰণৰ দ্বাৰা যি লাভ কৰা যায়, ছাত্ৰৰপৰা যি পোৱা যায়, যজমানী কামৰপৰা যি উপাৰ্জন হয় আৰু উত্তৰাধিকাৰ সূত্ৰে যি ধন আহে—এই সাতবিধ শুক্ল ধন, অৰ্থাৎ নিকা পথেদি অহা ধন।

সুদ, কৃষিলব্ধ ধন, বাণিজ্যলব্ধ ধন, শুল্ক (পিতৃয়ে কন্যাৰ কাৰণে লোৱা গা-ধন, ভাল মিস্ত্ৰি, শিল্পী আদিক হাত কৰিবৰ অৰ্থে সিহঁতৰ আত্মীয়-কুটুম্বক দিয়া ভেটি, ইত্যাদি), শিল্পকাৰ্য্যৰ দ্বাৰা (অলঙ্কাৰ, চিত্ৰ আদিৰ জৰিয়তে), পূৰ্বকৃত উপকাৰৰ প্ৰতিদান স্বৰূপে যি ধন ব্ৰাহ্মণৰ হয় সি শবল। ব্ৰাহ্মণৰ স্ববৃত্তিৰ বাহিৰৰ কাম বুলি, আনহাতে নকৰিলেও উপায় নাই, এনে বুলি এই ধন শবল বা মিশ্ৰিত।

ভেটি, পণ ৰাখি খেলা পাশা প্ৰভৃতি ক্ৰীড়া, দ্যূতকৰ্ম, লোকক পীড়ন কৰি আৰ্জিত ধন বা দ্ৰব্য, চুৰি-ডকাইতি, ধূৰ্তামি আদিৰ দ্বাৰা যি ধন উপাৰ্জিত হয়, সি কৃষ্ণ বা পাপময়।

এই তিনিপ্ৰকাৰ ধনৰ দ্বাৰা ক্ৰয়, বিক্ৰয়, প্ৰতিগ্ৰহ প্ৰভৃতি নানান কাৰ্য্যকলাপ হৈ থাকে আৰু শিষ্টভাৱে বিষয়ৰ ভোগও হৈ থাকে।

এই তিনিপ্ৰকাৰ দ্ৰব্যৰ মাজৰপৰা যিৰূপ দ্ৰব্যালৈ মানুহে কৰ্ম কৰে সেই মানুহে ইহকাল আৰু পৰকালত সেই সেই ৰূপে ফল ভোগ কৰে। বিষ্ণুস্মৃতি বা বিষ্ণু-সংহিতাতো ধনৰ শুক্ল, কৃষ্ণ আদি শ্ৰেণী বিভাগ লক্ষ্য কৰিব পাৰি।

নাৰদস্মৃতি আৰু মনুস্মৃতিৰ অনুশাসনৰ মাজত এটি মুখ্য পাৰ্থক্য এই যে মনুস্মৃতিয়ে নিয়োগ প্ৰথা ভাল চকুৰে চোৱা নাই, কিন্তু নাৰদস্মৃতি এই বিষয়ত কিছু উদাৰ। ইয়াৰ উপৰিও আৰু এখন স্মৃতি পোৱা যায়। এই শাস্ত্ৰখনৰ নাম পৰাশৰ স্মৃতি। মনুস্মৃতিৰ সমালোচনা কৰি অইন এখন স্মৃতিশাস্ত্ৰ বৃহস্পতিৰ দ্বাৰা ৰচিত হৈছিল। ইয়াৰ উপৰিও স্মৃতিশাস্ত্ৰৰ সংখ্যা হ'ল ১৫২ খন।

নিয়ম, আচাৰ-ব্যৱহাৰ আদিৰ শিক্ষাৰ কাৰণে ধৰ্মশাস্ত্ৰ সাহিত্যৰ মূল্য মহান। ধাৰৰ ৰজা ভোজদেৱ ব্যৱহাৰ সমুচ্চয় আৰু চাৰুচাৰ্য্য গ্ৰন্থৰ লিখক। দ্বাদশ শতিকাত জীমূতবাহনে ধৰ্মৰত্ন বুলি এখন আইন সম্বন্ধীয় গ্ৰন্থ ৰচনা কৰে। এই গ্ৰন্থখনৰ কালবিবেক, ব্যৱহাৰ মাত্ৰিকা আৰু দায়ভাগ বুলি তিনিটা অংশ আছে। ঠিক একে সময়তে লক্ষ্মীধৰ নামে এজন শাস্ত্ৰকাৰে স্মৃতিকল্পতৰু নামক এখন জনপ্ৰিয় স্মৃতিশাস্ত্ৰ লিখি উলিয়ায়। বঙ্গদেশৰ ৰজা লক্ষ্মণসেনৰ কাৰণে হলায়ুধে ১১৬০ খৃষ্টাব্দত ব্ৰাহ্মণ সৰ্ব্বস্ব নামক স্মৃতি প্ৰকাশ কৰে। ১২২৫ খৃষ্টাব্দত দেৱনাভট্টই স্মৃতিচন্দ্ৰিকা শাস্ত্ৰ লিখে। তেৰ শতিকাৰ অধিবাসী বৰাদৰাজে স্মৃতিসংগ্ৰহ নামে এখন গ্ৰন্থ সম্পাদন কৰে। ইয়াৰ কেৱল ব্যৱহাৰ নিৰ্ণয় নামক অংশটোহে পোৱা যায়। চতুৰ্বৰ্গ চিন্তামণি নামৰ আন এখন স্মৃতিগ্ৰন্থও আছে। ইয়াত ব্ৰত, দান, তীৰ্থ আৰু মোক্ষৰ বিবৰণ আছে। এইখন ১২৭০ খৃষ্টাব্দত হেমাদ্ৰিৰ দ্বাৰা সংকলন কৰা হৈছিল। ধৰ্মীয় কৰ্তব্য আৰু আইন বিষয়ৰ আলোচনা থকা এখন গ্ৰন্থ হ'ল মদন পাৰিজাত। এইখনৰ গ্ৰন্থকাৰ বিশ্বেশ্বৰ। ঠিক একে সময়তে চণ্ডেশ্বৰৰ স্মৃতিৰত্নকাৰ আৰু বিজয়নগৰৰ অধিবাসী মাধৱৰ

কল্পতৰুাধৰীয় গ্ৰন্থ প্ৰকাশ পায়। বাচস্পতিৰ চিন্তামণি ধৰ্মশাস্ত্ৰৰে এখন টীকা। উৎকলবাসী প্ৰতাপৰুদ্ৰদেৱৰ সৰস্বতীবিলাস ষোড়শ শতিকাৰ গ্ৰন্থ।

তেনেকৈ একে সময়তে ৰঘুনন্দনৰ দ্বাৰা সম্পাদিত তত্ত্ব নামক এখন গ্ৰন্থ প্ৰকাশ পায়। বৈদ্যনাথ দীক্ষিতেও 'স্মৃতি মুক্তাফল' নামে এখন ধৰ্মশাস্ত্ৰ প্ৰকাশ কৰে। সপ্তম শতিকাত ভট্টোজি দীক্ষিতে তীৰ্থনিৰ্ণয় সম্পাদন কৰে। কমলকাৰ ভট্টৰ নিৰ্ণয়সিন্ধু, নীলকণ্ঠৰ ভাগৱত ভাস্কৰ আৰু মিত্ৰমিশ্ৰৰ বীৰমিত্ৰোদয় উল্লেখযোগ্য স্মৃতিশাস্ত্ৰ বুলি ধৰি লোৱা হৈছে।

## অষ্টাদশ অধ্যায়

# উপবেদ

**আয়ুৰ্বেদ, গন্ধৰ্ববেদ, ধনুৰ্বেদ, অৰ্থশাস্ত্ৰ আৰু শিল্পশাস্ত্ৰ বা বাস্তুবিদ্যা :**

বেদ আৰু তাৰ পৰিপূৰকৰ সংযোগত চাৰিখন উপবেদ বা গৌণবেদ আছে। এই উপবেদ কেইখন হ'ল—আয়ুৰ্বেদ, গন্ধৰ্ববেদ, ধনুৰ্বেদ আৰু অৰ্থশাস্ত্ৰ। এইবোৰ যথাক্ৰমে চিকিৎসা বিজ্ঞান, সঙ্গীত, ধনুৰ্বিদ্যা আৰু ৰাজনীতিয়ে প্ৰতিনিধিত্ব কৰে। কামশাস্ত্ৰ আয়ুৰ্বেদৰ ভিতৰুৱা। এইবোৰ শাস্ত্ৰ মূল বেদ চাৰিখনৰ আনুষঙ্গিক কাৰণে উপবেদ বুলি ধৰি লোৱা হয়।

**আয়ুৰ্বেদ :** যি শাস্ত্ৰৰ দ্বাৰা মানুহে জীৱন লাভ কৰে তাকে আয়ুৰ্বেদ বুলি কোৱা হয়। জীৱনৰ লক্ষ্য যিয়ে নহওক, স্বাস্থ্যটোৱে হৈছে মূল কাৰণ। এইটো নহলে মানুহ ৰোগগ্ৰস্ত হব আৰু জীৱনৰ লক্ষ্য পৰিপূৰ্ণ নহব। সেয়েহে কোৱা হৈছে :

"ধৰ্মাৰ্থকামমোক্ষানামাৰোগ্যং মূলমুত্তমম্।
ৰোগাস্তস্যাপহৰ্তাৰঃ শ্ৰেয়সো জীৱিতস্য চ॥"

—চৰক সংহিতা, সূত্ৰস্থান ১'১৪।

চিকিৎসা শাস্ত্ৰৰ লক্ষ্য কেৱল ৰোগ নিৰ্মূল কৰাটোৱে নহয়, ইয়াৰ লক্ষ্য হব লাগে ৰোগত নপৰাকৈ মানুহে কেনেকৈ স্বাস্থ্য ৰক্ষা কৰিব পাৰে।

"আয়ুৰ্বেদপ্ৰয়োজনং ব্যাধ্যুপসৃষ্টানাং ব্যাধিপৰিমোক্ষঃ, স্বাস্থ্যস্য স্বাস্থ্যৰ্ষস্য ৰক্ষণশ্চ।"

বেদৰ উৎপত্তি সম্বন্ধে অথৰ্ববেদত উল্লেখ আছে। ৰোগৰ পৰা নিবৃত্তি পোৱাৰ কাৰণে ৰুদ্ৰৰ আশীৰ্বাদ আহ্বান কৰা হয়। ৰোগ

দূৰ কৰাত ভগৱানৰ দয়া যাইকৈ দায়ী আৰু ৰোগৰপৰা মুক্তি পাবলৈ ঔষধৰ প্ৰয়োগৰ কাৰণে মানুহৰ চেষ্টাও আৱশ্যকীয় বিষয় বুলি ধৰা হয়। বৈশেষিক আৰু সাংখ্য দৰ্শনৰ দ্বাৰা প্ৰকাশিত বিজ্ঞানৰ প্ৰধান মূলনীতি মানৱ শৰীৰ গঠন সম্পৰ্কে পঢ়াও আয়ুৰ্বেদ শাস্ত্ৰত সংযোজিত হৈছে। ইয়াৰোপৰি গছ-গছনি, বনৌষধ আৰু অন্যান্য উদ্ভিদৰ দ্বাৰা গঠিত পদাৰ্থৰপৰা চিকিৎসা পদ্ধতিৰ ব্যৱস্থাত ই সহায় আগ বঢ়াইছে। যদিও প্ৰধানকৈ শৰীৰ আৰোগ্য কৰাৰ কাৰণে ঔষধ ব্যৱহাৰ কৰা হয়, তথাপি আত্মাই অৱশেষত উপকাৰ পায় বুলি কব লাগিব। গতিকে ধৰ্ম, দৰ্শন আৰু বিজ্ঞানে আয়ুৰ্বেদৰ উন্নতি আৰু ক্ৰমবৰ্দ্ধমানত এটি বিখ্যাত ভূমিকা গ্ৰহণ কৰিছে। এইক্ষেত্ৰত এই চিকিৎসা প্ৰণালীক অবৈজ্ঞানিক বুলি বৰ্ণনা কৰিব নোৱাৰি। আনকি বিজ্ঞানত সৰল পৰ্য্যবেক্ষণৰ দোষ দেখা যায়। আয়ুৰ্বেদ শাস্ত্ৰও এই পদ্ধতিৰ মাজেৰে চলি আহিছে।

আয়ুৰ্বেদৰ উন্নতি স্বভাৱৰ নিয়ম দৰ্শোৱা ধৰ্মশাস্ত্ৰৰ লগত জড়িত। এই নিয়মবোৰে স্বাস্থ্যৰক্ষাৰ মূলনীতি বহন কৰি আহিছে। আয়ুৰ্বেদ চিকিৎসাই জীবিত প্ৰাণীৰ স্বাভাবিক কাৰ্য্য, জন্তু-গছ-গছনিৰ জীৱনাৱস্থা আৰু মনোবৈজ্ঞানিক সম্বন্ধীয় জীৱনৰ কাৰ্য্যকলাপ বৰ্ণনা কৰে। পদাৰ্থৰ প্ৰধান তিনিটা গুণ—সত্ত্ব, ৰজ আৰু তম মানুহৰ অন্তৰ্নিহিত ৰোগ বায়ু, পিত্ত আৰু কফৰ লগত সংযোগ হৈ আছে।

আয়ুৰ্বেদ চিকিৎসাৰ আঠোটা বিভাগ আছে। এই ভাগবোৰ হ'ল—শল্য, শলক্য, কায়চিকিৎসা, ভূতবিদ্যা, কৌমাৰবৃত্ত, অগদতন্ত্ৰ ৰসায়নতন্ত্ৰ আৰু বাজীকৰণ তন্ত্ৰ। আয়ুৰ্বেদ চিকিৎসাৰ পাঠ আঠোটা অংশত ভাগ কৰাও হৈছে। যেনে : সূত্ৰ, চৰিত্ৰ, ইন্দ্ৰিয়, চিকিৎসা, নিদান, বিমন, বিকল্প আৰু সিদ্ধি।

বৰ্ত্তমান প্ৰাপ্ত আয়ুৰ্বেদ শাস্ত্ৰৰ পাঠ্যপুথি ব্ৰহ্মা, অশ্বিনী, ধন্বন্তৰি,

ইন্দ্ৰ, ভৰদ্বাজ, অত্ৰেয়, অগ্নিৱেশ্য, কাশ্যপ, হৰিত আৰু ভেলাদিৰ শিকনিৰ ওপৰত প্ৰতিষ্ঠিত। চৰক এজন বিখ্যাত আয়ুৰ্বেদ শাস্ত্ৰৰ পণ্ডিত। তেওঁৰ লিখিত গ্ৰন্থ চৰক সংহিতা। এইখনেই আয়ুৰ্বেদ শাস্ত্ৰৰ অতি পুৰণি গ্ৰন্থ। চৰক সংহিতা আঠোটা বিভাগত আৰু ত্ৰিশটা অধ্যায়ত বিভক্ত। এই আঠোটা বিভাগ হ'ল—সূত্ৰস্থান, নিদানস্থান, বিমনস্থান, শৰীৰস্থান, ইন্দ্ৰিয়স্থান, চিকিৎসাস্থান, কল্প-স্থান আৰু সিদ্ধিস্থান। চৰক সংহিতা প্ৰায় ৮০০ খৃষ্টাব্দত আৰবী ভাষালৈ অনূদিত হয় আৰু সেই সময়তকৈ কিছু পাৰ্চীয়ান ভাষালৈ অনুবাদ কৰা বুলি জানিবপৰা যায়। গদ্য আৰু পদ্যত ইয়াক লিখা হয়। মহামাৰীৰ কাৰণ আৰু প্ৰকৃতি ইয়াত বিশ্লেষণ কৰা হৈছে; আৰু কিয় আৰু কেনেকৈ সোচোৰা ৰোগবোৰ বিয়পে তাৰো ব্যাখ্যা কৰা হৈছে। ধমনীত চৰি-ফুৰা বীজাণুবোৰৰ বিষয়েও চৰকে চৰক সংহিতাত উল্লেখ কৰে।

সুশ্ৰুত সুশ্ৰুত সংহিতাৰ গ্ৰন্থকাৰ। এইখনে আয়ুৰ্বেদ শাস্ত্ৰৰ মূল্যবান টীকা। তেওঁ অস্ত্ৰ-চিকিৎসাৰ ওপৰত বেচি গুৰুত্ব দিয়ে। তেওঁ অতি পুৰণি লিখক আৰু সম্ভৱতঃ চৰকৰ সমসাময়িক। কাশ্যপ-সংহিতাত শিশু-ৰোগৰ বিবৰণ আৰু গৰ্ভিণীসকলৰ ৰোগ তথা চিকিৎসাৰ বিবৰণো বিস্তৃতভাবে পোৱা যায়। এই গ্ৰন্থখনৰ সময় সঠিকভাবে নিৰ্ণয় কৰিব নোৱাৰি। ১০৮ পঞ্চৰাত্ৰ সংহিতা অইন এখন কাশ্যপ সংহিতা। ইয়াত সাপৰ প্ৰকৃতি, বিষ আৰু সেইবোৰৰপৰা আৰোগ্য লাভ পোৱাৰ বিবৰণো পোৱা যায়। এখন পাণ্ডুলিপিত ভেলসিংহতাও পোৱা যায়; কিন্তু গঠনত এইখন দোষযুক্ত বুলি কব পাৰি। নবনিতক গ্ৰন্থখন ১৮৯০ খৃষ্টাব্দত আবিষ্কৃত; ইয়াত চূৰ্ণ, তেল আৰু অন্যান্যবোৰৰ বিবৰণো আছে।

৬ষ্ঠ শতিকাত সিংহগুপ্তৰ পুত্ৰ বাগভটে অষ্টাঙ্গহৃদয় আৰু অষ্টাঙ্গসংগ্ৰহ নামৰ গ্ৰন্থ লিখে। পাশ্চাত্যদেশৰ পণ্ডিতসকলে বাগভটক এজন বৌদ্ধধৰ্মী বুলি আখ্যা দিয়ে; কিন্তু জীৱন নিৰ্বাহত

তেওঁক হিন্দু বুলি অনুমান কৰা হয়। অষ্টাঙ্গ সংগ্ৰহৰ ওপৰত প্ৰতিষ্ঠিত অষ্টাঙ্গহৃদয়ক অষ্টাঙ্গহৃদয় সংহিতা বোলা হয়।

যোগসাৰ আৰু যোগশাস্ত্ৰ গ্ৰন্থৰ লেখক নাগাৰ্জুন। কনিষ্কৰ ৰাজসভাত থকা বৌদ্ধধৰ্মাৱলম্বী দাৰ্শনিক পণ্ডিত নাগাৰ্জুনকে আয়ুৰ্বেদ শাস্ত্ৰৰ পণ্ডিত নাগাৰ্জুন বুলি কব খোজে। তেৰ শতিকাৰ ব্যাকৰণ শাস্ত্ৰৰ পণ্ডিত বোপদেৱে চিকিৎসা শাস্ত্ৰৰ ওপৰত সাৰঙ্গধৰ সংহিতা নামক এখন পুৰণি গ্ৰন্থত ৰোগৰ লক্ষণ আৰু চিকিৎসা সম্বন্ধে কিছুমান মত দাঙি ধৰে। ঠিক সমান মূল্যবান চৈধ্য-শতিকাত ভিশতৰ চিকিৎসাকলিক গ্ৰন্থ, ষোড়শ শতিকাত ভৱমিশ্ৰৰ ভাবপ্ৰকাশ গ্ৰন্থ আৰু সোতৰ শতিকাত লোলম্বৰাজৰ বৈদ্যজীৱন গ্ৰন্থ উল্লেখযোগ্য।

জীৱজন্তু আৰু উদ্ভিদৰ ৰোগ নিবাৰণৰ কাৰণেও কিছুমান তন্ত্ৰ-মন্ত্ৰ আছে; সুৰপালৰ বৃক্ষায়ুৰ্বেদে গছ-গছনিৰ ৰোগৰ আলোচনা কৰে। পলকপ্যৰ গজবৈদ্য আৰু নাৰায়ণৰ মাতঙ্গলীলাত হাতীৰ ৰোগসমূহ আলোচনা কৰা হৈছে। গণৰ দ্বাৰা ৰচিত অশ্বআয়ুৰ্বেদ, জয়াদিত্য আৰু দীপাঙ্কৰৰ অশ্ববৈদ্যক, বৰ্দ্ধমানৰ যোগমঞ্জৰী, নকুলৰ অশ্বচিকিৎসা, ভগভটৰ অশ্বায়ুৰ্বেদ, ধাৰৰাজ ভোজৰ শালহোত্ৰ আৰু সুখানন্দৰ অশ্বশাস্ত্ৰত ঘোঁৰাৰ নানা ৰোগ আৰু চিকিৎসাৰ বৰ্ণনা পোৱা যায়। চিকিৎসা বিষয়ৰ ওপৰত লিখা কেবাখনো অভিধান আছে। এই কেইখন হ'ল অনিৰ্দিষ্ট সময়ত ধন্বন্তৰি নিৰ্ঘণ্ট, সুৰেশ্বৰৰ শব্দপ্ৰদীপ, নৰহৰিৰ ৰাজনিৰ্ঘণ্ট, মদনপালৰ গৃহচিকিৎসাৰ গ্ৰন্থ মদনবিনোদ নিৰ্ঘণ্ট আৰু অজ্ঞাত লিখকৰ পথ্যৰ ওপৰত পথ্যাপথ্য নিৰ্ঘণ্ট উল্লেখযোগ্য।

পাশ্চাত্য পণ্ডিতসকলে গ্ৰীক ঔষধত ভাৰতীয় ঔষধৰ উৎপত্তি চিনাক্তকৰণ কৰিবলৈ বৃথা চেষ্টা কৰিছিল। ভাৰতীয় চিকিৎসা প্ৰণালীয়ে আৰবিয়ান আৰু পাৰ্চিয়ানসকলক প্ৰভাৱান্বিত কৰাৰ বহুত উদাহৰণ পোৱা যায়। যেতিয়া আলেকজেণ্ডাৰে ভাৰত আক্ৰমণ

কৰিছিল তেওঁৰ সৈন্যবোৰে পঞ্জাবত সাপৰ কামোৰৰপৰা বৰ কষ্ট পাইছিল। সৈন্যবোৰক গ্ৰীচদেশৰ চিকিৎসকসকলে আৰোগ্য কৰিবলৈ অসমৰ্থ হোৱাত আলেকজেণ্ডাৰে ভাৰতীয় চিকিৎসকসকলৰ সহায় বিচাৰিলে। শেষত চিকিৎসকসকলে তেওঁৰপৰা প্ৰশংসা লাভ কৰিলে। সু-চিকিৎসাই ভাৰতীয় সৈন্যসকলক গ্ৰীচলৈ নিয়াত আলেকজেণ্ডাৰক প্ৰেৰণা দিলে। ভাৰতীয় চিকিৎসকসকলৰ সেৱাই গ্ৰীকসকলৰ চিকিৎসা প্ৰণালীক যথেষ্ট সহায় কৰিছিল। ইয়াৰ উপৰিও কফ, বাত আৰু পিত্তৰ ওপৰত নিৰ্ভৰ কৰা ভাৰতীয় চিকিৎসক প্ৰণালী আৰু গ্ৰীকসকলৰ চিকিৎসা প্ৰণালীৰ মাজত পাৰ্থক্য দেখা যায়।

**কামশাস্ত্ৰ :** প্ৰণয়-বিজ্ঞান আয়ুৰ্বেদশাস্ত্ৰৰ বাজীকৰণৰ অন্তৰ্গত। এনে কাৰ্য্য কৰাৰ উদ্দেশ্য দেখুৱাটো এয়ে যে প্ৰণয় জীৱনৰ মূল লক্ষ্য নহয়। ইন্দ্ৰিয়সুখৰ লিপ্ততাই মানুহক ধ্বংসৰ পথলৈ টানি নিয়ে আৰু ইয়াৰপৰা মুক্তি লাভ কৰাটো কঠিন হৈ পৰে। এনেকুৱা বিজ্ঞানৰ পুৰণি টীকা হ'ল বাৎসায়নৰ কামশাস্ত্ৰ। বাৎসায়ন এজন চিকিৎসকো আছিল। এই গ্ৰন্থখনত পাঁচটা অধ্যায়ত প্ৰণয়ৰ বিভিন্ন দিশ আলোচিত হৈছে। বিবাহৰ মাজেযে জীৱনৰ সুখ লাভ কৰিব পাৰি। ধৰ্ম আৰু অৰ্থক ইন্দ্ৰিয় পৰিতৃপ্তিয়ে বিপদত পেলোৱা দেখা নেযায়। বাৎসায়নে বভ্ৰাব্য, চৰণয়, গোণৰভিয়া আদি অন্যান্যসকলক এই বিজ্ঞানৰ প্ৰধান পুৰণি প্ৰকাশক হিচাবে গণ্য কৰে। এওঁলোকৰ ভিতৰত কিছুমান বৈদ্যৰ উল্লেখ পোৱা যায় কৌটিল্যৰ অৰ্থশাস্ত্ৰ আৰু পতঞ্জলিৰ মহাভাষ্যত। বাৎসায়নৰ পূৰ্বৰ চিকিৎসক দত্তকৰ সূত্ৰবোৰ কালৰ সোঁতত হেৰাল। যশোধৰৰ জয়মঙ্গল গ্ৰন্থত বাৎসায়নৰ কামসূত্ৰৰ উল্লেখ আছে। এখাৰ শতিকাৰ শিচত লিখিত জ্যোতিশ্বৰৰ পঞ্চসায়ক এই বিষয়ৰ এখন গ্ৰন্থ। বাৰ শতিকাৰ আগত লিখিত ককোকৰ ৰতিৰহস্য, অনিৰ্দিষ্ট কালত লিখিত জয়দেৱৰ ৰতিমঞ্জৰী বিজয়নগৰৰ ৰজা ইমাদি প্ৰৌঢ়দেৱৰায়ৰ

বত্তিবত্ন প্রদীপিকা, ষোড়শ শতিকাৰ কল্যাণমল্লৰ অনঙ্গৰঙ্গ আৰু একে শতিকাৰে বীৰভদ্ৰৰ কন্দৰ্প চিন্তামণিক কামশাস্ত্ৰৰ উল্লেখযোগ্য গ্ৰন্থ বুলি কব লাগিব।

**গন্ধৰ্ববেদঃ** গন্ধৰ্ববেদ এখন গৌণ বেদ আৰু ইয়াৰ সামবেদৰ লগত সঙ্গতি আছে। গন্ধৰ্ববেদ নাচ আৰু গানক সংযোগ কৰে। পুৰাণত সঙ্গীত আৰু নৃত্যৰ বিবৰণ পোৱা যায়। সদাশিব, ব্ৰহ্মা আৰু ভৰত মুনি নৃত্যৰ অতি পুৰণি মতবাদৰ সৃষ্টিকৰ্তা। ভৰতৰ নাট্যশাস্ত্ৰই নৃত্য আৰু সঙ্গীতৰ ভেটি স্থাপন কৰি গৈছে। নাট্য আৰু সঙ্গীত সম্পৰ্কে দুজন মনীষীয়ে দুখন গ্ৰন্থ লিখি থৈ যায়। এই দুজন হ'ল বৃদ্ধ ভৰত আৰু ভৰত। বৃদ্ধ ভৰতে নাট্যবেদ আগম লিখে। এই গ্ৰন্থখন দ্বাদশ সহস্ৰী বুলি খ্যাত হলেও গ্ৰন্থ আকাৰত পোৱা নেযায়। দ্বিতীয় গ্ৰন্থ ভৰতৰ দ্বাৰা ৰচিত নাট্য-শাস্ত্ৰখনক শতসহস্ৰী বোলা হয়।

ভৰত মুনিৰ শিষ্য দণ্ডীলই নৃত্য আৰু সঙ্গীতৰ ওপৰত দণ্ডীল গ্ৰন্থ লিখে; কিন্তু এইখন কালৰ সোঁতত হেৰাই গৈছে। নন্দিকেশ্বৰ বা নন্দিনে সঙ্গীত আৰু নৃত্যক লৈ চাৰি হেজাৰ শ্লোকত ভৰতাৰ্ণৱ নামক এখন গ্ৰন্থ লিখি উলিয়ায়। তেওঁ ভৰতৰ সমসাময়িক। এই ভৰতাৰ্ণৱ গ্ৰন্থখনৰ প্ৰাপ্ত অংশ দুটাৰ নাম হ'ল নাট্যাৰ্ণৱ আৰু অভিনয়দৰ্পণ। জৈন ধৰ্মাবলম্বী হেমচন্দ্ৰৰ শিষ্য ৰামচন্দ্ৰই গুণচন্দ্ৰৰ সৈতে নাট্যদৰ্পণ গ্ৰন্থ এখনো লিখে।

ভাৰতীয় সঙ্গীতত সুৰক প্ৰাধান্য দিয়া হয়। সঙ্গীতৰ স্বৰ সম্বন্ধেও সূক্ষ্মভাবে আলোচনা কৰা হৈছে। শুনিবলৈ পোৱা শব্দক শ্ৰুতি বোলে। দ্বিবিংশতি প্ৰকাৰৰ শ্ৰুতি আছে। শ্ৰুতিয়ে স্বৰ সৃষ্টি কৰে। সঙ্গীতৰত্নাকৰত কোৱা হৈছেঃ

> "শ্ৰুত্যনন্তৰভাবী যঃ স্নিগ্ধোঽনুৰণনাত্মকঃ।
> স্বতোং ৰঞ্জয়তি শ্ৰোতৃচিত্তং স স্বৰ উচ্যতে।"

সঙ্গীতৰ ৰাগ স্বৰবৰ্গৰ দ্বাৰা উৎপত্তি হয়; আৰু এই ৰাগক শ্ৰেণী

বিভাগ কৰা হয়। মধুৰ মিহি ৰাগৰ দ্বাৰা সৃষ্ট সঙ্গীতত গমকৰ স্থানৰ ওপৰত বেচি জোৰ দিয়া হয়। সেয়েহে সঙ্গীতৰত্নাকৰত কোৱা হৈছে :

"স্বৰস্য কম্পো গমকঃ শ্ৰোতৃচিত্ত সুখাবহঃ।"

সুদূৰ অতীতত সঙ্গীতৰ কি ৰূপ আছিল কোৱা টান; কাৰণ কোনো প্ৰামাণিক তথ্য এতিয়ালৈকে ওলোৱা নাই। বেদৰ ৰচনা কালৰপৰাহে প্ৰাচীন সঙ্গীতৰ বিষয়ে কিছু আভাস পোৱা যায়। খৃষ্টজন্মৰ প্ৰায় ডেৰ হেজাৰ বছৰ আগেয়ে ঋক্‌বেদৰ ৰচনা হয় বুলি পণ্ডিতসকলে কয়। এই ঋক্‌বেদৰপৰাই সঙ্গীতৰ বুৰঞ্জীৰ আৰম্ভ বুলিব পাৰি। বেদমন্ত্ৰ পাঠ কৰোঁতে উদাত্ত আৰু অনুদাত্ত দুটা স্বৰত আদিতে ঋক্‌সমূহ আবৃত্তি কৰা হৈছিল। সামবেদৰ জন্মৰ লগে লগে প্ৰকৃত সুৰৰ আৰম্ভণি বুলি কব পাৰি; সামন্ গাওঁতেও যজ্ঞৰ কৃতকাৰ্য্যতাৰ কাৰণে আৰু শ্ৰোতৃমণ্ডলীৰ তুষ্টিৰ কাৰণে সম্ভৱত স্বৰৰ বিস্তাৰ আৰু লগে লগে নৃত্যও সম্বলিত কৰিব লগা হৈছিল। ফলত উদাত্ত আৰু অনুদাত্তৰ মাজৰ স্বৰিতৰ সৃষ্টি হ'ল। কোনো বিশেষজ্ঞৰ মতে উদাত্তস্বৰ মধ্যম ( ম ) হৈ মূল বা স্বয়ম্ভু স্বৰ হৈ ৰ'ল আৰু অনুদাত্ত আৰু স্বৰিতৰ ঠাইত এইদৰে তাৰ পাছত যথাক্ৰমে পঞ্চম ( প ) আৰু ষড়জ ( সা ) হ'লগৈ। যথাসময়ত পাছলৈ এই স্বৰবিন্যাস বিস্তৃত হৈ বৈদিক সঙ্গীতৰ ক্ৰমমতে প্ৰথম বা উদাত্ত ( ম ), দ্বিতীয় ( গ ), তৃতীয় ( ৰে ), চতুৰ্থ বা স্বৰিত ( সা ), পঞ্চম ( ধ ), অতিবৰ্য্য বা ষষ্ঠ ( নি ) আৰু ক্ৰুষ্ট বা অন্ত্য ( প ) স্বৰত পৰিণত হ'ল। সামযুগৰ পাছলৈ এই সপ্ত স্বৰক মৃদু আৰু তীক্ষ্ণ স্বৰত ভগাই লোৱা হ'ল, আৰু উদাত্ত, অনুদাত্ত, স্বৰিত—এই তিনিটা স্বৰে তিনি গ্ৰাম অৰ্থাৎ মন্দ্ৰ ( উদাৰা ), মধ্য ( মুদাৰা ) আৰু উত্তম ( তাৰা ) বুজোৱা হ'ল। স্বৰসৃষ্টিত এই কথাখিনি বিশেষকৈ মন কৰিবলগীয়া, কাৰণ ভাৰতীয় সঙ্গীতৰ ক্ৰমবিকাশত ই অতি তাৎপৰ্য্যপূৰ্ণ।

বৈদিক সঙ্গীতৰ এই ক্রমবিকাশ সম্ভৱতঃ অকল আৰ্য্যসকলৰেই অৱদান নহয়। এনে বোধ হয় যে, ভাৰতৰ আদিমবাসী লোক-সকলৰ কৃষি-সংক্রান্ত গীত আৰু নৃত্যই কালক্রমত অনাৰ্য্যসকলৰ সংস্পৰ্শত অহা আৰ্য্যসকলৰ বৈদিক সঙ্গীতত নতুন স্বৰ, নতুন লয়ৰ সৃষ্টি কৰাত বহুত সহায় কৰিছিল; কাৰণ আদিমবাসীসকলৰ লৌকিক সঙ্গীতৰ প্ৰভাৱ নপৰাকৈ আদিতে আৰ্য্যসকলে লৈ অহা মাত্র উদাত্ত আৰু অনুদাত্ত স্বৰৰ ইমান বিকাশ হোৱাটো অস্বাভাৱিক।

ব্ৰহ্মাই সামবেদৰপৰা আনি আদিতে মাৰ্গ-সঙ্গীত সৃষ্টি কৰে আৰু তাৰ প'ছত ভৰত আদি মুনিসকলে সেই মাৰ্গ-সঙ্গীতৰ উন্নতি কৰে বুলি সঙ্গীত-শাস্ত্ৰসমূহত পোৱা যায়। তাৰপৰা বুজা যায় যে সামযুগৰ সঙ্গীত কালৰ সোঁতত পৰি 'অন্বেষিত বা দৃষ্ট' মাৰ্গ-সঙ্গীত হয়গৈ। এই মাৰ্গ-সঙ্গীতৰ স্বৰ বিস্তাৰ পূৰ্ণ কৰিবলৈ দীপ্ত, আয়ত, কৰুণা, মৃদু, মধ্য আদি ভাগত 'শ্ৰুতি' যোগ কৰা হয়। এই শ্ৰুতিৰ আবিষ্কাৰ ৰাগ-সঙ্গীতৰ অগ্ৰগতিত এটা বিৰাট পদক্ষেপ। ম'ৰাৰ মাতৰপৰা ষড়জ ( সা ), বৃষভৰ মাতৰপৰা ঋষভ ( ৰে ), ছাগলিৰ গান্ধাৰ ( গ ), বগলিৰ মধ্যম ( ম ), বসন্তৰ কুলি চৰাইৰ মাতৰপৰা পঞ্চম ( প ), বাৰিষাৰ ভেকুলিৰ মাতৰপৰা ধৈৱত ( ধ ), হাতীৰ চিঞৰৰপৰা নিষাদ ( নি ) স্বৰ পোৱাৰ সিদ্ধান্তৰপৰা চমুকৈ ইয়াকে কব পাৰি যে প্ৰকৃতিৰ অনুকৰণ কৰি মানুহে সঙ্গীতৰ স্বৰ সমৃদ্ধ কৰিছে। এই অনুকৰণ নোহোৱা হ'লে সঙ্গীত স্বৰহীন ভাষা আৰু নৃত্যও ছন্দহীন গতি হৈ থাকিলহেঁতেন।

মাৰ্গ-সঙ্গীতৰ লগে লগে জনসাধাৰণে গোৱা দেশী বা লোক-সঙ্গীতৰ প্ৰচলন আছিল। এই ধৰণৰ লোকসঙ্গীতৰ আনুষঙ্গিক আৰু পৰিপূৰক আছিল নৃত্য। এহাতে পুৰণি মাৰ্গ-সঙ্গীত যেনেকৈ আছিল ধৰ্মৰ লগত জড়িত, সমান্তৰালভাৱে এই লোকসঙ্গীতো আছিল প্ৰধানকৈ ধৰ্মনিৰপেক্ষ ( secular ); আৰু বেলেগ অঞ্চলত

বেলেগ ঠাট-লয়ৰ লোকসঙ্গীত চলিছিল। আদিতে এই মার্গ-সঙ্গীত কেৱল ধৰ্মকাৰ্য্যতহে ব্যবহাৰ হোৱাত সংৰক্ষণশীলতাৰ ফলত ই স্থিতিশীল হৈ থাকিল ; আনহাতে লোকসঙ্গীতে জনসাধাৰণৰ জীৱনৰ লগত ঘনিষ্ঠ সংযোগ ৰাখি শিপাই জাতিকাৰ হৈ উঠিছিল। নাৰদ আদি সেই যুগৰ সঙ্গীতকাৰসকলে তেতিয়া লোকসঙ্গীতক গ্ৰহণ আৰু সমৃদ্ধ কৰি 'সংস্কৃত',শাস্ত্ৰীয় সঙ্গীত ৰচনা কৰে। মাৰ্গ আৰু দেশী সঙ্গীতৰ এই অপূৰ্ব যোগাযোগৰপৰা আজিৰ দিনৰ সঙ্গীতজ্ঞ-সকলে যথেষ্ট সুৰ সৃষ্টিৰ সন্তেদ পাব পাৰিব। মাৰ্গ আৰু লোক-সঙ্গীতৰ এই পৰিণতিত কিছু সময় লাগিছিল। সময়ৰ এই ব্যৱধানত সম্ভৱতঃ মাৰ্গ-সঙ্গীতৰ কলেবৰ বঢ়াবলৈ সঙ্গীতকাৰসকলে নানা প্ৰয়াস কৰিছিল। ভৰতৰ নাট্যশাস্ত্ৰত পোৱা যায় যে 'গ্ৰাম' সঙ্গীতৰ উন্নতি সাধি 'মূৰ্চ্ছনা' আদি সংযুক্ত কৰা আৰু স্বৰসমূহৰ 'জাতি' হিচাবে শ্ৰেণী কৰা হয়। শাস্ত্ৰীয় ৰাগৰ শ্ৰেণীবিভাগ ইয়াৰ-পৰা হব পাৰে। মতঙ্গ আৰু তেওঁৰ পাছৰ সঙ্গীতকাৰসকলে 'ৰাগ' শব্দটো ব্যৱহাৰ কৰা দেখা যায় আৰু অনা-আৰ্য্যসকলৰ দেশী বা লোক-সঙ্গীতৰ দ্বাৰা পৰিপুষ্ট ৰাগবোৰৰ নামো এইজনা সঙ্গীতকাৰে উল্লেখ কৰা দেখা যায়। মতঙ্গ খৃষ্ট-পূৰ্ব চতুৰ্থ শতিকাৰ আগৰ অধিবাসী। সঙ্গীতৰ ওপৰত ভেটি কৰি লিখা তেওঁৰ গ্ৰন্থখন হ'ল বৃহদ্দেশী। সঙ্গীত সম্বন্ধে দিয়া মতঙ্গৰ মতবোৰ অভিনবগুপ্ত আৰু অন্যান্যসকলে উল্লেখ কৰা দেখা যায়। নাৰদৰ স্পষ্ট সঙ্গীতমকৰন্দ বিষয়ে অভিমত দাঙি ধৰে অভিনবগুপ্তই। ৰাগৰ নিয়ম সম্পৰ্কে সোতৰটা অধ্যায়ত নান্যদেৱে সৰস্বতীহৃদয় অলঙ্কাৰহাৰ প্ৰকাশ কৰে। আগতে উল্লেখ কৰা শাৰঙ্গদেৱৰ সঙ্গীত-ৰত্নাকৰ সাত অধ্যায়ৰ গ্ৰন্থ। সঙ্গীত-সময়সাৰ তেৰ শতিকাৰ অধিবাসী জৈন পাৰ্শ্বদেৱৰ দ্বাৰা ৰচিত। চৈধ্য শতিকাত সঙ্গীতৰ ওপৰত লিখা আকৌ দুখন গ্ৰন্থ পোৱা যায়। হৰিপদে সঙ্গীত-সুধাকৰ আৰু বিদ্যাৰণ্যাই সঙ্গীতসাৰ লিখি উলিয়ায়।

পুণ্ডৰীক বিঠ্‌ঠল নামৰ এজন সঙ্গীতামোদীৰ অৱদানৰ দ্বাৰা উত্তৰ ভাৰতৰ সঙ্গীত চহকী হৈ উঠিছিল। তেওঁৰ লিখনিৰপৰা ওলোৱা সঙ্গীত বিষয়ক গ্ৰন্থ হ'ল **নৰ্তননিৰ্ণয়, ৰাগমঞ্জৰী, ৰাগমালা** আৰু **সদ্ৰাগচন্দ্ৰিকা**। একে সময়তে তাঞ্জোৰৰ নায়ক ৰজা ৰঘুনাথৰ কাৰণে গোবিন্দ দীক্ষিতে **সঙ্গীতসুধা** গ্ৰন্থ লিখে। ঠিক একে শতিকাতে ১৬০৯ খৃষ্টাব্দত সোমনাথৰ **ৰাগবিবোধ**, চতুৰ দামোদৰৰ **সঙ্গীতদৰ্পণ**, গোবিন্দ দীক্ষিতৰ পুত্ৰ ভেঙ্কটমখিনৰ **চতুৰ্দণ্ডী-প্ৰকাশিকা**, হৰগৌৰী-বিবাহ নাটকৰ নাট্যকাৰ নেপালৰ ৰজা জগজ্জ্যোতি মল্লৰ **সঙ্গীত-স্বৰসংগ্ৰহ**, অহোবিলৰ **সঙ্গীত-পাৰিজাত** আৰু শুভঙ্কৰৰ **সঙ্গীত-দামোদৰ** গ্ৰন্থ বিখ্যাত বুলি পৰিগণিত হৈছে। ত্ৰিবাঙ্কুৰৰ ৰজা বলৰামবৰ্মণে ( ১৭৫৩-১৭৯৮ খৃঃ ) সঙ্গীত আৰু নৃত্যৰ ওপৰত **বলৰাম ভাৰত** গ্ৰন্থ লিখি সুখ্যাতি অৰ্জন কৰে।

**ধনুৰ্বেদ ঃ** শৰবিদ্যাৰ গ্ৰন্থ ধনুৰ্বেদ এখন গৌণ বেদ। বিশ্বমিত্ৰই ইয়াৰ ওপৰত এখন টীকা লিখে; কিন্তু এই টীকাখন এতিয়া পোৱা নেযায়। ই চাৰি ভাগত বিভক্ত। যেনে—দীক্ষা, সংগ্ৰহ, সিদ্ধি আৰু প্ৰয়োগ। বিক্ৰমাদিত্য, সদাশিব আৰু সাৰঙ্গদত্তৰ দ্বাৰা ধনুৰ্বেদক লৈ লিখিত টীকাবোৰ পোৱা নেযায়। ধনুৰ্বিদ্যাৰ আন এখন টীকা হ'ল **কোদণ্ডমণ্ডন**। যুদ্ধ বিষয়ৰ ওপৰত ভেটি কৰি লিখা সাৰ্ঙ্গধৰৰ **বীৰচিন্তামণি** এখন প্ৰখ্যাত গ্ৰন্থ।

**অৰ্থশাস্ত্ৰ ঃ** ৰাজনীতিক অৰ্থশাস্ত্ৰ বুলি ধৰি লোৱা হৈছে। এই অৰ্থশাস্ত্ৰই জীৱন নিৰ্বাহৰ কাৰ্য্যাৱলী আলোচনা কৰে। অতি পুৰণি কালৰপৰা অৰ্থশাস্ত্ৰ আৰু ধৰ্মশাস্ত্ৰৰ এটা নিগূঢ় সম্বন্ধ আছে। এই মিলনৰ কাৰণে প্ৰধান ভেটি হৈছে ত্ৰিবৰ্গ ধাৰণ। ত্ৰিবৰ্গ হ'ল ধৰ্ম, অৰ্থ আৰু কাম। অৰ্থশাস্ত্ৰৰ এই আদৰ্শৰ ফল ধৰ্মশাস্ত্ৰত বিশেষ-ভাৱে আলোচিত বিষয়ৰ ভিতৰলৈ ধাবিত হৈছে। দণ্ডনীতি, ৰাজনীতি আৰু নীতিশাস্ত্ৰৰ শব্দেৰে এই প্ৰণালীটোক বুজোৱা

হৈছে। অৰ্থশাস্ত্ৰৰ দ্বাৰা গৃহীত লক্ষ্য আৰু উদ্দেশ্যই পূৰ্বে লাভ নকৰা সা-সুবিধাৰ প্ৰাপ্তিটোকে বুজায়।

অৰ্থশাস্ত্ৰৰ মূলনীতি ৰামায়ণ আৰু মহাভাৰতত দেখা যায়। অথৰ্ববেদৰ লগত অৰ্থশাস্ত্ৰৰ মিল আছে। মহাভাৰত, ধৰ্মশাস্ত্ৰ আৰু অন্যান্য গ্ৰন্থৰ শ্লোকবোৰত অৰ্থশাস্ত্ৰৰ আৰম্ভণিৰ পৰিচয় পোৱা যায়। ইন্দ্ৰ আৰু বৃহস্পতিক এই শাস্ত্ৰৰ সৃষ্টিকৰ্তা বুলি বিবেচনা কৰা হয়। ৰাজনীতিৰ ওপৰত লিখা ইন্দ্ৰৰ বহুদন্তক গ্ৰন্থ কালৰ সোঁতত হেৰাই গ'ল।

মৌৰ্য্য চন্দ্ৰগুপ্তৰ মন্ত্ৰী চাণক্য আৰু বিষ্ণুগুপ্ত নামে জনাজাত কৌটিল্যই হ'ল অৰ্থশাস্ত্ৰৰ লিখক। এই গ্ৰন্থখনৰ সময় ৩২০ খৃষ্ট-পূৰ্ব বুলি ধৰা হয়। গ্ৰন্থখনত থকা পোন্ধৰোটা বিভাগক আকৌ চমু বিভাগ কৰি দেখুওৱা হৈছে। কৌটিল্যই অৰ্থশাস্ত্ৰক ইতিহাসৰ ভিতৰত স্থান দিছে আৰু বেদৰ দৰ্শন আদিৰ লগত ইয়াৰ এখন আসন তেওঁ ৰাখিবলৈ গৈছে।

"আন্বীক্ষিকী ত্ৰয়ী বাৰ্ত্তা দণ্ডনীতিশ্চেতি বিদ্যাঃ।"

কৌটিল্যই মানব, পৰাশৰ, বাহুস্পত্য আৰু অন্যান্য কিছুমান ৰাজনীতিৰ উল্লেখ কৰে। ইয়াৰোপৰি কাত্যায়ন, ভৰদ্বাজ, পৰাশৰ আৰু অন্যান্য ব্যক্তিবিশেষৰ কৰ্তৃত্বযো তেওঁ উল্লেখ কৰা বুলি ধৰিব পাৰি। কৌটিল্যই ৰাজ্যশাসনৰ লগত সম্বন্ধ থকা বিষয়বোৰ তেওঁৰ অৰ্থশাস্ত্ৰখনত আলোচনা কৰে। এইবোৰৰ কিছুমান বিষয় হ'ল ৰাজকুমাৰবিলাকক দিয়া শিক্ষা, মন্ত্ৰীসভা, ৰাজদূত আৰু চোৰাং-চোৰাৰ কাৰ্য্য, শাসন, আইন, দোষ, ৰাজকৰ, ৰাজনীতিৰ ছয়টা প্ৰধান উপাদান, ৰজাৰ দোষ, পুৰোহিত, কবি, ভোজবাজীৰ কৌশল আদি। নিৰাপত্তাৰে ৰাজ্য ৰক্ষা কৰিব লাগে বুলি অৰ্থশাস্ত্ৰত বৰ্ণিত হৈছে। ৰজাই ৰাজ্যখন দাসবৃত্তি অবলম্বন কৰি চলাব লাগে। এনেবোৰ বিষয়ৰ বিস্তৃত বিবৰণ কৌটিল্যৰ অৰ্থশাস্ত্ৰত পোৱা যায়।

২২০০ শ্লোকত 'শুক্ৰনীতিসাৰ'ত ৰাজনীতিৰ সকলো কথা

আলোচিত হৈছে। খৃঃ পূঃ প্ৰায় দ্বিতীয় শতিকাত ইয়াৰ ৰচনা কাল বুলি অনুমান কৰা হয়। কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ ওপৰত নীতিসাৰ কামন্দক প্ৰতিষ্ঠিত। এই নীতিসাৰখনত বহুত শ্লোক পোৱা যায়। ইয়াৰ ৰচনাৰ সময় সপ্তম শতিকাৰ আগৰ বুলি কোৱা হয়। যশস্তিলকৰ গ্ৰন্থকাৰ সোমদেবসূৰিয়ে নীতিবাক্যামৃত পুথি লিখে। এওঁ জৈনধৰ্মী। যুদ্ধ-শাসন সম্পৰ্কত কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ লগত এওঁ একমত নহয়। ধাৰৰ ৰজা ভোজ চাণক্যনীতি, পুত্ৰমাৰ্তণ্ড আৰু যুক্তিকল্পতৰু গ্ৰন্থৰ লিখক। হেমচন্দ্ৰৰ লঘুৰ্হন্নীতি জৈন মূলনীতিৰ দ্বাৰা শাসিত শাসনৰ ওপৰত প্ৰতিষ্ঠিত। এই ৰাজনীতি বিষয়ৰ আইন গ্ৰন্থবোৰ হ'ল,—চণ্ডেশ্বৰৰ নীতিৰত্নাকৰ, নীতিপ্ৰকাশিকা আৰু অন্যান্য কিছুমান গ্ৰন্থ।

শিল্পশাস্ত্ৰ বা বাস্তুবিদ্যাঃ শিল্পশাস্ত্ৰ বা বাস্তুবিদ্যাই শিল্প, স্থাপত্য বিদ্যা আৰু ভাস্কৰ্য্যক প্ৰতিনিধিত্ব কৰি অতি পুৰণিকালৰ পৰাই উৎকৰ্ষ সাধন কৰি আহিছে। বৌদ্ধ আৰু জৈনসকলে ইয়াৰ উন্নতিত যথেষ্ট অৱদান দিছে। দক্ষিণ ভাৰতৰ প্ৰকাণ্ড মন্দিৰ, যেনে— স্তূপ, বিহাৰ, চৈত্য আদিয়ে প্ৰাচীন ভাৰতৰ বিখ্যাত গৃহ নিৰ্মাণ কৰোতাসকলৰ বুদ্ধিমত্তা আৰু নৈতিক উৎকৰ্ষ সাধনৰ পৰিচয় দিয়ে। ষোড়শ শতিকাৰ শ্ৰীকুমাৰৰ শিল্পৰত্ন, সনৎকুমাৰৰ বাস্তুশাস্ত্ৰ, শিল্পৰত্ন আৰু ধাৰৰ ৰজা ভোজৰ সমৰাঙ্গন সূত্ৰধাৰ চিত্ৰ-বিদ্যাৰ ওপৰত লিখিত গ্ৰন্থৰ পৰিচয় পোৱা যায়। ৰজা কুম্ভকৰ্ণৰ (১৪১৯-১৪৬৯ খৃঃ) সেৱাত বহু মণ্ডন চিত্ৰশিল্পী ৰাজমণ্ডন আৰু প্ৰসাদমণ্ডন গ্ৰন্থৰ লিখক। এওঁ এই গ্ৰন্থ দুখন লিখি সুখ্যাতি অৰ্জন কৰি থৈ গৈছে।

প্ৰাচীন ভাৰতীয়সকলৰ হাতত চিত্ৰবিদ্যাই পূৰ্ণতা লাভ কৰে। অজন্তাৰ গুহাত থকা চিত্ৰবোৰেই ইয়াৰ প্ৰমাণ দিয়ে। প্ৰাচীন ভাৰতৰ অঙ্কিত ছবিবোৰ দুই শ্ৰেণীত ভাগ কৰা হয়। এই ভাগ দুটা হ'ল বিদ্ধ আৰু অবিদ্ধ। বিষ্ণুধৰ্মোত্তৰ পুৰাণখনত এই বিভাগ

দুটাৰ সম্যক আলোচনা কৰে। বিদ্ধ অবিদ্ধ ভাগ দুটাৰ উল্লেখ চালুক্য বিক্রমাদিত্যৰ পুতেক সোমেশ্বৰৰ অভিলষিত অৰ্থচিন্তামণি আৰু ধানপালৰ তিলকমঞ্জৰীত আছে। চিত্ৰবিদ্যাৰ বিষয়ে আলোচনা কৰা বিদ্যাৰণ্যৰ পঞ্চদশী গ্ৰন্থ এতিয়া পোৱা নেযায়। এইখন সময়ৰ সোঁতত নষ্ট হৈ গৈছে।

ৰত্নৰ ব্যৱহাৰে ৰত্নশাস্ত্ৰ শাখাৰ উন্নতি কৰে। ৰৰাহমিহিৰৰ বৃহৎ সংহিতাত ইয়াৰ কিছু বিৱৰণ আছে। এই বিষয়ৰ প্ৰাপ্ত গ্ৰন্থসমূহ বুদ্ধভট্টৰ অগস্তিমত আৰু ৰত্ন পৰীক্ষা, নাৰায়ণৰ নৱৰত্ন পৰীক্ষা আৰু চণ্ডেশ্বৰৰ ৰত্নদীপিকা।

চৌৰ্য্য-বৃত্তিটোকো এটা কলা বুলি বিবেচনা কৰা হয়। কৰ্ণস্তুত আৰু মূলাদেৱ এই কলাবিদ্যাৰ সমৰ্থক বুলি উল্লেখিত হৈছে। মৃচ্ছকটিক আৰু মত্তবিলাস প্ৰহসনত চৌৰ্য্যকলাৰ উল্লেখ থকা দেখা যায়। চোৰসকলৰ চৌৰ্য্যবৃত্তিৰ কিতাপৰ গ্ৰন্থকাৰ কৰ্ণপত। মত্তবিলাস প্ৰহসনত কৰ্ণপতৰ উল্লেখ আছে। শিৱৰ পুত্ৰ স্কন্দৰ উল্লেখ মৃচ্ছকটিকত পোৱা যায়। স্কন্দক ক্ষমতা দান দিয়া হৈছে আৰু তেওঁক চোৰসকলৰ দেবতা বুলিও কোৱা হৈছে। চৌৰ্য্যকলাৰ প্ৰাপ্ত গ্ৰন্থ হ'ল সন্মুখকল্প। সমৰাঙ্গনসূত্ৰধাৰ এখন ভোজৰ গ্ৰন্থ। এইখনত বেলেগ বেলেগ যন্ত্ৰ আৰু কলৰ মূল্যবান বিৱৰণ পোৱা যায়। আকাশত ভ্ৰমণ কৰা কাঠৰ চৰাই সদৃশ কলৰ বিশেষ উল্লেখ আৰু বায়ুমণ্ডলত ভ্ৰমণ কৰা বিমানৰ বিৱৰণো ইয়াত আছে। আকাশীযানৰ ওপৰত লিখা বিশ্বাসযোগ্য গ্ৰন্থসমূহ হ'ল নাৰায়ণৰ অগস্ত্যসংহিতা, বিমানচন্দ্ৰিকা, সৌনকৰ ব্যোময়ানতন্ত্ৰ, গৰ্গৰ যন্ত্ৰকল্প, বাচস্পতিৰ যানবিন্দু, চন্দ্ৰয়নীৰ খেতায়ন প্ৰদীপিকা আৰু ধুণ্ডিনাথৰ ব্যোময়ানাৰ্ক-প্ৰকাশ। এই সম্পৰ্কৰ প্ৰকৃত গ্ৰন্থ ভৰদ্বাজৰ বৈমানিক-শাস্ত্ৰ আৰু যন্ত্ৰ-সৰ্বস্ব।

উদ্ভিদ বিদ্যাৰ নামত পৃথক অধ্যয়ন শাখাৰ প্ৰাচীন সাহিত্যত অস্তিত্ব থকাৰ প্ৰমাণ দেখা নেযায়। পৰিবৰ্তনশীল অৱস্থাত গছ-

গছলি, তাৰ বৰ্দ্ধন আৰু উন্নতিৰ উল্লেখ আৰু সেইবোৰৰ লগত সম্বন্ধ থকা লক্ষণবোৰ বৃক্ষ আয়ুৰ্বেদ, অগ্নিপুৰাণ, অৰ্থশাস্ত্ৰ, বৃহৎ সংহিতা, সুশ্ৰুত সংহিতা আৰু বৈশেষিকসূত্ৰৰ শঙ্কৰ মিশ্ৰৰ টীকা আদিত পোৱা যায়। বাগ্‌ভটৰ এখন বৃক্ষ-আয়ুৰ্বেদ আছে। গছ-গছনিৰ ওপৰত ভেটি কৰি লিখা উপবনবিনোদ গ্ৰন্থৰ লিখক সাৰ্ঙ্গধৰ। এওঁ তেৰ শতিকাৰ ব্যক্তি।

ৰসায়ন শাখাৰ উন্নতিৰ লগত জড়িত থকা নাগাৰ্জুন নামৰ এজন লোক আছিল। ঔষধ আৰু ৰসায়নৰ ওপৰত কৰ্তৃত্ব থকা এজন ব্যক্তি বুলি তেওঁক বিবেচনা কৰা হয়। পাৰদ-লোহা আদিৰ প্ৰস্তুতি কৰণত তেওঁৰ অৱদান থকা বুলি হিউৱেন চাং আৰু আলবেৰুণি আদিয়ে কৈ গৈছে। ৰসাৰ্ণৱ আৰু ৰসৰত্ন চমুচ্চয়ে ধাতব বস্তুবোৰৰ প্ৰস্তুতি সম্পৰ্কে আমাক কিছু জ্ঞান দিয়ে। বৌদ্ধধৰ্মীসকলে ৰসায়ন শাস্ত্ৰৰ ওপৰত যথেষ্ট অৱদানো দিছে।

হস্তবিদ্যা আৰু অস্ত্ৰোপচাৰক লৈ চিকিৎসা ক্ষেত্ৰত প্ৰাচীন ভাৰতীয়সকলৰ অভিজ্ঞতাৰ প্ৰমাণ বেলেগ বেলেগ গ্ৰন্থত পোৱা যায়।

## উনত্রিংশ অধ্যায়

# দর্শন

জীয়াই থকাৰ কাৰণে জীৱজগতত এটা বিৰামহীন সংগ্ৰাম চলি আছে। মানুহেও নিজক জীয়াই ৰখাৰ কাৰণে যুদ্ধ কৰি আছে। কিন্তু মানুহ আৰু মানুহতকৈ ইতৰ জীৱৰ সংগ্ৰামৰ মাজত এটা বিশেষ পাৰ্থক্য আছে। সংগ্ৰামৰ ৰীতি সম্বন্ধে মানুহতকৈ ইতৰ জীৱবোৰ সম্পূৰ্ণ অন্ধ। কোনো সুচিন্তিত কৰ্ম-পন্থা লৈ, ভৱিষ্যতৰ ফলাফলৰ কথা চিন্তা কৰি ইতৰ জীৱবোৰে সংগ্ৰাম নকৰে, কেৱল প্ৰবৃত্তিৰ দ্বাৰা পৰিচালিত হৈ সংগ্ৰাম কৰে। আকৌ মানুহে তেওঁলোকৰ বুদ্ধিৰ দ্বাৰা পূৰ্বাপৰ চিন্তা কৰি সংগ্ৰামত অৱতীৰ্ণ হয়, তাতে সফলতা লাভৰ কাৰণে আগৰপৰাই যথাসম্ভৱ প্ৰস্তুতি ৰাখে। মানুহে নিজৰ কাৰণে জানিবলৈ ইচ্ছা কৰে, বিশ্বৰ সম্বন্ধে জানিবলৈ খোজে। বিশ্বৰ লগত নিজৰ সম্বন্ধ কি তাকো জানিবলৈ তেওঁলোকৰ প্ৰবল ইচ্ছা। এই বিশ্ব ক'ৰপৰা আহিল, কোনে ইয়াৰ সৃষ্টি কৰিলে, তাৰ সৈতে সম্বন্ধ কেনেকুৱা—ইত্যাদি বিবিধ প্ৰশ্ন মানুহৰ মনলৈ আপোনা-আপুনি আহে। নিজৰ বুদ্ধিৰ দ্বাৰা মানুহে এই প্ৰশ্নবিলাকৰ উত্তৰ জানিবলৈ ইচ্ছা কৰে। যিমানখিনি জানিব পাৰে, সেই অনুসাৰেই তেওঁ কৰ্মপন্থা নিৰ্দ্ধাৰণ কৰে। আহাৰ, নিদ্ৰা, ভয়, মৈথুন প্ৰভৃতি কিছুমান প্ৰবৃত্তি সন্তুষ্ট কৰাৰ কাৰণে পশুৰ সংগ্ৰাম। কিন্তু মানুহে ইতৰ প্ৰাণীতকৈ ওপৰ শ্ৰেণীৰ বুদ্ধিমান জীৱ। সেই কাৰণে প্ৰবৃত্তি চৰিতাৰ্থ কৰাৰ উপৰিও মানুহে তেওঁৰ সেই বুদ্ধিৰ কৌতূহলক সন্তুষ্ট কৰাৰ কাৰণে ভাবে। জীৱন সম্বন্ধে মানুহৰ এটা ধাৰণা আছে, জীৱনৰ পৰিবেশ সম্বন্ধেও ধাৰণা আছে; আৰু এই উভয়ৰ

স্ৰষ্টা সম্বন্ধেও ধাৰণা আছে। সেই সূত্ৰক অৱলম্বন কৰি জৈ সত্তাৰ লোকালয় এৰি তাতকৈ উচ্চতৰ আৰু মহত্তৰ সত্তা সম্বন্ধে প্ৰত্যেক মানুহেই কিছু নহয় কিছু কৌতূহল পোষণ কৰে। মানুহৰ এই চিৰন্তন কৌতূহলক চৰিতাৰ্থ কৰাৰ চেষ্টাৰপৰাই দৰ্শন শাস্ত্ৰৰ জন্ম।

**ভাৰতীয় দৰ্শন আৰু হিন্দু দৰ্শন:** যুগে যুগে ভাৰতবৰ্ষত বিভিন্ন ধৰ্মাৱলম্বী বিভিন্ন মনীষীয়ে জন্মগ্ৰহণ কৰিছিল। আত্মা-পৰমাত্মা সম্বন্ধে মানুহৰ যি চিৰন্তন বিচাৰ সেই সম্পৰ্কে তেওঁলোকে স্বাধীনভাবে চিন্তা কৰিছিল। বিভিন্ন মত আৰু পথ অৱলম্বন কৰি নানা সময়ত তেওঁলোকে বিভিন্ন সিদ্ধান্তত উপনীত হৈছিল; নিজৰ চিন্তালব্ধ জ্ঞানৰাজিৰ দ্বাৰা ভাৰতভূমিক সমৃদ্ধ কৰিছিল। তেওঁলোকে হিন্দুৱে হওক, অহিন্দুয়ে হওক, আস্তিকে হওক, নাস্তিকে হওক, প্ৰাচীনে হওক, নবীনে হওক—তেওঁলোকৰ চিন্তালব্ধ জ্ঞানৰাজি ভাৰতীয় দৰ্শন নামে অভিহিত। 'হিন্দু' শব্দক যদি ইয়াৰ ভৌগোলিক অৰ্থত গ্ৰহণ কৰা যায়, তেনেহলে 'ভাৰতীয় দৰ্শন' আৰু 'হিন্দু দৰ্শন' সমাৰ্থক। আকৌ 'হিন্দু' বুলি কোৱাত যদি আমি বিশেষ কোনো ধৰ্মাৱলম্বী সম্প্ৰদায়ক বুজো, তেনেহলে অৱশ্যে 'হিন্দু দৰ্শন'ৰ পৰিসৰ 'ভাৰতীয় দৰ্শন'ৰ পৰিসৰতকৈ সঙ্কীৰ্ণতৰ হৈ পৰিব। প্ৰাচীনকালৰ ভাৰতৰ ঋষিসকলে জানিছিল যে আসমুদ্ৰ হিমাচল বিশাল ভূখণ্ডই ভাৰতবৰ্ষ; ইয়াৰ অধিবাসী-সকলৰ ধৰ্মৰ পথ বিভিন্ন, কৰ্মৰ পথো বিভিন্ন, দেৱতাৰ অৰ্চনাও বিভিন্ন। ভাৰত ভূখণ্ডত ধৰ্ম আৰু কৰ্মৰ বিভিন্ন পথলৈ যি বিশিষ্ট ধাৰাৰ সৃষ্টি হৈছে সেয়ে 'ভাৰতী সন্ততি'। পুৰাণত কোৱা হৈছে:

"উত্তৰেণ সমুদ্ৰস্য হিমাদ্ৰেশ্চৈব দক্ষিণে।
বৰ্ষং তদ্ ভাৰতং নাম ভাৰতী যত্ৰ সন্ততিঃ॥

—ব্ৰহ্মপুৰাণ।

"ভাৰতেষু স্ত্রিয়ঃ পুংসো নানাবর্ণাঃ প্রকীর্ত্তিতাঃ।
নানাদেবার্চনে যুক্তা নানাকর্মাণি কুর্বতে।" —কূর্মপুৰাণ।

'হিন্দু' শব্দৰ ভৌগোলিক অর্থাৎ চার্বাক, বৌদ্ধ আৰু জৈন দর্শনো 'হিন্দুদর্শন'।

**ভাৰতীয় দর্শন শাস্ত্রকাৰসকলৰ দৃষ্টিভঙ্গীৰ প্রসাৰতা :** ভাৰতবর্ষত বিভিন্ন মত আৰু পথক অবলম্বন কৰি নানা দর্শন শাস্ত্র প্রচাৰিত হৈছে। ভাৰতবর্ষত অলপ অগাপিচাকৈ বিভিন্ন দার্শনিক সম্প্রদায়ে নিজৰ মতবাদো প্রচাৰ কৰি গৈছে। কিন্তু কেৱল মত আৰু পথৰ বিৰোধী বুলি এটি সম্প্রদায়ে আন এটি সম্প্রদায়ৰ বিৰুদ্ধে বিদ্বেষ কৰা নাই, তেওঁলোকৰ কুৎসাও প্রচাৰ কৰা নাই, বৰং আন সম্প্রদায়ৰ মত ধীৰভাৱে শুনি যুক্তি আৰু তর্কৰ দ্বাৰা তাক বিশ্লেষণ কৰি, যিটো গ্রাহ্য তাক গ্রহণ কৰিছিল; আৰু যিটো ত্যাজ্য তাক ত্যাগ কৰিছিল। শাৰীৰিক শক্তিৰে নিজৰ সম্প্রদায়ৰ সিদ্ধান্তক প্রতিষ্ঠা কৰিবৰ বা আন সম্প্রদায়ৰ মতবাদক পেলাই দিবৰ একগুঁৱামি ভাৰতৰ কোনো দর্শনৰ মাজত নাছিল। যি কোনো দর্শনে তাৰ মতক চৰম বুলি ঘোষণা কৰাৰ আগেয়ে প্রচলিত অন্যান্য মতবিলাকৰ উল্লেখ অতি সতর্কভাৱে সৈতে কৰিছে, তাৰ নাম 'পূর্বপক্ষ'; সবল যুক্তিৰ সাহায্যত যদি সেই মতৰ নির্বাসন হৈছে তেনেহলে তাৰ নাম 'খণ্ডন' হয়। পিচত নিজ সম্প্রদায়ৰ মতবাদক স্থাপন কৰি ৰখাটোক 'উত্তৰ পক্ষ' বা 'সিদ্ধান্ত পক্ষ' বুলি কোৱা হয়। এই মূলনীতি সকলো দর্শনত অনুসৃত হোৱাৰ ফলত যি কোনো এটা বিশেষ দর্শন পাঠ কৰিলে প্রচলিত অন্যান্য দার্শনিক মতবাদৰ সৈতে পৰিচিত হোৱা যায়। প্রকৃততে ভাৰতৰ দর্শন শাস্ত্রকাৰসকলে বিশ্বাস কৰিছিল যে যি কোনো স্তৰৰ যি কোনো মানুহৰ চিন্তা কৰাৰ অধিকাৰ আছে, সেই চিন্তাৰ ফলাফল ঘোষণা কৰাৰো অধিকাৰ আছে আৰু উপলব্ধিটো যি স্তৰতেই হওক, কেতিয়াও ব্যর্থ হৈ নাযায়।

ভাৰতীয় দৰ্শন শাস্ত্ৰকাৰসকলৰ এই উদাৰ আৰু উন্মুক্ত দৃষ্টিভঙ্গী একান্ত নিজস্ব।

**দৰ্শন শাস্ত্ৰ : তাৰ শ্ৰেণী বিভাগ :** ভাৰতীয় দৰ্শনবোৰক দুই ভাগত ভাগ কৰা যায়—(ক) আস্তিক আৰু (খ) নাস্তিক। সাধাৰণতঃ আমি অনুমান কৰো, 'আস্তিক' শব্দৰ অৰ্থ এই—যিসকলে ঈশ্বৰৰ অস্তিত্বত বিশ্বাস কৰে, আৰু 'নাস্তিক' শব্দৰ অৰ্থ—যিসকলে ঈশ্বৰৰ অস্তিত্বত বিশ্বাস নকৰে। দৰ্শন শাস্ত্ৰত কিন্তু সেই শব্দ দুটা সেই অৰ্থত ব্যৱহৃত হোৱা নাই। তাত 'আস্তিক' শব্দৰ দুটা অৰ্থ—(১) যিসকলে বেদৰ প্ৰামাণ্যত বিশ্বাস কৰে আৰু (২) যিসকলে মৃত্যুৰ পিচত জীৱনত বিশ্বাস কৰে। 'নাস্তিক' শব্দৰ অৰ্থ ইয়াৰ বিপৰীত। মীমাংসা, বেদান্ত, সাংখ্য, যোগ, ন্যায়, বৈশেষিক—এই ছয়খন দৰ্শনে বেদৰ প্ৰামাণ্য স্বীকাৰ কৰে বুলি এইবোৰক 'আস্তিক দৰ্শন' বুলি কোৱা হয়, ঈশ্বৰৰ অস্তিত্ব বিশ্বাস কৰে বুলি নহয়। সাংখ্য আৰু মীমাংসাই ঈশ্বৰক বিশ্ব-স্ৰষ্টাৰূপে স্বীকাৰ নকৰিলেও কেৱল বেদৰ প্ৰামাণ্য স্বীকাৰ কৰাৰ ফলতেই আস্তিকে ষড়দৰ্শনৰ মাজত স্থান পাইছে। আনহাতে বেদৰ প্ৰামাণ্যক স্বীকাৰ নকৰাৰ কাৰণেই চাৰ্বাক, বৌদ্ধ আৰু জৈন দৰ্শনকো নাস্তিক দৰ্শন বোলা হয়।

**বেদ আৰু দৰ্শন :** ভাৰতীয় দৰ্শনত হিন্দু মনীষা আৰু চিন্তা-ধাৰাই যে চৰম পৰিণতি লাভ কৰিছে তাৰ মূল হৈছে বেদ। বেদৰ কৰ্মকাণ্ডক অবলম্বন কৰি মীমাংসা দৰ্শন আৰু জ্ঞানকাণ্ডক অবলম্বন কৰি বেদান্ত দৰ্শন পল্লবিত হৈছে। এই দুটাই বৈদিক কৰ্মধাৰা আৰু চিন্তাধাৰাৰ প্ৰত্যক্ষ ধাৰক আৰু বাহক। সাংখ্য, যোগ, ন্যায় আৰু বৈশেষিক প্ৰত্যক্ষভাবে যুক্তি আৰু অভিজ্ঞতাৰ ওপৰত গঢ়ি উঠিলেও বেদৰ প্ৰামাণ্যক কেতিয়াও অস্বীকাৰ কৰা নাই। সেইবোৰৰ অভিজ্ঞতালব্ধ আৰু যুক্তি-প্ৰতিপাদিত সিদ্ধান্ত-সমূহ যে শ্ৰুতি বাক্যৰেই অনুগামী তাক দেখুৱাবলৈ চাইছে। বেদৰ

প্ৰতিস্পৰ্ধীৰূপেই চাৰ্বাক, বৌদ্ধ আৰু জৈন দৰ্শনৰ উৎপত্তি ; তথাপি বেদৰ প্ৰামাণ্য স্বীকাৰ কৰাৰ প্ৰশ্নও সেইবোৰৰ ক্ষেত্ৰত জাগি উঠে।

**দৰ্শনসমূহৰ নীতিগত ঐক্য :** বিভিন্ন দৰ্শনে বিভিন্ন মতৰ উপস্থাপন কৰিলেও নৈতিক আৰু আধ্যাত্মিক দৃষ্টিভঙ্গীৰপৰা সকলোবিলাকৰ মাজত কিছুমান বিষয়ত ঐক্য দেখা যায়। প্ৰত্যেক দৰ্শনে মানৱ জীৱনত' দৰ্শন শাস্ত্ৰৰ বাস্তৱ উপযোগিতাক স্বীকাৰ কৰে। নিছক বুদ্ধিগত কৌতূহলৰ নিবৃত্তিয়ে দৰ্শন শাস্ত্ৰৰ শেষ কথা নহয়, অনুভূতি আৰু চিন্তালব্ধ জ্ঞান অনুসাৰে জীৱনক ঠিক পথত চালিত কৰি তাক মহত্তৰ আৰু উচ্চতৰ কৰি তোলাই হৈছে দৰ্শন শাস্ত্ৰৰ লক্ষ্য। পাশ্চাত্য পণ্ডিতসকলৰ কিছুমানে অনুমান কৰে যে ভাৰতীয় দৰ্শনৰ বাস্তৱ উপযোগিতা স্বীকৃত হোৱাৰ ফলত চিন্তাৰ দিশত ভাৰতীয় দৰ্শনে সৰ্বাঙ্গীন পৰিণতি লাভ কৰিবপৰা যে নাই তাক কোৱাটো সঠিক নহয়। ভাৰতীয় দৰ্শনৰ বীজ নিহিত আছে মানুহৰ আধ্যাত্মিক বিষয়ত। জীৱনৰ দুখ আৰু অশান্তিত বিচলিত মানৱ অন্তৰে যিদিনা দুখ আৰু অশান্তিৰ মূল ক'ত, জীৱনৰ অৰ্থ কি, কি পথ অবলম্বন কৰি সেই দুখ আৰু অশান্তিৰ হাতৰপৰা নিষ্কৃতি পায় এই বিষয়ে শিকিছে, সেইদিনাই হৈছে দৰ্শন শাস্ত্ৰৰ জন্ম। তথাপি অতি স্বাভাৱিকভাৱে ভাৰতীয় দৰ্শনত চিন্তাধাৰাৰ পৰিণতিৰ পথত কোনো কথাত বাধা পোৱা নাই। ইয়াৰপৰা এনেদৰে ভাবিলে ভুল কৰা হব যে ভাৰতীয় দৰ্শন নৈৰাশ্যবাদী ( pessimist ), যিটোৱে মানুহৰ দুখ-দুৰ্দশাক বেছি কৰি দেখুৱাইছে। অৱশ্যে দুখ-দুৰ্দশাক বেছি কৰি দেখুৱাৰ ফলত দাৰ্শনিক চিন্তাৰ সূত্ৰপাত হৈছিল, কিন্তু সেইবুলি ই দৰ্শন শাস্ত্ৰৰ শেষ কথা নহয়। দুখ আছে, তাৰ কাৰণ আছে, তাৰ পৰা নিষ্কৃতিও আছে আৰু সেই নিষ্কৃতি লাভৰ উপায়ো যে আছে ভাৰতীয় দৰ্শনে এই সকলোবিলাক স্বীকাৰ কৰিছে। গতিকে শেষত কব লাগিব যে ভাৰতীয় দৰ্শন আশাবাদী ( optimist )।

ভাৰতীয় দৰ্শনে বিশ্বব্ৰহ্মাণ্ডৰ মূলত এটি শাশ্বতী শৃঙ্খলাক (eternal moral order) স্বীকাৰ কৰিছে; তাৰে ওপৰত একান্তভাৱে নিৰ্ভৰ কৰিছে বুলিয়েই প্ৰত্যেকটো ভাৰতীয় দৰ্শনে মানুহক আশাৰ বাণী শুনাব পাৰিছে। ঋগ্‌বেদৰ ঋষিসকলে এই শৃঙ্খলাক বুলিছে 'ঋত', ন্যায় আৰু বৈশেষিকে ইয়াৰ নাম দিছে 'অদৃষ্ট', মীমাংসা দৰ্শনত ইয়াৰ নামান্তৰ 'অপূৰ্ব', আৰু সাধাৰণ ভাৱে সকলো দৰ্শনতেই কৰ্মফলবাদ। এই শৃঙ্খলাত্মিকা শক্তিয়েই জীৱৰ ভাগ্য নিয়ন্ত্ৰণ কৰে। সৃষ্টি প্ৰপঞ্চৰ ব্যৱস্থাপনাৰো ই বিধাত্ৰী। কৰ্মবাদৰ মূল কথা হ'ল পূৰ্বজন্মৰ কৃত কৰ্মৰ ফলভোগ কৰিবই লাগিব। সেইটোৱে আমাৰ এই জন্মৰ সুখ-দুখৰ কাৰণ। ইয়েই এই জন্মৰ দৈব। এই জন্মৰ সুকৰ্মৰ অনুষ্ঠানৰ দ্বাৰা জীৱে পৰজন্মৰ কাৰণে অনুকূল দৈব সঞ্চিত কৰে, তাৰ ফলত সি পিচৰ জন্মৰ দুখ-দুৰ্দশাৰ হাতৰপৰা নিষ্কৃতি পায়। অৰ্থাৎ, পুৰুষকাৰৰ দ্বাৰা অনুকূল দৈৱৰ সৃষ্টি কৰা জীৱৰ আয়ত্বাধীন আৰু তাৰ ফলতেই দুখৰপৰা নিষ্কৃতিও তাৰ আয়ত্বাধীন। কৰ্মফলবাদ আৰু জন্মান্তৰবাদ স্বীকাৰ কৰে বুলিয়েই ভাৰতীয় দৰ্শন আশাবাদী হব পাৰিছে। প্ৰত্যেক দৰ্শনৰ মতে মোক্ষই জীৱৰ চৰম লক্ষ্য। 'মোক্ষ'ৰ অৰ্থ মুক্তি; আৰু এই মুক্তি বন্ধনৰপৰা। এই বন্ধন হ'ল জন্ম আৰু মৃত্যুৰ বন্ধন। ই জীৱৰ অপৰিহাৰ্য্য। এই অপৰিহাৰ্য্য বন্ধনৰপৰা একমাত্ৰ তত্বজ্ঞানেই জীৱক মুক্তি দিব পাৰে। এই মুক্তিয়েই হ'ল পূৰ্ণতা। জৈন, বৌদ্ধ, সাংখ্য আৰু বেদান্তৰ মতে এই জীৱনতেই এই পূৰ্ণতা অৰ্জন কৰা সম্ভৱ। অজ্ঞানতা বন্ধনৰ কাৰণ, তত্বজ্ঞান বন্ধনৰপৰা মুক্তিলাভৰ উপায়। এই তত্বজ্ঞান অনুভূতি আৰু বোধৰ মাজেদি নহলে স্থায়ী নহয়; স্থায়ী নহলে মোক্ষৰ জনক নহয়। তৰ্ক আৰু যুক্তিৰ সাহায্যত অযাচিতে আমি যি জ্ঞান লাভ কৰো সেইটো ক্ষণিক মাত্ৰ। তাক হৃদয়ত বা অন্তৰত স্থায়ী কৰিবলৈ হলে সমগ্ৰ চিত্তবৃত্তিক নিৰুদ্ধ কৰি অনবৰত তাৰ ওপৰত

মনঃসংযোগ কৰি হৃদয়ত তাৰ ধ্যান কৰিব লাগিব। তেতিয়াহে সেই জ্ঞান স্থায়ী হ'ব আৰু লগতে ফলপ্ৰসূও হ'ব। বুদ্ধিনিষ্ঠ যুক্তি আৰু তৰ্কৰ সাহায্যত জ্ঞান অৰ্জন কৰা যায়, আৰু ধ্যান-ধাৰণা-সংযমৰ দ্বাৰা তাক বোধৰ পীঠভূমিত প্ৰতিষ্ঠিত কৰিবই লাগিব। তত্ত্বৰ কথা জনা থাকিলেই ধৰ্মত প্ৰবৃত্তি নাহে। তাক সুপ্ৰতিষ্ঠিত হোৱাটো আমি চাওঁ আৰু তাক চিৰজাগ্ৰত কৰি বোধৰ পীঠভূমিত প্ৰতিষ্ঠিত কৰা যায়।

**নাস্তিক দৰ্শনৰ পৰিচয়ঃ চাৰ্বাক দৰ্শনঃ** ভাৰতীয় দৰ্শনত 'চাৰ্বাক' শব্দৰ অৰ্থ 'জড়বাদী' ( materialist )। অতীন্দ্ৰিয় সত্তাক যি সকলে স্বীকাৰ নকৰে, ইন্দ্ৰিয়গ্ৰাহ্য পদাৰ্থই যিবিলাকৰ মতত সৃষ্টিৰ প্ৰথম আৰু শেষ কথা, তেওঁলোককেই জড়বাদী বোলা হয়। 'চাৰ্বাক' নামক ব্যক্তি বিশেষেই জড়বাদৰ প্ৰবৰ্ত্তক, এইটো হ'ল বহুলোকৰ মত। তাৰ নামৰপৰাই, এই মতবাদৰ নাম 'চাৰ্বাক-দৰ্শন' হৈছে আৰু যি ব্যক্তি জড়বাদৰ সমৰ্থক তেওঁকেই 'চাৰ্বাক' বোলা হয়। আনপ্ৰকাৰে জড়বাদৰ প্ৰবৰ্তক চাৰ্বাকৰ মতবাদ ভোগাসক্ত সাধাৰণ মানুহৰ ওচৰত ভাল লাগে বুলিয়েই এনেকুৱা নাম দিয়া হৈছে ( চাৰু-সুন্দৰ, বাক-বাক্য )। বহুতে কয় যে দেবগুৰু বৃহস্পতিয়ে অসুৰসকলৰ ধ্বংস সাধনৰ কাৰণে তেওঁলোকৰ মাজত জড়বাদৰ প্ৰচাৰ কৰিছিল। তত্ত্বক বিস্মৃত হৈ জড়ৰ উপাসনাত মত্ত হৈ শেষত অসুৰসকল পৰাজিত হয়।

ভাৰতবৰ্ষত জড়বাদক ভিত্তি কৰি সুপ্ৰতিষ্ঠিত কোনো দৰ্শন কোনো দিনে গঢ়ি উঠা নাই। অন্যান্য দৰ্শনৰ দৰে চাৰ্বাক দৰ্শনে কোনো দিনে বহুল স্বীকৃতি আৰু সমৰ্থন লাভ কৰা নাই। বেদ, বৌদ্ধ সাহিত্য, মহাকাব্য আৰু সূত্ৰ সাহিত্যৰ কোনো কোনো অংশই জড়বাদৰ সমৰ্থন কৰা বুলি বহুতে অনুমান কৰে। প্ৰায় প্ৰত্যেকখন দৰ্শনেই নিজৰ মত প্ৰতিষ্ঠিত কৰিবলৈ গৈ প্ৰসঙ্গক্ৰমে চাৰ্বাক মতৰ উল্লেখ কৰিছে। চাৰ্বাক দৰ্শন সম্বন্ধে আমাৰ জ্ঞান

বহুল অংশত এইবিলাক আলোচনাৰ ওপৰতে প্ৰতিষ্ঠিত। চাৰ্বাক দৰ্শনৰ মতে প্ৰত্যক্ষই ( Perception ) জ্ঞানৰ একমাত্ৰ প্ৰমাণ। অনুমান ( Inference ), শাস্ত্ৰবাক্য ( Scriptual testimony ) প্ৰভৃতিৰ পৰা কোনো জ্ঞান নহয়। চাৰ্বাক দৰ্শনে শ্ৰুতিবাক্যৰো প্ৰামাণ্য স্বীকাৰ নকৰে। ইয়াৰ মতে অজ্ঞ জনসাধাৰণৰ বিশ্বাসৰ সুযোগ লৈ ধূৰ্ত্ত পুৰোহিত সম্প্ৰদায়ে নিজৰ জীবিকা সংস্থানৰ কাৰণে বেদত যাগ-যজ্ঞাদিৰ বিধান দিছে। প্ৰত্যক্ষই জ্ঞানৰ একমাত্ৰ প্ৰমাণ বুলি স্বীকাৰ কৰাৰ ফলটোৱেই হৈছে চাৰ্বাক দৰ্শনৰ ওচৰত চৰম সত্য। ঈশ্বৰ, অদৃষ্ট, স্বৰ্গ, আত্মা প্ৰভৃতিৰ জ্ঞান ইন্দ্ৰিয়ৰ সাহায্যত হোৱা নাই বুলি এইবিলাকক স্বীকাৰ কৰা হোৱা নাই। বিশ্ব-ব্ৰহ্মাণ্ডৰ সৃষ্টিকৰ্ত্তাৰূপে ঈশ্বৰকো স্বীকাৰ কৰা হোৱা নাই। ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোম—এই পঞ্চভূতৰ সমন্বয়তহে কেৱল ইন্দ্ৰিয়গ্ৰাহ্য বিশ্বৰ সৃষ্টি হৈছে। চেতন, অচেতন, সকলো পদাৰ্থই পঞ্চভূতৰ সংযোগত গঠিত। পঞ্চভূত যেতিয়া কোনো বিশেষ ধৰণত সংযুক্ত হয় তেতিয়াই পদাৰ্থত চৈতন্যৰ সৃষ্টি হয়। অন্যান্য দৰ্শনে যাক 'আত্মা' বোলে, এই দৰ্শনৰ মতে সেইটো চেতন জড়দেহত বাহিৰে অইন একো নহয়। পঞ্চভূতৰ চৈতন্য নাথাকিলেও তাৰ সংযোগত সৃষ্ট জড়পদাৰ্থৰ চৈতন্য স্বীকাৰত কোনো বাধা নাই। পান তামোল, চুণ প্ৰভৃতিৰ কোনো এটাক পৃথককৈ চৰ্বণ কৰিলে মুখ যে লাল নহয় এইটো সঁচা, কিন্তু সকলোবিলাক একেলগ হলে ৰক্তবৰ্ণৰ সৃষ্টি হয়। স্বৰ্গ আৰু নৰকক চাৰ্বাক দৰ্শনে বিশ্বাস নকৰে। স্বৰ্গৰ প্ৰলোভন আৰু নৰকৰ ভয় দেখুৱাই ধূৰ্ত্ত পুৰোহিতসকলে জনসাধাৰণক বেদোক্ত ব্যয়বহুল যাগ-যজ্ঞৰ অনুষ্ঠানত বাধ্য কৰিছে মাত্ৰ। দুখৰপৰা পৰিপূৰ্ণ নিষ্কৃতিয়ে হ'ল অন্যান্য দৰ্শনৰ মতে 'মোক্ষ'। চাৰ্বাক দৰ্শনৰ মতে এনেকুৱা মোক্ষ অসম্ভৱ। 'মোক্ষ' শব্দৰ অৰ্থই যদি দেহৰ বন্ধনৰপৰা আত্মাৰ মুক্তি বুজায় তেনেহলে সেই মোক্ষৰ কথা চাৰ্বাক দৰ্শনত অবাস্তৱ; কাৰণ

এই দর্শনে আত্মাক নামানে। মোক্ষ অৰ্থই যদি এই জীৱনতেই সকলো সুখৰ অবসান বুজায়, তেনেহলে সেইটোও অসম্ভৱ; কিয়নো জড়দেহত সুখ-দুখৰ সহ-অবস্থান হবলৈ বাধ্য। মৃত্যুত বাহিৰে পৰিপূৰ্ণ নিষ্কৃতি আন একোতেই নাই। যজ্ঞত যি পশু নিধন হয়, শাস্ত্ৰই কয় যে সেই পশু স্বৰ্গলৈ যায়। পুৰোহিত-সকলে যদি এই কথা বিশ্বাস কৰে তেনেহলে তেওঁলোকৰ পিতৃ-মাতৃক যজ্ঞত বলি নিদিয়ে কিয়? প্ৰেতৰ উদ্দেশ্যে শ্ৰাদ্ধত পিণ্ড দিলে সেই পিণ্ড যদি প্ৰেতৰ ভোগ্য হয় তেনেহলে বিদেশত থকাৰ সময়ত আমাৰ বাটখৰচৰ প্ৰয়োজন কিয়? সুখেই জীৱৰ চৰম লক্ষ্য হোৱা উচিত। শৰীৰ এবাৰ ভস্মীভূত হলে আৰু ফিৰি নাহে—ইত্যাদি যুক্তিৰ দ্বাৰা চাৰ্বাক দৰ্শনে শৰীৰক সৰ্বস্ব বুলি ধৰি লৈ তাৰ মতবাদ প্ৰচাৰ কৰিছে।

**জৈন দৰ্শন:** জৈন দৰ্শনৰ মতে জৈনধৰ্ম প্ৰাগৈতিহাসিক যুগৰ পৰা চলি আহিছে। জৈনসকলে বিশ্বাস কৰে যে জৈন দৰ্শনৰ মতবাদ সুদূৰ অতীত কালৰপৰা আজিলৈকে বিভিন্ন সময়ত অৱতীৰ্ণ ২৪ জন তীৰ্থঙ্কৰৰ দ্বাৰা প্ৰচাৰিত হৈছে। এওঁলোকৰ মাজত শেষ তীৰ্থঙ্কৰ হ'ল বৰ্ধমান (অন্যতম মহাবীৰ)। এৰোঁ গৌতম বুদ্ধৰ সমসাময়িক।

চাৰ্বাক দৰ্শনৰ মতে জৈন দৰ্শনে প্ৰত্যক্ষকেই জ্ঞানৰ একমাত্ৰ প্ৰমাণ বুলি স্বীকাৰ নকৰে। অনুমান আৰু আপ্তবাক্যও জ্ঞানৰ প্ৰমাণ বুলি স্বীকাৰ কৰি থাকে। চাৰ্বাক দৰ্শনে অনুমানক জ্ঞানৰ প্ৰমাণ বুলি স্বীকাৰ কৰা নাই; কাৰণ অনুমানলব্ধ জ্ঞান বহু সময়ত ভুল বুলি প্ৰমাণিত হয়। জৈন দৰ্শনে কয়, মাত্ৰ সেই কাৰণেই জ্ঞানৰ প্ৰমাণ হিচাবে অনুমানৰ দাবিক নস্যাৎ কৰিবলৈ হলে প্ৰত্যক্ষৰ দাবিও নস্যাৎ হৈ পৰিব, কাৰণ প্ৰত্যক্ষলব্ধ জ্ঞানো সময়ত ভুল বুলি প্ৰমাণিত হয়। আমি ৰছী দেখি যেতিয়া সাপ বুলি ভাবো তেতিয়া সেইটো ভ্ৰম। বাস্তৱিকতে কিছুমান ক্ষেত্ৰত

অনুমানলব্ধ জ্ঞানৰ অসত্যতা দেখি চাৰ্বাক দৰ্শনে যেতিয়া অনুমানক জ্ঞানৰ প্ৰমাণ হিচাবে অস্বীকাৰ কৰিছে, তেতিয়া অজ্ঞাতত সেইটোৱে অনুমানৰেই আশ্ৰয় লৈছে। এইটোৱে হ'ল জৈন দৰ্শনৰ মত। আকৌ আপ্তবাক্যক জ্ঞানৰ প্ৰমাণ ৰূপে ই স্বীকৃতি দিছে, কাৰণ জীৱৰ সীমাবদ্ধ ইন্দ্ৰিয়শক্তিৰ দ্বাৰা অতীন্দ্ৰিয় পদাৰ্থৰ জ্ঞানলাভ সম্ভৱ নহয়; তাত সৰ্বজ্ঞ মুক্ত-পুৰুষসকলৰ বাক্যই একমাত্ৰ সম্বল।

প্ৰত্যক্ষ, অনুমান আৰু আপ্তবাক্যক সম্বল কৰি জৈন দৰ্শনে ব্ৰহ্মাণ্ড সম্বন্ধে তাৰ চিন্তাধাৰাক ৰূপ দিছে। প্ৰত্যক্ষৰ দ্বাৰা দৃশ্য-বস্তুৰ ( matter ) জ্ঞান হয়। দৃশ্যবস্তুসমূহ কোনো স্থানত নিশ্চয় অৱস্থান কৰে, গতিকে স্থানকো স্বীকাৰ কৰা হয়, অনুমানৰ দ্বাৰা হয় স্থানৰ জ্ঞান; আৰু বস্তুসমূহৰ যি পৰিবৰ্তন হয় তাৰ কাৰণে সময়কো ( time ) স্বীকাৰ কৰিব লাগে। কালৰ জ্ঞানো অনুমানলব্ধ। যি বিশাল শক্তিৰ বলত বস্তুবিলাকৰ স্থিতি ( rest ) আৰু গতি ( motion ) সাধিত হৈছে তাকে জৈন দৰ্শনত যথাক্ৰমে ধৰ্ম আৰু অধৰ্ম বোলা হৈছে। পঞ্চভূত, আকাশ, কাল, ধৰ্ম আৰু অধৰ্মক বাদেও চেতন দেহৰ অস্তিত্ব দৰ্শনে স্বীকাৰ কৰিছে। জৈন দৰ্শনৰ মতে যিমানবিলাক চেতন পদাৰ্থ আছে সিমানবিলাকেই আত্মা। ধূলিকণাতো জৈন দৰ্শনে আত্মাৰ অস্তিত্ব স্বীকাৰ কৰে। তথাপি সকলো আত্মাৰ চৈতন্য সমান নহয়, কিন্তু পূৰ্ণ সুখ, পূৰ্ণ শান্তি আৰু পূৰ্ণ চৈতন্য অৰ্জন কৰাৰ শক্তি সকলো আত্মাতে আছে। মেঘে যেনেকৈ সূৰ্য্যৰ পোহৰ আচ্ছন্ন কৰি ৰাখে, ঠিক তেনেকৈ কৰ্মই আত্মাৰ এই শক্তি ব্যাহত কৰে মাত্ৰ। কৰ্মক দূৰত ৰাখিব পাৰিলে আত্মাই বন্ধনমুক্ত হৈ পূৰ্ণতা লাভ কৰিব পাৰে।

জৈন তীৰ্থঙ্কৰসকলৰ জীৱনে প্ৰমাণ কৰে যে আত্মাৰ এই পূৰ্ণতা প্ৰাপ্তি সম্ভৱ আৰু তেওঁলোকৰ উপদেশাৱলীয়ে পূৰ্ণতা-প্ৰাপ্তি

পথৰ নির্দেশ দিয়ে। তেওঁলোকৰ উপদেশবিলাকত পৰিপূর্ণ আত্মা, তাৰ পৰিপূর্ণ জ্ঞান আৰু অহিংসা, সত্য, অস্তেয়, অনাসক্তি প্ৰভৃতি চৰিত্ৰসমূহৰ সম্যক পৰিপালনেই আত্মাক পূর্ণতাত উপনীত কৰি থাকে—সেই অৱস্থাই মোক্ষ।

জৈন দর্শনে ঈশ্বৰক স্বীকাৰ নকৰে। তীর্থংকৰসকলেই তাত ঈশ্বৰৰ স্থান অধিকাৰ কৰিছে।

জীৱত দয়া জৈন মতবাদৰ বৈশিষ্ট্য। সকলো মতৰ প্ৰতি শ্ৰদ্ধাও ইয়াৰ অন্যতম বৈশিষ্ট্য। জৈন দার্শনিকসকলে বিশ্বাস কৰে যে মানুহৰ জ্ঞান আৰু বিচাৰ-বুদ্ধি সীমিত; আৰু সেই কাৰণেই কাৰো পক্ষে কোনো কিছু সম্বন্ধে চূড়ান্ত সিদ্ধান্ত ঘোষণা কৰা সম্ভৱ নহয়।

**বৌদ্ধ দর্শন :** বৌদ্ধধর্মৰ প্ৰৱৰ্তক গৌতমবুদ্ধৰ উপদেশসমূহক ভিত্তি কৰিয়েই বৌদ্ধ দর্শনৰ সৃষ্টি। ব্যাধি, শোক, জৰা, মৃত্যু প্ৰভৃতিয়ে মানুহক সদায় পীড়ন কৰা দেখি বুদ্ধৰ মন এইবোৰৰ অন্বেষণৰ কাৰণে ধাবিত হয়। সমাধিমগ্ন অৱস্থাত সুদীর্ঘকাল যাপন কৰাৰ পিচত তেওঁৰ 'বোধি' বা 'প্ৰজ্ঞা'ৰ উন্মেষ হয়। নৱলব্ধ প্ৰজ্ঞাৰ পোহৰত বি চাৰিটা সত্য তেওঁৰ ওচৰত প্ৰতিভাত হৈ উঠে সিয়েই বৌদ্ধ দর্শনত 'চত্বাৰি আর্য্যসত্যানি' নামে প্ৰসিদ্ধ। এই চাৰিটা সত্য হ'ল—(ক) দুখ আছে, (খ) দুখৰ কাৰণ আছে, (গ) দুখৰ নিবৃত্তি আছে, (ঘ) দুখৰপৰা নিবৃত্তি লাভৰ উপায়ো আছে। প্ৰত্যেক দর্শনে দুখৰ অস্তিত্ব স্বীকাৰ যে কৰিছে সত্য, কিন্তু বৌদ্ধ দর্শনৰ মতে দুখ হ'ল সর্বব্যাপক। য'ত আপাতদৃষ্টিত সুখৰ অস্তিত্ব প্ৰতীয়মান হয়, তাতো বুদ্ধই গভীৰ অন্তর্দৃষ্টিৰ বলত দুখ দেখিছিল। এই দর্শনৰ মতে জন্মই হ'ল দুখ-দুর্দশাৰ মূল কাৰণ, জন্মৰ কাৰণ হ'ল পার্থিব বিষয়ৰ প্ৰতি জীৱৰ তৃষ্ণা, তৃষ্ণাৰ কাৰণ হ'ল অজ্ঞান। গতিকে একমাত্ৰ জ্ঞানেই প্ৰাণীক দুখ-দুর্দশাৰ হাতৰপৰা ৰক্ষা কৰিব পাৰে। দুখৰপৰা নিষ্কৃতি লাভৰ কাৰণে

বৌদ্ধ দৰ্শনত আঠোটা উপায়ৰ কথা কোৱা হৈছে। এইবিলাকক 'অষ্টাঙ্গিক-মাৰ্গ' বোলে। এইবোৰ হ'ল—সম্যকদৃষ্টি, সম্যক্‌সঙ্কল্প, সম্যক্‌বাক্, সম্যক্‌কৰ্মান্ত, সম্যক্‌জীৱ, সম্যক্‌ব্যায়াম, সম্যক্‌স্মৃতি, সম্যক্‌সমাধি। দুখৰপৰা নিষ্কৃতি লাভ হলে জীৱৰ 'নিৰ্বাণ' হয়। আত্মা বা ঈশ্বৰক বৌদ্ধ দৰ্শনে স্বীকাৰ নকৰে।

বুদ্ধদেৱে যি মতবাদ প্ৰচাৰ কৰিছিল তাৰ মাজত দৰ্শনোচিত জটিলতা নাই। প্ৰাণী য'ত দুখ-শোকত জৰ্জৰ, তাত দৰ্শন শাস্ত্ৰৰ কূট আলোচনাত কালক্ষেপ কৰাকে তেওঁ সময়ৰ অপব্যৱহাৰ বুলি ভাবিছিল। জগৎ নিত্য বা অনিত্য, দেহ বা আত্মা এক হয় নে নহয়, এইবিলাকৰ পাৰ্থক্য কি, পূৰ্ণজ্ঞান লাভৰ পিচত আকৌ জন্ম গ্ৰহণ কৰে নে নকৰে—ইত্যাদি ধৰণৰ দহোটা প্ৰশ্নৰ উত্তৰ বুদ্ধই কোনো দিনে দিয়া নাই। তেওঁৰ মতে মানুহ তীৰবিদ্ধ হৈ যন্ত্ৰণাত ভুগিব ধৰিছে; আগতে তাৰ চিকিৎসা নকৰি, তীৰ ক'ৰপৰা আহিল, কোনে মাৰিলে, তীৰত বিষ মিহলি কৰিছেনে নাই ইত্যাদি প্ৰশ্ন লৈ মূৰ ঘমোৱাটো যেনে মূৰ্খতা, তেনেকৈ প্ৰাণীয়ে যেতিয়া দুখ-দুৰ্দশাত একান্ত কাতৰ হৈ পৰে তেতিয়া সেই ধৰণৰ প্ৰত্যক্ষ প্ৰমাণহীন জটিল বিষয়ৰ সম্বন্ধে মূৰ ঘমোৱা মূৰ্খতাৰ বাহিৰে আইন একো নহয়। এই কাৰণেই নিৰ্বাণ লাভৰ পিচত প্ৰাপ্ত নিৰ্বাণৰ কি গতি হয় এই প্ৰশ্নৰো বুদ্ধই কোনো উত্তৰ দিয়া নাই। বুদ্ধৰ মৌনতাৰপৰা বহুতে অনুমান কৰে যে নিৰ্বাণ লাভৰ পিচত আত্মা আৰু নাথাকে; কিন্তু এনেকৈয়ো অনুমান কৰা হয় যে নিৰ্বাণ লাভৰ পিচত আত্মাৰ অৱস্থা অবৰ্ণনীয় বুলিও বুদ্ধই তেনেকুৱা অৱস্থাত নিৰ্বাক আছিল।

পিচৰ কালত বুদ্ধৰ ভক্তসকলে বুদ্ধৰ উপদেশবিলাকৰ ওপৰত ভিন্ ভিন্ দাৰ্শনিক মতবাদৰ একোটা সম্প্ৰদায় গঢ়ি উঠিছে। সেই বিভিন্ন দাৰ্শনিক চিন্তাধাৰাৰ মাজত চাৰিটাৰ নাম বিশেষ উল্লেখযোগ্য ঃ

(ক) মাধ্যমিক বা শূন্যবাদ সম্প্ৰদায় ঃ ইয়াৰ মত অনুযায়ী

বিশ্বব্ৰহ্মাণ্ড অসত্য। ইয়াৰ পাৰমাৰ্থিক ( real ) কোনো সত্তা নাই। ইয়েই শূন্যবাদ ( Nihilism )। নাগাৰ্জুন নামে দক্ষিণ ভাৰতৰ এজন ব্ৰাহ্মণ ইয়াৰ প্ৰবৰ্তক।

(খ) **যোগাচাৰ বা বিজ্ঞানবাদ সম্প্ৰদায়ঃ** ইয়াৰ মতে মন ( চিত্ত ) বাদে সকলো অসত্য।

(গ) **সৌত্ৰান্তিক সম্প্ৰদায়ঃ** ইয়াৰ মতে মন ( চিত্ত ) আৰু তাতকৈ অতিৰিক্ত সকলোবিলাক অনিত্য। সুত্তপিটককে ইয়াক প্ৰামাণ্য গ্ৰন্থ বুলি স্বীকাৰ কৰে বুলিয়েই এনেকুৱা নাম হৈছে।

(ঘ) **বৈভাষিক সম্প্ৰদায়ঃ** সৌত্ৰান্তিক সম্প্ৰদায়ৰ মত এই সম্প্ৰদায়েও স্বীকাৰ কৰে যে মন আৰু তাতকৈ অতিৰিক্ত সকলো-বিলাকেই অসত্য। পাৰ্থক্য এই যে ইয়াৰ মতে মনৰ অতিৰিক্ত বাহিৰা বস্তুৰ জ্ঞান প্ৰত্যক্ষলব্ধ, আৰু সৌত্ৰান্তিক সম্প্ৰদায়ৰ মতে ই অনুমান-সাপেক্ষ। সৌত্ৰান্তিক সম্প্ৰদায়ৰ মতবাদক বাহ্যানু-মেয়বাদ আৰু বৈভাষিক সম্প্ৰদায়ৰ মতবাদক বাহ্যপ্ৰত্যক্ষবাদ বোলা যায়।

বৌদ্ধধৰ্ম দুটা শাখাত বিভক্ত—(ক) হীনযান আৰু (খ) মহাযান। হীনযান সম্প্ৰদায়ৰ বিস্তাৰ দক্ষিণ অঞ্চল—সিংহল, ব্ৰহ্মদেশ, শ্যাম-দেশ প্ৰভৃতি ঠাইত। মহাযান সম্প্ৰদায়ৰ প্ৰসাৰ উত্তৰ অঞ্চলত—তীব্বত, চীন, জাপান প্ৰভৃতি দেশত। বৌদ্ধ দৰ্শনৰ ওপৰত উল্লেখিত চাৰিটা শাখাৰ মাজত প্ৰথম দুটা ( অৰ্থাৎ মাধ্যমিক আৰু যোগাচাৰ শাখা ) মহাযান ধৰ্মৰ অনুসৰি, শেষ দুটা ( অৰ্থাৎ সৌত্ৰান্তিক আৰু বৈভাষিক শাখা ) হীনযান ধৰ্মৰ অনুসৰি প্ৰচাৰিত হৈছে। নিৰ্বাণৰ উদ্দেশ্য কি? এই প্ৰশ্নক কেন্দ্ৰ কৰিয়েই বৌদ্ধসকল এই দুটা সম্প্ৰদায়ত বিভক্ত হৈ পৰিছে। হীনযান ধৰ্মাবলম্বীসকলৰ মতে নিজৰ দুখ দূৰ কৰাই নিৰ্বাণ লাভৰ একমাত্ৰ উদ্দেশ্য নহয়, পৰমপ্ৰজ্ঞাৰ অধিকাৰী হৈ তাৰ সাহায্যত জীৱকুলৰ দুখ দূৰ কৰাই ইয়াৰ চৰম উদ্দেশ্য। লোককল্যাণ বৌদ্ধধৰ্মৰ প্ৰধান লক্ষ্য।

**আস্তিক দৰ্শন পৰিচয় : ন্যায় :** সবল যুক্তি আৰু তৰ্কবিদ্যাৰ ওপৰত প্ৰতিষ্ঠিত ন্যায় দৰ্শনৰ প্ৰতিষ্ঠাতা হ'ল মহৰ্ষি গৌতম। তেওঁৰ আন নাম অক্ষপাদ, সেই কাৰণে দৰ্শনক অক্ষপাদ দৰ্শনো বোলা যায়। এই দৰ্শনৰ মতে প্ৰত্যক্ষ, অনুমান, উপমান, শব্দ—এই চাৰিটা জ্ঞানৰ প্ৰমাণ। সত্য জ্ঞানৰ নাম 'প্ৰমেয়', ইয়াৰ বিষয় হ'ল আত্মা, শৰীৰ, ইন্দ্ৰিয়, ইন্দ্ৰিয়াৰ্থ, বুদ্ধি, মন, প্ৰবৃত্তি, ৰাগাদি মানসিক বিকৃতি, প্ৰেত্যভাব বা পুনৰ্জন্ম, সুখদুখানুভূতি, দুখ, অপবৰ্গ। ইন্দ্ৰিয়ৰ সৈতে তাৰ বিষয়ৰ সংযোগত যি জ্ঞান জন্মে সেইটোৱেই প্ৰত্যক্ষ। ই দুই বিধ ( external ) আৰু আন্তৰ ( internal )। বহিৰিন্দ্ৰিয়ৰ ( চকু, কাণ, নাক, জিভা, চাল ) প্ৰত্যক্ষ হ'ল বাহ্যপ্ৰত্যক্ষ, মনৰ প্ৰত্যক্ষ অন্তৰ প্ৰত্যক্ষ। ৰূপজ্ঞান, বাহ্যপ্ৰত্যক্ষ, সুখদুখানুভূতি অন্তৰপ্ৰত্যক্ষ। কোনো বিশেষ লক্ষণৰ দ্বাৰা উৎপন্ন হোৱা জ্ঞানক অনুমান বোলে। কোনো ঠাইত ধোঁৱা দেখিলে জুইৰ অৱস্থান সম্বন্ধে যি জ্ঞান পোৱা যায় সি অনুমানলব্ধ। নাম আৰু বস্তুৰ সাদৃশ্যৰ ওপৰত যি জ্ঞান প্ৰতিষ্ঠিত সি উপমানলব্ধ। আপ্তবাক্য, শিষ্টবাক্য, শাস্ত্ৰবাক্য প্ৰভৃতিৰ ওপৰত নিৰ্ভৰ কৰি আমাৰ যি জ্ঞান সেইটো শব্দলব্ধ। হাইড্ৰোজেন আৰু অক্সিজেন মিলি পানী হয়—এই জ্ঞান বৈজ্ঞানিকৰ জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰি আমি অৰ্জন কৰিব লাগিব।

ন্যায় দৰ্শনৰ মতে আত্মা, শৰীৰ আৰু মনৰপৰা পৃথক। ভূত-সমূহৰ সমবায়ত শৰীৰৰ সৃষ্টি। মন সূক্ষ্ম, অবিভাজ্য আৰু অণু। মনৰ সাহায্যত আত্মাৰ সুখ বা দুখৰ অনুভূতি হয়। এই কাৰণে মন অন্তৰিন্দ্ৰিয় ( internal sense organ )। আত্মা নিজে সকলো অনুভূতিৰ অতীত, ইন্দ্ৰিয়ৰ মাধ্যমত বিষয়ৰ সংস্পৰ্শত আহিলে আত্মাত অনুভূতিৰ সৃষ্টি হয়। সুখ-দুখৰ পৰিপূৰ্ণ নিবৃত্তি হ'ল 'অপবৰ্গ', একমাত্ৰ তত্ত্বজ্ঞানৰ দ্বাৰা ইয়াক লাভ কৰা হয়। অপবৰ্গ নিৰবচ্ছিন্ন সুখময় অৱস্থাবিশেষ—এই ধাৰণা ভুল। সুখ-দুখ প্ৰভৃতি সকলো প্ৰকাৰ অনুভূতিৰ পৰিপূৰ্ণ বিৰামেই অপবৰ্গ।

যুক্তি আৰু তৰ্কৰ সাহাষ্যত ন্যায় দৰ্শনে ঈশ্বৰৰ অস্তিত্ব প্ৰমাণ কৰিছে—ঈশ্বৰকেই সৃষ্টি-স্থিতি-লয়ৰ চৰম আৰু একমাত্ৰ কাৰণ বুলি স্বীকাৰ কৰিছে। তেওঁ ষড়ৈশ্বৰ্য্যশালী, প্ৰযোজক কৰ্তা, কৰ্মফলদাতা। পূৰ্বজন্মাৰ্জিত কৰ্মফল অনুসাৰে জীৱবিলাকে যাতে সুখ-দুখ ভোগ কৰিব পাৰে সেই কাৰণেই ঈশ্বৰে এই বিশ্বৰ সৃষ্টি কৰিছে। জীৱৰ মঙ্গলৰ কাৰণে বিশ্বৰ সৃষ্টি—ঈশ্বৰৰ স্বকীয় উদ্দেশ্য সাধনৰ কাৰণে নহয়। তেওঁৰ সদা-জাগ্ৰত প্ৰেম আৰু শাসনত অনুষ্ঠান কৰি সকলো প্ৰাণীয়ে এদিন তত্ত্বজ্ঞান লাভ কৰি মুক্তি পাব, ইয়েই ন্যায় দৰ্শনৰ মত।

বৈশেষিক: বৈশেষিক দৰ্শনৰ প্ৰতিষ্ঠাতা মহৰ্ষি কণাদ। তেওঁ সন্ন্যাসী আছিল আৰু মাটিৰপৰা শস্যকণা সংগ্ৰহ কৰি তাৰ দ্বাৰাই জীৱনধাৰণ কৰিছিল বুলি তেওঁৰ এনেকুৱা নাম হৈছে। তেওঁৰ আন এটা নাম উলূক। এই কাৰণে এই দৰ্শনৰ আন এটা নাম ঔলূকীয় দৰ্শন। কণাদ ৰচিত বৈশেষিক সূত্ৰ ইয়াৰ প্ৰথম প্ৰামাণ্য গ্ৰন্থ।

ন্যায় আৰু বৈশেষিকৰ মাজত অনেক অংশত সাদৃশ্য (সমান-তন্ত্ৰতা) আছে। জীৱৰ মুক্তি উভয়ৰেই লক্ষ্য। উভয়েই স্বীকাৰ কৰে যে অজ্ঞান (ignorance) জীৱৰ দুখৰ কাৰণ আৰু তত্ত্বজ্ঞানেই মোক্ষলাভৰ একমাত্ৰ উপায়। এই দুই দৰ্শনৰ মাজত পাৰ্থক্য দুটা—প্ৰথমতে, ন্যায়ে প্ৰত্যক্ষ, অনুমান, উপমান, শব্দ, জ্ঞানৰ এই চাৰিটা প্ৰমাণ স্বীকাৰ কৰিছে। বৈশেষিকে প্ৰত্যক্ষ আৰু অনু-মানকেই মুখ্যতঃ জ্ঞানৰ প্ৰমাণ বুলি স্বীকাৰ কৰিছে। উপমান আৰু শব্দক ন্যায় আৰু বৈশেষিকৰ অন্তৰ্ভুক্ত কৰা হৈছে। দ্বিতীয়তে, ন্যায়ে য'ত ১৬টা পদাৰ্থক স্বীকাৰ কৰিছে, তাত বৈশেষিকে মাত্ৰ ৭টা পদাৰ্থক স্বীকাৰ কৰিছে—দ্ৰব্য, গুণ, কৰ্ম, সামান্য, বিশেষ, সমবায় আৰু অভাব। 'বিশেষ'ক এটা স্বতন্ত্ৰ পদাৰ্থৰূপে স্বীকাৰ কৰি তাৰ ওপৰত বিশদ আলোচনা কৰাৰ কাৰণে ইয়াৰ নাম হৈছে

'বৈশেষিক'। দ্ৰব্য আকৌ ৯টা—ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোম, কাল, দিক, দেহী, মন। ক্ষিতি, অপ, তেজ আৰু মৰুৎ—এই চাৰিটা অদৃশ্য আৰু অবিধ্বংশী অণুৰ সংযোগত গঠিত। এই অণুবিলাক অনাদি আৰু শাশ্বত। আকাশ, দিক্ আৰু কাল শাশ্বত আৰু সৰ্বব্যাপী। মন সৰ্বব্যাপী নহয়, কিন্তু অণুবৎ সূক্ষ্ম। মন অণু বুলিয়েই একেসময়তে আমাৰ একাধিক অভিজ্ঞতা নহয়। মনৰ সাহায্যত জীৱৰ আত্মাৰ সম্বন্ধ জ্ঞান জন্মে। এই জ্ঞান মনৰ দ্বাৰা হয় বুলি ইয়াক আন্তৰ প্ৰত্যক্ষ ( internal perception ) বোলে। অণুবিলাক পৰস্পৰৰ সৈতে সংশ্লিষ্ট হৈ পৃথিবীৰ সৃষ্টি কৰিছে, বিশ্লিষ্ট হলেও পুনৰ পৃথিবীৰ ধ্বংস হব। কিন্তু অণুবিলাক নিজৰ ইচ্ছামতে সংশ্লিষ্ট বা বিশিষ্ট হব নোৱাৰে। ঈশ্বৰৰ ইচ্ছাতেই তেওঁলোকৰ সংশ্লেষ বা বিশ্লেষ সংসাধিত হয়। জীৱৰ অদৃষ্ট অনুসাৰেই পুনৰ তাৰ সৃজন প্ৰক্ৰিয়া অবলম্বন কৰে। বিশ্বস্ৰষ্টাৰূপে ঈশ্বৰৰ অস্তিত্ব বৈশেষিক দৰ্শনত অনুমানলব্ধ।

সাংখ্য : মহৰ্ষি কপিল সাংখ্য দৰ্শনৰ প্ৰতিষ্ঠাতা। শ্ৰুতি, স্মৃতি, পুৰাণ প্ৰভৃতি ভাৰতীয় সাহিত্যৰ সকলোতে সাংখ্যৰ চিন্তাধাৰাৰ প্ৰভাব পৰিলক্ষিত হয়। ইয়াৰ প্ৰথম প্ৰামাণ্য গ্ৰন্থ হ'ল কপিল ৰচিত সাংখ্য-সূত্ৰ। এই গ্ৰন্থ অত্যন্ত সংক্ষিপ্ত হোৱাত কপিলে সাংখ্য-প্ৰবচন-সূত্ৰ নামে আৰু এখন গ্ৰন্থ ৰচনা কৰে। ইয়াৰ কাৰণে এই দৰ্শনৰ অন্য নাম হ'ল 'সাংখ্য-প্ৰবচন'। 'সাংখ্য' শব্দৰ অৰ্থ হ'ল 'সম্যগ্ জ্ঞান'। যি দৰ্শনত সম্যগ্ জ্ঞানৰ কথা আলোচিত হৈ আছে বা যি দৰ্শনে আমাক সম্যগ্ জ্ঞান দিব পাৰে সিয়েই সাংখ্য দৰ্শন।

সৃষ্টিৰ মূলত সাংখ্যই দুটা পাৰমাৰ্থিক সত্তা (ultimate reality) স্বীকাৰ কৰে—পুৰুষ আৰু প্ৰকৃতি। পৰস্পৰ নিৰপেক্ষ হৈ এই দুটাৰ অবস্থান। প্ৰকৃতি হ'ল সৃষ্টিৰ প্ৰধান কাৰণ। প্ৰকৃতি জড়ধৰ্মী আৰু নিত্য পৰিবৰ্তনশীল। সত্ত্ব, ৰজঃ আৰু তমঃ—এই

গুণ তিনিটাৰ সহযোগত প্ৰকৃতি গঠিত। বাস্তৱিকতে এই গুণ তিনিটাৰ সাম্য অৱস্থাই প্ৰকৃতি। গুণবিলাকো প্ৰতিক্ষণত পৰিবৰ্তনশীল। গুণবিলাক যেতিয়া নিজৰ মাজত নিজেই পৰিবৰ্তিত হয় তেতিয়া তাক বোলা যায় স্বৰূপ পৰিমাণ আৰু যি পৰিবৰ্তনত সেইবোৰৰ এটাই আনটোৰ ওপৰত আধিপত্য কৰে, তাৰ নাম বিৰূপ পৰিমাণ। বিৰূপ পৰিমাণ বস্তুবিশেষৰ সৃষ্টিৰ কাৰণ, স্বৰূপ পৰিণামত সৃষ্টিৰ প্ৰলয় হৈ থাকে।

পুৰুষ হ'ল শৰীৰ, ইন্দ্ৰিয়, মন আৰু বুদ্ধিৰপৰা স্বতন্ত্ৰ। ই চৈতন্যময়, জ্ঞাতা—জ্ঞেয় নহয়। চৈতন্য ইয়াৰ গুণ বা ধৰ্মমাত্ৰ নহয়; কিন্তু ই চৈতন্যাত্মক। ইয়াৰ কোনো ক্ৰিয়া বা পৰিবৰ্তন নাই। ই শাশ্বত, সৰ্বব্যাপক আৰু নিৰ্লিপ্ত। পুৰুষ কোনোবিধৰ কাৰণো নহয়, কোনোবিধৰ কাৰ্য্যও নহয়।

জড়ত্ব প্ৰকৃতিৰ ধৰ্ম, গতিকে ই একাকী সৃষ্টিৰ কাৰণ হ'ব নোৱাৰে। আকৌ পুৰুষ চৈতন্যাত্মক হলেও নিষ্ক্ৰিয়। গতিকে পুৰুষেও অকলে সৃষ্টিৰ কাৰণ হব নোৱাৰে। প্ৰকৃতিৰ সৈতে পুৰুষৰ সংযোগেই সৃষ্টিৰ উন্মেষ। পুৰুষ প্ৰকৃতিৰ সৈতে যুক্ত হৈ প্ৰকৃতিৰ সাম্য অৱস্থাত বিক্ষোভৰ সৃষ্টি কৰে, তাতেই প্ৰকৃতি সৃজনোন্মুখী হৈ উঠে।

সাংখ্যমতে প্ৰত্যক্ষ, অনুমান আৰু শব্দ, এই তিনিটাই জ্ঞানৰ প্ৰমাণ। জীৱনত দুখ-কষ্ট আছে। সকলো দুখ-কষ্টক এৰাই চলা যদিও সম্ভৱ হয়, মৃত্যুৰ হাতৰপৰা জীৱৰ নিষ্কৃতি নাই। অথচ, আধ্যাত্মিক, আধিদৈবিক আৰু আধিভৌতিক—এই ত্ৰিবিধ দুখৰ হাতৰপৰাই সকলো প্ৰাণীয়ে নিষ্কৃতি বিচাৰে। এই নিষ্কৃতিয়ে সাংখ্য দৰ্শনত 'মুক্তি', 'অপবৰ্গ', 'পুৰুষাৰ্থ', 'কৈবল্য' প্ৰভৃতি নামত অভিহিত। অজ্ঞান বা অবিবেক (ignorance) দুখৰ মূল কাৰণ, তত্ত্বজ্ঞান বা বিবেক জ্ঞান দুখৰপৰা মুক্তি লাভৰ উপায়। এই জীৱনতেই বিবেক জ্ঞানৰ দ্বাৰা অপবৰ্গ লাভ কৰাৰ নাম

'জীৱনমুক্তি', পৰজীৱনত পৰলোকত অপবৰ্গ লাভ কৰাৰ নাম 'বিদেহমুক্তি'।

সাংখ্যমতে ঈশ্বৰৰ অস্তিত্ব প্ৰমাণ কৰা নেযায়। সৃষ্টিৰ কাৰণ-ৰূপে ঈশ্বৰক স্বীকাৰ কৰাৰো প্ৰয়োজন নহয়। তাৰ কাৰণে প্ৰকৃতিক স্বীকাৰ কৰিলেই যথেষ্ট। ঈশ্বৰ নিত্য আৰু অপৰিবৰ্তন-শীল, তেওঁ জগতৰ স্ৰষ্টা বা কাৰণ হব নোৱাৰে। তেওঁক সৃষ্টিৰ কাৰণ বুলিলে তেওঁৰো পৰিবৰ্তন স্বীকাৰ কৰিব লাগে, যিহেতু কাৰণ স্বয়ং অপৰিবৰ্তিত হৈ থাকি কাৰ্য্যৰ সৃষ্টি কৰিব নোৱাৰে।

যোগ ঃ মহৰ্ষি পতঞ্জলি যোগ দৰ্শনৰ প্ৰতিষ্ঠাতা। তেওঁৰ নাম অনুসাৰে এই দৰ্শনৰ অইন এটা নাম হ'ল পাতঞ্জল-দৰ্শন। পতঞ্জলি ৰচিত যোগসূত্ৰ এই দৰ্শন শাখাৰ প্ৰামাণ্য গ্ৰন্থ। সাংখ্য আৰু যোগ মুঠতে প্ৰায় সকলো বিষয়তেই একমত। সাংখ্যৰ পঞ্চবিংশতি তত্ত্বকো যোগ দৰ্শনে স্বীকাৰ কৰে। সাংখ্যই যে বিবেকজ্ঞানক মুক্তিৰ কাৰণ বুলি ঘোষণা কৰিছে, যোগ দৰ্শনৰ মতে সেই বিবেকজ্ঞান একমাত্ৰ যোগাভ্যাসৰ দ্বাৰাই লভ্য। ইয়েই হ'ল যোগ দৰ্শনৰ বৈশিষ্ট্য। চিত্তৰ সকলো প্ৰকাৰ বৃত্তিৰ নিৰোধৰ নাম 'যোগ'। চিত্তবৃত্তিসমূহৰ ( mental functions ) পাঁচটা বিভিন্ন স্তৰ আছে, অৰ্থাৎ পাঁচটা বিভিন্ন স্তৰত থাকি চিত্ত কাৰ্য্য কৰে। এইবোৰ হ'ল—ক্ষিপ্ত, মূঢ়, বিক্ষিপ্ত, একাগ্ৰ আৰু নিৰুদ্ধ। এই পাঁচটাকে কোৱা হয় 'চিত্তভূমি'। প্ৰথম তিনিটা স্তৰত যোগ সম্ভৱ নহয়। কেৱল একাগ্ৰ বা নিৰুদ্ধ ভূমিতেই যোগ সম্ভৱ হৈ থাকে। একাগ্ৰ ভূমিত চিত্ত ধ্যেয় বস্তুত সম্পূৰ্ণ নিবিষ্ট হৈ থাকে, আৰু নিৰুদ্ধ ভূমিত চিত্ত সকলো প্ৰকাৰে ক্ৰিয়াশূন্য হয়, এনে কি তাৰ চিন্তা কৰাৰ শক্তি পৰ্য্যন্ত বিলুপ্ত হয়। যোগ বা সমাধি দুই প্ৰকাৰ—সম্প্ৰজ্ঞাত আৰু অসম্প্ৰজ্ঞাত। সম্প্ৰজ্ঞাত সমাধিত ধ্যেয় বস্তুত চিত্ত সম্পূৰ্ণ নিবিষ্ট হয় আৰু ধ্যেয় বস্তুৰ স্বৰূপ জ্ঞান

লাভ কৰে। অসম্প্ৰজ্ঞাত সমাধিত চিত্তত ধ্যেয় বস্তুৰ জ্ঞান নহয়; চিত্ত তেতিয়া সকলো জ্ঞানৰ অতীত হৈ পৰে।

যোগৰ আঠোটা মাৰ্গ আছে—এইবিলাকৰ নাম 'যোগাঙ্গ'। এইবোৰ হ'ল—যম, নিয়ম, আসন, প্ৰাণায়াম, প্ৰত্যাহাৰ, ধাৰণা, ধ্যান আৰু সমাধি। সাংখ্যই ঈশ্বৰক স্বীকাৰ কৰা নাই; যোগে ঈশ্বৰক স্বীকাৰ কৰিছে। এই পাৰ্থক্য বুজাবৰ কাৰণে সাংখ্যক কোৱা হয় 'নিৰীশ্বৰ সাংখ্য', যোগক কোৱা হয় 'সেশ্বৰ সাংখ্য'।

যোগ দৰ্শনৰ মতে ঈশ্বৰেই একমাত্ৰ ধ্যেয় আৰু জ্ঞেয়; তেওঁ অনাদি, সৰ্বব্যাপী, সৰ্বজ্ঞ, নিৰ্দোষ। পুৰুষ আৰু প্ৰকৃতিৰ সংযোগত সৃষ্টিৰ উদ্ভৱ হয় আৰু এই উভয়ৰ বিয়োগত সৃষ্টিৰ লয় হয় সত্য; কিন্তু সংযোগ আৰু বিয়োগ পুৰুষ বা প্ৰকৃতিৰ স্বাভাবিক ধৰ্ম নহয়। জীৱৰ অদৃষ্ট অনুসাৰে ঈশ্বৰেই পুৰুষ আৰু প্ৰকৃতিৰ সংযোগ সাধন কৰি সৃষ্টি সম্পন্ন কৰে; আকৌ সেইবিলাকক বিযুক্ত কৰি সৃষ্টিৰ লয় সাধন কৰে।

**মীমাংসা:** মহৰ্ষি জৈমিনি প্ৰতিষ্ঠিত মীমাংসা দৰ্শন বেদৰ কৰ্ম-কাণ্ডৰ ওপৰত প্ৰতিষ্ঠিত। বেদৰ কৰ্মকাণ্ডত যিবিলাক যাগ-যজ্ঞাদিৰ বিধান দিয়া হৈছে, সেইবিলাকক সমৰ্থন কৰাই ইয়াৰ উদ্দেশ্য। এই কাৰণেই ইয়াৰ আন এটা নাম 'কৰ্ম-মীমাংসা'। এই দৰ্শনে বেদক অনাদি, অপৌৰুষেয় আৰু অভ্ৰান্ত বুলি অনুমান কৰে। বেদবিহিত কৰ্মৰ অনুষ্ঠানেই ইয়াৰ মতে 'ধৰ্ম', বেদনিষিদ্ধ কৰ্ম আচৰণ হ'ল 'অধৰ্ম'। ধৰ্ম আচৰণেই জীৱৰ কৰ্তব্য। কোনো ফলৰ কামনাতে বেদবিহিত কৰ্মৰ অনুষ্ঠান কৰিলে নচলিব। কেৱল বেদত বিহিত হৈছে বুলিয়েই তাৰ অনুষ্ঠান কৰিব লাগিব। এনেকুৱা মনোবৃত্তি লৈ বেদবিহিত কৰ্মৰ অনুষ্ঠান কৰিলে জীৱৰ কৰ্মবন্ধন ছিন্ন হয় আৰু জীৱে মৃত্যুৰ পিচত মোক্ষ লাভ কৰে।

আত্মা অজ, নিত্য আৰু শাশ্বত। আত্মা যদি শাশ্বত আৰু নিত্য নহয় অৰ্থাৎ মৃত্যুৰ পিচত আত্মাৰো যদি বিনাশ হয় তেনে-

হলে বেদবিহিত যজ্ঞাদিৰ অনুষ্ঠানজনিত যি স্বৰ্গৰ কথা বেদে ঘোষণা কৰিছে সেইটো অৰ্থহীন হৈ পৰে। চৈতন্য আত্মাৰ ধৰ্ম নহয়। আত্মাই দেহক আশ্ৰয় কৰিলে, আৰু তেতিয়া ইন্দ্ৰিয়ৰ সৈতে বিষয়ৰ সংযোগ হ'লে আত্মাত চৈতন্যৰ সৃষ্টি হয়।

মীমাংসা দৰ্শনৰ প্ৰভাকৰ প্ৰতিষ্ঠিত যি শাখা তাৰ মতে জ্ঞানৰ প্ৰমাণ পাঁচটা—প্ৰত্যক্ষ, অনুমান, উপমান, শব্দ আৰু অৰ্থাপত্তি। প্ৰথম চাৰিটাক ন্যায় দৰ্শনে স্বীকাৰ কৰিছে। যি শাখাই সেই পাঁচটা প্ৰমাণক বাদেও আৰু এটাক স্বীকাৰ কৰিছে সেইটো অনুপলব্ধি ( non-cognition ); আৰু ইয়াৰ প্ৰতিষ্ঠাপক হ'ল কুমাৰিলা ভট্ট।

মীমাংসা দৰ্শনে ঈশ্বৰত বিশ্বাস নকৰে, ঈশ্বৰ যে জগতৰ স্ৰষ্টা সেইটোকো স্বীকাৰ নকৰে। জীৱৰ কৰ্মফল অনুসাৰে পদাৰ্থৰ সংযোগত জগৎ সৃষ্টি হৈছে মাত্ৰ। কৰ্মফলেই সৃষ্টিৰ নিয়ামক।

**বেদান্ত ঃ** বেদৰ কৰ্মকাণ্ডৰ ওপৰত যেনেকৈ মীমাংসা গঢ়ি উঠিছে, তেনেকৈ বেদৰ জ্ঞানকাণ্ডৰ ওপৰত ভিত্তি কৰি উঠিছে বেদান্ত দৰ্শন। ইয়াৰ অইন নাম জ্ঞান মীমাংসা। উপনিষদৰ শিক্ষাই বেদান্ত দৰ্শনৰ ভিত্তি। বাদৰায়ণে তেওঁৰ ব্ৰহ্মসূত্ৰত উপনিষদৰ শিক্ষাৱলীক বিশেষ ৰূপ দিছে। পিচৰ কালত ব্ৰহ্ম-সূত্ৰৰ বিভিন্ন টীকাও এই দৰ্শনৰ মতবাদক সুপ্ৰতিষ্ঠিত কৰাত সহায় কৰিছে। ব্ৰহ্মসূত্ৰৰ ওপৰত শঙ্কৰাচাৰ্য্যৰ ব্যাখ্যাই ভাৰতীয় জীৱনক সৰ্বাধিক প্ৰভাবিত কৰিছে।

ঋগ্‌বেদৰ এটা মন্ত্ৰত কোৱা হৈছে যে পুৰুষ ব্ৰহ্মাণ্ডৰ অণু-পৰমাণুত নিজক পৰিব্যাপ্ত কৰিও অবিভিক্ত হৈ ৰ'ল। ব্ৰহ্মাণ্ডত চেতন-অচেতন সকলোবিলাক সেই পুৰুষৰপৰা উদ্ভূত। বিভিন্ন নাম বা উপযুক্ত সৃষ্টি প্ৰপঞ্চ বাস্তৱিকতে সেই একেই ব্ৰহ্মৰ প্ৰকাশ। সেই ব্ৰহ্মই আত্মা; তেওঁ সত্যস্বৰূপ, জ্ঞানস্বৰূপ আৰু আনন্দস্বৰূপ। শঙ্কৰাচাৰ্য্যই ঈশ্বৰকেই একমাত্ৰ সত্য বুলিছে।

তেওঁ এক আৰু অবিকাৰী হৈয়ো এই বিচিত্ৰ আৰু বৰ্ণাঢ্য সৃষ্টি সম্পন্ন কৰিছে। যি শক্তিৰ বলত সেই এক ঈশ্বৰে বিচিত্ৰ আৰু বিবিধ সৃষ্টি সম্পন্ন কৰে তাৰেই নাম 'মায়া'। এই সৃষ্টিৰ বহুত্ব আৰু বৈচিত্ৰ্য সত্য নহয়, অন্ধকাৰত ৰজ্জু দেখি তাতে যেনেকৈ আমাৰ সৰ্পভ্ৰম হয়, সেইদৰে সৃষ্টিৰ বহুত্ব বৈচিত্ৰ্যও ভ্ৰমমাত্ৰ। এই ভ্ৰম অজ্ঞানতা-প্ৰসূত। এই অজ্ঞানেই 'অবিদ্যা'। এই সৃষ্টিৰ দৃশ্যমান ৰূপত জীৱে যিমান সময় বিশ্বাস কৰে, সিমান সময় সেই ঈশ্বৰকে স্ৰষ্টাৰূপে দেখে। কিন্তু যেতিয়া তাৰ জ্ঞান হয় সৃষ্টি প্ৰতিভাসিক মাত্ৰ বুলি, ইয়াৰ প্ৰকৃত সত্তা নাই বুলি, তেতিয়া তাৰ ওচৰত ঈশ্বৰেই সকলো আৰু একমাত্ৰ; ইয়াত বাহিৰে আৰু একো নাথাকে। যি গুণত যুক্ত হৈ ঈশ্বৰে এই প্ৰতিভাসিক বিশ্বৰ সৃষ্টি কৰিছিল, সেই গুণযুক্ত ঈশ্বৰ শঙ্কৰৰ মতে 'সগুণ ব্ৰহ্ম'; আৰু জগতক মিছা বুলি ভাবিলে যি ঈশ্বৰ থাকে তেৰেঁই 'নিৰ্গুণ ব্ৰহ্ম'।

অবিদ্যা দূৰীভূত হলেও নিৰ্গুণ ব্ৰহ্মৰ জ্ঞান হয়। এই কাৰণে ইন্দ্ৰিয় সংযম, অনাশক্তি, জগতৰ অনিত্যতাবোধ আৰু মোক্ষৰ কাৰণে উদগ্ৰ কামনা প্ৰয়োজন। নিৰ্গুণ ব্ৰহ্মৰ জ্ঞান হলে জীৱ আৰু ব্ৰহ্মৰ কোনো ভেদ নাথাকে। তেতিয়া জীৱ বুলিব পাৰে 'সোঽহং' (আমিয়েই ব্ৰহ্ম)।

# পৰিশিষ্ট (৩)

## *গ্ৰন্থকাৰ পৰিচয়*

**অপ পদীক্ষিত :** এওঁ জয়দেৱ ৰচিত চন্দ্ৰালোক নামক গ্ৰন্থৰ টীকা হিচাবে কুবলয়ানন্দকাৰিকা ৰচনা কৰে। কথিত আছে যে ৰজা বেঙ্কটাদ্ৰিয়ে অপ্পদীক্ষিতৰ পাণ্ডিত্যত মুগ্ধ হৈ এটা বাৰ্ষিক বৃত্তিৰ ব্যৱস্থা কৰি দিয়াত তেওঁ এই গ্ৰন্থ ৰচনা কৰে।

**অভিনবগুপ্ত :** পিতাৰ নাম নৃসিংহগুপ্ত, মাতাৰ নাম বিমলা আৰু পিতামহৰ নাম বৰাহগুপ্ত। তেওঁ শৈৱ আছিল আৰু 'আচাৰ্য্যপাদ' নামে পৰিচিত আছিল। মাধৱৰ শঙ্কৰ-বিজয় গ্ৰন্থত কোৱা হৈছে যে অভিনবগুপ্ত শঙ্কৰাচাৰ্য্যৰ দ্বাৰা তৰ্কত পৰাজিত হয়। আনন্দবৰ্ধন ৰচিত ধ্বন্যালোকৰ ওপৰত অভিনবগুপ্তই 'লোচন' নামে যি টীকা প্ৰণয়ন কৰিছিল, অলঙ্কাৰ সাহিত্যত ই মূল্যবান সম্পদ। ভাৰতৰ নাট্যশাস্ত্ৰৰ নাট্যলোচন আৰু অভিনব ভাৰতী নামে দুখন টীকাও তেওঁৰ দ্বাৰা ৰচিত।

**আনন্দবৰ্ধন :** কাশ্মীৰৰাজ অৱন্তীবৰ্মনৰ ( ৮৫৫-৮৪ খৃঃ ) সভা-কবি আছিল। ধ্বনিয়ে কাব্যৰ প্ৰাণ এই মতবাদৰ তেওঁৱেই জনক। ধ্বন্যালোক বা কাব্যালোক নামক তেওঁৰ ৰচিত গ্ৰন্থত এই ধ্বনিৰেই আলোচনা কৰা হৈছে। তেওঁৰ মতবাদ সকলোৱে শ্ৰদ্ধাৰে গ্ৰহণ কৰিছিল। দেবীশতক, অৰ্জুন চৰিত মহাকাব্য, বিষমবাণ লীলা আৰু হৰবিজয় তেওঁৰ অন্যান্য ৰচনা।

**উদ্ভট :** এওঁ কাশ্মীৰৰ ৰজা জয়াপীড়ৰ সভাকবি আছিল আৰু ৰাজসভাত সভাপণ্ডিতৰূপে প্ৰত্যেক দিনে একলক্ষ সোণৰ মুদ্ৰা বেতন পাইছিল। সেই সভাত মনোৰথ, শঙ্খদত্ত, চটক, সন্ধিমান আৰু বামনেও উপস্থিত থাকি সৌন্দৰ্য্য বৰ্ধন কৰিছিল। অনুমান হয়, ৰজাৰ

'সুবোধতেই উদ্‌ভটে তেওঁৰ **কাব্যালঙ্কাৰ সংগ্ৰহ** ৰচনা কৰিছিল। ই ছয়টা অধ্যায়ত বিভক্ত। ইয়াত একচল্লিশটা অলঙ্কাৰৰ আলোচনা কৰা হৈছে।

**উমাপতিধৰ :** এওঁ গৌড়ৰাজ লক্ষ্মণসেনৰ মন্ত্ৰী আছিল। এওঁৰ ৰচিত **কৃষ্ণচৰিত** কৃষ্ণৰ জীৱনী অৱলম্বন কৰি ৰচিত। পাৰিজাতৰ কাৰণে ইন্দ্ৰৰ সৈতে কৃষ্ণ আৰু অৰ্জুনৰ যুদ্ধৰ বিষয় অৱলম্বন কৰি **পাৰিজাত অপহৰণ** নামে নাটকো এওঁ ৰচনা কৰিছিল। জয়দেৱে নিজেই কৈ গৈছে যে উমাপতিধৰ বাক্যক পল্লৱিত কৰাত সিদ্ধহস্ত আছিল। "বাচঃ পল্লবয়ত্যুমাপতিধৰঃ···।" এওঁৰ ৰচিত শ্লোক সদুক্তিকৰ্ণামৃতত পোৱা যায়।

**কবিৰাজ :** ১২শ খৃষ্টাব্দত কদম্ব ৰাজবংশীয় ৰজা কামদেৱৰ সভাকবি আছিল কবিৰাজ। তেওঁৰ **পাৰিজাত হৰণ** কাব্য কৃষ্ণৰ দ্বাৰা পাৰিজাত হৰণৰ উপাখ্যানৰ অৱলম্বনত ৰচিত। ইয়াত দশটি সৰ্গ আছে। পিতা কীৰ্তিনাৰায়ণৰ সন্তুষ্টিসাধনৰ কাৰণে তেওঁ এই কাব্য প্ৰণয়ন কৰে। শ্লিষ্টপ্ৰয়োগ আৰু বক্ৰোক্তি অলঙ্কাৰক আশ্ৰয় কৰি ৰচিত তেওঁৰ আৰু এখন কাব্য **'ৰাঘৱ পাণ্ডৱীয়'** একেলগে ৰামায়ণ আৰু মহাভাৰতৰ কাহিনীৰূপত ব্যাখ্যা কৰা হৈছে। তেওঁ নিজে সুবন্ধু আৰু বাণৰ লগত এখন আসনত প্ৰতিষ্ঠিত হবলৈ সমৰ্থবান হৈছিল।

**কাত্যায়ন :** কাত্যায়নৰ আন নাম হ'ল বৰৰুচি। পিতাৰ নাম আছিল সোমদত্ত। জন্মস্থান কৌশম্বী। তেওঁ পাটলীপুত্ৰত আচাৰ্য্য উপবৰ্ষৰ ওচৰত শিক্ষালাভ কৰিছিল। পাণিনি আৰু ব্যাড়ি তেওঁৰ সতীৰ্থ। উপবৰ্ষৰ কন্যা উপকোশাৰ সৈতে তেওঁৰ বিবাহ হয়। পাণিনিৰ ব্যাকৰণৰ বৃত্তি ৰচনা কৰি তেওঁ প্ৰসিদ্ধি অৰ্জন কৰিছিল। তেওঁ পতঞ্জলি আৰু বৰৰুচিৰ দ্বাৰা ৰচিত কাব্যৰ কথা জানিছিল। MaCdonell-ৰ মতে কাত্যায়নৰ আবিৰ্ভাৱ কাল খৃঃ পূঃ ৩য় শতাব্দী।

**কোহল :** ভৰতৰ এশ অন্তৰঙ্গ শিষ্যৰ মাজত কোহল অন্যতম। ৰচনাৰ উৎকৰ্ষৰ ফালেদি ভৰতৰ পিচত কোহলৰ স্থান। কোহলৰ মূল গ্ৰন্থ পোৱা নেযায়; কেৱল তালাধ্যায় নামক তাৰ অংশ বিশেষ পোৱা যায়। নাট্যশাস্ত্ৰত কোৱা আছে যে প্ৰস্তাৰতন্ত্ৰ নামে এখন গ্ৰন্থ কোহলে ৰচনা কৰিছিল। সেই গ্ৰন্থ কোহলে প্ৰথমতে ৰচনা কৰিছিল নে নাই তাক জনাৰ উপায় নাই।

**গণপতি শাস্ত্ৰী :** পিতাৰ নাম ৰামস্বুব্বা আয়াৰ। ১৮৬০ খৃষ্টাব্দত এওঁৰ জন্ম হয়। প্ৰথমে ত্ৰিবেন্দ্ৰাম সংস্কৃত কলেজৰ অধ্যক্ষ আছিল আৰু পিচত ত্ৰিবাঙ্কুৰৰ মহাৰাজৰ পৃষ্ঠপোষকতাত প্ৰতিষ্ঠিত প্ৰকাশন বিভাগৰ সৈতে সংশ্লিষ্ট হয়। ভাসৰ নাটক চক্ৰৰ আবিষ্কাৰক হিচাপে তেওঁৰ নাম ইতিহাসৰ পৃষ্ঠাত উজ্জ্বল হৈ থাকিব। ভাসৰ নাটকবিলাকৰ ওপৰত তেওঁ মূল্যবান টীকা ৰচনা কৰিছিল আৰু নিজে সেইবোৰৰ সম্পাদনাও কৰিছিল।

**জিনসেন :** হৰিবংশ পুৰাণ আৰু আদি পুৰাণ নামক দুখন গ্ৰন্থৰ ৰচক। প্ৰথমখনৰ ৰচনা কাল খৃঃ ৭৮৩। বহুতে অনুমান কৰে যে এই গ্ৰন্থ দুখনৰ ৰচনাকালৰ ব্যৱধান প্ৰায় ৫০ বছৰ। গতিকে দুয়োখন গ্ৰন্থৰ ৰচক জিনসেন একে ব্যক্তি নহয়। জিনসেনে আদি পুৰাণ সম্পূৰ্ণ কৰিব নোৱাৰিলে। তেওঁৰ পুত্ৰেক গুণভদ্ৰই পিচত **উত্তৰ পুৰাণ** নাম দি ইয়াক সম্পূৰ্ণ কৰে।

**দত্তিল :** ভৰত মুনিৰ অন্তৰঙ্গ শিষ্যসকলৰ ভিতৰত এজন। এওঁৰ ৰচিত সঙ্গীত গ্ৰন্থৰ সকলোতে এওঁ নিজে ভৰতৰ মতকেই অনুসৰণ কৰিছে। দত্তিলৰ গ্ৰন্থৰ টীকাৰ নাম প্ৰয়োগস্তবক আৰু ই বেচি জনপ্ৰিয়।

**ধৰ্মাশোক :** কাশ্মীৰৰ গোনন্দ ৰাজবংশৰ ৰজা কণিষ্কৰ অধঃস্তন তৃতীয় পুৰুষ। কল্হনে তেওঁৰ ৰাজতৰঙ্গিনীত (১.১০৪) কৈছে যে গোনন্দই বৌদ্ধধৰ্ম অবলম্বন কৰি পাপমুক্ত হৈছিল আৰু

শ্ৰীনগৰক ৯৬ লক্ষ প্ৰাসাদৰ দ্বাৰা সুসজ্জিত কৰিছিল। সদুক্তি-কৰ্ণামৃতত তেওঁৰ ৰচিত শ্লোকৰ উল্লেখ আছে।

**নান্যদেৱ :** এওঁৰ অন্য নাম ৰাজনাৰায়ণ। এওঁ তিৰহুতৰ ৰজা। পিচত বঙ্গদেশৰ ৰজা বিজয়সেনৰ ওচৰত পৰাজিত হৈছিল। ভৱভূতিৰ মালতীমাধৱৰ টীকাক বাদেও এওঁ নাট্যশাস্ত্ৰৰ টীকা ৰচনা কৰিছিল। সেই টীকাৰ নাম **ভৰতবাৰ্তিক**।

**পতঞ্জলি :** পাণিনিৰ অষ্টাধ্যায়ীৰ ওপৰত ৰচিত মহাভাষ্যৰ লেখক। বহুত ঠাইত **শেষনাগ** নামেও তেওঁ পৰিচিত। যোগসূত্ৰ নামক আৰু এখন গ্ৰন্থৰ তেওঁ ৰচক বুলি বহুতে অনুমান কৰা দেখা যায়। তেওঁৰ আবিৰ্ভাৱ কাল এতিয়াও সঠিককৈ নিৰ্ণীত হোৱা নাই। কল্হনৰ উক্তিৰপৰা জনা যায় যে কাশ্মীৰ-ৰাজ অভিমন্যুৰ ৰাজত্ব কালত কাশ্মীৰত মহাভাষ্যৰ পঠন-পাঠনে প্ৰভূত বিস্তৃতি লাভ কৰিছিল। অনুমান কৰিব পাৰি যে খৃঃ পূঃ ১ম বা খৃষ্টাব্দ ১ম শতাব্দী তেওঁৰ আবিৰ্ভাৱ কাল।

**পাণিনি :** **অষ্টাধ্যায়ী** নামে সংস্কৃত ব্যাকৰণৰ গ্ৰন্থকাৰ। চাৰি হেজাৰ সূত্ৰত আৰু আঠোটা অধ্যায়ত বিভক্ত অষ্টাধ্যায়ী। পাণিনিক সূত্ৰ-সাহিত্যৰ সমসাময়িক বুলি কব পাৰি। বৰ্তমান আটকৰ ওচৰৰ শালাতুৰ গাওঁখনত তেওঁৰ জন্ম। পাণিনীৰ মাতৃৰ নাম দাক্ষী। এটা কিংবদন্তীত কোৱা হৈছে যে পাণিনি সিংহৰ দ্বাৰা নিহত হয়। পাণিনি, ব্যাড়ি আৰু কাত্যায়ন পাটলিপুত্ৰৰ আচাৰ্য্য উপবৰ্ষৰ শিষ্য আছিল। আনুমানিক খৃঃ পূঃ ২য় শতিকাত পাণিনিৰ আবিৰ্ভাৱকাল।

**বল্লভাচাৰ্য্য :** এওঁ প্ৰসিদ্ধ ধৰ্মোপদেশক ( ১৪৭৮-১৫৩০ খৃঃ )। ব্যাসৰ দ্বাৰা ৰচিত ব্ৰহ্মসূত্ৰৰ টীকাকাৰ। এওঁৰ সম্প্ৰদায়ৰ সকলোৱেই কৃষ্ণকেই পৰমেশ্বৰ বুলি উপাসনা কৰি থাকে।

**বিদ্যাপতি:** পদাৱলীৰ কবি বিদ্যাপতি সংস্কৃতত সুপণ্ডিত আছিল। পঞ্চদশ খৃষ্টাব্দত এওঁৰ আবিৰ্ভাৱ হয়। এওঁৰ ৰচিত **দুৰ্গাভক্তিতৰঙ্গিণী** শাৰদীয়া দুৰ্গাপূজাক অৱলম্বন কৰি সহস্ৰ শ্লোকত ৰচিত আৰু

পূৰ্ববঙ্গত বেচি সমাদৃত হৈছে। মিথিলাৰ ৰজা ধীৰসিংহৰ (১৪৪০ খৃঃ) পৃষ্ঠপোষকতাত ই ৰচিত হয়। উত্তৰ মিথিলাত ভূস্বামী পুৰাদিত্যৰ উৎসাহত বিদ্যাপতিয়ে **লিখনাবলী** নামে আৰু এখন গ্ৰন্থ ৰচনা কৰে। তেওঁৰ গদ্যৰচনা **ভূপৰিক্ৰমা** আৰু **পুৰুষপৰীক্ষা**। প্ৰথমখন ভ্ৰমণ-বৃত্তান্ত আৰু বৰ্ণনামূলক। দ্বিতীয়খন শিশুসকলৰ শিক্ষাৰ কাৰণে পঞ্চতন্ত্ৰৰ অনুকৰণত নীতিমূলক কিছুমান গল্পৰ সমষ্টি।

**বিদ্যাৰণ্য ঃ** বিজয়নগৰ ৰাজ্যৰ প্ৰতিষ্ঠাতা আৰু শৃঙ্গেৰীমঠৰ অধ্যক্ষ আছিল। বিজয়নগৰৰ ৰজা বুক্ক আৰু হৰিহৰ এওঁৰ শিষ্য আছিল। এওঁৰ ভায়েক সায়নাচাৰ্য্যই সেই ৰাজ্যৰ সেনাপতি আৰু মন্ত্ৰীৰ পদো অলঙ্কৃত কৰিছিল। বিদ্যাৰণ্যৰ অন্য নাম মাধবাচাৰ্য্য আৰু তেওঁ বেদভাষ্যৰ প্ৰণেতা আছিল। ১৩৮৭ খৃষ্টাব্দত এওঁৰ মৃত্যু হয়।

**বিশ্বনাথ ঃ** এওঁ কলিঙ্গনিবাসী ব্ৰাহ্মণ চন্দ্ৰশেখৰৰ পুত্ৰ। এওঁৰ ৰচিত গ্ৰন্থ সাহিত্যদৰ্পণ দহোটা অধ্যায়ত বিভক্ত। বিশ্বনাথৰ পিতামহ নাৰায়ণে কলিঙ্গৰাজ নৰসিংহৰ সভাত ধৰ্মদত্ত নামক এজন কবিক বিচাৰত পৰাজিত কৰে। সম্ভবতঃ বিশ্বনাথ ৰজা তৃতীয় নৰসিংহৰ সভাকবি আছিল।

**বামন ঃ** কাশ্মীৰ-ৰাজ জয়াপীড়ৰ (৭৭৯-৮১৯ খৃঃ) সভাকবি আছিল বামন। পিচত ৰাষ্ট্ৰকুটৰাজ জগৎতঙ্গৰ (৭৯৪-৮১৩ খৃঃ) সভাতো তেওঁ সভাকবি আছিল। ৰীতিয়ে কাব্যৰ প্ৰাণ—এই মতবাদৰ পোষকতা কৰি তেওঁ পাঁচটা অধ্যায়ত কাব্যালঙ্কাৰ সূত্ৰ ৰচনা কৰে। কাদম্বৰী, উত্তৰৰাম চৰিত, শিশুপাল বধ প্ৰভৃতিৰপৰা বামনে তেওঁৰ গ্ৰন্থত বহু অংশ উদ্ধৃত কৰিছিল।

**ভামহ ঃ** ভামহ ৰচিত **কাব্যালঙ্কাৰ** অলঙ্কাৰ শাস্ত্ৰৰ প্ৰসিদ্ধ গ্ৰন্থ। ভামহৰ পিতৃৰ নাম ৰক্ৰিলগোমিন্। ভামহে কৈছে যে সুজনসকলৰ বোধোদয়ৰ কাৰণে সৎ-কবিসকলৰ কাব্যবোৰ আলোচনা কৰি তেওঁ কাব্যালঙ্কাৰ ৰচনা কৰিছিল। গ্ৰন্থৰ আৰম্ভত ভামহে 'সাৰ্ব-সৰ্বজ্ঞ'ক প্ৰণতি জনায়। সেই কাৰণে বহুতে অনুমান কৰে যে তেওঁ বৌদ্ধ

আছিল। দণ্ডীয়ে কিছুমান মতৰ বিৰোধী মত পোষণ কৰে আৰু সেইবোৰ মত ভামহৰ। গতিকে দণ্ডীক ভামহৰ পিচৰ ব্যক্তি বুলি ধৰা হয়। ভট্টি ভামহৰো পৰবৰ্তী। শতিকা ৭ম যদি দণ্ডীৰ আবিৰ্ভাবৰ সময় হয়, তেনেহলে ভামহক ৬ষ্ঠ শতক খৃষ্টাব্দলৈ নিব পাৰি।

**মম্মট ভট্ট ঃ** মম্মট ভট্টই কাশ্মীৰত জন্মগ্ৰহণ কৰিলেও বাৰাণসীত শিক্ষালাভ কৰে। এটি কাহিনী অনুসাৰে তেওঁ বৈয়াকৰণ কৈয়ট আৰু বেদভাষ্যকাৰ উবটৰ ভায়েক আছিল। মম্মট তেওঁৰ কাব্য-প্ৰকাশ নামক গ্ৰন্থত মহাৰাজ ভোজৰ মহত্ব আৰু বদান্যতাৰ উল্লেখ কৰি গৈছে। তেওঁৰ ৰচিত কাব্যপ্ৰকাশ দহোটা উচ্ছ্বাসত ৰচিত আৰু 'আকৰ' নামে পৰিচিত। অলঙ্কাৰ, কাব্যৰ দোষ আৰু গুণ প্ৰভৃতি ইয়াত আলোচিত হৈছে। বহুতে অনুমান কৰে, কাব্যপ্ৰকাশ মম্মট আৰু অল্লট উভয়ৰ দ্বাৰা ৰচিত। অলঙ্কাৰ শাস্ত্ৰৰ প্ৰামাণ্য গ্ৰন্থ হিচাবে কাব্যপ্ৰকাশে অসাধাৰণ জনপ্ৰিয়তা অৰ্জন কৰিছে। এই গ্ৰন্থৰ সৰ্ব-প্ৰথম টীকাকাৰ মানিকচন্দ্ৰ ( ১১৫৯ খৃষ্টাব্দ )। মম্মটৰ আবিৰ্ভাৱ কাল খৃঃ একাদশ শতিকা।

**মাধবাচাৰ্য্য ঃ** ১১৯৪ খৃষ্টাব্দত এটি ব্ৰাহ্মণ পৰিয়ালত মাধবাচাৰ্য্যৰ জন্ম হয়। তেওঁৰ মাতৃৰ নাম বেদবল্লী। মাধবাচাৰ্য্যৰ আগৰ নাম আছিল বাসুদেব। কেৱল ২৫ বছৰ বয়সত তেওঁ সকলো শাস্ত্ৰত অগাধ ব্যুৎপত্তি অৰ্জন কৰে আৰু 'পূৰ্ণপ্ৰজ্ঞ' নামে বিখ্যাত হয়। এই সময়ত অচ্যুতপ্ৰকাশৰ ওচৰত দীক্ষা গ্ৰহণ কৰি সন্ন্যাস ধৰ্ম অবলম্বন কৰে আৰু আনন্দতীৰ্থ নাম লয়। অদ্বৈতবাদৰ তেওঁ প্ৰতিষ্ঠাতা। ১২৭৮ খৃষ্টাব্দত তেওঁ স্বৰ্গী হয়। মুঠ ৩৭খন গ্ৰন্থ তেওঁ ৰচনা কৰে।

**মাতৃগুপ্ত ঃ** দ্বাদশ খৃষ্টাব্দৰ প্ৰথম ভাগত এওঁৰ জন্ম। কলহনে ৰাজতৰঙ্গিনীত কবি মাতৃগুপ্তৰ বিবৰণ দিছে। ইয়াৰ উপৰিও তেওঁ কাশ্মীৰৰাজ বিক্ৰমাদিত্য হৰ্ষবৰ্দ্ধনৰ সৈতে তেওঁৰ প্ৰীতিৰ সম্পৰ্কৰ কথা বৰ্ণনা কৰিছে। মেণ্ঠই মাতৃগুপ্তক তেওঁৰ হয়গ্ৰীব বধ কাব্য শুনাই প্ৰশংসা পাইছিল। মাতৃগুপ্ত ৰচিত নাট্যশাস্ত্ৰৰ কথাও জনা যায়।

**মাঙ্খ ঃ** দ্বাদশ খৃষ্টাব্দত কাশ্মীৰ দেশীয় কবি মাঙ্খই তেওঁৰ **শ্ৰীকণ্ঠচৰিত** ৰচনা কৰে। শিৱৰ দ্বাৰা ত্ৰিপুৰাসুৰৰ নিধন কাহিনী এই কাব্যত ২৫টা সৰ্গত বৰ্ণিত হৈছে। মাঙ্খ ৰুয্যকৰ শিষ্য আছিল আৰু ৰুয্যকে তেওঁৰ অলঙ্কাৰ সৰ্বস্ব নামক গ্ৰন্থত শ্ৰীকণ্ঠ-চৰিতৰ উল্লেখ কৰিছে।

**মেৰুতুঙ্গ ঃ** এওঁ **প্ৰবন্ধচিন্তামণি** গ্ৰন্থৰ ৰচয়িতা। ৰচনা কাল খৃঃ ১৩০৬। গ্ৰন্থখন পাঁচটা অংশত বিভক্ত আৰু প্ৰত্যেক অংশ আকৌ কিছুমান গৰ্ভাংশত বিভক্ত। প্ৰতি গৰ্ভাংশত এটিকৈ গল্প আছে। প্ৰত্যেক গল্পই যি কোনো এজন ৰজাক বা ঐতিহাসিক ব্যক্তিক অবলম্বন কৰি ৰচিত। মেৰুতুঙ্গই প্ৰথম গল্পটো বিক্ৰমাদিত্য সম্বন্ধে ৰচনা কৰে। শেষৰ ফালে তেওঁ লক্ষ্মণসেন, উমাপতি, ভৰ্তৃহৰি সম্বন্ধেও গল্পৰ অবতাৰণা কৰিছে।

**মিত্ৰমিশ্ৰ ঃ** পঞ্চগৌড়শ্ৰেণীৰ ব্ৰাহ্মণ এওঁ। মিত্ৰমিশ্ৰই বীৰ-মিত্ৰোদয় ৰচনা কৰে। শ্ৰীকৃষ্ণৰ বাল্য-জীৱনক অবলম্বন কৰি এওঁ **আনন্দকন্দ চম্পূ** ৰচনা কৰে। ৰজা বীৰসিংহদেৱ ( ১৬০৫-২৭ খৃঃ ) এওঁৰ পৃষ্ঠপোষক আছিল।

**ৰামানুজ ঃ** এওঁ ১০১৭ খৃষ্টাব্দত শ্ৰীপেৰুম্বুদৰত জন্মগ্ৰহণ কৰে। এওঁৰ আগৰ নাম আছিল লক্ষ্মণ আৰু পিচত লক্ষ্মণমুনি নামে পৰিচিত হৈছিল। কাঞ্চী নিবাসী যাদবপ্ৰকাশৰ তেওঁ শিষ্য আছিল। ভাটী বয়সত বেদান্ত ধৰ্মত দীক্ষিত হৈ তেওঁ সন্ন্যাস গ্ৰহণ কৰে। ব্যাসসূত্ৰৰ টীকা, গীতাভাষ্য আৰু বেদান্তৰ ওপৰত—এই তিনিখন গ্ৰন্থৰ তেওঁ ৰচক। তেওঁৰ ৰচিত ব্যাসসূত্ৰৰ টীকাই 'শ্ৰীভাষ্য' নামে পৰিচিত। ১১৩৭ খৃষ্টাব্দত ১২৮ বছৰ বয়সত তেওঁ স্বৰ্গাৰোহণ কৰে।

**ৰাহুলক ঃ** ভৰতৰ নাট্যশাস্ত্ৰৰ টীকাকাৰ। খৃঃ পূৰ্ব চতুৰ্থ শতিকাৰো আগত এওঁৰ আবিৰ্ভাব কাল। অভিনবগুপ্তই এওঁক শাক্যাচাৰ্য্য বুলিছে আৰু এওঁৰ সমালোচনা বহু ক্ষেত্ৰত গ্ৰহণ কৰা নাই। ৰাহুলক বৌদ্ধ আছিল।

**শাৰ্ঙ্গদেৱ :** খঃ দ্বাদশ শতিকাত অতি সুপ্ৰসিদ্ধ সঙ্গীতগ্ৰন্থ সঙ্গীত-ৰত্নাকৰ এওঁ ৰচনা কৰে। গোটেই প্ৰাচীন সঙ্গীতজ্ঞ আচাৰ্য্য-সকলৰ মতবাদ ইয়াত জনা গলেও শাৰ্ঙ্গদেৱে এটি স্বতন্ত্ৰ সঙ্গীত বিষয়ৰ অৱতাৰণা আৰু আলোচনা কৰিছে। ৰাজদৰবাৰৰ উচ্চপদত নিযুক্ত থাকিও তেওঁৰ যে সঙ্গীতত বিশেষ ব্যুৎপত্তি আছিল এই গ্ৰন্থই তাৰ প্ৰমাণ। গ্ৰন্থখন সাতটা অধ্যায়ত বিভক্ত। সিংহভূপাল, কেশব, কল্লিনাথ, হংসভূপাল আদিয়ে এই গ্ৰন্থৰ টীকা ৰচনা কৰিছিল।

**শুভঙ্কৰ :** এওঁ সঙ্গীত দামোদৰ গ্ৰন্থৰ লিখক। সাতোটা অধ্যায়ত বিভক্ত এই গ্ৰন্থত নৃত্য আৰু গীত সম্বন্ধে আলোচনা কৰা হৈছে। খৃষ্টাব্দ পঞ্চদশ বা ষোড়শ শতিকা ইয়াৰ ৰচনা কাল বুলি অনুমিত হয়। নাৰদীয় শিক্ষাৰ ওপৰত শুভঙ্কৰে এখন টীকাও ৰচনা কৰে।

**শ্ৰীহৰ্ষ :** হীৰা আৰু মামল্লদেবীৰ পুত্ৰ শ্ৰীহৰ্ষৰ ৰচিত নৈষধচৰিত বা নৈষধীয় কাব্য-সাহিত্যত স্থান অধিকাৰ কৰিছে। সম্ভৱতঃ দ্বাদশ শতকৰ দ্বিতীয়াৰ্দ্ধত কনৌজাধিপতি জয়চন্দ্ৰৰ সময়ত শ্ৰীহৰ্ষই এই কাব্যখন প্ৰণয়ন কৰে। খণ্ডনখণ্ডখাদ্য নামে তেওঁৰ আৰু এখন গ্ৰন্থ আছে। তাতে শ্ৰীহৰ্ষই বেদান্তদৰ্শনৰ যৌক্তিকতা প্ৰতিপন্ন কৰে। মহাভাৰতত বৰ্ণিত ৰজা নলৰ কাহিনী লৈ নৈষধচৰিত ৰচিত। মাঘ আৰু ভাৰবিৰ ৰচনাতকৈও এসময়ত নৈষধচৰিত অধিক প্ৰশংসাভাজন হৈছিল। বাইশটা সৰ্গত নৈষধচৰিত পোৱা যায়।

**সিদ্ধসেন দিবাকৰ :** এওঁ ন্যায়াৱতাৰ গ্ৰন্থৰ ৰচক আৰু প্ৰসিদ্ধ নৈয়ায়িক। খৃষ্টাব্দৰ প্ৰথমভাগত এওঁৰ আবিৰ্ভাৱ কাল। তেওঁ জৈন আছিল আৰু জৈনসকলৰ সকলো সম্প্ৰদায়ৰ মাজত তেওঁৰ প্ৰতিষ্ঠা আছিল। হৰিভদ্ৰসূৰি, জিনসেনে তেওঁৰ উল্লেখ কৰি গৈছে। তেওঁৰ পিতৃ ৰজা বিক্ৰমাদিত্যৰ পুৰোহিত আছিল। দুই এজন পণ্ডিতে অনুমান কৰে এওঁৱেই বিক্ৰমাদিত্যৰ নৱৰত্নৰ ক্ষপণক। তেওঁৰ সম্বন্ধে এটি সুন্দৰ গল্প প্ৰচলিত আছে। এবাৰ তেওঁ গুৰুৰ সন্মুখত দৰ্পভৰত

প্ৰতিজ্ঞা কৰিছিল যে সকলো প্ৰাকৃত সাহিত্যক তেওঁ সংস্কৃতত অনূদিত কৰিব। এই দম্ভোক্তিৰ কাৰণে গুৰুৱে তেওঁক ১২ বছৰৰ কাৰণে মৌনতা অবলম্বন কৰি প্ৰায়শ্চিত্ত কৰাৰ আদেশ দিয়ে। সিদ্ধসেনে এই সময়ত ভ্ৰমণ কৰি কৰি এবাৰ উজ্জয়িনীত উপস্থিত হয় আৰু মহাকালীৰ মন্দিৰত অবস্থান কৰে। তাত শিবৰ মূৰ্তিক প্ৰণাম নকৰাত মন্দিৰৰ পুৰোহিতসকল অসন্তুষ্ট হৈ ৰজা বিক্ৰমাদিত্যক খবৰ দিয়ে। বিক্ৰমাদিত্য আহি শিবৰ মূৰ্তিৰ সন্মুখত প্ৰণাম জনাবলৈ সিদ্ধসেনক বাধ্য কৰায়। সিদ্ধসেনে ৰাজাজ্ঞা পালন কৰাৰ সময়ত স্বৰচিত **কল্যাণমন্দিৰ** স্তোত্ৰ পাঠ কৰি থাকে। ইতিমধ্যে দ্বিধাবিভক্ত শিৱমূৰ্তিৰ মাজৰপৰা জৈন তীৰ্থঙ্কৰৰ মূৰ্তিৰ আবিৰ্ভাব হয়। এই ঘটনাৰ পিচত ৰজা আৰু আন বহুতো লোকে জৈনধৰ্ম গ্ৰহণ কৰে। জিনসেনে আদি পুৰাণত সিদ্ধসেন সম্বন্ধে তলত দিয়া মন্তব্যটো কৰিছিল—

"প্ৰবাদিকবিযূথানাং কেসৰী নয়কেসৰী।
সিদ্ধসেনকবির্জীয়াৎ বিকল্পনখাৰঙ্কুৰঃ॥"

সিদ্ধসেনৰ সমসাময়িক কবি আৰু নৈয়ায়িক সমন্তভদ্ৰৰ নামো উল্লেখযোগ্য। তেওঁ জৈন আছিল। জনশ্ৰুতি এই যে তেওঁ কাঞ্চীৰ অধিবাসী আছিল আৰু শক্তিমান যোগীও আছিল। উদৰ ব্যাধি নিৰাময়ৰ কাৰণে তেওঁ দেশ ভ্ৰমণৰ কাৰণে বাহিৰ হয় আৰু ঘূৰি ঘূৰি বাৰাণসীত উপস্থিত হয়। ইয়াত শিবমূৰ্তিৰ মাজৰপৰা পাৰ্শ্বনাথৰ মূৰ্তিৰ আবিৰ্ভাবৰ যি কিংবদন্তী সিদ্ধসেন সম্বন্ধে প্ৰচলিত, সমন্তভদ্ৰ সম্বন্ধেও সেই একেই কিংবদন্তী আছে। এই কাৰণে বহুতে অনুমান কৰে যে সিদ্ধসেন আৰু সমন্তভদ্ৰ একেই ব্যক্তি। কিন্তু সিদ্ধসেনে আদি পুৰাণত পৃথকভাবে সমন্তভদ্ৰৰ উল্লেখ কৰিছে—

"নমঃ সমন্তভদ্ৰায় মহতে কবিবেধসে।
যদ্বচোবজ্ৰপাতেন নিৰ্ভিন্নাঃ কুমতাদ্ৰয়ত্ৰঃ॥
কবিনাং গমকানাং চ বাদীনাং বাগ্মিনামাপি।
যশঃ সামন্তভদ্ৰীয়ং মূৰ্ধ্নি চূড়ামণীয়তে॥"

## পৰিশিষ্ট (২)

### গ্ৰন্থ পৰিচয়

**অদ্ভুত ৰামায়ণঃ** এই গ্ৰন্থখন বাল্মীকিৰ দ্বাৰা ৰচিত বুলি অনুমান কৰা হয়। ইয়াত সাতোটা সৰ্গ আছে। সীতাৰ সম্বন্ধে কিছুমান কাহিনী আৰু সীতাৰ প্ৰকৃতি বিশ্লেষণেই ইয়াৰ মূখ্য বিষয়। ইয়াত কোৱা হৈছে যে সীতাই শতস্কন্ধ ৰাৱণক বধ কৰিছিল যাক ৰামচন্দ্ৰয়ো পৰাজিত কৰিবপৰা নাছিল। গ্ৰন্থখনৰ আন নাম 'অদ্ভুতোত্তৰ ৰামায়ণ'।

**অধ্যাত্ম ৰামায়ণঃ** এই গ্ৰন্থ ব্ৰহ্মাণ্ড পুৰাণৰ অংশ বিশেষ। সাত খণ্ডত বিভক্ত। গ্ৰন্থখন শিৱ আৰু উমাৰ মাজত কথোপকথনৰ আকাৰত ৰচিত। ৰামচন্দ্ৰ পৰব্ৰহ্মৰ প্ৰকাশ আৰু সীতা স্বয়ং লক্ষ্মী, ইয়েই ইয়াৰ প্ৰতিপাদ্য। দুটা অধ্যায় বিশেষ ভাবে আদৰণীয় হৈ আছে। প্ৰথম অধ্যায়ত ৰামৰ হৃদয় ব্যাখ্যাত হৈছে। সপ্তম খণ্ডৰ পঞ্চম অধ্যায়ৰ নাম 'ৰামগীতা'। সকলো কৰ্মৰ ওপৰত ঈশ্বৰৰ ধ্যান কৰ সাৰ্থকতা ইয়াত প্ৰতিপাদিত হৈছে।

**অনৰ্ঘৰাঘৱঃ** মুৰাৰি এই সপ্তাঙ্ক নাটকখনৰ ৰচক। ৰত্নাকৰৰ হৰবিজয় গ্ৰন্থত মুৰাৰিৰ উল্লেখ আছে। ৰত্নাকৰ আছিল কাশ্মীৰ-ৰাজ অবন্তীবৰ্মাৰ (৮৫৫—৮৮৪ খৃঃ) সভাকবি। মুৰাৰিৰ আবিৰ্ভাব কাল ৮ম শতিকাৰ শেষভাগ নাইবা ৯ম শতিকাৰ প্ৰথম ভাগ। ৰামায়ণৰ কাহিনীয়েই অনৰ্ঘৰাঘৱৰ বিষয়-বস্তু। মুৰাৰিৰ ৰচনাশৈলী আৰু উপমাৰ ব্যৱহাৰে উচ্চ প্ৰশংসা লাভ কৰিছে। লক্ষণ সূৰি (১৮৫৯—১৯১৯ খৃঃ) আৰু নবচন্দ্ৰ সূৰিৰ (১২৩২ খৃঃ) দ্বাৰা ৰচিত অনৰ্ঘৰাঘৱৰ টীকাও পোৱা যায়।

**অবদান কল্পলতাঃ** বৌদ্ধ সাহিত্যৰ ভিতৰুৱা অবদান সাহিত্যৰ

মাজত ই প্ৰাচীনতম গ্ৰন্থ। খৃষ্টাব্দ তৃতীয় শতিকাত চীন ভাষাত ইয়াৰ অনুবাদ কৰা হয়। ই ক্ষেমেন্দ্ৰৰ ৰচিত আৰু ইয়াৰ শেষ আখ্যানটো ক্ষেমেন্দ্ৰৰ পুত্ৰ সোমেশ্বৰৰপৰা সংযোগ কৰা হৈছে।

**অভিনয় দৰ্পণ:** ই নন্দিকেশ্বৰ বিৰচিত অভিনয় সম্বন্ধীয় গ্ৰন্থ। অভিনয় কালত অভিনেতাই কি পদ্ধতি অনুসাৰে অঙ্গী-ভঙ্গী কৰিব লাগে সেই বিষয়ৰ বিশেষ আলোচনা কৰা হৈছে। এই গ্ৰন্থখন তেৰটা খণ্ডত বিভক্ত আৰু সম্ভব নন্দিকেশ্বৰৰ ৰচিত 'ভাৰতাৰ্ণব' গ্ৰন্থৰ অংশ বিশেষ।

**উজ্জলনীলমণি:** ৰূপ গোস্বামী ( খৃঃ ১৪৯০—১৫৬৩ ) বিৰচিত। এওঁ গৌড়ৰাজ হোসেন সাহৰ প্ৰধান মন্ত্ৰী আছিল। এওঁ পৰম বৈষ্ণব। ৰূপ গোস্বামীৰ সকলো ৰচনাই ভক্তিৰসাত্মক। উজ্জল-নীলমণি অলঙ্কাৰ শাস্ত্ৰৰ গ্ৰন্থ। ইয়াত নায়ক-নায়িকাৰ শ্ৰেণীবিভাগ, তেওঁলোকৰ অনুৰাগৰ ক্ৰমবিকাশ আৰু অৱস্থান্তৰ ইত্যাদি বিশদ-ভাবে বৰ্ণিত হৈছে; আৰু উদাহৰণ স্বৰূপে যিবোৰ শ্লোক দিয়া হৈছে তাৰ সকলোবিলাকেই কৃষ্ণক লক্ষ্য কৰি ৰচিত। জীৱ গোস্বামী আৰু বিশ্বনাথ চক্ৰৱৰ্ত্তীয়ে ইয়াৰ দুখন টীকা ৰচনা কৰিছে।

**কবীন্দ্ৰ বচন সমুচ্চয়:** সংগ্ৰহ গ্ৰন্থৰ মাজত ইয়াক প্ৰাচীনতম বুলি কবপৰা যায়। গ্ৰন্থকাৰৰ নাম জনা নাযায়; তথাপি যিসকল কবিৰ উক্তি উদ্ধৃত হৈছে তাৰ মাজত ময়ূৰ, বাক্‌পতিৰাজ আৰু ৰাজশেখৰেই সকলোতকৈ পৰবৰ্তীকালৰ। অনুমান কৰা হয়, খৃষ্টাব্দ দশম শতিকাৰ আগত সংগ্ৰহ সমাপ্ত হৈছিল। F. W. Thomas ইয়াৰ এখন মূল্যবান ভূমিকা লিখিছিল।

**কাব্যমীমাংসা:** সাহিত্য ধাৰাৰ আৰু সাহিত্য সমালোচনাৰ প্ৰসিদ্ধ গ্ৰন্থ। বহুতে অনুমান কৰে, 'কবি-ৰহস্য' নামক এখন লুপ্ত গ্ৰন্থৰ ই অংশ বিশেষ। কাব্যমীমাংসা ৰাজশেখৰৰ দ্বাৰা ৰচিত। ১০ম শতিকাৰ প্ৰথমভাগত ৰাজশেখৰে ৰজা মহীপালৰ পৃষ্ঠপোষকতাত গ্ৰন্থখন ৰচনা কৰে।

**কাব্যাদর্শ :** ই দণ্ডী বিৰচিত অলঙ্কাৰৰ গ্ৰন্থ। গ্ৰন্থখন চাৰিটা সৰ্গত বিভক্ত আৰু এইবোৰত যথাক্ৰমে মাৰ্গ, শব্দালঙ্কাৰ, অৰ্থালঙ্কাৰ আৰু দোষৰ আলোচনা কৰা হৈছে। ৰচনা ৰীতিয়েই কাব্যৰ বৈশিষ্ট্য—এই মতবাদী সম্প্ৰদায়ৰ প্ৰামাণ্য গ্ৰন্থ কাব্যাদৰ্শ। ইয়াত গৌড়ী আৰু বৈদৰ্ভী, এই দুয়োটা ৰীতিৰ আলোচনা কৰা হৈছে। কাব্যাদৰ্শ গ্ৰন্থখনত দণ্ডীয়ে সেতুবন্ধ আৰু কলা-পৰিচ্ছদ নামক দুখন গ্ৰন্থৰ উল্লেখ কৰিছে।

**কীচক বধ :** মহাভাৰতৰ বিৰাট পৰ্বত বৰ্ণিত দ্ৰৌপদীৰ ওপৰত বিৰাটৰ মন্ত্ৰী কীচকৰ অত্যাচাৰৰ বিষয় লৈ ৰচিত এখন যমক কাব্য। কৱিৰ নাম হ'ল নীতিবৰ্মা। বঙালী পণ্ডিতসকলৰ দ্বাৰা কাব্যখন সমাদৃত। এই কাব্যখনৰ ওপৰত জনাৰ্দন নামৰ এজন পণ্ডিতে এখনি টীকাও প্ৰণয়ন কৰিছে। ভোজে তেওঁৰ শৃঙ্গাৰ প্ৰকাশত কাব্যখনৰ উল্লেখ কৰিছে। অনুমান কৰা যায়, অষ্টম শতিকাত ইয়াৰ ৰচনা কাল।

**কৃষ্ণকৰ্ণামৃত :** ৰচকৰ নাম কৃষ্ণলীলাশুক। এওঁ পৰম বৈষ্ণব আছিল। সন্ন্যাস গ্ৰহণ কৰি এওঁ বিল্বমঙ্গল নাম গ্ৰহণ কৰে আৰু ত্ৰিচূৰত এটি মঠ প্ৰতিষ্ঠা কৰে। সেই মঠৰ অধ্যক্ষসকলেও বিল্ব-মঙ্গল নাম গ্ৰহণ কৰি কাল কটাইছে। বৈষ্ণৱসকলৰ বিশ্বাস যে কৃষ্ণলীলাশুকে প্ৰথম জন্মত কাশীত জন্মগ্ৰহণ কৰিছিল। তেতিয়া তেওঁৰ নাম আছিল মাধবানল। দ্বিতীয় জন্মত এওঁ কবি বিল্হন, তৃতীয় জন্মত এওঁ কবি বিল্বমঙ্গল আৰু শেষ জন্মত এৱেঁই হ'ল গীতগোবিন্দৰ কবি জয়দেৱ।

ভোজৰ সৰস্বতীকণ্ঠাভৰণৰ ওপৰত এওঁৰ ৰচিত এখন টীকা আছে। এওঁৰ টীকাত জৈন কবি হেমচন্দ্ৰৰো উল্লেখ আছে। কৃষ্ণকৰ্ণামৃতই হেমচন্দ্ৰক সৰ্বাধিক প্ৰসিদ্ধি দান কৰিছে। দ্বাদশ তৰঙ্গত বিভক্ত এই লিৰিক কাব্যখন কৃষ্ণৰ জীৱনী অবলম্বন কৰি ৰচিত।

**নাট্যশাস্ত্ৰ :** ভৰত ৰচিত 'নাট্যশাস্ত্ৰ' নৃত্য আৰু গীত সম্বন্ধে

প্ৰাচীনতম গ্ৰন্থ। 'ঐন্দ্ৰব্যাকৰণ আৰু যাস্কৰ নিৰুক্তৰপৰা ইয়াত উদ্ধৃতি দেখা যায়। গ্ৰন্থৰ প্ৰাচীনত্বৰ কাৰণে ভৰতক ভৰত মুনিও বোলা হয়। বৃদ্ধ-ভৰত নামেও তেওঁ প্ৰসিদ্ধ। অভিনয় ৰীতিৰ প্ৰতি লক্ষ্য ৰাখি ভৰতে গ্ৰন্থখনক চাৰিখণ্ডত বিভক্ত কৰে—সাত্ত্বিক, আঙ্গিক, বাচিক, আহাৰ্য। অভিনয়কলাৰ গৌৰব আৰু প্ৰাচীনত্ব, মঞ্চৰ গঠন-কৌশল, আকাৰ প্ৰভৃতিৰ বিশদ আলোচনা ইয়াত কৰা হৈছে। S. K. De-ৰ মতে বিভিন্ন যুগত এই গ্ৰন্থখনৰ ৰূপ পৰিবৰ্তিত হৈছে আৰু ইয়াৰ বৰ্তমান ৰূপ খৃঃ ৮ম শতকত সম্পূৰ্ণ হৈছে। গণপতি শাস্ত্ৰীৰমতে নাট্যশাস্ত্ৰ ভাসৰো পৰবৰ্তীকালত ৰচিত। সাধাৰণতঃ খৃঃ পূঃ দ্বিতীয় শতিকাৰপৰা খৃষ্টাব্দ দ্বিতীয় শতিকাৰ মাজত ইয়াৰ ৰচনাকাল অনুমান কৰা হয়। কালিদাস বিক্ৰমোৰ্বশীত ভৰতক 'মুনি' আখ্যা দিছে। গতিকে ভৰত নিঃসংশয়ে কালিদাসৰ বহু পূৰ্ববৰ্তী।

**পৃথ্বিৰাজ বিজয়ঃ** দ্বাদশ শতিকাত আজমীৰ-ৰাজ পৃথ্বিৰাজৰ জীৱনী অৱলম্বন কৰি চাঁদ কবিয়ে ইয়াক ৰচনা কৰিছিল। ১১৯১ খৃষ্টাব্দত পৃথ্বিৰাজে চুলতান চাহাবুদ্দিন ঘোৰীক পৰাজিত কৰিছিল। এই বিজয়ক উপলক্ষ্য কৰি এই কাব্যখন ৰচিত হৈছে। পিচত পৃথ্বিৰাজ যেতিয়া চাহাবুদ্দিন ঘোৰীৰ লগত যুদ্ধত নিহত হয় তেতিয়া ইয়াৰ ৰচনা পৰিত্যক্ত হয়। গ্ৰন্থৰ অসম্পূৰ্ণতাৰ ইয়েই কাৰণ।

**প্ৰবোধচন্দ্ৰোদয়ঃ** ইয়াৰ ৰচক কৃষ্ণমিশ্ৰ। এওঁ শঙ্কৰৰ অনুবৰ্তী আৰু অদ্বৈতবাদৰ এজন বিশিষ্ট প্ৰচাৰক। কথিত আছে, তেওঁৰ এজন শিষ্যক দৰ্শনশাস্ত্ৰত ব্যুৎপত্তি জন্মোৱাৰ কাৰণেই কৃষ্ণমিশ্ৰই এই ৰূপক নাটকখন ৰচনা কৰে। ভ্ৰম, পাপ, ব্যসন, ধৰ্ম, যুক্তি প্ৰভৃতিক নাটকীয় চৰিত্ৰৰূপে গ্ৰহণ কৰি ইয়াক ৰচনা কৰিছে। নাটকৰ প্ৰস্তাৱনাৰপৰা জনা যায় যে কৃষ্ণমিশ্ৰৰ বন্ধু ৰজা কীৰ্তিবৰ্মাৰ দ্বাৰা চেদিৰাজ কৰ্ণৰ পৰাজয়ক চিৰস্মৰণীয় কৰি ৰখাৰ কাৰণে এই নাটক ৰচিত হয়। দুখন লিপিৰপৰা

কীৰ্তিবৰ্মাৰ আবিৰ্ভাৱ কাল একাদশ খৃষ্টাব্দৰ শেষাৰ্দ্ধ বুলি নিৰ্ণীত হৈছে।

**প্ৰসন্ন ৰাঘৱ :** ৰামায়ণৰ আখ্যানভাগ অবলম্বনত ৰচিত সাত অঙ্কৰ নাটক প্ৰসন্ন ৰাঘৱ। কবিৰ নাম জয়দেব। তেওঁ উত্তৰ ভাৰতৰ অধিবাসী আৰু শিৱৰ উপাসক। তেওঁৰ আৰু দুখন উল্লেখযোগ্য ৰচনা হ'ল সীতাবিহাৰ আৰু চন্দ্ৰালোক। প্ৰসন্ন ৰাঘৱত জয়দেব ভাস, কালিদাস, ময়ুৰ আৰু বাণৰ প্ৰশংসা কৰিছে। জল্হনে সুক্তি মুক্তাবলীত ( খৃঃ ১২৪৭ ) প্ৰসন্ন ৰাঘৱৰ অংশবিশেষ উদ্ধৃত কৰিছে। এজন নৈয়ায়িক জয়দেৱৰ নামো পোৱা যায়। তেওঁ 'পক্ষধৰ' উপাধি গ্ৰহণ কৰিছিল আৰু গঙ্গেশেয় তত্ত্বচিন্তামণিৰ ওপৰত টীকাও প্ৰণয়ন কৰিছিল। বহুতে অনুমান কৰে, প্ৰসন্ন ৰাঘৱৰ ৰচক আৰু পক্ষধৰ জয়দেব অভিন্ন।

**বিদগ্ধমুখমণ্ডনম্ :** জৈন কবি ধৰ্মদাস বিৰচিত প্ৰহেলিকা বা সমস্যাজাতীয় কিছুমান শ্লোকৰ সঙ্কলন। ই চাৰি অধ্যায়ত বিভক্ত আৰু চিত্ৰ-কাব্যৰ অন্তৰ্গত।

**বেণীসংহাৰ :** মহাভাৰতৰ সভাপৰ্বত বৰ্ণিত দুঃশাসনৰ দ্বাৰা দ্ৰৌপদীৰ কেশাকৰ্ষণ আৰু ভীমৰ প্ৰতিজ্ঞাৰ বিষয়ক অবলম্বন কৰি ছয় অঙ্কত ৰচিত নাটক। নাট্যকাৰৰ নাম ভট্টনাৰায়ণ। কিংবদন্তী অনুসাৰে গৌড়ৰাজ আদিশূৰৰ (খৃঃ ৭ম শতিকা) আমন্ত্ৰণত কনৌজৰপৰা বঙ্গদেশলৈ যি ব্ৰাহ্মণসকল আহিছিল এওঁ তেওঁলোকৰ এজন। নিশানাৰায়ণ আৰু মৃগৰাজ নামেও তেওঁৰ পৰিচয় আছিল।

**বৃহদ্দেশী :** মতঙ্গমুনি বিৰচিত ছয় অধ্যায়যুক্ত গ্ৰন্থ বৃহদ্দেশী। দেশীসঙ্গীত, শ্ৰুতি, স্বৰ ইয়াৰ আলোচ্য। সঙ্গীত সম্বন্ধে ভৰতৰ সৈতে মতভেদ আছে আৰু অভিনবগুপ্ত, শাৰ্ঙ্গধৰ প্ৰভৃতি সকলেই 'মতঙ্গ-মত' নামক বিশিষ্ট মতবো উল্লেখ কৰিছে। ভৰতৰ নাট্য-শাস্ত্ৰৰ সময়ৰপৰা বৃহদ্দেশীৰ ৰচনাকালৰ ব্যবধান অনুমান বেছি নহয়।

**ভৰত টীকা :** ভৰতৰ নাট্যশাস্ত্ৰৰ প্ৰাচীনতম টীকা। টীকাকাৰৰ

নাম জনা নাযায়। তথাপি তেওঁ শ্রীপাদৰ যে শিষ্য আছিল তাক কোৱা হয়। অভিনবগুপ্তই বহুক্ষেত্রত এই টীকাৰ মত উদ্ধৃত কৰিছে।

**মহানাটক:** কিংবদন্তী আছে যে স্বয়ং হনুমান ইয়াৰ ৰচক। বহুদিন ই লুপ্ত আছিল। পিচত ধাৰা নৰপতি ভোজৰ সময়ৰপৰা ই আবিষ্কৃত হয়। কথিত আছে যে মহানাটক প্রচলিত হৈ থাকিলে স্বৰচিত ৰামায়ণৰ আদৰ নহব বুলি ভাবি বাল্মীকিয়ে এই মহানাটকখন সমুদ্রত নিক্ষেপ কৰে। হনুমন্নাটক নামেও ই পৰিচিত। সম্ভৱতঃ ইয়াৰ ৰচনা কাল হ'ল ১০ম শতিকা।

**ললিতাবিস্তাৰ:** এই গ্রন্থখন প্রথম শতিকাত ৰচিত। মুঠতে বুদ্ধৰ জীৱনীয়েই ইয়াৰ বিষয়বস্তু আৰু এই কালেদি জাতক আৰু অবদান-সাহিত্যৰ সৈতে ইয়াৰ সাদৃশ্য আছে। বুদ্ধৰ প্রামাণ্য জীৱনী হিচাবে ইয়াক গ্রহণ কৰা নাযায়। আকৌ সাহিত্য হিচাবেও ই উচ্চ স্তৰৰ নহয়।

**সূক্তিমুক্তাৱলী:** এই গ্রন্থখন জল্হনৰ দ্বাৰা প্রণীত। জল্হনৰ সম্পূর্ণ নাম আৰোহক ভগদত্ত জল্হনদেৱ। পিতাৰ নাম লক্ষ্মীদেৱ। পিতা আৰু পুত্র উভয়েই যাদব নৃপতি কৃষ্ণৰ সভাকবি আছিল। জল্হনৰ আদেশক্রমে ভানুপণ্ডিত বা ভাস্কৰে সূক্তিমুক্তাৱলী ৰচনা কৰে। ইয়াৰ প্রথম ভাগত কিছুমান শ্লোকত জল্হনৰ বংশ-পৰিচয় দিয়া আছে। ইয়াৰ ৰচনা কাল ১২৫৭ খৃষ্টাব্দ।

**হৰিচৰিত কাব্য:** ত্রয়োদশ সর্গত ৰচিত মহাকাব্য। ৰচকৰ নাম চতুর্ভুজ। বঙ্গদেশৰ ৰাজধানী গৌড়ৰ ওচৰত অৱস্থিত ৰামকেলি নামক কোনো এখন গাৱঁত কবিয়ে ১৪৯৩ খৃষ্টাব্দত ইয়াক ৰচনা কৰে। এই অঞ্চল তেতিয়া খোজা আৰু হাবসীসকলৰ অধীনত আছিল। এওঁৰ পুতেকৰ নাম কমলাকৰ।

# বিভিন্ন অধ্যায়ত সহায় লোৱা গ্ৰন্থপঞ্জী

১। প্ৰবন্ধ কল্পলতিকা : সাহিত্যাচাৰ্য্য ৰেৱতীকান্ত ভট্টাচাৰ্য্য।

২। সংস্কৃত সাহিত্যৰ ৰূপৰেখা : ডঃ বিমানচন্দ্ৰ ভাট্টাচাৰ্য্য।

৩। প্ৰাচীন সাহিত্য : ৰবীন্দ্ৰনাথ ঠাকুৰ।

৪। A History of the Sanskrit Literature : Dr. V. Varadachari, M.A., Ph-D.

৫। সাহিত্য সমীক্ষা : অসম সাহিত্য সভা।

৬। অসমীয়া সাহিত্যৰ বুৰঞ্জী : ডিম্বেশ্বৰ নেওগ।

৭। অসমীয়া নাট্য সাহিত্য : ডঃ সত্যেন্দ্ৰ নাথ শৰ্ম্মা।

৮। কথা ৰামায়ণ : ৰঘুনাথ মহন্ত।

৯। অদ্ভুত ৰামায়ণ : ৰঘুনাথ মহন্ত।

১০। History of Sanskrit Literature : Macdonell.

১১। History of Literature : Winternitz.

১২। Introduction to Indian Philosophy : Radhakrishan.